।। পূৰ্ণ পৰমাত্মনে নমঃ ।।



# জ্ঞান গঙ্গা



—ঃ প্ৰচাৰ সমিতি ঃ—

**সৎলোক আশ্ৰম, হিসাৰ-টাহাৰা ৰোড, বৰৱালা**

জিলা - হিসাৰ (হৰিয়ানা)



জগতগুৰু তত্বদৰ্শী সন্ত ৰামপাল মহাৰাজ মহাশয়ৰ

সৎসঙ্গৰ সংগৃহীত অমূল্য পুথি

# "জ্ঞান গঙ্গা"

—ঃ প্ৰকাশক ঃ—

—ঃ প্ৰচাৰ প্ৰসাৰ সমিতি ঃ—

**সৎলোক আশ্ৰম চণ্ডীগড় ৰোড, বৰৱালা**

জিলা - হিসাৰ (হৰিয়ানা)

ধমাৰ্থ মূল্য মাথোন - ১৫/-

"ভক্তি সদাগৰৰ বাতৰি" পুথিৰ বিকল্প "জ্ঞান গঙ্গা"

অনুবাদক ঃ- দাসানুদাস জয়ন্ত নাৰায়ণ।

## সৎলোক আশ্ৰম

**সৎলোক আশ্ৰম, হিসাৰ- টোহানা ৰোড, বৰৱালা, জিলা- হিসাৰ (হৰিয়ানা)।**

**☎ 9992600801, 9992600802, 9992600803, 9812166044 9812151088, 9812026521, 9812142324, 9992600825**

Visit us at : www.jagatgururampalji.org

e-mail: jagatgururampalji@yahoo.com

# —ঃ বিষয় সুচী ঃ—

# “ভূমিকা”

**অনাদি কালৰ পৰা মানুহে পৰম সুখ-শান্তি তথা অমৃতৰ খোজ বিচাৰ কৰি আহিছে। তেওঁ নিজৰ সামৰ্থ অনুসৰি প্ৰচেষ্টা চলাই আছে কিন্তু তেওঁৰ এই হাবিয়াস পূৰণ হোৱা নাই। এনেকা এই বাবেই যে, এই হাবিয়াস পূৰ্ণ কৰা মাৰ্গৰ সঠিক জ্ঞান নাই। সকলো প্ৰাণীয়ে বিচাৰে যে কোনো কাম কৰিব নেলাগে, খাবলৈ তৃপ্তিকৰ আহাৰ মিলে, পিন্ধিবলৈ ধুনীয়া বস্ত্ৰ মিলে, থাকিবলৈ বিলাসী ঘৰ, ঘুৰি ফুৰিবলৈ মনোৰম পাৰ্ক, মনোৰঞ্জনৰ বাবে মধুৰ মধুৰ সঙ্গীত, নাচ-গান, খেলা-ধুলা, আমোদ-ফূৰ্তি মিলে আৰু কেতিয়াও যেন বেমাৰ-আজাৰ নহয়, আকৌ বুঢ়া অথবা মৃত্যুও যেন নহয় আদি[২]। পৰন্তু যিখন সংসাৰত আমি আছো না তো কৰবাত এনেকা দৃষ্টি গোচৰ হয় নাইবা এনেকুৱা সম্ভৱ হ’ব। কিয়নো এই ভূলোক নাশৱান, এই ভূলোকৰ সকলো বস্তুয়ে নাশবান আৰু এই লোকৰ ৰজা হ’ল কাল/ব্ৰহ্ম, যিয়ে প্ৰতিদিন এক লাখ সুক্ষ্ম মানৱ শৰীৰ ভক্ষণ কৰে। তেওঁৱে সকলো প্ৰাণীক কৰ্ম-ধৰ্ম তথা পাপ-পূণ্য ৰূপি জালৰ বেমেজালিত পেলাই তিনিও লোকত পিঞ্জিৰাত সোমোৱাই বন্দী কৰি ৰাখিছে। কৱীৰ সাহেৱ কয় যে —**

কৱীৰ তিন লোক পিঞ্জৰা ভয়া, পাপ পূণ্য দো জাল। সভী জীৱ ভোজন ভয়ে, এক খানেৰালা কাল।।

গৰীব, এক পাপী এক পূণ্যী আয়া, এক হ্যায় সুম দলেল ৰে

বিনা ভোজন কোই কাম নহী আওঐ, সব হ্যায় জম কী জেল ৰে।

**তেওঁ (কালব্ৰহ্ম) নিবিচাৰে যে কোনো প্ৰাণী এই পিঞ্জিৰা ৰূপী জেলখানাৰ পৰা কোনোবাই ওলাই যাওক। তেওঁ এইটোও নিবিচাৰে যে জীৱাত্মাৰ নিজৰ ঘৰ সৎলোকৰ ঠিকনা জানি পাওক। এইবাবে তেওঁ নিজৰ ত্ৰিগুণী মায়াৰ দ্বাৰা প্ৰত্যেক জীৱক ভ্ৰমিত কৰি ৰাখিছে। আকৌ মানুহৰ ওপৰত উল্লেখিত হাৱিয়াস বিলাক কৰ পৰা উৎপন্ন হ’ল? ইয়াত এনেকুৱা একো নাই। ইয়াত আমি সকলো একদিন মৰিবই লাগিব; সকলোৱে দুঃখী আৰু অশান্ত। যি অৱস্থা আমি ইয়াত পাব বিচাৰো, ঠিক এনে অৱস্থা আমি আমাৰ নিজৰ ঘৰ সৎলোকত অৱস্থান কৰি আছিলো। কাল ব্ৰহ্মৰ লোকত স্বইচ্ছাই আহি বন্দী হৈ নিজ ঘৰৰ ৰাস্তা পাহৰি গলো। কৱীৰ সাহেৱে কয় যে —**

ইচ্ছাৰূপী খেলন আয়া, তাতৈ সুখ সাগৰ নহী পায়া

**এই কাল ব্ৰহ্মৰ লোকত সুখ-শান্তিৰ একো চিন-চাৱ নাই। ত্ৰিগুণী মায়াৰ পৰা উৎপন্ন কাম, ক্ৰোধ, লোভ, মোহ, অহংকাৰ, খং-ৰাগ, ইৰ্ষা-নিন্দা, হৰ্ষ-শোক, লাভ-লোকচান, মান-সন্মান ৰূপী অৱগুণ বিলাকে প্ৰত্যেক জীৱকে আমনি দি আছে। ইয়াত এক প্ৰাণীয়ে আন এক প্ৰাণীক কাটি-মাৰি খাই আছে, শোষন কৰে, ইজ্জত লুটি লয়, ধন-সোণ লুটি লয় আৰু অকনমানি শান্তিও কাঢ়ি লয়। ইয়াত চাৰিওফালে যেন জুই হে জুই। যদি আপুনি শান্তিত থাকিব বিচাৰে তো বেলেগে আপোনাক শান্তিত থাকিব নিদিয়ে। আপুনি নিবিচাৰিলেও চোৰে চুৰ কৰে, ডকাইতে ডকাইতি কৰে, দূৰ্ঘটনা ঘটি যায়, খেতিয়কৰ ফচল নষ্ট হৈ যায়, বেপাৰীৰ বেপাৰ জব্দ হৈ যায়, ৰজাৰ ৰাজত্ব কাঢ়ি লোৱা হয়, সুস্থ শৰীৰত বেমাৰ লাগি যাই অৰ্থাৎ ইয়াত কোনো বস্তুয়ে সুৰক্ষিত নহয়। ৰজাৰ ৰাজত্ব, মানীৰ মান, ধনৱানৰ ধন, শক্তিমানৰ শক্তি আৰু এনেকি আমালোক সকলোৱে**

**শৰীৰ পৰ্য্যন্ত হঠাতে কাঢ়ি লোৱা হয়। বাপেক মাকৰ সমুখতে জোৱান ল'ৰা-ছোৱালী মৰি যায়, হাঁহি-কান্দি পিয়াহ পি থকা পোৱালীক এৰি মাক-বাপেক মৰি যায়, যুৱতী ভনী বিধৱা হৈ যায় আৰু পাহাৰ-পৰ্ব্বত তুল্য দুঃখৰ বোজা সহিবলৈ বাধ্য হয়। বিচাৰ কৰি চাওক এই স্থান বসবাস কৰাৰ উপযুক্তনে? কিন্তু আমি উপায় নোহোৱা হেতু ইয়াত বসবাস কৰি আছো। কিয়নো এই কাল ব্ৰহ্মাৰ পিঞ্জৰাৰ পৰা ওলাই যোৱাৰ ৰাস্তা চকুত নপৰে আৰু আমি ইজনে সিজনক দুঃখ দিয়া বা দুঃখ সহ্য কৰা অভ্যস্থ হৈ গৈছো। যদি আপোনাক এই লোকত হোৱা বা ঘটা দুঃখৰ পৰা ৰক্ষা পাব বিচাৰে তেনেহলে ইয়াৰ প্ৰভু বা ঈশ্বৰ কালতকৈ পৰম শক্তিযুক্ত পৰমেশ্বৰ (পৰম অক্ষৰ ব্ৰহ্ম)ৰ শৰণাপন্ন হ'ব লাগিব। যি পৰমেশ্বৰৰ ভয় কাল প্ৰভুৰো আছে। যাৰ ভয়ত এই ওপৰোক্ত কষ্ট বিলাক সেই জীৱ বা প্ৰাণীক দিব নোৱাৰে যিয়ে পূৰ্ণ পৰমাত্মা অৰ্থাৎ পৰম অক্ষৰ ব্ৰহ্ম (সত্য পুৰুষ)ৰ শৰণ পূৰ্ণ সাধুৱে প্ৰদান কৰা উপদেশ মতে গ্ৰহণ কৰে। তেওঁ যেতিয়ালৈকে সংসাৰত ভক্তি পথত থাকিব তেতিয়ালৈকে আজীৱন ওপৰোক্ত কষ্ট বিলাক নহব। যিজন মানুহ এই "জ্ঞান গঙ্গা" কিতাপখন পঢ়িব তেওঁৰ জ্ঞান হৈ যাব যে কেনেকৈ আমি নিজৰ ঘৰখনক পাহৰি গৈছোঁ। সেই পৰম সুখ-শান্তি ইয়াত নাই নিজ ঘৰ সৎলোকতহে আছে যত জনমো নাই মৃত্যুও নাই, নাই বৃদ্ধাৱস্থা, নাই কোনো দুঃখ, নাই লড়াই-ঝগড়া, নাই বেমাৰ-আজাৰ, নাই টকা-পইচাৰ লেন-দেন নেলাগে কিনিব মনোৰঞ্জনৰ কোনো আহিলাপাতি। তাত সকলো পৰমাত্মাৰ দ্বাৰা নিঃশুল্ক তথা অখণ্ড ভাবে প্ৰাপ্ত হয়। মুক্তিদাতা গৰীবদাস জী মহাৰাজৰ বানীত প্ৰমাণ হয় যে ঃ-**

বিন হি মুখ সাৰঙ্গ ৰাগ সুন, বিন হি তন্তী তাৰ। বিনা সূৰ অলগোজে বজৈ, নগৰনাঁচ ঘুমাৰ।।
ঘন্টা বাজৈ তাল নগ, মঞ্জীৰে ডফ ঝাঁঝ। মুৰলী মধুৰ সুহাৱনী, নিজবাসৰ অউৰ সাঁঝ।।
বিন বিহংগম বাঁজহি, তৰক তম্বূৰে তীৰ। ৰাগ খণ্ড নহী হোত হেয়, বন্ধ্যা ৰহত সমীৰ।।
তৰক নহী তোৰা নহী, নাঁহী কশিস কবাব। অমৃত পেয়ালে মধ পিবৈ, জো ভাটী চঁৱৈ শৰাব।।
মতৱালে মস্তানপুৰ, গলী[2] গুলজাৰ। সংখ শৰাবী ফিৰত হ্যায়, চলো তাস বজাৰ।।
সংখ-সংখ পত্নী নাচৈ, গাৱৈ শব্দ শুভান। চন্দ্ৰ বদন সুৰজমুখী, নাঁহী মান গুমান।।
সংখ হিন্ডোলে নূৰ নগ, ঝূলৈ সন্ত হুজুৰ। তখ্‌ত ধনী কে পাস কৰ, এয়সা মলুক জহুৰ।।
নদী নাৱ নালে বগেঁ, ছুটেঁ ফুহাৰে সুন্ন। ভৰে হোদ সৰোবৰ সদা, নঁহী পাপ নঁহী পূণ্য।।
না কোই ভিক্ষুক দান দে, না কোই হাৰ ব্যাৱহাৰ না কোই জন্মে মৰে, এয়সা দেশ হমাৰ।।

জঁহা সংখো লহৰ মেহৰ কী উপজৈ কহৰ জঁহা নহী কোই
দাস গৰীব অচল অবিনাশী, সুঃখ কা সাগৰ সোই।।

**সৎলোকত কেৱল মাথোন এটা ৰস, সেইটো হ'ল পৰম সুঃখ তথা শান্তি। যেতিয়ালৈকে আমি সৎলোকত নেযাওঁ তেতিয়ালৈকে আমি পৰম শান্তি, সুঃখ তথা অমৰত্ব প্ৰাপ্ত নহওঁ। সৎলোকত যোৱা তেতিয়াই সম্ভৱ হ'ব যেতিয়া আমি পূৰ্ণ সাধু সন্তৰ পৰা উপদেশ লৈ আজীৱন ভক্তি পথত অবিচল থাকিম। এই "জ্ঞান গঙ্গা" পুথিৰ জৰিয়তে আমি যি শুভ সংবাদ বিলাব বিচাৰিছো সেইটো কোনো দেৱী-দেৱতা তথা ধৰ্মৰ নিন্দা-চৰ্চা নকৰাকৈ সকলো পৱিত্ৰ ধৰ্ম গ্ৰন্থত লুকাই থকা গুঢ় ৰহস্যক উজাগৰ কৰি যথাৰ্থ ভক্তি মাৰ্গ প্ৰকাশ কৰি দিয়া যিটো বৰ্তমানৰ সকলো সন্ত-মহন্ত, আচাৰ্য্য, গুৰু, মুনি, ঋষি, শাস্ত্ৰকাৰ সকলে শাস্ত্ৰত লুকাই থকা গুঢ় ৰহস্যক বুজি পোৱা নাই। পৰম পূজ্য কবীৰ**

**সাহেৱ নিজৰ বানীত কৈছে যে-** বেদ কতেব ঝুঠে না ভাই, ঝুঠে হ্যায় সো সমঝে নাঁহী।
**ভাবাৰ্থ এয়ে যে - হে ভাই বন্ধু সকল বেদ-কিতাপ সকল মিছা নহয়। মিছা সিবিলাক যিয়ে বুজা নাই।**

**যি কাৰণে ভক্ত সমাজত যথেষ্ট হানি হৈ আছে। সকলোৱে নিজৰ অনুমান অনুযায়ী ঠগ গুৰুৰ দ্বাৰা নিৰ্দেশীত শাস্ত্ৰ বিৰুদ্ধ সাধনাত লিপ্ত হৈ আছে। যাৰ দ্বাৰা না মানসিক শান্তি মিলে, না শাৰিৰীক সুখ, না ঘৰ তথা কাৰোবাৰ লাভ, না পৰমেশ্বৰৰ সাক্ষাৎকাৰ হয় আৰু নাতো মোক্ষ প্ৰাপ্তি হয়। এই সকলো বিলাক সুখ কেনেকৈ মিলে তথা ইবিলাক জানিবৰ বাবে মই কোন, কৰ পৰা আহিছো, কিয় জনম লওঁ, কিয় মৰিবলগীয়া হওঁ, আৰু কি কাৰণে দুঃখ ভোগ কৰো? পিছে এই সকলো বিলাক কোনে ঘটাই আছে? আৰু পৰমেশ্বৰ কোন? কেনেকুৱা, কত থাকে, তথা কেনেকৈ মিলিব? ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ মাতা-পিতা কোন? আৰু কেনেকৈ কাল ব্ৰহ্মৰ জেলখানাৰ পৰা মুক্তি পাম তথা নিজৰ ঘৰ (সৎলোক)ত উভতি যাব পাৰিম। এই সকলো বিলাক এই "জ্ঞান গঙ্গা" পুথিৰ জৰিয়তে দৰ্শাই দিয়া হৈছে। যাতে সকলো ভক্ত আত্মাই ইয়াক পঢ়ি আত্ম কল্যান কৰিব পাৰে। এই পুথি সৎগুৰু ৰামপালজী মহাৰাজৰ মুখ নিশ্ৰিত বাণী সমূহৰ সংকলন যিটো পবিত্ৰ সৎগ্ৰন্থৰ লিখিত তথ্যৰ ওপৰত আধাৰিত। আমি পূৰ্ণ বিশ্বাস কৰো যে যি পাঠকে ৰুচিৰে সৈতে নিৰপেক্ষ আন্তৰিক ভাৱনাৰে অধ্যয়ন কৰি অনুসৰণ কৰিব তাৰ কল্যাণ সম্ভৱ হ ব ঃ-**

আত্মপ্ৰাণ উদ্ধাৰ হী, এয়সা ধৰ্ম নহী অউৰ। কোটী অশ্বমেধ যজ্ঞ, সকল সমানা ভৌৰ।।
জীৱ উদ্ধাৰ পৰম পুণ্য, এয়সা কৰ্ম নহী অউৰ। মৰু স্থল কে মৃগ যো, সব মৰ গয়ে দৌৰ-দৌৰ।।

**ভাৱাৰ্থ ঃ- যদি এটা আত্মাক সৎভক্তি মাৰ্গত লগাই তাৰ আত্ম কল্যাণ কৰি দিয়া হয় তেনেহলে কোটী অশ্বমেধ যজ্ঞৰ ফল মিলে তাৰ সমান একো ধৰ্ম নাই। জীৱাত্মা উদ্ধাৰৰ বাবে কৰিবলগা কাৰ্য্য অৰ্থাৎ সেৱাতকৈ কোনো কাৰ্য্য শ্ৰেষ্ঠ নহয়। নিজৰ উদৰ পূৰণ কৰিবলৈ পশু-পক্ষীৰ গোটেই দিনটো ভ্ৰমি ফুৰিব লগীয়া হয়। ঠিক তেনেকৈ সিজন ব্যক্তিয়ো যি পৰমাৰ্থী কাৰ্য্য নকৰে। পৰমাৰ্থী কৰ্ম সৰ্বশ্ৰেষ্ঠ কৰ্ম যিটো জীৱ কল্যানৰ বাবে কৰিবলগীয়া কৰ্ম। জীৱ কল্যানৰ কৰ্ম নকৰি সকলো মানুহ মৰুস্থলত হৰিণৰ নিচিনা দৌৰি দৌৰি মৰি যায়। কিছু দূৰত পানী হে পানী দেখা পাই আৰু দৌৰী গৈ দেখে যে পানী নাই মাটি হে। আকৌ কিছুমান দূৰত মাটিৰ ওপৰত পানী দেখা পাই শেষত সেই হৰিণৰ পানীৰ কাৰণে দৌৰী পিয়াহত অষ্ঠ-কণ্ঠ শুকাই মৰি যায়। ঠিক এনেকাই যি প্ৰাণী এই কাল লোকত যত আমি বসবাস কৰি আছো। তেওঁ সেই হৰিণৰ নিচিনা সমানে সুখৰ আশা কৰে, যেনেকৈ নিঃসন্তানে ভাৱে যে সন্তান হলে তাৰ সুখ হৈ যাব। সন্তান থকা বিলাকক সুধি চোৱা তাঁহাতৰ অনেক সমস্যা শুনিবলৈ মিলিব নিৰ্ধনীয়ে ভাবে যে তেওঁ ধন পালে সুখী হ'ব। যেতিয়া ধনৱানৰ কুশল-মঙ্গল জানিবলৈ সোধ পোছ কৰিবা তেতিয়া সিহঁতৰ বহুত সমস্যা, চাহিদা শুনিবলৈ পাবা। কোনোবাই ৰাজ্য পালে সুখ পালে বুলি ভাবিলে। এইটো তাৰ মহাভুল। ৰজা (মন্ত্ৰী, মুখ্যমন্ত্ৰী, প্ৰধান মন্ত্ৰী, ৰাষ্ট্ৰপতি) ৰো স্বপনতো সুখ নহয়। যেনেকা চাৰি পাঁচ সদস্যৰ এটা পৰিয়ালৰ মুৰব্বীৰ নিজৰ পৰিয়ালৰ সকলো যা-যোগাৰ কৰোঁতে কিমান অসুবিধাৰ সমুখীন হবলগীয়া হয়? ৰজাতো এটা ক্ষেত্ৰৰহে**

**মুৰব্বী। তাৰ যোগাৰ যন্ত্ৰত সুখ স্বপনতো নহয়। ৰজা বিলাকে মদ্যপান কৰি কিছু দুখ পাহৰি পেলায়। ৰাজকোষ ভৰাবলৈ জন-সাধাৰণৰ পৰা কৰ আদায় কৰি লয়। অহা জনমত যি ৰজাই সত্য ভক্তি নকৰে, আকৌ পশু যোনী প্ৰাপ্ত হৈ প্ৰত্যেক ব্যক্তিৰ পৰা আদায় কৰা কৰৰ বিনিময়ত পশু হৈ পৰিশোধ কৰিব লাগে। যি মানুহ মনমুখী হৈ তথা ঠগী গুৰুৰ দ্বাৰা দীক্ষিত হৈ ভক্তি তথা ধৰ্ম কৰে তেওঁ ভাৱে যে ভৱিষ্যতে তাৰ সুখ হব, কিন্তু ইয়াৰ বিপৰীতে তাৰ দুঃখ পাবলগীয়াহে হয়। মহাত্মা কবীৰে কয় যে মোৰ এই জ্ঞান এনেকুৱা যে যদি জ্ঞানী ব্যক্তি হয় তেনেহলে ইয়াক শুনি অন্তৰত গাঁথি লব আৰু যদি মুৰ্খ হয় তেনেহলে ই তাৰ পক্ষে অবোধগম্য।**

"কৱীৰ, জ্ঞানী হো তো হৃদয় লগাই, মূৰ্খ হো তো গম না পাই"।

**অধিক জানিবৰ বাবে অনুগ্ৰহ কৰি প্ৰৱেশ কৰক "জ্ঞান গঙ্গাৰ" ভিতৰলৈ। এই কিতাপ পঢ়ি চুপ্ৰিম কোৰ্টৰ বৰিষ্ঠ অধিবক্তা শ্ৰী সুৰেশ চন্দ্ৰৰ বক্তব্য এই কিতাপৰ নামতো "জ্ঞান সাগৰ" হব লাগিছিল।**

## "কলিযুগত সত্যযুগ"

**(সন্ত ৰামপালজীৰ সৎসঙ্গৰ বচনৰ পৰা উদ্ধৃত)**

**সত্যযুগ সেই সময়টোক কোৱা হয় যি যুগত অধৰ্ম নহয়। শান্তি থাকে। পিতাৰ আগত পুত্ৰৰ মৃত্যু নহয়, স্ত্ৰী বিধৱা নহয়। নীৰোগী শৰীৰ থাকে। সকলো মানুহে ভক্তি কৰে। পৰমাত্মাক ভয় কৰে কিয়নো তেওঁ আধ্যাত্মিক জ্ঞানৰ দ্বাৰা সকলো কৰ্ম পৰিচিত। মন, কৰ্ম, বাক্যৰ দ্বাৰা কাকো দুখ নিদিয়ে তথা দুৰাচাৰী নহয়। সতী-সত্যৱান স্ত্ৰী-পুৰুষ হয়। গছ-গছনিৰ অধিকত্য থাকে। সকলো মনুষ্যই বেদৰ আধাৰত ভক্তি কৰে। বৰ্তমান কলিযুগ। এতিয়া অধৰ্ম বাঢ়ি গৈছে। কলিযুগত মানুহৰ ভক্তিৰ প্ৰতি আস্থা কমি গৈছে অথবা ভক্তি নকৰেই যদি কৰে সেয়া শাস্ত্ৰ বিধি ত্যাগ কৰি মনমানি ভক্তি কৰে। যিটো শ্ৰীমদ্ভাগৱত গীতাৰ অধ্যায় ১৬ শ্লোক ২৩-২৪ মতে বৰ্জিত। যি কাৰণে পৰমাত্মাৰ পৰা লাভ বঞ্চিত হৈ সেইটো প্ৰাপ্ত নহয়। এইবাবে অধিকতৰ মানুহ নাস্তিক হৈ গৈ আছে। সোনকালে ধনী হবৰ বাবে ঘোচ্, চুৰী, ঠগোৱা চাতুৰী কৰিবলগীয়া হয়। পৰন্তু এই বিধি ধন লাভৰ নোহোৱাৰ বাবে পৰমাত্মাৰ ওচৰত দোষী হৈ যায় আৰু প্ৰাকৃতিক দুঃখ কষ্ট সহিবলগীয়া হয়। পৰমেশ্বৰৰ বিধি লিখন মানুহে পাহৰি যায় যে ভাগ্যত যিখিনী আছে তাতকৈ অধিক কেতিয়াও প্ৰাপ্ত নহয়। যদি অইন অবৈধ উপায়ে ধন অৰ্জিত কৰা হয় সেয়াও নিটিকে বা নেথাকে। যেনেকুৱা এজন ব্যক্তি নিজৰ পুত্ৰক সুখী দেখিবৰ বাবে অবৈধ উপায়ে ধন উপাৰ্জন কৰিছিল। কিছু দিন পিছত সেই পুতেকৰ দুয়োটা মুত্ৰাশয় বিকল হৈ গ'ল। যেনে তেনে কৰি মুত্ৰাশয় বদলাই ললে, তিনি লাখ টকা খৰচ হৈ গ'ল। যি ধন তেখেতে অবৈধ উপায়ে অৰ্জন কৰিছিল সেইখিনি সোপাকে খৰচ হৈ ওলাই গল ওপৰঞ্চি কিছু ধন ঋণ কৰিবলগীয়া হ'ল। আকৌ পুতেকক বিবাহ কৰোৱাই দিলে। ছহ মাহ পিছত এক বাছ দুৰ্ঘটনাত এক মাত্ৰ পুতেকৰ মৃত্যু হ'ল। এতিয়া না তো তেখেতৰ পুতেক থাকিল না তো অবৈধ উপায়ে অৰ্জন কৰা ধন থাকিল। বাকী কি থাকিল? অবৈধ উপায়ে অৰ্জন কৰা ধনৰ পাপ, যি এতিয়াও বাকী আছে, তাক ভুগিবলৈ যাৰ যাৰ**

**পৰা ধন আদায় কৰিছিল, সিহঁতৰ ওচৰত পশুহৈ জন্মি (যেনে — গাই, বলদ, গাধা) পৰিশোধ কৰিব লাগিব। কিন্তু পৰম অক্ষৰ ব্ৰহ্মাৰ ভক্তি সাধন কৰা ভকতৰ ভাগ্য পৰমেশ্বৰে বদলাই দিব পাৰে। কিয়নো পৰমেশ্বৰৰ গুণ বিলাকত লিখা আছে যে পৰমাত্মাই নিৰ্ধনীক ধনবান বনাব পাৰে।**

**সত্য যুগত কোনো প্ৰাণীয়েই মঙহ, তামাকু, মদ্যপান সেৱন তথা ভক্ষণ নকৰিছিল। কিয়নো তেওঁবিলাকে ইয়াৰ পৰা হোৱা পাপৰ বিষয়ে জ্ঞাত আছিল।**

**◻ মঙহ খোৱা পাপ ঃ- এসময়ত এজন সাধু নিজৰ শিষ্যৰ লগত কৰবালৈ ফুৰিবলৈ গৈছিল। তাত এজন ধীৱৰে পুখুৰীৰ পৰা মাছ ধৰি আছিল। মাছ বিলাকে পানীৰ বাহিৰত ছটফটাই প্ৰাণ ত্যাগ কৰি আছিল। শিষ্যই পুছিলে হে গুৰুদেব! এই অপৰাধী প্ৰাণীটোৰ কি দণ্ড মিলিব? গুৰুৱে কলে হে পুত্ৰ সময় আহিলে মই তোমাক অৱগত কৰাম। চাৰি পাঁচ বছৰ পিছত দুয়ো গুৰু শিষ্যই কৰবালৈ যাবলৈ হাবিৰ মাজেৰে গৈ আছিল। বনৰ ভিতৰত এটা হাতী পোৱালী চিঞৰী আছিল। খেলা-ধুলা কৰিবৰ সময়ত হাতী পোৱালীটো দুটা গজি উঠা গছৰ মাজত সোমাই পৰিছিল আৰু যেনে তেনে ওলাই যাওঁতে তাৰ শৰীৰৰ ছাল উৰঁলি গৈছিল তথা সেইবোৰ ঘাঁ হৈছিল। তাৰ শৰীৰৰ গোটেই ঘাঁ বিলাকত পোকে ধৰিছিল। যি পোকা বিলাকে তাক খাই আছিল। সেই হাতী পোৱালীটো আৰ্তনাদেৰে চিঞৰি আছিল। শিষ্যই গুৰুদেৱক পুছিলে, হে গুৰুদেৱ! এই প্ৰাণীটো কোনটো পাপৰ কাৰণে দণ্ড ভুগি আছে? গুৰুদেৱে কলে হে পুত্ৰ! এইটো সেই ধীৱৰজন যিয়ে পুখুৰীৰ পৰা মাছ ধৰিছিল আৰু তুমি দেখিছিলা।**

**◻ মদ্যপান (মদ, চুলাই) কিমান পাপ ঃ- মদ্যপান কৰা সকলে ৭০ জনম কুকুৰ হৈ ভূগিব লাগিব। মল-মুত্ৰ খাই ফুৰিব লাগে। অইন কষ্টও ভূগিব লাগে তথা মদে শৰীৰৰ বহুত হানিও কৰে। শৰীৰৰ চাৰিটা গুৰুত্ব পূৰ্ণ অঙ্গ আছে। হাওঁ-ফাওঁ, যকৃত, মুত্ৰাশয় তথা হৃদয়। মদে এই চাৰিও অঙ্গৰ হানি সাধন কৰে। মদ্যপান কৰি মানুহ, মানুহ নেথাকি পশুতুল্য আচৰণ কৰিবলগীয়া হয়। নলী-নৰ্দমাত বাগৰি পৰা, ব্যাৱহাৰ্য্য বস্ত্ৰত মল-মুত্ৰ কৰা, বমি কৰা সাধাৰণ ঘটনা।**

**ধন হানি, মান হানি, ঘৰত অশান্তি বিয়পোৱা মদ্য পান কৰাৰ কাৰণে হয়। মদ্যপান সত্যযুগত নহৈছিল। সত্যযুগত সকলো মানুহেই পৰমাত্মাৰ বিধানৰ অবগত আছিল। যি কাৰণে সুখৰ জীৱন যাপন কৰিব পাৰিছিল।**

গৰীব ঃ মদিৰা পিঁৱৈ কড়ৱা পানী, সত্তৰ জনম স্বোৱান কে জানী।

**◻ দুৰাচাৰ কৰা কিমান পাপ ঃ-**

পৰদ্বাৰ স্ত্ৰী কা খোলৈ, সত্তৰ জনম অন্ধা হো ডালৈ।

**পূজনীয় কবীৰ পৰমেশ্বৰে বৰ্ণাইছে যে যি ব্যক্তি কোনো পৰস্ত্ৰীৰ লগত দুস্কৰ্ম কৰে কৰে তেওঁ ৭০ জনম অন্ধ হৈ ভূগিব লাগে। বুদ্ধিমান ব্যক্তি এনে আপদ কেতিয়াও চপাই নলয়। মুৰ্খই এনে কাৰ্য্য কৰে। যেনেকুৱা জুইত হাত সুমুৱাই দিয়াৰ অৰ্থ মৃত্যু চপাই লোৱা। যেনেকা যদি কোনো ব্যক্তি বেলেগৰ খেতি পথাৰত বীজ সিচে তেনেহলে তেওঁ এজন মহা মুৰ্খ। বুদ্ধিমান ব্যক্তি এনে কাম কেতিয়াও নকৰে। বেশ্যা গমনো এনেকাই জানিবা যেনেকৈ মোনাৰ ভিতৰত বহুমূল্য গোমৰ বীজ ভৰাই নৰ্দমাত পেলাই দি অহা।**

**এনে কাম বুদ্ধিমান ব্যক্তি কেতিয়াও নকৰে অথবা হয়তো মহামূৰ্খ নাইবা নিলাজ মদাহী তথা দুৰ্জ্জন ব্যক্তিয়ে কৰিব পাৰে। বিচাৰ কৰিবলগীয়া বিষয় এইটোৱে যে যি পদাৰ্থ শৰীৰৰ পৰা নিশৃত হৈ আনন্দ অনুভৱ কৰায় যদি সেইটোক শৰীৰত সুৰক্ষিত ৰাখিব পৰা যায় তেনেহলে কিমান আনন্দ দিব। দীৰ্ঘায়ু, সুস্থ শৰীৰ, সুস্থ মস্তিষ্ক, শূৰ বীৰতা তথা আনন্দ স্ফুৰ্তি প্ৰদান কৰিব। যি পদাৰ্থৰ দ্বাৰা অমূল্য শিশুৰ উৎপাদন হয়। তাক নষ্ট কৰা শিশু নিধন তুল্য। এই বাবে দুৰাচাৰ কৰা তথা অনাৱশ্যক ভোগ বিলাস বৰ্জনীয়।**

**◻ <u>তামাকু সেৱন কিমান পাপ</u>? পৰমেশ্বৰ কৱীৰ মহাত্মাই বৰ্ণাইছে যে ঃ-**

সুৰাপান মদ্য মাংসাহাৰী, গমন কৰৈ ভোগৈ পৰ নাৰী।
সত্তৰ জনম কটত হ্যায় শিশম, সাক্ষী সাহিব হ্যায় জগদীশম।
পৰদ্বাৰা স্ত্ৰী কা খুলৈ, সত্তৰ জনম অন্ধা হো ডালৈ।
সৌ নাৰী জাৰী কৰৈ, সুৰা পান সৌবাৰ। এক ছিলুম হুককা ভৰে, ডুবৈ কালী ধাৰ।

**যেনেকুৱা ওপৰত বৰ্ণিত হৈছে যে মদ্যপান কৰা সকল ৭০ জনম কুকুৰ হৈ ভূগিব লাগিব। আকৌ মল-মুত্ৰ খাই ঘুৰি ফুৰিব লাগিব। পৰস্ত্ৰী গমন কৰা সকলে ৭০ জনম অন্ধ হৈ ভূগিব লাগিব। মঙহ খোৱা সকলে মহাকষ্টৰ ভাগীদাৰি হব লাগিব। ওপৰোক্ত সকলো পাপ শ শ বাৰ কৰা সকলৰ যি পাপ হয়, সেইটো এবাৰ হুকা সেৱন কৰাতো অৰ্থাৎ তামুক সেৱন কৰোৱাত যিয়ে সহযোগ দিয়ে তাৰো হয়। তামুক সেৱন কৰা সকলে হুকা, বিৰি, ছিগাৰেট নাইবা অইন উপায়ে সেৱন কৰা তামুক পান কৰা সকলক কি পাপ লাগিব? ঘোৰ পাপৰ ভাগীদাৰী হ'ব। এজন ব্যক্তি যি তামুক সেৱন কৰে তেওঁ যেতিয়া হুকা নাইবা বিৰি-ছিগাৰেট সেৱন কৰি ধোঁৱা এৰি দিয়ে তেতিয়া সেই ধোঁৱাই তাৰ ওচৰৰ কন-কন শিশু বিলাকৰ শৰীৰত প্ৰৱেশ কৰি প্ৰচুৰ হানি কৰে। আকৌ সেই শিশু বিলাকে দেখা-দেখিকৈ বেয়াটোকে গ্ৰহণ কৰে আৰু সিহঁতৰ স্বাস্থ্য দিনক দিনে বেয়াৰ ফালে ঢাল খায়। এজন বৃদ্ধাই সন্ত ৰাম পালজী মহাৰাজৰ শিষ্যক সুধিলে যে তোমালোকৰ গুৰুৱে তো বৃদ্ধ সকলৰ সেৱা-শুশ্ৰূষা কৰা মানা কৰিছে। মোৰ নাতিয়েকে মোক কলে যে, "দদাই মই আৰু আপোনাক হুকাত তামুক সজাই দিব নোৱাৰিম। মোক পাপ লাগিব আৰু মোক কলে দদাই দেউ আপুনীও এৰি দিয়ক। হুকা হুপিলে ঘোৰ পাপ লাগে।"**

**বৃদ্ধই আকৌ ক'লে ঃ- হুকা তো সামাজিক শৰাইৰ নিচিনা, ঘৰ খনৰ সন্মান। সন্তৰাম পালজী মহাৰাজৰ শিষ্যৰ উত্তৰ ঃ- খুৰাদেউ সন্তৰাম পালজী মহাৰাজে সৎসঙ্গত বৰ্ণায় যে দদাই দেউৱে হওক বা পিতাদেউৱে হওক, খুৰাদেউৱে হওক নাইবা জেঠাদেউৱে হওক নিজৰ পুত্ৰ-পুত্ৰী বা ল'ৰা-ছোৱালীক কয় যে আহা বোপাই গাখীৰ পি লোৱা। তেখেতে নিজৰ ভাগৰ গাখীৰ খিনিকো পো-নাতীহঁতক খুওৱাবলৈ চেষ্টা কৰে। কিয়নো তেখেতে জানে গাখীৰ শিশুৰ কাৰণে লাভ দায়ক। যদি সেই শিশু বিলাকে কেতিয়াবা হুকা হুপিবলৈ ধৰে তেতিয়াই তেখেতে কব যে ইয়াক হুপিব নেপায়। বৰ বেয়া বস্তু। এতিয়া খুৰাদেউ বিচাৰ কৰক যদি হুকা চোহা ভাল তেনেহলে সেৱন কৰাওক আপোনাৰ ল'ৰা-ছোৱালীক নাইবা নাতি-নাতিনিক।**

**বৃদ্ধই কলে ঃ- আপোনালোকৰ মহাৰাজৰ কথা তো ঠিক। কিন্তু ই যে সামাজিক**

মৰ্য্যাদা।

পুতেক ঃ- পিতাদেউ! এনেকা মৰ্য্যাদা ত্যাগিলেহে পাপৰ পৰা ৰক্ষা পাব।

◻ এজন ডেকা ল'ৰাই নিজৰ দেউতাকক কলে পিতাই হুকা সেৱন কৰা এৰি দিয়ক আৰু ধুম্ৰ পানৰ অৱগুণ বিলাক বৰ্ণালে। তাৰ পিতাকে কলে, সঁচায়ে তোমাৰ কোৱা খিনি একো মিছা নহয়। কিন্তু ই হুকাৰ কাৰণে যে মোৰ চাৰি-পাঁচজন মৰমৰ বান্ধৱক লগ পাওঁ। যদি ইয়াক এৰি দিওঁ সিহঁতে কোনেও নাহে। সন্তৰাম পালজী মহাৰাজৰ শিষ্যই কলে ঃ- বাপ আপুনি যাক বান্ধৱ বুলি কৈ আছে যদি সিহঁতে এই হুকাৰ কাৰণে আপোনাৰ ওচৰলৈ আহে তেন্তে সিবিলাক আপোনাৰ বান্ধৱ নহয়, সেই সকলোতো আপোনাৰ এই কঢ়া তামুক সেৱনৰ ভক্তহে। যদি সিহঁতে আপোনাৰ সঁচাই বান্ধব আপুনি এইটোক এৰিলেও আহিব আৰু প্ৰশংসাৰে শলাগিব। আপুনি হুকা এৰিছে ভালেই কৰিছে। যদি ইয়াৰ বিপৰীতে কয় তেতিয়া সিবিলাকক বান্ধব নেমানিব। কিয়নো বান্ধৱে বান্ধৱৰ হিতহে চিন্তা কৰে অহিত কেতিয়াও নকৰে।

◻ সন্তৰাম পালজী মহাৰাজৰ শিষ্যই নিজৰ পিতাকক কলে ঃ- পিতাই চোৱা এই কুকুৰটো, যাৰ গোটেই শৰীৰটো খৰ-খজুৱতী আৰু তেজ ওলাই আছে। যি ব্যক্তি পৰমাত্মাৰ নাম নলয় তাৰ দশাও এনেকাই হয়। ভক্তি পথ সঠিক গুৰুৰ পৰা নাম দীক্ষালৈহে কৰিব লাগে। গুৰু নোহোৱাকৈ তথা অনাধিকাৰী গুৰুৰ পৰা নাম দীক্ষা লৈ একো লাভ পোৱা নেযায়।

সেই দিন তো তাৰ পিতাকে হকা বাধা দি কলে মই নাম দীক্ষা লব নোৱাৰো কিয়নো গাঁৱৰ মানুহে তামাচা কৰিব।

পিচৰ দিনা তাৰ পিতাকে কলে ঃ- বোপাই আজি গোটেই ৰাতি মই সেই খজুৱতী থকা কুকুৰটোক দেখা পাইছো। টোপনী আহিলেই সেই চট-ফটাই থকা কুকুৰটোক দেখা পাওঁ। বোপাই মোক নাম দীক্ষা কৰোৱাই দিয়া কিন্তু মই তোমাৰ গুৰু (সন্ত ৰামপাল মহাৰাজ)ৰ পৰা দীক্ষা নলওঁ। তাত তো বেয়া কাম-কাজ ঘটিত হয়।

পুতেক ঃ- পিতাই মোৰ আয়ু ২৬ বছৰ হৈছে। মই কোনো কেচুৱা নহওঁ যে যাৰে তাৰে কথাত ভোল যাম। পিতাই তাত এনে কোনো বেয়া কাম নহয়, যিটো আপুনী শুনিছে।

পিতাকে কলে ঃ- আমি যি শুনিছো, সেয়া কি ভূল শুনিছো?

পুতেক ঃ- পিতাই যি শুনিছে এশ ভাগেই ভূল শুনিছে। হেজাৰ বাৰেই ভূল শুনিছে। সন্ত ৰামপালজী মহাৰাজৰ নিচিনা সাধু পুৰুষ গোটেই বিশ্বতে নাই। পিতাই যেতিয়া ক্ৰুন্থা কাণ্ড ঘটিছিল তেতিয়া মই সেই আশ্ৰমত উপস্থিত আছিলোঁ। মই সেই দিন নাম উপদেশ লবলৈ আশ্ৰমলৈ গৈছিলো। মই চতুৰ্থ দিনা ঘৰলৈ উভতিছিলো। আপুনি সোধ-পোছ কৰিবৰ কাৰণে মই বেলেগ কৰবালৈ যোৱাৰ বহানা কৰিছিলো। পিতাই যদি মই সেই দিন ক্ৰুন্থা আশ্ৰমত উপস্থিত নেথাকিলোহেতেন মইও উৰণীয়া বাতৰীত ভোল যাই আপোনাৰ নিচিনা মিছা বাতৰীকে বিশ্বাস কৰিলোঁহেতেন আৰু পৰম সন্তক নিন্দা কৰিঘোৰ মহা পাপৰ ভাগী হলোহেঁতেন।

বিচাৰ কৰক পিতাই! সন্ত ৰাম পালজী মহাৰাজৰ দুখন আশ্ৰম। এখন ক্ৰুন্থাত আনখন বৰৱালা জিলা হিসাৰ (হৰিয়ানা)ত। ক্ৰুন্থা আশ্ৰমৰ বিষয়ে যি উৰণীয়া বতৰা

বিয়পোৱা হৈছে সেয়া একেবাৰে ভিত্তিহীন। চৰকাৰেও নিজি তদন্ত চলাই ক্ৰন্থা আশ্ৰমক পাক-পৱিত্ৰ বুলি বৰ্ণাইছে। আৰু তেখেতৰ বৰৱালা আশ্ৰমৰ বিষয়ে বাতৰি কাকত সমূহে চুপ-চাপ ৰৈছে, একো মন্তব্য দিয়া নাই। চৰকাৰী তদন্তৰ প্ৰতিবেদনত উল্লেখ আছে যে আশ্ৰমৰ ভিতৰত একো আপত্তিজনক বস্তু-সামগ্ৰী পোৱা হোৱা নাই। বাতৰি কাকত সমূহেও সেই আশ্ৰমৰ বিষয়ে একো কোৱা নাই।

এজন ব্যক্তি যদি মদ্যপান কৰে তেওঁ তেনেহলে তাৰ দুয়ো ঠিকনাতে পান কৰিব। ইয়াৰ মূলভাৱ এইটোৱে যে যদি ক্ৰন্থাৰ আশ্ৰমত বেয়া কাৰ্য্য ঘটিত হয় তেনেহলে সেয়া বৰৱালাৰ আশ্ৰমতো ঘটিব।

পিতাই আপুনি মোৰ ওপৰত বিশ্বাস কৰা নাই, মই আপোনাৰ পুতেক হওঁ। আপুনি বাতৰি কাকতৰ মিছা খবৰকে বিশ্বাস কৰি আছে।

পিতাকে কলে ঃ- বোপাই মই তোমাক বিশ্বাস কৰো। কিন্তু গোটেই হৰিয়ানাই কৈ আছে। এই সকলো কেনেকৈ মিছা হ'ব পায়?

পুতেক ঃ- পিতাই সকলোৱে শুনি শুনাই কৈ আছে। কোনোবাই তাত গৈ দেখিছেনে? এতিয়া সত্য ওলাই পৰিছে। ইয়াকতো মানিব। আপুনি ২০-০৭-২০০৬ তাৰিখৰ পাঞ্জাব কেশৰী বাতৰী কাকতখন পঢ়া নাই, লোৱা পঢ়া। পিতাই এইখন পাঞ্জাব কেশৰী কাকতৰ ২০-০৭-২০০৬ তাৰিখ কোটিং। ১৯-০৭-২০০৬ ইং তাৰিখত কোনো সংবাদ পত্ৰৰ সাংবাদিকে আশ্ৰমলৈ নগৈ কাৰোবাৰ পৰা মিছা খবৰ শুনি ছপাই দিয়ে। তাৰিখ ১৯-০৭-২০০৬ৰ দিনাই চৰকাৰে বাতৰি কাকত সমূহক আশ্ৰম দেখিবলৈ আজ্ঞা প্ৰদান কৰে। যি বাতৰী দিনাংক ২০-০৭-২০০৬ৰ সমাচাৰ পত্ৰত সত্য ওলাই আহে। তাৰ ওপৰত কাৰো দৃষ্টি নগল।

**পাঞ্জাব কেশৰী** पानीपत | বীৰবৰ ২০ জুলাই ২০০৬

**तथ्यों को तरोड़ा-मरोड़ा है मीडिया ने : एसपी**

**आश्रम से सोना, नोटों की बोरियां, विदेशी शराब व आपत्तिजनक सामान मिलने की खबरों को झूठा करार दिया**

रोहतक, 19 जुलाई (ब्यूरो): मीडिया से इस तरह की उम्मीद नहीं की जा सकती। जिस तरह से तथ्यों को तरोड़-मरोड़ कर जनता के सामने पेश किया जा रहा है, उससे न सिर्फ मीडिया व पुलिस की विश्वसनीयता पर प्रश्नचिह्न लगा है, बल्कि इस पूरे प्रकरण में पुलिस की कार्रवाई भी बाधित हो रही है। यह कहना है एसपी डा. सीएस राव का। वे आज शाम अपने कैम्प कार्यालय में पत्रकारों से बातचीत कर रहे थे। उन्होंने कहा कि एक-दो अखबारों में प्रकाशित हो रही तरह-तरह की खबरों को लेकर कार्रवाई की जा रही है और इस मामले में डीजीपी, लोकसंपर्क विभाग के निदेशक व रोहतक (शेष पृष्ठ 2 कालम 6 पर)

रेंज के आईजी को भी लिखा जा चुका है। उल्लेखनीय है कि करौंथा आश्रम प्रकरण में अखबारों में तरह-तरह की खबरें प्रकाशित की जा रही हैं। कोई अखबार आश्रम से तीस किलोग्राम सोना व नोटों से भरी हुई बोरियां मिलने की बात लिखता है तो कोई आश्रम के नीचे कमरे बने होने और कमरों में कैमरे लगे होने की बात कहता है। एसपी ने इस सभी बातों को सिरे से नकार दिया। उन्होंने कहा कि पुलिस को आश्रम से तीस किलो तो क्या एक किलो सोना भी नहीं मिला है और न ही नोटों व सिक्कों से भरी हुई बोरियां मिली हैं।

उन्होंने कहा कि इस अखबार (पंजाब केसरी नहीं) में प्रकाशित खबर से पुलिस की कार्रवाई प्रभावित हुई है। आश्रम से विदेशी शराब मिलने की बात को भी उन्होंने झूठा बताया। एक अन्य सवाल के जवाब में उन्होंने कहा कि आश्रम से ऐसा कोई सामान पुलिस को बरामद नहीं हुआ है, जिसे आपत्तिजनक कहा जाए। उन्होंने कहा कि जो कुछ भी मिला है, वह कोर्ट में पेश कर दिया गया है और आगामी कार्रवाई में अगर कोई ऐसी चीज पुलिस को मिलती है तो वह भी कोर्ट में पेश कर दी जाएगी।

डा. राव ने कहा कि आश्रम की जमीन में एक जगह से दूसरी जगह तक जाने का सुरंगनुमा रास्ता जरूर बनाया हुआ है, लेकिन जमीन के नीचे एक भी कमरा नहीं है।

जब जमीन के नीचे कमरे ही नहीं हैं तो कैमरे लगे होने की बात भी अपने आप ही गलत साबित हो जाती है। उन्होंने कहा कि बिना किसी सच्चाई के प्रकाशित हो रही खबरों के बाद ही प्रिंट व इलैक्ट्रोनिक मीडिया के लोगों का आश्रम में दौरा करवाया गया था।

अब वे स्वयं ही निर्णय लें कि आश्रम में क्या है और क्या नहीं। एसपी राव ने कहा कि पुलिस अपनी कार्रवाई कर रही है और किसी भी सूरत में दोषियों को बख्शा नहीं जाएगा। उन्होंने मीडिया के लोगों का आह्वान किया है कि वे तथ्यों के आधार पर ही खबरें प्रकाशित करें, लोगों को भ्रमित न करें।

এই বাতৰি কাকতত এইটো স্পষ্ট যে আশ্ৰম একেবাৰে নিকা-পৰিস্কাৰ তথা ১৯-০৭-২০০৬ৰ পূৰ্বে কাকত সমূহে যি ছপাই উলিয়াইছে সেয়া মিছা।

প্ৰশ্ন ঃ- বোপাই ক্ৰন্থা কাণ্ডৰ কাৰণ কি?

উত্তৰ ঃ- পিতাই যেতিয়া দুই পলোৱানৰ মাজত কছৰত চলি থাকে আৰু সুপ্ৰসিদ্ধ পলোৱানে আনজনক হৰুৱাই দিয়ে তেতিয়া পৰাজিত পলোৱানৰ সমৰ্থকে মাজত সোমাই কোৰ্হাল লগাই দিয়ে। কিয়নো তেওঁ বিলাকে নিজ পলোৱানৰ পৰাজয় দেখিব নিবিচাৰে আৰু যেতিয়া দুই পলোৱানৰ সমৰ্থক মাজত ওলাই পৰে তেতিয়া কোৰ্হালে কাজিয়াৰ ৰূপ লয়। মহৰ্ষি দয়ানন্দৰ দ্বাৰা ৰচিত পুথি "সত্যাৰ্থ প্ৰকাশ"ৰ জ্ঞানৰ ওপৰত সন্ত ৰামপাল দাস মহাৰাজে প্ৰশ্ন উঠাইছিল। যিটো প্ৰমানেৰে সৈতে লিখি তথা ছি. ডি.ত বৰ্ণাইছিল। সন্ত ৰামপাল দাস মহাৰাজে মহৰ্ষি দয়ানন্দৰ সত্যাৰ্থ প্ৰকাশৰ অজ্ঞানতা সাৰ্বজনিক ভাবে উজাগৰ কৰি দিছিল যাৰ কাৰণে আৰ্য্য সমাজৰ আচাৰ্য্য সকল আহত হৈছিল। কিয়নো তেওঁ বিলাকে মহৰ্ষি দয়ানন্দৰ সাহিত্য বেচি জীৱন নিৰ্বাহ কৰে। সন্ত ৰাম পালজী মহাৰাজে দিয়া শাস্ত্ৰ প্ৰমাণৰ আধাৰত উজুটি খাই জ্ঞানৰ উত্তৰ জ্ঞানেৰে নিদি সত্যক লুকুৱাৰ উদ্দেশ্যে তথা জনতাৰ দৃষ্টিভাৱ আকৰ্ষণৰ বাবে হৰিয়ানৰ মুখ্যমন্ত্ৰী (যি মহৰ্ষি দয়ানন্দৰ ভকত) আৰু জনতাক ভ্ৰমিত কৰি সন্ত ৰাম পালজী মহাৰাজক প্ৰাণে মৰাৰ ঘৃননীয় ষড়যন্ত্ৰ ৰচনা কৰিছিল। বাতৰি কাকত সমূহক প্ৰভাৱিত কৰি অপপ্ৰচাৰ এনেভাৱে বিয়পাইছিল যে যদি সন্ত ৰামপালজী মহাৰাজক প্ৰাণে মাৰিবলৈ সক্ষম হলহেঁতেন! তেতিয়া ৰাইজে ভাবিলেহেতেন, বেয়া মানুহ আছিল সেয়ে মৰি যোৱাই উচিত আছিল। মিছা অপপ্ৰচাৰৰ কাৰণে সন্ত ৰামপালজী মহাৰাজৰ অনুষৰণকাৰী সকলেও (ভকতবিলাক) তেখেতক এৰি গুচি যাব। কিন্তু "ৰাখে হৰি মাৰে কোন" বাক্য সাৰ পৰম সত্য সাবিত হ'ল। কিছু দিনৰ ভিতৰত সকলো সত্য গোটেই জগতৰ সমূখত ওলাই পৰিব। এনেকুৱা অন্যাই ৰজাৰ বংশৰ ধংশ হয় পূৰ্ব্বৰ বুৰঞ্জীৰ পাত লুটিয়াই চালে দেখা পোৱা যায় যে ৰাৱন কুল বিনাশ হৈছিল। সন্ত ৰামপাল দাস মহাৰাজে সৰ্ব সমাজক কয় যে কাজিয়া কেতিয়াও নকৰিবা। পৰমাত্মাৰ ওপৰত পূৰ্ণ বিশ্বাস ৰাখিবা। পৰমাত্মাই অন্যায়ী, অত্যাচাৰীক নাশ কৰে আৰু ভকতক লগ সঙ্গ দিয়ে।

দিনাংক ১২-০৭-২০০৬ত সন্ত ৰাম পালজী মহাৰাজক হত্যা কৰিবৰ যি ষড়যন্ত্ৰ ৰচনা হৈছিল, যদি ষড়যন্ত্ৰকাৰী সকলে সন্তক নিধন কৰিবলৈ সফল হলহেতেন, তেন্তে জনতা আৰু সভ্য সমাজে এনেভাবে খেদ কৰিলেহেঁতেন যেনেকৈ অঘৰী বেপাৰী নিজৰ প্ৰভূভক্ত কুকুৰটোক ভূল বুজি হত্যা কৰিশেষত খেদ কৰি দহিছিল।

এজন বেপাৰী (ফেৰি লগাই ব্যাপাৰ কৰা) আছিল। তাৰ লগত এটা পোহনীয়া কুকুৰ আছিল। সেই কুকুৰটো মানুহৰ নিচিনা বুদ্ধিমান আছিল। সেই বেপাৰীজনে এজন ধনী মানুহৰ পৰা কিছু ঋণ কৰিছিল। ঋণ পৰিশোধ কৰিবলৈ অসমৰ্থ হোৱা বেপাৰী জনাই ধনী ব্যক্তি জনক কৈছিল যে মই এতিয়াই আপোনাৰ ঋণ পৰিশোধ কৰিবলৈ অসমৰ্থ। মোৰ লগত এটা বিশ্বাসী কুকুৰ আছে। ই চুৰি হবলৈ নিদিয়ে। দিনত টোপনিয়াই আৰু গোটেই ৰাতি উজাগৰে কটায়। আপুনি ইয়াক বন্ধকত (ধনৰ বিনিময়ত) লৈ ৰাখক। আপোনাৰ ধন ওভোতাই মই ইয়াক মোকোলাই লম। ধনী ব্যক্তি জনাই বেপাৰীৰ

প্ৰস্তাৱ মানি ললে আৰু কুকুৰটোক ঘৰত লৈ আহিল।

কিছু দিন পিছত সেই ধনী ব্যক্তিৰ ঘৰত চুৰি সংঘটিত হ'ল। প্ৰায় লাখ টকাৰ বস্তু-সামগ্ৰী চুৰি হ'ল। পুৱা বেলা পৰিয়ালৰ সকলো সদস্যই বিষাদ গ্ৰস্থ হ'ল। কুকুৰটোৰ ওপৰত প্ৰশ্ন চিহ্ন উঠিবলৈ ধৰিলে। সেই সময়ত কুকুৰটোৱে ঘৰৰ গৰাকীয়ে পিন্ধা ধুতিৰ এফালে কামুৰি ধৰি টানিবলৈ ধৰিলে। কুকুৰটোৰ গতিবিধি গমি চাই বহুত মানুহৰ সৈতে সেই ধনী ব্যক্তি জনাই কুকুৰৰ পিছে পিছে দূৰৰ এক হাবিৰ ভিতৰলৈ সোমাই গ'ল। ৰাতি চোৰে চুৰ কৰা বস্তু সামগ্ৰীবোৰ হাবিৰ ভিতৰত মাটি খান্দি পুতি থৈছিল। কিয়নো বেলি উঠিবৰ হৈছিল। কুকুৰে চুপে চুপে সিহঁতৰ পিছে পিছে গৈ দেখি আহিছিল। সেই স্থানত গৈ কুকুৰটোৱে ভৰিৰে মাটি খান্দিব ধৰিলে। ধনী ব্যক্তিয়ে সেৱকৰ হতুৱাই মাটি খন্দাই তেওঁৰ চুৰি হোৱা ধন সমূহ ঘুৰাই পালে।

ধনী ব্যক্তিয়ে এখন চিঠী লিখি কুকুৰটোৰ প্ৰভূভক্ততাৰ কথা জনাই দিলে। চিঠীখনত বৰ্ণাইছে যে আপোনাৰ ঋণ মাফ কৰি দিয়া হ'ল আৰু লগতে কুকুৰটোকো মোকোলাই দিয়া হ'ল। সেই চিঠীখন কুকুৰৰ গলত বান্ধি দি তাক বেপাৰীৰ কাষলৈ উভতি যাবলৈ সংকেত দিছিল। কুকুৰে দৌৰী দৌৰী বেপাৰীৰ ওচৰলৈ গল। বেপাৰীয়ে দেখি ভাবিলে যে কুকুৰটোৱে পলাই আহিছে। ই মোৰ নাক কাটিলে তথা মোৰ সন্মানত হানি পহুঁচালে, এতিয়া কোন মুখে সেই ধনীৰ কাষলৈ যাম। ইয়াকে জল্পনা কৰি দূৰৰ পৰাই কুকুৰটোক গুলিয়াই দিলে। কুকুৰৰ মৃত্যু হৈ গল। কিন্তু যেতিয়া ওচৰত যাই, গলত বন্ধা চিঠীখন পঢ়ি চালে তেতিয়া বেপাৰীয়ে হুক-হুককৈ কান্দিব ধৰিলে।

শিক্ষা ঃ- চকুৰে নেদেখাকৈ হঠাতে লোৱা ফয়চলা হানিকাৰকেই হয়।

যদি ষড়যন্ত্ৰকাৰীৰ দ্বাৰা ভ্ৰমিত জনতা তথা হৰিয়ানৰ মূখ্যমন্ত্ৰী ভূপেন্দ্ৰ সিংহ হুড্ডা সেই দিন সন্ত ৰামপাল জী মহাৰাজক হত্যা কৰিবলৈ সফল হৈ গলহেতেন তেন্তে এনেকৈ খেদ কৰিলেহেতেনযেনেকৈ বেপাৰীয়ে বিনা অনুসন্ধানে প্ৰভূভক্ত কুকুৰটোক গুলিয়াই খেদ কৰিছিল। সন্ত ৰামপাল দাসজী মহাৰাজৰ ডিণ্ডিত পৰমেশ্বৰ কবীৰ পূৰ্ণব্ৰহ্মাই অদ্বিতীয় আধ্যাত্মিক জ্ঞানৰ সম্ভাৰ ওলোমাই থৈছে। যিটো তেখেতে ডিণ্ডিত পিন্ধি ফুৰে। নিৰীহ ৰাইজে ইয়াক নপঢ়ি স্বাৰ্থমূলক তথ্যৰ দ্বাৰা ভ্ৰমিত হৈ সন্ত মহাৰাজক উপেক্ষা কৰি আছে এতিয়া সকলো সত্য আপোনাৰ সমুখত। সন্ত্ত ৰামপাল দাস জী মহাৰাজে সমাজৰ ধৰ্মীয় কু ৰীতি-নীতিবোৰ দূৰ কৰি মহা পৰোপকাৰ কৰি আছে। তেখেতৰ পৰা নাম দীক্ষা উপদেশ পোৱা সকলে মদ, মঙহ, তামাকু আদি নিশা জাতীয় বস্তু সেৱন নকৰে তথা ঘুচ লোৱা আৰু দুৰাচাৰ কৰ্মৰ পৰা পূৰ্ণ ৰূপে বৰ্জিত হৈছে। এনে দৰে সন্ত ৰামপাল জী মহাৰাজৰ দ্বাৰা এখন স্বচ্ছ মানৱ সমাজ তৈয়াৰ হৈ আছে।

## "মিছা মোকোৰ্দমা"

সন্ত ৰামপাল দাস জী মহাৰাজ তথা ভকত সকলৰ ওপৰত আৰোপিত মিছা গোচৰ এনে ধৰণৰ। যত পৌৰানিক উক্তি চৰিতাৰ্থ হৈছে — "চুৰুনী মেকুৰী মিউ মিউ"

১। সৎলোক আশ্ৰমৰ মাটিৰ কিনাৰ বিষয়ে ঃ- ইয়াৰ সত্যতা এনে ধৰণৰ ঃ- মাটি বেচোতাৰ ভনী গৰ্ভৱতী আছিল। তাই ৰেজিষ্টৰী কাৰ্য্যালয়ত আহিবলৈ অসমৰ্থ

আছিল। তেখেতে নিজৰ ভনীৰ ঠাইত নিজৰ পেহীয়েকৰ ফটো লগাই দি তথা তাইকে ভনী সজাই হাজিৰ কৰাইছিল। এই সকলো ক্ৰিয়া মাটি কিনা ট্ৰাষ্ট সদস্যৰ পৰা গুপুতে ৰাখিছিল। গাননীকে সাক্ষী কৰাই দিলে যে সকলো সদস্যই শুদ্ধ আছে। কিনোতাৰ ইয়াতনো কি ত্ৰুটী। সন্ত ৰামপাল দাস জী মহাৰাজৰ মাটি কিনা দলিলৰ কোনো ঠাইতে তেখেতৰ চহী নাই। আকৌ সন্তু ৰামপাল দাস জী মহাৰাজ তথা ট্ৰাষ্টৰ সদস্য সকলক মিছা গোচৰত অভিযুক্ত কৰি ৰাখিছে।

২। ছুড়ানী আশ্ৰমৰ লগত কাজিয়াৰ মিছা গোচৰ ঃ- সেই দিনত সন্ত ৰামপাল জী মহাৰাজে মহাৰাষ্ট্ৰৰ পুনা জিলাৰ এক প্ৰান্তত সৎসঙ্গ কৰিবলৈ গৈছিল। যিটোৰ বতৰা স্থানীয় কাকতত ছপা হৈ ওলাইছিল। সেইটো পুলিশে দেখিলে, তথাপিও সন্ত ৰাম পালজী আৰু ভকত সকলৰ ওপৰত মিছা গোচৰ তৰি দিলে।

৩। হত্যাৰ মিছা গোচৰ ঃ- ষড়যন্ত্ৰকাৰীৰ উচটনিত অ-সামাজিক দুষ্ট চক্ৰৰ দ্বাৰা ক্ৰন্থাৰ সৎলোক আশ্ৰমৰ ওপৰত আক্ৰমন সংঘটিত কৰা হয়। তাত এজন আক্ৰমনকাৰীৰ মৃত্যু ঘটে। কিয়নো সেই সময়ত আক্ৰমনকাৰী গুলী চলাই আছিল। পুলিশেও গুলী চলাই আছিল তথা আত্ম ৰক্ষাৰ বাবে আশ্ৰমৰ তৰফৰ পৰাও শূন্যলৈ গুলী চলোৱা হৈছিল। আশ্ৰমৰ অস্ত্ৰৰ পৰা ওলোৱা গুলীৰ দ্বাৰা তাৰ মৃত্যু হোৱা নাই। চৰকাৰী মধুবন অনুসন্ধান কেন্দ্ৰৰ দ্বাৰা চলোৱা অনুসন্ধানৰ প্ৰতিবেদনত এইটো স্পষ্ট হৈ ওলাই পৰিছে যে নিহত ব্যক্তিৰ মৃত্যু আশ্ৰমৰ অস্ত্ৰৰ দ্বাৰা হোৱা নাই। সন্ত ৰাম পাল দাস মহাৰাজৰ হেজাৰো অনুসৰণকাৰী আশ্ৰমৰ ভিতৰত সৎসঙ্গ শুনিবলৈ গৈছিল। সেই সকলো তাত উপস্থিত আছিল সেয়ে সন্তৰ দ্বাৰা বন্ধুক উঠোৱা কোৱা কথা একেবাৰে অৰ্থহীন।

সন্ত ৰাম পালজী মহাৰাজক দোষী বনাবৰ বাবে মিছা গোচৰ তৰিবলৈ এটা বন্দুকৰ সহায় লৈছিল যে মহাৰাজে সেই বন্দুকেৰে ওপৰোক্ত বৰ্ণিত ব্যক্তিজনক গুলিয়াই হত্যা কৰিছিল। যেতিয়া চৰকাৰে তদন্ত কৰালে তেতিয়া পালে যে এই বন্দুকেৰে গুলী চলোৱাই হোৱা নাই। ইয়াকো কোৱা হোৱা নাই যে এই বন্দুকেৰে বিগত দিনত কেতিয়াবা গুলী চলোৱা হৈছিল। ভাবাৰ্থ এয়ে যে যোৱা কেবা মাহ পূৰ্বে বন্দুকৰ একো প্ৰয়োগ হোৱা নাছিল।

পৰমাত্মাৰ বিধান আছে যে "সঁচাৰ একো আঁচ নাই"। এনেকুৱা অন্যায় অত্যাচাৰ বৰ্তমানৰ কিছুমান ভ্ৰষ্ট ৰাজনেতা তথা ভ্ৰষ্ট চৰকাৰী অধিকাৰীয়ে কৰি আছে। ন্যায়ালয়ৰ ছবিও কিছুমান ভ্ৰষ্ট বিচাৰকে ধুলি মখাই আছে। উচ্চ ন্যায়ালয় তথা সৰ্ব্বোচ্চ ন্যায়ালয়তো কিছু স্বাৰ্থলোভী ভ্ৰষ্ট বিচাৰকে নিজৰ স্বাৰ্থ হেতু অন্যায় কৰি আছে। তেওঁলোকেও ন্যায় নকৰি অন্যায়হে কৰিছে। এনে সময়ত "ধৰা তলত অৱতাৰ"ৰ আৰ্বিভাৱ হোৱা এটা স্বাভাৱিক, যিটো পৰমাত্মাৰ বিধান আছে।

বৰ্তমান কলিযুগত অন্যায়, অত্যাচাৰ, অপৰাধ তথা অধৰ্ম বাঢ়ি গৈছে। বেচি ভাগ ৰাজনেতা অন্যায়কাৰী হৈ গৈছে। এই সকলৰ সংস্কাৰ একমাত্ৰ অৱতাৰ গনেহে কৰিব পাৰে।

## "অৱতাৰৰ পৰিভাষা"

"অৱতাৰ" শব্দৰ অৰ্থ হৈছে ওপৰ স্থানৰ পৰা তলৰ স্থানত নামি অহা। বিশেষকৈ এই শুভ শব্দখিনি সেই উত্তম আত্মাৰ বাবে প্ৰয়োগ হয় যিয়ে পৃথিৱীত কিছুমান অদভূত

চমৎকাৰ কাৰ্য্য কৰে। যাক পৰমাত্মাই পঠোৱা বুলি মনা হয় বা স্বয়ং পৰামাত্মাই ধৰাতলত আগমন কৰে। শ্ৰী মদ্‌ভাগৱত গীতা অধ্যায় ১৫, শ্লোক - ১ৰ পৰা ৪ তথা ১৬-১৭ত তিনি পুৰুষ (প্ৰভূ-ঈশ্বৰ)ৰ জ্ঞান আছে।

☐ 1. ক্ষৰ পুৰুষ যাক ব্ৰহ্ম কোৱা হয়। যাক ওঁ নামেৰে সাধন কৰা হয়। যাৰ প্ৰমাণ গীতা অধ্যায় ৮, শ্লোক ১৩ বৰ্ণিত আছে।

☐ 2. অক্ষৰ পুৰুষ যাক পৰব্ৰহ্ম বুলি কোৱা হয় যাৰ সাধনাৰ মন্ত্ৰ হ'ল তৎ যিটো সাংকেতিক প্ৰমাণ গীতা অধ্যায় ১৭ শ্লোক ২৩ ত বৰ্ণিত আছে।

☐ 3. উত্তম পুৰুষ তুঃ অন্য ঃ- শ্ৰেষ্ঠ পুৰুষ পৰমাত্মা তো ওপৰোক্ত দুয়ো পুৰুষ (ক্ষৰ পুৰুষ তথা অক্ষৰ পুৰুষ)ৰ পৰা অইন এজন। তেওঁ পৰম অক্ষৰ পুৰুষ হয় যি গীতা অধ্যায় ৮, শ্লোক ১ৰ উত্তৰত অধ্যায়, ৮ৰ শ্লোক ৩ ত কৈছে যে তেওঁৰে পৰম অক্ষৰ ব্ৰহ্ম। এওঁৰ জপ মন্ত্ৰ "সৎ" যি সাংকেতিক। এই পৰমেশ্বৰক পালেহে সাধকে পৰম শান্তি তথা সনাতন পৰম ধাম প্ৰাপ্ত হয়। প্ৰমাণ গীতা অধ্যায় ১৮ৰ শ্লোক ৬২ ত এই পৰমেশ্বৰ (পৰম অক্ষৰ ব্ৰহ্ম) গীতা জ্ঞান দাতাৰ পৰা বেলেগ অইন এজন। অধিক জ্ঞান পাবলৈ অনুগ্ৰহ কৰি সৎলোক আশ্ৰম বৰৱালাৰ পৰা "জ্ঞান গঙ্গা" পুস্তকখন প্ৰাপ্ত কৰক। অৱতাৰ দুই প্ৰকাৰে হয়। যেনেকৈ ওপৰত কোৱা হৈছে। এতিয়া আপোনালোকে জানি পাইছে যে মূখ্যত তিনি পুৰুষ প্ৰভূ। যাৰ উল্লেখ ওপৰত কৰা হৈছে। আমাৰ বাবে মূখ্যত দুই প্ৰকাৰ প্ৰভূৰ ভূমিকা থাকে।

১। ক্ষৰ পুৰুষ (ব্ৰহ্ম) ঃ- যি গীতা অধ্যায় ১১ৰ শ্লোক ৩২ত নিজকে কাল বুলি কৈছে।

২। পৰম অক্ষৰ পুৰুষ (পৰম অক্ষৰ ব্ৰহ্ম) ঃ- যাৰ বিষয়ে গীতাত ৮ অধ্যায়ৰ শ্লোক ৩ তথা ৮,৯,১০ আৰৌ গীতা অধ্যায় ১৮ শ্লোক ৬২ অধ্যায় ১৫ শ্লোক ১ৰ পৰা ৪ তথা ১৭ত বৰ্ণাইছে।

## "ব্ৰহ্ম (কাল)ৰ অৱতাৰৰ বিষয়ে"

গীতা অধ্যায় ৪ শ্লোক ৭.

যদা যদা হি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্মস্য তদাত্মানং সৃজাম্যহম্। ৭ ।

যদা, যদা, হি, ধৰ্মস্ব, গ্লানিঃ ভৱতি, ভাৰত,
অভ্যুৎথানম্, অধৰ্মস্ব, তদা, আত্মানাম্, সৃজামি, অহম্। ৭।।

অনুবাদ ঃ- (ভাৰত) হে ভাৰত! (যদা, যদা) যেতিয়াই, যেতিয়াই, (ধৰ্মস্ব) ধৰ্মৰ (গ্লানি) কেলেংকাৰ আৰু (অধৰ্মস্ব) অধৰ্মৰ (অভ্যুৎথানম্) উৎপত্তি (ভৱতি) হয় (তদা, হি) তেতিয়াই (অহম্) মই (আত্মানম্) নিজ অংশৰ অৱতাৰ (সৃজামি) ৰচনা কৰো অৰ্থাৎ উৎপন্ন কৰো। (৭)

যেনে শ্ৰীমদ্‌ভগৱত গীতা অধ্যায় ৪ শ্লোক ৭ গীতা জ্ঞান দাতাই কৈছে যে যেতিয়াই যেতিয়াই ধৰ্মৰ গ্লানি উৎপন্ন হয়, ধৰ্মৰ ক্ষতি হয় তথা অধৰ্ম বাঢ়ি গৈ থাকে তেতিয়া মই (কাল-ব্ৰহ্ম-ক্ষৰ পুৰুষ) নিজ অংশ অৱতাৰ ৰচনা কৰো অৰ্থাৎ উৎপন্ন কৰো।

যেনে শ্ৰী ৰামচন্দ্ৰ তথা শ্ৰীকৃষ্ণদেৱ যাক কাল ব্ৰহ্মই পৃথিৱীত উৎপন্ন কৰোৱাইছিল। যাক স্বয়ং বিষ্ণুদেৱ বুলি মনা হয়।

ইয়াৰোপৰি আৰু ৪ অৱতাৰৰ কথা কোৱা আছে যি শ্ৰীবিষ্ণুদেৱে স্বয়ং নিজে নাহি তাৰ পৰিবৰ্তে নিজৰ লোক (ধাম)ৰ পৰা তাৰ কৃপা পাত্ৰ পৱিত্ৰ আত্মাক পঠাই দিয়ে। সিহঁতকো অৱতাৰ কোৱা হয়। কোনো কোনো পুৰাণত ২৫ অৱতাৰৰ উল্লেখ পোৱা যায়। কালব্ৰহ্ম (ক্ষৰ পুৰুষ) ই পঠোৱা অৱতাৰ পৃথিৱীৰ ওপৰত বাঢ়ি অহা অন্যায়, অধৰ্মৰ বাবে হত্যা, নিধন যজ্ঞ অৰ্থাৎ সংহাৰ কৰে।

উদাহৰণস্বৰূপে ঃ- শ্ৰীৰামচন্দ্ৰ দেৱ তথা শ্ৰীকৃষ্ণ চন্দ্ৰ দেৱ, শ্ৰী পৰশুৰাম দেৱ তথা শ্ৰী নিস্কলংক দেৱ (যি এতিয়াও অহা বাকী আছে, কলিযুগৰ অন্তত আহিব)। এই সকলো অৱতাৰে ঘোৰ সংহাৰ কাৰ্য্য কৰোৱাই অধৰ্মক নাশ কৰিব। বিধৰ্মী সকলক নিধন কৰি জগতত শান্তি স্থাপনৰ চেষ্টা কৰে। পৰন্তু শান্তিৰ অপেক্ষা অশান্তিহে বাঢ়ি যায়। যেনে শ্ৰীৰাম চন্দ্ৰই ৰাবনক মাৰিবৰ বাবে যুদ্ধ কৰিছিল। যুদ্ধত কোটী কোটী মানুহৰ মৃত্যু হৈছিল। যত ধৰ্মী-অধৰ্মী উভয়ে নিধন হৈছিল। আকৌ সিবিলাকৰ বিধৱা স্ত্ৰী, সৰু ডাঙৰ ল'ৰা-ছোৱালী অৱশেষ ৰৈ যায়। সিবিলাকৰ জীৱন নৰকত পৰিণত হয়। বিধৱা সকলক অইন পুৰুষে নিজৰ কামনাৰ শিকাৰ বনায়। জীয়াই থকাৰ সমস্যাই বহুতো সমস্যাৰ উৎপন্ন কৰে। এই বিধি শ্ৰীকৃষ্ণই প্ৰয়োগ কৰিছিল, আৰু পৰশুৰামেও কৰিছিল। এই বিধিৰে কাল ব্ৰহ্ম (ক্ষৰ পুৰুষ)ৰ দশম অৱতাৰ উৎপন্ন হ'ব। তাৰ নাম নিস্কলংক হব। তেওঁৰ কলিযুগৰ অন্তত উৎপন্ন হব। যিটো হৰিশ চন্দ্ৰ ৰজাৰ আত্মা হব। তেওঁ সম্ভল নগৰৰ শ্ৰীবিষ্ণু দত্তৰ ঘৰত জন্ম গ্ৰহণ কৰিব। সেই সময়ত সকলো মানুহ অন্যায়ী, অত্যাচাৰী হৈ যাব। সেই সকলক নিধন কৰিব। সেই সময়ত যি মনুষ্যই পৰমাত্মাক ভয় কৰি চলিব সেই সকল সদাচাৰীক এৰি বাকী সকলোকে নিপাত কৰিব। এই বিধি হ'ল কাল ব্ৰহ্মৰ (ক্ষৰ পুৰুষ) দ্বাৰা উৎপন্ন অৱতাৰৰ যোগে অধৰ্মক নাশ কৰি শান্তি স্থাপন কৰা বিধি।

## "পৰম অক্ষৰ ব্ৰহ্ম অৰ্থাৎ সৎপুৰুষ অৱতাৰৰ সুচনা"

☐ **1.** পৰম অক্ষৰ ব্ৰহ্ম স্বয়ং পৃথিৱীৰ ওপৰত অৱতৰন কৰে। তেওঁ স্বশৰীৰে আহে। আকৌ স্বশৰীৰে উভতি যায়। এনেকুৱা লীলা তেওঁ দুই ধৰণেৰে কৰে।

☐ ক = প্ৰত্যেক যুগত শিশুৰূপে কোনো সৰোবৰৰ পদুম ফুলৰ ওপৰত অৱতৰন হয়। তাৰ পৰা কোনো নিঃসন্তান দম্পতি তাক তুলি লৈ যায়। আকৌ লীলা কৰি ডাঙৰ হয় তথা আধ্যাত্মিক জ্ঞানৰ প্ৰচাৰ কৰি অধৰ্মক নাশ কৰে। সৰোৱৰৰ মাজত পদুম ফুলৰ ওপৰত অৱতৰিত হোৱা কাৰণে পৰমেশ্বৰক নাৰায়ণ বুলি কোৱা হয় (নাৰ - জল, পানী, আয়ন-অহা, আগমন কৰা অৰ্থাৎ যাক পানীত নিবাস কৰা নাৰায়ণ বুলি কোৱা হয়।

☐ খ = যেতিয়াই ইচ্ছা কৰে জীৱিত সাধু সন্তৰ ৰূপত নিজ ধাম সৎলোকৰ পৰা পৃথিৱীত পদাৰ্পন কৰে আৰু ভাল ভাল আত্মাক জ্ঞান প্ৰদান কৰে। সেই পুন্যাত্মাই জ্ঞান প্ৰচাৰ কৰি অধৰ্মক নাশ কৰে। তেওঁৰো পৰমেশ্বৰে পঠোৱা অৱতাৰ হয়।

কলিযুগত পূণ্য জেঠ মাহৰ পূৰ্ণীমাৰ সন্বত ১৪৫৫ (সন ১৩৯৮)ত পূৰ্ণব্ৰহ্ম কবীৰ পৰমেশ্বৰে সত্যলোকৰ পৰা আহি কাশী চহৰৰ কাষৰ লহৰ তাৰা নামৰ সৰোবৰৰ

পদুম ফুলৰ ওপৰত কনমানি শিশুৰূপে বিৰাজমান হয়। তাৰ পৰা নীৰু আৰু নীমা যি শিপীনী (তাতশাল বোৱা) দম্পত্তি আছিল, তাক উঠাই লৈ আহে। শিশু ৰূপ ধাৰী পৰমেশ্বৰ (কবীৰ পৰমেশ্বৰ) ২৫ দিন পৰ্য্যন্ত একো আহাৰ কৰা নাছিল। নীৰু তথা নীমা জনমত বামুন আছিল। তেওঁ বিলাকে শিৱৰ পূজাৰী আছিল। মুছলমানৰ দ্বাৰা বল পূৰ্ব্বক মুছলমান হোৱা কাৰণে শিপিনীৰ কাম কৰি জীৱন নিৰ্বাহ কৰিবলগা হৈছিল। শিশুৰ দুৰ্ব্বল অৱস্থা দেখি নীমাই নিজৰ ইষ্টদেৱ শিৱক স্মৰণ কৰিছিল। শিৱে সাধুবেশত তাত আহে তথা শিশুৰূপী কবীৰ পৰমেশ্বৰক দেখে। শিশুৰূপী কবীৰে শিৱক কলে যে আপুনী এওঁলোকক কওক যাতে এটা কুমাৰী গাই যোগাৰ কৰি আনে। তাই আপোনাৰ আশীৰ্বাদিত গাখীৰ দিব। এনে কুৱাই কৰা হ'ল। কবীৰ পৰমেশ্বৰৰ আদেশানুযায়ী ভগৱান শিৱে কুমাৰী গাইৰ কমৰত এচাপৰ মাৰি দিলে। সেই সময়তে কুমাৰী গাইয়ে গাখীৰ নিগৰাবলৈ ধৰিলে। এটা মাটিৰ ঘড়া (কলহ জাতীয়) তলত ৰখা হ'ল। পাত্ৰটো ওপচি পৰাত গাখীৰ পৰা বন্ধ হ'ল। আকৌ প্ৰতিদিন কুমাৰী গাইৰ ওঁহাৰ তলত পাত্ৰ ৰাখিলেই গাখীৰ ওলাই পৰে। তাক কবীৰ পৰমেশ্বৰে পি খাই। বোৱনী (শিপিনী, তাতী)ৰ ঘৰত পালন পোষন হোৱা কাৰণে ডাঙৰ হৈ কবীৰ পৰমেশ্বৰে তাতশাল বৱলৈ ধৰিলে তথা নিজৰ পবিত্ৰ আত্মাক লগ পাবলৈ ধৰিলে। সিহঁতক তত্বজ্ঞান বুজালে তথা নিজেও তত্বজ্ঞান প্ৰচাৰ কৰি অধৰ্মক নাশ কৰিলে। আকৌ যিয়ে পৰমেশ্বৰক জীৱিত মহাত্মা ৰূপত পালে, সিহঁতক সচ্‌খণ্ড (সত্যালোক)ত লৈ গৈ দেখুৱাই ওভোতাই আনিলে। তেওঁ বিলাকক আধ্যাত্মিক জ্ঞান প্ৰদান কৰি নিজৰ লগত পৰিচয় কৰোৱালে। তেওঁ সেই পৰমেশ্বৰ (সত্যপুৰুষ)ৰ অৱতাৰ আছিল। সিবিলাকেও পৰমেশ্বৰৰ পৰা পোৱা জ্ঞানৰ আধাৰত অধৰ্মক নাশ কৰিছিল। সেইবিলাক অৱতাৰ কোন কোন হ'ল?

(১) আদৰণীয় ধৰ্মদাস জী (২) আদৰণীয় মুলুকদাসজী (৩) আদৰণীয় নানক দেৱ সাহেৱ জী (শিখ ধৰ্মৰ প্ৰৱৰ্তক) (৪) আদৰণীয় দাদু সাহেব জী (৫) আদৰণীয় গৰীব দাস সাহেব জী, গাওঁ - ছুড়ানী, জিলা - ঝজ্জৰ (হৰিয়ানাৱালা) তথা আদৰণীয় ঘীসা দাস সাহেব জী গাওঁ ঃ- খেখড়া, জিলা - মেৰঠ (উত্তৰ প্ৰদেশ) এই ওপৰোক্ত বিলাকে পৰম অক্ষৰ ব্ৰহ্ম (সত্য পুৰুষ)ৰ অৱতাৰ আছিল। নিজৰ কাৰ্য্য সমাপন কৰি গুচি গৈছিল। অধৰ্মক নাশ কৰিছিল। যি কাৰণে জনতাই বহু সময়লৈ দুষিত হোৱা নাছিল। বৰ্তমানে সাধু সন্তৰ অভাৱ নাই কিন্তু শান্তিৰো নাম নাই। কাৰণ এইটোৱে যে এই সাধু বিলাকৰ ভক্তি সাধনা শাস্ত্ৰ বিৰুদ্ধ। যি কাৰণে সমাজত অধৰ্ম বাঢ়ি গৈ আছে। এই সাধু মহন্তৰ পথ, মত জ্ঞান প্ৰচাৰ কৰোতে হেজাৰ বছৰ পাৰ হৈ গ'ল কিন্তু অধৰ্ম নকমি বাঢ়িহে গৈ আছে।

## "সত্যপুৰুষৰ বৰ্তমান অৱতাৰ"

যি সত্য সাধনা তথা তত্বজ্ঞানৰ প্ৰচাৰ পূৰ্বোক্ত পৰমেশ্বৰৰ অৱতাৰ সন্ত সকলে কৰিছিল, যত সকলোৱে মাজত প্ৰেম, অসহায়, দুস্থ ব্যক্তিক সহায় কৰা, এজনৰ দুঃখত দুঃখী হোৱা আদি সেই শাস্ত্ৰবিধি অনুসাৰ সাধনা তথা আধ্যাত্মিক যথাৰ্থ জ্ঞান সাধু ৰামপাল দাস জী মহাৰাজক পৰমেশ্বৰ কবীৰে দান কৰিছে। মাৰ্চ ১৯৯৭ ইং ফাগুণ মাহৰ

শুক্ল পক্ষৰ প্ৰথম দিনাই দহ বজাত জীৱিত মহাত্মা ৰূপত সত্য লোকৰ পৰা আহি সাধু ৰাম পাল দাস মহাৰাজক সত্য নাম তথা সাৰ নাম দান কৰাৰ আদেশ দি অৰ্ন্তধান হয়।

সাধু ৰামপাল দাস মহাৰাজো পৰমেশ্বৰ (পৰম অক্ষৰ ব্ৰহ্ম)ৰ সেই অৱতাৰ বিলাকৰ এজন যি আধ্যাত্মিক জ্ঞানৰ দ্বাৰা অধৰ্মক নাশ কৰে। এতিয়া বিশ্বত শান্তি আহিব। সকলো ধৰ্ম তথা পন্থৰ মানুহে এক হৈ প্ৰেম আৰু ভালপোৱাৰে বসবাস কৰি থাকিব। ৰাজ নেতাও নিৰ্ভিমানী, ন্যায়কাৰী তথা পৰমাত্মাক ভয় কৰি কাম কাজ কৰিব। ৰাইজৰ সেৱক হৈ নিৰপেক্ষ ভাৱে কাম কাজ কৰিব। পৃথিৱীত পুনঃ সত্যযুগৰ নিচিনা স্থিতি আহিব। বৰ্তমান পৃথিৱীৰ ওপৰত সেই অৱতাৰ সাধু ৰামপাল দাস জী মহাৰাজ। এতিয়া ঘৰে ঘৰে পৰমেশ্বৰৰ জ্ঞানৰ চৰ্চা হ'ব। যত গাওঁ, চহৰ আৰু পাৰ্কত বহি তাস খেলে, কোনোবাই ৰাজনীতিৰ কথা কয় কোনোৱাই নিজৰ পো-বোৱাৰীৰ ভাল-বেয়া চৰ্চা কৰে তাত পৰমেশ্বৰৰ মহিমাৰ কথা চৰ্চা হ'ব তথা "জ্ঞান গঙ্গা" কিতাপৰ লিখিত জ্ঞানৰ ওপৰত বিচাৰ বিশ্লেষণ হ'ব। পৰমাত্মাৰ মহিমাৰ কথা চৰ্চা কৰা মাত্ৰেই জীৱ পুন্যৰ ভাগী হ'ব। পিছত শাস্ত্ৰ বিধি মতে ভক্তি সাধন কৰি জীৱন সুখী কৰিব তথা আত্ম কল্যান কৰিব। আকৌ কলিযুগত পৃথিৱীৰ ওপৰত সত্যযুগৰ নিচিনা সময় আহিব। সাধু ৰামপাল দাস জী মহাৰাজ বাস্তৱিক বৰ্তমান সময়ত পৃথিৱীৰ ওপৰত অৱতাৰ। অধিক জানিবৰ কাৰণে অনুগ্ৰহ কৰি পঢ়ক "পৃথিৱীৰ ওপৰত অৱতাৰ" (সম্পূৰ্ণ)।

# ভক্তি মৰ্য্যাদা

"জীৱ আমাৰ জাতী, মানৱ ধৰ্ম আমাৰ।

হিন্দু, মুছলিম, শিখ, খৃষ্টান, ধৰ্ম নহয় কোনো ব্যাপাৰ।।"

**হে প্ৰিয় ভকত জন,**

**আজিৰ পৰা প্ৰায় পাঁচ হেজাৰ বছৰ পুৰ্বে কোনো ধৰ্ম অথবা সম্প্ৰদায় নাছিল। না হিন্দু, না মুছলিম, না শিখ, না খৃষ্টান আছিল। মাথোন মানৱ ধৰ্ম আছিল। সকলোৰে এটা মানৱ ধৰ্ম আছিল আৰু আছে। কিন্তু যেনেকৈ লাহে লাহে কলিযুগৰ প্ৰভাৱ বাঢ়ি গ'ল ঠিক তেনেকৈ আমাৰ মাজত মত ভেদো বাঢ়ি গ'ল। কাৰণ এইটোৱে যে ধৰ্মীয় কুল গুৰুৰ দ্বাৰা শাস্ত্ৰৰ বৰ্ণিত সত্যক ঢাকি ৰখা হ'ল। কাৰণ যি, স্বাৰ্থ ৰক্ষাই হওক নাইবা মানুহক উপৰি দেখুৱাকে হওক। যাৰ পৰিনাম স্বৰূপ আজি মানৱৰ চাৰিটা ধৰ্ম আৰু অনেক সম্প্ৰদায়ৰ সৃষ্টি হ'ল। ফলস্বৰূপে নিজৰ ভিতৰতে মতভেদ হোৱাটো স্বাভাৱিক। সকলোৰে প্ৰভু/ভগৱান/ৰাম/আল্লা/ৰব/গড্/খোদা/পৰমেশ্বৰ এজনাই /ই ভাষা ভিন্ন পৰ্য্যায়ৱাচী বা সমানাৰ্থক শব্দহে। সকলোৱে জানে যে মালীক এজনাই কিন্তু আকৌ এইবোৰ বেলেগ বেলেগ ধৰ্ম সম্প্ৰদায় কিয়?**

**এটা কথা ঠিক যে সকলোৰে গৰাকী/ৰব/খোদা/আল্লাহ/গড্/ৰাম/পৰমেশ্বৰ এজনাই, যাৰ বাস্তৱিক নাম কৱীৰদেৱ আৰু তেওঁ নিজৰ সৎলোক/সৎধাম / সচ্খণ্ডত মানৱ সদৃশ আকাৰত বিৰাজমান থাকে। কিন্তু এতিয়া হিন্দুই কয় যে আমাৰ ৰামেই ডাঙৰ, মুছলিমে কয় যে আমাৰ আল্লাই ডাঙৰ, খৃষ্টান সকলে কয় যে আমাৰ যীশুই ডাঙৰ, আৰু শিখ সকলে কয় যে আমাৰ নানক দেৱেই ডাঙৰ। এনেকৈ কয় যে যেনেকৈ চাৰি নিৰ্বোধ শিশুৱে কয়। এইজন মোৰ পিতা, আনজনে কয় যে মোৰ হে দেউতা, তোমাৰ নহয়, তৃতীয় জনাই কয় যে ইজনতো মোৰ হে পিতাই যি সকলোতকৈ ডাঙৰ। চতুৰ্থ জনাই কয় যে হেৰা নিৰ্ব্বোধ সকল এইজন মোৰ ডেডী তোমালোকৰ নহয়। যি হওক সেই চাৰিজনাৰ পিতা কিন্তু এজনাই। এই নিৰ্ব্বোধ শিশু বিলাকৰ দৰে আজি আমাৰ মানৱ সমাজে লড়াই কৰি আছে।**

"কোই কহে হমাৰা ৰাম বড়া হ্যায়, কোই কহে খোদাৰে।
কোই কহে হমাৰা ইসা মসীহ বড়া, এ বাটা ৰহে লগাই ৰে।।"

**যেহেতু আমাৰ সকলো ধাৰ্মিক গ্ৰন্থ তথা শাস্ত্ৰত এজনেই প্ৰভু/মালিক/ৰব/খোদা/ৰাম /সাহেব/গড্/পৰমেশ্বৰৰ প্ৰত্যক্ষ নাম লিখি তাৰ মহিমা গাই আছে। তেওঁ এজনেই মালীক/প্ৰভু কৱীৰ সাহেব যি সৎলোকত মানৱ সদৃশ আকাৰে বিৰাজমান হৈ থাকে।**

**বেদ, গীতা, কোৰাণ আৰু গুৰু গ্ৰন্থ সাহিৱত এই সকলো মিলিজুলী থকা দেখা পোৱা যায়। যজুৰ্বেদৰ অধ্যায় ৫ৰ শ্লোক নং ৩২, সামবেদৰ সংখ্যা নং ১৪০০, ৮২২, অথৰ্ববেদৰ কাণ্ড নং ৪ৰ অনুবাক ১ৰ শ্লোক নং ৭, ঋগবেদ মণ্ডলৰ ১ অঃ ১ৰ পবিত্ৰ বানী ১১ৰ শ্লোক নং ৪ত কবীৰ দেৱৰ নাম লিখি বৰ্ণাইছে যে পূৰ্ণ ব্ৰহ্ম কৱীৰ দেৱ যি সৎলোকত**

বাস্তৱিক আকাৰত থাকে। পৱিত্ৰ গীতা চাৰিও বেদৰ সংক্ষিপ্ত সাৰ। গীতাও সেই সত্য পুৰুষ পূৰ্ণব্ৰহ্ম কবীৰ দেৱৰ ফালে ইঙ্গিত দিয়ে। গীতা অধ্যায় ১৫ শ্লোক নং ১৬, ১৭ অধ্যায় ১৮ৰ শ্লোক নং ৪৬, ৬২ অধ্যায় ৮ৰ শ্লোক নং ৮ৰ পৰা ১০ তথা ২২ত অধ্যায় ১৫ৰ শ্লোক নং ১, ২, ৪ত সেই পূৰ্ণ পৰমাত্মাক ভক্তি কৰিবলৈ ইঙ্গিত বা সংকেত দিছে। শ্ৰীগুৰু গ্ৰন্থ সাহেব পৃষ্ঠা নং ২৪ আৰু পৃষ্ঠা নং ৭২১ত কৱীৰৰ নাম লিখি মহিমা বৰ্ণাইছে। ঠিক এনেদৰে কোৰাণ আৰু বাইবেলকো একেই শাস্ত্ৰ বুজিবা। দুয়ো মোটামুটি একেই জ্ঞান দিয়ে যে সেই কবীৰ আল্লাহৰ মহিমা ব্যাখ্যা কৰা যাৰ শক্তিৰ সহায়ত এই সকলো সৃষ্টি চলমান হৈ আছে। কোৰাণ স্বৰীফত সূৰা ফুৰ্কানি নং ২৫ৰ আয়াত নং ৫২ৰ পৰা ৫৯ লৈ কৱীৰন, খবীৰা, কবীৰা আদি শব্দ লিখি সিজনা এজন কবীৰ আল্লাহৰ বৰ্ণনা কৰা হৈছে যে এ পয়গম্বৰ (মহম্মদ) সিজন কবীৰ আল্লাহৰ পবিত্ৰ বানী ব্যাখ্যা কৰা যিয়ে ছয় দিনত নিজ শক্তিৰে এই সৃষ্টি ৰচনা কৰি সপ্তম দিনত সিংহাসনত গৈ বিৰাজিলে। অৰ্থাৎ সৎলোকত গৈ বিশ্ৰাম কৰিলে। সেই আল্লাহ (প্ৰভু) কবীৰ। এই প্ৰমাণ পবিত্ৰ বাইবেলৰ ভিতৰত উৎপত্তি গ্ৰন্থৰ সৃষ্টি ক্ৰম বাইবেলৰ প্ৰাৰম্ভ সাত দিনৰ ৰচনা ১ঃ২০—২ঃ৫ত সন্নিবিষ্ট আছে।

সকলো সাধু-সন্ত তথা পবিত্ৰ গ্ৰন্থৰ সাৰ এইটোৱে যে, যি পূৰ্ণ গুৰু যাৰ তিনি নাম আছে আৰু সেই নাম প্ৰদান কৰিবৰো অধিকাৰ আছে তাৰে পৰাই নাম লৈ জন্ম-মৃত্যু ৰূপী ৰোগৰ পৰা মুক্তি পাব পাৰি। কিয়নো আমাৰ উদ্দেশ্য আপোনালোকক কালৰ কাৰাগাৰৰ পৰা মুক্ত কৰি নিজৰ মূল মালীক কৱীৰ দেৱ (কবীৰ সাহেব)ৰ সৎলোকত পৰ্হুঁচাই দিয়া। কবীৰদেৱে নিজ বানীত কৈছে যে এটা জীৱক কালৰ ভক্তি সাধন কৰা পথ গুচাই পূৰ্ণ গুৰুৰ ওচৰত লৈ আহি সৎ উপদেশ দিয়াৰ ইমানেই পুণ্য হয় যে যেনেকৈ কোটী গৰু-ছাগলী আদি প্ৰাণীক কশাইৰ হাতৰ পৰা আনি মুক্ত কৰা। কিয়নো এই মানৱ শৰীৰ ধাৰী প্ৰাণী অশুদ্ধ গুৰুৰ দ্বাৰা উপদেশিত হৈ শাস্ত্ৰ বিৰুদ্ধ সাধনা কৰি কালৰ জালত বন্দী হৈ নেজানে কিমান দুঃখদায়ী চৌৰাশী লাখ যোনী ভ্ৰমি কষ্ট সহিবলগীয়া হৈছে। যেতিয়া এই জীৱাত্মা পূৰ্ণ গুৰুৰ মাধ্যমেৰে কৱীৰ দেৱৰ শৰণত আহি যাব আৰু নাম দীক্ষাৰে একাকী হ'ব তেতিয়া ই জন্ম মৃত্যুৰ কষ্ট চিৰদিনৰ বাবে সমাপ্ত হ'ব আৰু সৎলোকত গৈ বাস্তৱিক পৰম শান্তি প্ৰাপ্ত হ'ব।

এতিয়া প্ৰশ্ন আহে যে আজিকালিৰ গুৰুই বেচি বেচিকৈ শিষ্য বনাই নিজৰ যোগ্যতাৰ প্ৰমাণ দেখুৱায় অৰ্থাৎ কোনোবাই দুই-চাৰি কথা শিখি লয় আৰু কয় যে মইও নাম প্ৰদান কৰো। আৰু এনেকৈ নিৰিহ অজ্ঞ আত্মাক কাল (ব্ৰহ্ম)ৰ জালত পেলাই দিয়ে। যিয়ে নহওক শাস্ত্ৰ বিৰুদ্ধ নাম উপদেশ দিওঁতাজন আৰু তাক গ্ৰহণ কৰি জপ কৰা (ভক্তি সাধন) জন উভয়ে নৰক গামী হ'ব আৰু নৰকত ওলোটাকৈ ওলোমাই থোৱা হ'ব। এই বচন সকলো শাস্ত্ৰই (গীতা, বেদ তথা সকলো গ্ৰন্থ) বৰ্ণায়। এই বচন সিদ্ধ কৰিবলৈ এটা চমু কাহিনী কওঁ।

এসময়ৰ কথা সকলোৱে জানি পাইছে যে ৰজা পৰিক্ষীতক সপ্তম দিনৰ শেষত সৰ্পই দংশন কৰিব আৰু তাৰ মৃত্যু হ'ব। এই কথা বিয়পি পৰাত সকলোৱে চিন্তিবলৈ ধৰিলে যে ৰজা পৰিক্ষীতক সাত দিনলৈ ভগৱত কথা শ্ৰৱন কৰোৱা হওক তেতিয়াহে

**তাৰ সংসাৰৰ মায়া মোহ গুচি প্ৰভূ চিন্তনত লাগি পৰিব। কিয়নো মৰন কালত যাৰ যেনেকুৱা ভাৱনা হয় তাৰ তেনেকুৱাই প্ৰাপ্তি হয়। সকলোৱে কলে অতি উত্তম। কিন্তু এতিয়া পাঠকদাৰ হয় কোন? এই প্ৰশ্নত প্ৰশ্নবাচক চিহ্ন লাগি গ'ল। সেই সময়ত তাত উপস্থিত থকা মহৰ্ষি বিলাকে এনেকি শ্ৰীমদ ভাগৱত সুধা সাগৰৰ ৰচয়িতা মহৰ্ষি বেদব্যাসো নিজকে পাঠকদাৰ হবলৈ উপযুক্ত নেভাবিলে। কিয়নো তেখেতে জ্ঞাত যে তাৰ ভিতৰত সেইখিনী সামৰ্থ নাই। সেই কাৰণে এক জীৱৰ জীৱন নষ্ট কৰি কেলেই পাপৰ ভাগীদাৰী হ'ব? যিহেতু সপ্তম দিনত পৰিনাম আহিব। এই বাবে সাত দিন কথা প্ৰৱচন শুনাবলৈ কোনেও সাহস নকৰিলে। কিয়নো সকলো সাধু সন্তৱে নিজৰ নিজৰ সামৰ্থৰ বিষয়ে অৱগত আছিল। স্বৰ্গৰ পৰা মুনি সুখদেৱক মাতি আনি ভাগৱত কথা প্ৰৱচন কৰা হ'ল, তেতিয়াহে পৰিক্ষীত ৰজাৰ মোহ গুচি স্বৰ্গ প্ৰাপ্তি হ'ল। স্বৰ্গত সুখ ভোগ কৰাৰ পিচত নৰক ভোগ আকৌ পিচত চৌৰাশী লাখ যোনীৰ চক্ৰাকাৰ ভ্ৰমণ। এইটো ইয়াৰ হাৰ্ড এণ্ড ফাষ্ট ৰুল অৰ্থাৎ অলৰ অটল নিয়ম। এই উপলব্ধি তিনিও লোকত পূৰ্ণ গুৰু নোহোৱাকৈ প্ৰাপ্ত কৰিব নোৱাৰি।**

**ঠিক এনেদৰে যেতিয়া কোনো স্থানত প্ৰধানমন্ত্ৰীৰ আগমন হয় তাৰ দুই তিন দিন পূৰ্বেই উক্ত স্থানত গায়ন-বায়ন বক্তাই সুমধুৰ গীত সঙ্গীতেৰে জনতাক মোহীত কৰি প্ৰভাৱ বিস্তাৰ কৰে। কিন্তু সিবিলাকে যি কৰে, যি কয় সেই বিলাক কথাৰ দ্বাৰাই কোনো কাম কৰিবলৈ সক্ষম নহয়। কিন্তু যেতিয়া প্ৰধান মন্ত্ৰী আহে তেতিয়া তেওঁ কম শব্দ কয়, যেনে — আগ্ৰাত আন্তৰ্জাতীক কলেজ বনাই দিয়া, চণ্ডীগড়ত আন্তৰ্জাতীক বিশ্ববিদ্যালয় বনাই দিয়া আদি আদি। তেওঁ মাথোন ইয়াকে কৈ প্ৰধান মন্ত্ৰী গুচি যায়। তেওঁ কোৱাৰ পিচ দিনৰ পৰাই সেই কাম আৰম্ভ হৈ যায়। কিয়নো তেওঁৰ বচনত শক্তি আছে। সেই বচন যদি আপুনী আৰু মই মোৰ নিচিনা সাধাৰণ ব্যক্তিয়ে কয় তেতিয়া সেইটো আমালোকৰ বাবে বৰ মূৰ্খতা হ'ব। কিয়নো আমাৰ বচনত ইমান ক্ষমতা নাই। যেহেলৈ ই প্ৰধান মন্ত্ৰীৰ বাবে সাধাৰণ কথা।**

**এই তথ্যক প্ৰমাণ কৰিবলৈ তলত বৰ্ণিত বানীসমূহ নিশ্চয়ই পঢ়িব আৰু গম্ভীৰ ভাবে বিচাৰ কৰিব তথা অতি সোনকালে গুৰু মন্ত্ৰ গ্ৰহণ কৰিব।**

কবীৰ, পণ্ডিত অউৰ মশালচী, দোনো সুজৈ নাহি। অউৰো নে কৰৈ চান্দনা, আপ অন্ধেৰে মাহী।।
কবীৰ, কৰনী তজ কথনী কথৈ, অজ্ঞানী দিন ৰাত। কুকুৰ জো ভৌকত ফিৰৈ, সুনী সুনাই বাত।।
গৰীব, বীজক কী বাঁতা কহৈ, বীজক নাহি হাত। পৃথিৱী ডোবন উতৰে, কহৈ-কহৈ মিঠী বাত।।
গৰীব, বীজক কী বাঁতা কহৈ, বীজক নঁহী পাস। অউৰো কো প্ৰমোধ হী, আপন চলে নিৰাশ।।
গৰীব, কথনী কে শুৰে ঘনে, কথৈঁ অটম্বৰ জ্ঞান। বাহৰ জবাব আওৱে নঁহী, লীদ কৰৈ মৈদান।।

**কথা প্ৰৱচন কৰা তথা নাম উপদেশ দিয়া কোনো শিশু খেল নহয় যে কাষলতিত পুথি লৈ বলা মইয়ে প্ৰৱচন শুনাওঁ। ৰামায়ন পাঠ কৰি দিওঁ, গীতা পাঠ কৰি দিওঁ, গ্ৰন্থ সাহেব পাঠ কৰি দিওঁ অৰ্থাৎ সৎসঙ্গ কৰো আৰু নাম দীক্ষা কৰাই দিওঁ আদি আদি। কথা প্ৰবচন আৰু নাম উপদেশ দান কৰা অধিকাৰ একমাত্ৰ পূৰ্ণ গুৰুই সম্পন্ন কৰিব পাৰে। কিয়নো পূৰ্ণ সাধু সন্ত (সিদ্ধ ব্যক্তি)ৰ মুখৰ শব্দত ক্ষমতা আছে। যেনেকুৱা সুখদেৱৰ বাক্যত আছিল। যদি কোনোবাই সৎসঙ্গ কৰে আৰু ধৰি লোৱা তেওঁ আম ফলৰ মহিমা**

**বৰ্ণাই আছে, যে আম বহুত মিঠা, ফলৰ ৰজা, তাৰ ৰং হালধীয়া ইত্যাদি ইত্যাদি। তেনে সময়ত কোনোৱাই যদি কয় ককাই আমটো দিয়াচোন? তেতিয়া সৎসঙ্গ কৰাজনে কয় যে মোৰ ওচৰত তো আম নাই। আকৌ আম বিচৰা জনে কয় যে, কত পোৱা যাব? তাৰ উত্তৰ মিলে, "নেজানো"। আম তো নিৰাকাৰ তাক কি দেখা পোৱা যায়। তেতিয়া আম বিচৰা জনে কব যে, হেৰা নিৰ্বোধ! তোমাৰ ওচৰত যেতিয়া আমেই নাই আৰু নাই তাৰ ঠিকনা কত আম পোৱা যাব? আকৌ কৈ আছা যে আম নিৰাকাৰ তেনেহলে মিছায়ে কিয় চিঞৰ-বাখৰ কৰি ফুৰা? এইখিনি কোৱাৰ অভিপ্ৰায় হ'ল — <u>তত্বজ্ঞান হীন তথা অধিকাৰ নোপোৱাকৈ কথা প্ৰবচন দিয়া আৰু তাৰ মুখৰ পৰা শুনা শ্ৰোতা সকলেও নৰক গামী হ'ব।</u>**

**যদি কোনো ব্যক্তি নিজে নিজেই গুৰু সাজি শিষ্য বনাই লয় তেহে বুজিবা তেওঁ নিজৰ মুৰত বোজা চপাই লৈছে। কিয়নো পৰমেশ্বৰৰ বিধান আছে যে যেতিয়ালৈ শিষ্য পাৰ নেপায় তেতিয়ালৈ গুৰু বাৰে বাৰে জনম লব লগীয়া হয়। পূৰ্ণ গুৰুই অধুৰা শিষ্যৰ পৰা এৰা পাবলৈ এনেকুৱা লীলা কৰে যাতে অজ্ঞানী শিষ্যৰ গুৰুৰ প্ৰতি ঘৃনাৰ উৎপত্তি হয়। যেনে কবীৰ সাহেৱ যেতিয়া কাশীত অৱতৰণ হৈছিল সেই সময়ত কবীৰৰ ৬৪ লাখ শিষ্য হৈ গৈছিল। সিবিলাকৰ (শিষ্যসকলৰ) পৰীক্ষা লোৱাৰ বাবে কবীৰ সাহেবে কাশী চহৰৰ এক কুখ্যাত বেশ্যাক সৎসঙ্গৰ জ্ঞান বুজাবৰ কাৰণে তাইৰ ঘৰ অহা যোৱা কৰিবলৈ আৰম্ভ কৰিলে। যিটো দেখি আৰু শুনি শিষ্য সকলৰ অন্তৰত গুৰুৰ প্ৰতি ঘৃনাৰ উদ্ৰেক হ'ল আৰু বিশ্বাস ভাঙি গল। মাথোন দুজন বাদে সকলো শিষ্য গুৰু বিহীন হৈ গল। সৎগুৰু গৰীবদাস মহাৰাজৰ বানীত প্ৰমাণ আছে যে, —**

গৰীব, চণ্ডালীকে চৌঁক মেঁ সৎগুৰু বৈঠ যায়। চৌষঠ লাখ গাৰত গয়ে, দো ৰহে সৎগুৰু পায়।।
ভৰৱা ভৰৱা সব কঁহৈ, জানত নাহি খোজ, দাস গৰীব কবীৰ কৰম সে, বাঁটত সিৰ কা বোঝ।।

**আমি আপোনাক এইটোয়ে প্ৰাৰ্থনা কৰো যে ভাৱি চিন্তি কিনা বেচা কৰক।**

**সামবেদৰ শ্লোক নং ৮২২ত বৰ্নাইছে যে তিনি নামৰ দ্বাৰা জীৱৰ মুক্তি হয়। প্ৰথম ওঁ, দ্বিতীয় সতনাম (তত্) আৰু তৃতীয় সাৰ নাম (সত্)। এইটো গীতাই প্ৰমাণ দিয়ে যে ওঁ-তত্ সত্ আৰু শ্ৰীগুৰু গ্ৰন্থ সাহেৱতো এই সতনাম জপ কৰিবলৈ ইঙ্গিত দিছে। সত্নাম-সত্নাম জপিবলৈ কোনো নাম নাই। এইটো তো সেই নামক জপিবলৈ ইঙ্গিত দিছে যিটো সঁচায়ে সত্য নাম হয়। এনে দৰে সাৰ নামো। অকলে ওঁ মন্ত্ৰ কোনো কামৰ নহয়। এই তিনি নাম তথা নাম দীক্ষা দিয়াৰ আজ্ঞা মোক মোৰ গুৰুদেৱ স্বামী ৰামদেৱানন্দজী মহাৰাজে দিয়া উপহাৰ যিটো কবীৰ পৰমাত্মাৰ পৰা বংশানুক্ৰমে চলি আহিছে। প্ৰথমে আপনালোকে সংসঙ্গ শুনক, সেৱা কৰক যাৰ দ্বাৰা আপোনাৰ ভক্তি ৰূপি খেতিক চম্ভালা যাব।**

কবীৰ, মানুষ জন্ম পায় কৰ, নঁহী ৰটৈ হৰি নাম। জেয়সে কুঁৱা জল বিনা, খুদৱায়া কিস কাম।।
কবীৰ, এক হৰি কে নাম বিনা, এ ৰাজা ঋষভ হো। মাটি ঢৌৱৈ কুম্হাৰ কী, ঘাস ন ডালেকো।।

**ইয়াৰ পিচত আপোনাৰ ভক্তি ৰূপি খেতিত বীজ বোৱাব লাগিব। শাস্ত্ৰৰ (কবীৰ পৰমাত্মাৰ বানী, বেদ, গীতা, কোৰাণ, পুৰাণ, ধৰ্মদাস সাহেব আদি সাধু সন্তৰ বানী) অধ্যয়নেৰে মোক্ষ (মুক্তি) প্ৰাপ্ত নহব। এই সকলো শাস্ত্ৰৰে মূল কথা এইটো যে পূৰ্ণ**

**মুক্তি পাবৰ বাবে পূৰ্ণ পৰমাত্মা কবীৰ সাহেবৰ প্ৰতিনিধি সন্ত মহাত্মা (যাক তেখেতৰ গুৰুই নাম দান প্ৰদান কৰিবৰ আজ্ঞা দিছে)ৰ পৰা নাম উপদেশ লৈ আত্মকল্যাণ কৰিব লাগে। যদি নাম নলয় তো —**

নাম বিনা সুনা নগৰ, পড়য়া সকল মে শোৰ।
লুট ন লুটি বন্দগী, হো গয়া হংসা ভোৰ।।
অদলী আৰতীঅদল অজুনী, নাম বিনা হ্যায় কায়া সুনী।
ঝুঠী কায়া, খাল লুহাৰা, ইঙ্গলা, পিঙ্গলা সুষমন দ্বাৰা।।
কৃতঘ্নী ভুলে নৰলোই, যা ঘট নিশ্চয় নাম ন হোই।
**সো নৰ কীট পতঙ্গ ভৱঙ্গা, চৌৰাশী, মে ধৰ হেয় অঙ্গা।**

**যদি বীজ নবয় তেনেহলে আত্মাৰূপী খেতিৰ কৰ্ষণ অৰ্থাৎ প্ৰস্তুতি ব্যাৰ্থ হ'ল। কবলৈ এইটো অভিপ্ৰায় যে ইয়াৰ দ্বাৰাই আপোনাৰ আত্মজ্ঞান হ'ব যিটো আৱশ্যক। কিন্তু পূৰ্ণ গুৰুৰ দ্বাৰাই নাম উপদেশ লোৱা অৰ্থাৎ বীজ বোৱা অতি আৱশ্যক। নাম মন্ত্ৰ সেইটোৱে জপিব লাগিব যিটো গুৰু নানক দেৱ, গৰীব দাস দেৱ, ধৰ্মদাস দেৱ আদি সাধু সন্তবোৰে জপিছিল। ইয়াৰ বাহিৰে অইন নামৰ দ্বাৰাই জীৱৰ মুক্তি নহব।**

**এই কাৰণে আপোনালোক সবে নাম উপদেশ লৈ ভক্তিৰূপী ধন আহৰণ কৰা আৰম্ভ কৰি দিব লাগে আৰু অইনকো বুজাব লাগে। যিমান সোনকালে পাৰে তিমানেই উত্তম। কিয়নো কোনোৱেই নেজানে কেতিয়াবা প্ৰান বায়ু ওলাই যায়। গুৰু নানক দেৱো কৈছে যে —**

"না জানে এ কাল কি কৰ ডাৰৈ, কিস বিধি ঢল যা পাসা ওৱে।
জিন্যাদে সিৰ তে মৌত খুড়গদী, উনানুঁ কেড়া হান্সা ওৱে।

**কবীৰ পৰমাত্মাই কয় যে —**

কবীৰ, শ্বাঁষ, শ্বাঁস মেঁ নাম জপো, ব্যাৰ্থা শ্বাঁস মত খোৱে।
ন জানে ইস শ্বাঁস কা, আৱন হো কে না হোৱে।।
সৎগুৰু সোই জো সাৰনাম দৃঢ়াৰৈ, অউৰ গুৰু কোই নাম ন আৱৈ।
"সাৰ নাম বিন পুৰুষ (ভগৱান) দ্ৰোহী"।

**অৰ্থাৎ যি গুৰু সাৰনাম বা সাৰ শব্দ নিদিয়ে নাইবা তাক তাৰ গুৰুই নাম উপদেশ দিয়াৰ অধিকাৰ দিয়া নাই অৰ্থাৎ শাস্ত্ৰ অধ্যয়নেৰে যদি কোনোবাই মনমুখী গুৰু সাজি নাম উপদেশ দিয়ে তেন্তে সেই গুৰু আৰু তাৰ শিষ্য বৰ্গই নৰকগামী হবই লাগিব। সিজন গুৰু ঈশ্বৰৰ শত্ৰু, বিদ্ৰোহী। তাক ঈশ্বৰৰ সভাত ওলোটাই ওলোমাই থোৱা হব।**

**বৰ্তমানে ভক্ত সমাজত নকল গুৰুৰ দ্বাৰা এটা ভূল ধাৰণা এনেদৰে বিস্তাৰ কৰা হৈছে যে যি এবাৰ গুৰু ধাৰণ কৰিব পিচত আকৌ গুৰু সলনি কৰা অনুচিত। অলপ বিচাৰ বিবেচনা কৰি চাওক যে, গুৰু হ'ল আমাৰ জন্ম-মৃত্যু ৰূপী ৰোগৰ পৰা পৰিত্ৰাণ দিয়া (উদ্ধাৰ কৰা) বৈদ্যহে। যদি এজন বৈদ্যৰ (বেজ) দ্বাৰা আমাৰ বেমাৰ নিস্তাৰ নহয় তেনেহলে আমি বৈদ্য সলনি কৰি ভাল বেজৰ (চিকিৎসক) কাষলৈ যাম যাতে আমাৰ বেমাৰ ভাল হয়। যেনেকা ধৰ্মদাস দেৱৰ প্ৰথম গুৰু ৰূপদাস জী আছিল। কিন্তু যেতিয়া ধৰ্মদাস দেৱে উমান পালে যে এই গুৰু পূৰ্ণ মুক্তি দাতা নহয় তেতিয়াই তাক ত্যাগ কৰি**

**পূৰ্ণ ব্ৰহ্ম পৰমেশ্বৰ সৎপুৰুষ কবীৰক নিজৰ গুৰু বনাই ললে আৰু পূৰ্ণ মুক্তি ধাম সত্যলোক প্ৰাপ্তি হ'ল। ঠিক এনেদৰে অধুৰা অপূৰ্ণ গুৰুক অতী শীঘ্ৰেই ত্যাজিব লাগে।**

"ঝুঠে গুৰু কে পক্ষকো, তজত ন কীজৈ ৰাৰি"

**অৰ্থ ঃ- "মিছা গুৰুক ত্যাগিবলৈ বিলম্ব নকৰিব"।**

**(গুৰু তথা নাম মহিমাৰ বানী)**

গৰীব, বিন উপদেশ অচম্ভ হেয়, কেওঁ জীৱত হ্যায় প্ৰান। বিন ভক্তি কঁহী ঠৌৰ হ্যায়, নৰ নাহি পাষান।।১।।
গৰীব, এক হৰিকে নাম বিনা, নাৰি কুতিয়া হো। গলী গলী ভোকত ফিৰৈ, টুক না ডালৈ কো।। ২।।
গৰীব, বিবি পৰদে ৰহে থী, ডয়োঢ়ী লগতী বাৰ। গাত উঘাড়ে ফিৰতী হ্যায়, বন কুতিয়া বাজাৰ।। ৩।।
গৰীব, নকবে সৰ নক সে বনী, পহৰত হাৰ হমেল। সুন্দৰী সে সুনহী (কুত্তিয়া) বনী, সুনী সাহেব কে খেল।। ৪।।
কৱীৰ, হৰি কে নাম বিনা, ৰাজা ঋষভ হোৱে। মাটি লদৈ কুম্হাৰ কৈ, ঘাস না ডালে কোৱে।। ৫।।
কৱীৰ, ৰাম কৃষ্ণ সে কৌন বড়া, উনহো ভী গুৰু কীনহা। তীন লোক কে ওৱে ধনী, গুৰু আগে আধীন।। ৬।।
কৱীৰ, গৰ্ভ যোগেশ্বৰ গুৰু বিনা, লাগা হৰি কী সেব। কহে কৱীৰ স্বৰ্গ সে ফেৰ দিয়া সুখদেৱ।। ৭।।
কৱীৰ, ৰাজা জনক সে নাম লে, কিনহী হৰি কী সেব (পুজা)। কহে কৱীৰ বৈকুণ্ঠ মে উল্ট মিলে সুখদেৱ।। ৮।।
কৱীৰ, সৎগুৰু কে উপদেশ কা, লায়া এক বিচাৰ। জো সৎগুৰু মিলতা নঁহী জাতা নৰক দ্বাৰ।। ৯।।
কৱীৰ, নৰক দ্বাৰ মে দূত সব, কৰতে খেঁচা তান। উনতে কবহু না ছুটতা, ফিৰ ফিৰতা চাৰো খান।। ১০।।
কৱীৰ, চাৰ খানো মেঁ ভ্ৰমতা, কবহু না লগতা পাৰ। সো ফেৰা মিট গয়া, সৎগুৰু কে উপকাৰ।। ১১।।
কৱীৰ, সাত সমুদ্ৰ মসি কঁৰু, লেখনী কঁৰু বনীৰায়। ধৰতী কা কাগদ কঁৰু, গুৰু গুণ লিখা ন যায়।। ১২।।
কৱীৰ, গুৰু বড়ে গোবিন্দ সে, মন মেঁ দেখ বিচাৰ। হৰি সুমৰে সো ৰহ গয়ে, গুৰু ভজে হুয়ে পাৰ।। ১৩।।
কৱীৰ, গুৰু গোবিন্দ দোনো খড়ে কাকে লাঁগু পাঁৱে। বলিহাৰী গুৰু আপনে, জিন গোবিন্দ দিয়া মিলায়।। ১৪।।
কৱীৰ, হৰি কে ৰূঁঠতা, গুৰু কী শৰণ মেঁ যায়। কৱীৰ গুৰু যো ৰুঠজাঁ, হৰি নঁহী হোত সহায়।। ১৫।।

## নাম কোনটো ৰামৰ জপিব লাগে?

**শ্ৰীমদ্গীতাৰ অধ্যায় নং ১৫ৰ শ্লোক নং ১৬**

**দ্বৌ, ইমৌ, পুৰুষৌ, লোকে, ক্ষৰঃ, চ, অক্ষৰঃ, এব, চ, ক্ষৰঃ, সৰ্বানি, ভূতানি, কুটস্থঃ, অক্ষৰঃ, উচ্চতে।।**

**অনুবাদ ঃ এই জগতত দুই প্ৰকাৰৰ ভগৱান আছে। নাশৱান আৰু অবিনাশী আৰু এই সকলো ভূত-প্ৰাণীৰ শৰীৰ নাশৱান কেৱল জীৱাত্মাকহে অবিনাশী বোলা হয়।**

**গীতা অধ্যায় নং ১৫ৰ শ্লোক নং ১৭**

**উত্তমঃ, পুৰুষঃ, তু, অন্যঃ, পৰমাত্মা, ইতি, উদাহৃতঃ, ইয়ঃ, লোকত্ৰয়ম্ আৱিশ্য, বিভৰ্তি, অব্যয়ঃ, ঈশ্বৰঃ।।**

**অনুবাদ ঃ- উত্তম ভগৱান তো অইন এজন হে, যি তিনিও লোকত প্ৰৱেশ কৰি সকলোকে ধাৰণ পোষণ কৰে সেই অবিনাশী পৰমাত্মাক এনেদৰে কোৱা হৈছে —।**

কবীৰ, অক্ষৰ পুৰুষ এক পেড় হ্যায়, নিৰঞ্জন বাকী ডাৰ।
ত্ৰিদেৱা (ব্ৰহ্মা, বিষ্ণু, শিৱ) শাখা ভয়ে, পাত ভয়া সংসাৰ।।
কবীৰ, তিন দেৱকো সব ধাওঁৱে, চৌথা দেৱকা মৰম না পাওঁৱে।
চৌথা ছাঁৰি পঞ্চম ধাওঁৱে, কহে কবীৰ সৌ হমৰে আওয়ে।।

কবীৰ, তিন গুনন কি ভক্তি মেঁ, ভূলি পৰিও সংসাৰ।
কহে কবীৰ নিজ নাম বিন, কৈসে উত্তৰে পাৰ।।
কবীৰ, ওঁঙ্কাৰ নাম ব্ৰহ্ম (কাল) কা, ইয় কৰ্তা মতি জানি।
সাঁচা শব্দ কবীৰ কা, পৰদা মাঁহি পহিচানি।।
কবীৰ, তিন লোক সব ৰাম জপত হ্যায়, জান মুক্তি কো ধাম।
ৰামচন্দ্ৰ বশিষ্ঠ গুৰু কিয়া, তিন কহি শুনায়ো নাম।।
কবীৰ, ৰাম কৃষ্ণ অৱতাৰ হ্যায়, ইনকা নাঁহি সংসাৰ।
জিন সাহেব সংসাৰ কিয়া, সো কিনহু জন্ময়া নাৰি।।
কবীৰ, চাৰ ভূজাকে ভজন মেঁ, ভূলি পৰে সব সন্ত।
কবীৰা সুমিৰৈ তাসু কো, জাকৈ ভুজা অনন্ত।।
কবীৰ, বশিষ্ট মুনি সে তত্ববেত্তা জ্ঞানী, শোধ কৰ লগ্ন ধৰৈ।
সীতা হৰণ মৰণ দশৰথ কো, বন-বন ৰাম ফিৰৈ।।
কবীৰ, সমুদ্ৰ পাটি লংকা গয়ে, সীতা কো ভৰতাৰ।
তাহি অগস্ত মুনি পিয় গয়ো, ইনমে কো কৰতাৰ।।
কবীৰ, গোৱৰ্দ্ধন কৃষ্ণজী উঠায়া, দ্ৰোনাগিৰি হনুমন্ত।
শেষ নাগ সব সৃষ্টি উঠাই, ইনমে কো ভগৱন্ত।।
গৰীব, দূৰ্বাসা কোঁপে তঁহা, সমঝ ন আই নীচ।
ছপ্পন কোটী যাদব কটে, মচী ৰুধীৰ কী কীচ।।
কবীৰ, কাটে বন্ধন বিপত্তি মেঁ, কঠিন কিয়া সংগ্ৰাম।
চিনহোঁ ৰে নৰ প্ৰাণীয়া, গৰুড় বড়ো কী ৰাম।।
কবীৰ, কহ কবীৰ চিত চেতহু, শব্দ কৰো নিৰুৱাৰ।
শ্ৰী ৰামচন্দ্ৰকো কৰ্ত্তা কহত হ্যায়, ভুলি পৰয়ো সংসাৰ।।
কবীৰ, জিন ৰাম কৃষ্ণ নিৰঞ্জন কিয়া, সো তো কৰতা নেয়াৰ।
অন্ধা জ্ঞান না বুঝই, কহে কবীৰ বিচাৰ।।
কবীৰ, তিন গুনন (ব্ৰহ্মা, বিষ্ণু, শিব) কী ভক্তি মেঁ ভূলি পড়য়ো সংসাৰ।
কহে কবীৰ, নিজ নাম বিনা, কৈছে উত্তৰো পাৰ।।

## ।। শব্দ।। (সন্ত ৰাম পাল দাস মহাৰাজৰ দ্বাৰা ৰচিত)

যুদ্ধ জীত কৰ পাণ্ডৱ, খুশী হুয়ে অপাৰ। ইন্দ্ৰপ্ৰস্থ কী গদ্দী পৰ, যুধিষ্ঠীৰ কী সৰকাৰ।। ১।।
এক দিন অৰ্জুন পুঁছতা, সুন কৃষ্ণ ভগৱান। একবাৰ ফিৰ শুনা দিয়ো, উৱ নিৰ্মল গীতা জ্ঞান।। ২।।
ঘমাশান যুদ্ধ কে কাৰণ, ভূল পড়ী হ্যায় মোঁহে। জোঁ, কা তেৰোঁ কহনা ভগৱন, তনিক না অন্তৰ হোৱে।।৩।।
ঋষি মুনি অউৰ দেৱতা, সবকো ৰহে তুম খায়। ইনকো ভী নহী ছোড়া আপনে, ৰহে তুমৰা হী গুণ গায়।। ৪।।
কৃষ্ণ বোলে অৰ্জুন সে, ইয় গলতী কেওঁ কিন। এয়সে নিৰ্মল জ্ঞান কো ভূল গয়া বুদ্ধিহীন।। ৫।।
অব মুঝে ভী কুছ এয়াদ নঁহী, ভূল পড়ী নিদান। যোঁ কা তেওঁ উস গীতা কা মৈঁয় নঁহী সকতা গুণগান।। ৬।।
স্বয়ং শ্ৰীকৃষ্ণকো এয়াদ নঁহী অউৰ অৰ্জুন কো ধমকাঁয়ে। বুদ্ধি কাল কে হাত হ্যায়, চাহে ত্ৰিলোকী নাথ কহলাৱে।।৭।।
জ্ঞান হীন প্ৰচাৰ কা, জ্ঞান কঁথে দিন ৰাত। যো সৰ্ব কা খানেওৱালা, কঁহে উসি কী বাত।। ৮।।
সৱ কহেঁ ভগৱান কৃপালু হ্যায়, কৃপা কৰে দয়াল। জিসকী সব পুজা কৰে, উৱ স্বয়ং কহে ম্যাঁয় কাল।। ৯।।

মাৰে খাওৱে সব কো, উৱ কৈসা কৃপাল। কুত্তা, গধে, সুৱৰ বনাৱে হ্যায়, ফিৰ ভী দীন দয়াল।। ১০।।
বাইবেল, বেদ, কুৰাণ হ্যায়, যৈছে চাঁদ প্ৰকাশ। সুৰজ জ্ঞান কবীৰ কা, কৰৈ তিমৰ কা নাশ।। ১১।।
ৰাম পাল, সাচ্চা কহে, কৰো বিবেক বিচাৰ। সতনাম ওৰ সাৰনাম, এহী মন্ত্ৰ হ্যায় সাৰ।। ১২।।
কবীৰ হমাৰা ৰাম হ্যায়, উৱ হ্যায় দীন দয়াল। সংকট মোচন কষ্ট হৰণ, গুণ গাওৱে ৰাম পাল।। ১৩।।

## ।। শব্দ।। (সন্ত ৰাম পাল দাস মহাৰাজৰ দ্বাৰা বিৰচিত)

ব্ৰহ্মা, বিষ্ণু, শিৱ, হ্যাঁয় তিনো লোক প্ৰধান। অষ্টাঙ্গী ইনকি মাতা হ্যায়, অউৰ পিতা কাল ভগৱান।। ১।।
এক লাখ কো কাল, নিত খাওৱে সিনা তান। ব্ৰহ্মা বনাওৱে বিষ্ণু পালৈ, শিৱ কৰ দে কল্যান।।২।।
অৰ্জুন ডৰ কে পুছতা হ্যায়, ইয় কৌন ৰূপ ভগৱান? কহৈ নিৰঞ্জন ম্যাঁয় কাল হুঁ, সবকো আয়া খান।।৩।।
ব্ৰহ্ম নাম ইসি কা হ্যায়, বেদ কৰে গুন গান। জনম, মৰন চৌৰাশী, ইয় ইসকা সংবিধান।। ৪।।
চাৰ ৰাম কি ভক্তি মেঁ, লগ ৰহা সংসাৰ। পাঁচৱে ৰাম কা জ্ঞান নঁহী, যো পাৰ উতাৰণ হাৰ।। ৫।।
ব্ৰহ্মা, বিষ্ণু, শিৱ তিনো গুণ হ্যায়, দুসৰা প্ৰকৃতি কা জাল। লাখ জীৱ নিত ভক্ষন কঁৰে, ৰাম তীসৰা কাল।। ৬।।
অক্ষৰ পুৰুষ হ্যায় ৰাম চৌথা, জৈসে চন্দ্ৰমা জান। পাঁচৱা ৰাম কবীৰ হ্যায় জৈসে উদয় হুৱা ভান।। ৭।।
ৰাম দেৱানন্দ গুৰুজী, কৰ গয়ে নজৰ নিহাল। সত্‌নাম কা দিয়া খজানা, বৰতৈ ৰাম পাল।। ৮।।

# নাম (দীক্ষা) লোৱা মানুহৰ বাবে আৱশ্যক সুচনা।

**১। পূৰ্ণ গুৰুৰ পৰিচয় ঃ- বৰ্তমান কলিযুগত ভকত সমাজৰ কাৰণে জটিল প্ৰশ্নৰ অৱতাৰণা হৈছে পূৰ্ণ গুৰুক চিনি উলিওৱা। কিন্তু ইয়াৰ অতি লঘু আৰু সাধাৰণ উত্তৰ হ'ল— যি গুৰুৱে শাস্ত্ৰ বিধি অনুযায়ী ভক্তি সাধন কৰে আৰু নিজৰ অনুগত বিলাককো (শিষ্যবিলাকক) তেনে কৰোৱায় সেই জনেই পূৰ্ণ গুৰু বা পূৰ্ণ সন্ত। কিয়নো ভক্তি মাৰ্গৰ সংবিধান হ'ল, ধাৰ্মিক শাস্ত্ৰ যেনে — কবীৰ সাহেবৰ বাণী, নানক সাহেবৰ বাণী, সন্ত গৰীব দাস মহাৰাজৰ বাণী, সন্ত ধৰ্মদাস সাহেবৰ বাণী, বেদ, গীতা, পুৰাণ, কোৰাণ, পৱিত্ৰ বাইবেল আদি। যি সাধু সন্তই শাস্ত্ৰ অনুসৰি ভক্তি সাধনা বৰ্ণায় আৰু ভকত সমাজক তেনে মাৰ্গ দেখুৱায় তেওঁৱে পূৰ্ণ সাধু বা সন্ত। ইয়াৰ বিপৰীত যিজন, তেওঁ ভকত সমাজৰ ঘোৰ শত্ৰু। যিয়ে শাস্ত্ৰ বিৰুদ্ধ সাধনা কৰাই আছে। এই অমূল্য মানৱ জীৱনৰ লগত ধেমালী কৰি আছে। এনেকুৱা গুৰু বা সাধুক ঈশ্বৰৰ সভাত ঘোৰ নৰকৰ শাস্তি ওলোটাকৈ ওলোমাই থোৱা হ'ব।**

**উদাহৰণ হিচাবে যদি কোনো অধ্যাপকে পাঠ্যক্ৰম বহিৰ্ভূত শিক্ষা প্ৰদান কৰে তেন্তে তেওঁ ছাত্ৰ সকলৰ দোৰ্ঘোৰ শত্ৰু বুলি প্ৰতিপন্ন হ'ব।**

**গীতা অধ্যায় নং - ৭ৰ শ্লোক নং -১৫**

ন, মাম্, দুষ্কৃতিনঃ, মুঢ়াঃ, প্ৰপদ্যন্তে, নৰা ধমাঃ,
মায়য়া, অপহৃত জ্ঞানাঃ, আসুৰম, আশ্ৰিতাঃ।।

**অনুবাদ ঃ মায়াৰ দ্বাৰা যাৰ জ্ঞান হৰণ হৈছে এনে আসুৰিক স্বভাৱৰ দ্বাৰা অভ্যস্ত, দুৰাচাৰী, নৰাধম মুৰ্খই মোক নভজে অৰ্থাৎ সিবিলাকে তিনি গুণ থকা (ৰজগুণ-ব্ৰহ্মা, সত্‌গুণ-বিষ্ণুদেৱ, তমগুণ-শিৱ)ক হে ভক্তি-সাধনা কৰে। যৰ্জুবেদ অধ্যায় নং ৪০, শ্লোক নং - ১০ (সন্ত ৰাম পাল দাসৰ দ্বাৰা ভাষা-ভাষ্য)**

**অন্যদেৱাহুঃ সম্ভৱাদন্যদাহুৰ সম্ভৱাত্, ইতি শুশ্ৰুম ধীৰানাম এয়ে নস্তদ্বিচ্চক্ষিৰে।।১০।।**

**অনুবাদ ঃ পৰমাত্মাৰ বিষয়ে সামান্যভাবে নিৰাকাৰ অৰ্থাৎ কেতিয়াও জনম**

**নোলোৱাকে কোৱা হয়। দ্বিতীয়তে আকাৰ অৰ্থাৎ জন্ম লৈ অৱতাৰী ৰূপত অহাটোকে বুজায়। যি স্থায়ী অৰ্থাৎ পূৰ্ণজ্ঞানীয়ে ভালদৰে শুনায় আৰু বুজায় তাক এইদৰে শুদ্ধ ভাবে সেইটো সমৰূপত অৰ্থাৎ যথাৰ্থ ৰূপত ভিন্য-ভিন্য ৰূপৰ দ্বাৰা প্ৰত্যক্ষ জ্ঞান কৰায়।**

**গীতা অধ্যায় নং - ৪ৰ শ্লোক নং- ৩৪**

তত্, বিদ্ধি, প্ৰণিপাতেন, পৰি প্ৰশ্নেন, সেবয়া,
উপদেশ্যয়ন্তি, তে, জ্ঞানম্, জ্ঞানিনঃ, তত্বদৰ্শিনঃ।।

**অনুবাদ ঃ সৎগুৰুৰ শৰণাগত হৈ তাক দণ্ডবৎ প্ৰণাম কৰি কপটতা এৰি সৰলতা পূৰ্বক প্ৰশ্ন কৰিলেহে সেই তত্বদৰ্শীয়ে পৰমাত্ম তত্ব জ্ঞাত জ্ঞানী মহাত্মাই তোমাক তত্ব জ্ঞানৰ উপদেশ প্ৰদান কৰিব।**

**২। নিশা জাতীয় বস্তুৰ সেৱন নিষেধ ঃ হোকা, মদ্যপান, বীয়েৰ, তামুক, বিৰি, ছিগাৰেট, আফিম সেৱন, গুটকা, আমোদ-প্ৰমাদৰ উৰদিহ লোৱা, গাঞ্জা পান কৰা, চৰস, মঙহ, কণী আদি আৰু অইন নিশা জাতীয় বস্তুৰ ভক্ষণ সেৱন তো দূৰ এনেকি কাকো আনি দিয়াও উচিত নহয়। মুক্তিদাতা গৰীব দাস মহাৰাজে এই সকলো বস্তুক বহুত বেয়া বুলি বৰ্ণাই নিজৰ বাণীত কৈছে যে—**

সুৰাপান, মদ্য, মাংসাহাৰী, গমন কৰে ভোগৈ পৰনাৰী। সত্তৰ জনম কটত হ্যায় শীসম, সাক্ষী সাহীৱ হ্যায় জগদীশম।
পৰ দ্বাৰা স্ত্ৰী কা খোলৈ, সত্তৰ জনম অন্ধা হো ডোলে। মদিৰা পীৱে কড়ৱা পানী, সত্তৰ জনম শওৱান কে জানি।।
গৰীব, হুককা হৰদম পিৱতে, লাল মিলাৱে ধুৰ। ইসমেঁ সংশয় নঁহী, জন্ম পিছলে সুৰ।। ১।।
গৰীব, সো নাৰী জাৰি কৰে, সুৰা পান সৌবাৰ। এক চিলম হুককা ভৰৈ, ডূবৈ কালী ধাৰ।। ২।।
গৰীব, সুৰ গউ কুঁ খাত হ্যায়, ভক্তি বিহুনে ৰাড়। ভাং তম্বাকু খা গঁয়ে, সো চাবত হ্যাঁয় হাড়।। ৩।।
গৰীব, ভাং তম্বাকু পীৰ হী, সুৰা পান সে হেত। গোস্ত মট্টী খায় কৰ, জঙ্গলী বনে প্ৰেত।। ৪।।
গৰীব, পান তম্বাকু চাব হী, নাস নাক মেঁ দেত। সো তো ইৰানে গয়ে, যেঁউ ভৰভূজে কা ৰেত।। ৫।।
গৰীব, ভাং তম্বাকু পিৱ হী, গোস্ত গলা কবাব। মোৰ মৃগ কুঁ ভক্ষত হ্যাঁয়, দেঙ্গে কঁহা জৱাব।। ৬।।

**৩। তীৰ্থ স্থানত যোৱা নিষেধ ঃ- কোনো ধৰণৰ ব্ৰত পালিব নেলাগে। যি কোনো তীৰ্থ যাত্ৰা, গঙ্গা স্নান কৰা, অন্য ধাৰ্মিক স্থানত স্নান কৰা তথা দৰ্শন কৰিবলৈ যাব নেলাগে। কোনো মন্দিৰ নাইবা মঠ, বা ধামত পূজা তথা ভক্তি ভাৱেৰে যাব নেলাগে যে, ইয়াত ভগৱান আছে। ভগৱান কোনো পশু নহয় যে তাক পুজাৰীয়ে মন্দিৰত বান্ধি ৰাখি থৈ দিছে। ভগৱান প্ৰতিটো ঘটতে ব্যাপী আছে। ইবিলাক সকলো শাস্ত্ৰ বিৰুদ্ধ সাধনা।**

**অলপ বিবেক বিবেচনা কৰি চাওক যে এই সকলো তীৰ্থ স্থান সমূহ যেনে — (জগন্নাথ মন্দিৰ, বদৰী নাথ, অযোধ্যা ৰাম মন্দিৰ, কাশী ধাম, ছুড়ানী ধাম আদি) মন্দিৰ, মস্জিদ, গুৰু দুৱাৰ, চাৰ্চ তথা ধাম আদি এনে ঠাই সমূহ যত এ সময়ত কোনো সাধু সন্তই অৱস্থান কৰি আছিল। তেখেতে তাত নিজেই ভক্তি সাধনা কৰি নিজৰ ভক্তি ৰূপি পূণ্য ধন সংগ্ৰহ কৰি দেহ ত্যাগ কৰি নিজৰ ইষ্ট দেৱৰ লোক ধামত গুচি গৈছে। তাৰ পিচত সেই সাধু সন্তৰ স্মৰণীয় প্ৰমাণ কৰি ৰাখিবলৈ তাত কোনোবাই মন্দিৰ, মসজিদ, কোনোবাই গুৰুদুৱাৰ, কোনোবাই চাৰ্চ বা ধৰ্মশালা বনাই দিলে। যাতে তেখেতৰ স্মৃতি যুগমীয়া হৈ থাকে আৰু আমাৰ নিচিনা নিৰীহ-নিচলা প্ৰাণীৰ প্ৰমাণ মিলে যে আমিও এনে ভক্তি সাধনা কৰিব লাগে যেনেকৈ সেই সাধু মহাত্মাই ভক্তি সাধন কৰিছিল। এই**

**সকলো ধাৰ্মিক ঠাই সমূহে আমাক জনাই দিয়ে যে যেনেকৈ ভক্তি সাধনা ইবিলাক সাধু সন্তই কৰিছিল ঠিক তেনেকৈ আপোনালোকেও কৰক। ইয়াৰ বাবে এই পদ্ধতিৰে ভক্তি সাধন কৰা তথা বুজাই দিয়া সাধু সন্তক বিচাৰি উলিওৱা আৰু তেওঁ যেনেকৈ কয় তেনেকৈ সাধন কৰা। কিন্তু পিছত ভক্তি সাধনৰ পৰিবৰ্তে এই ঠাই সমূহৰে পুজা আৰম্ভ হৈ গ'ল যিটো সমুলি ব্যাৰ্থ আৰু শাস্ত্ৰ বিৰুদ্ধ।**

**এই সকলো ঠাই তো এনে এখন ঠাইৰ নিচিনা যত কোনো মিঠাই বনোৱা কাৰিগৰে জুইশাল বনাই তাত জেলেপি, লাৰু আদি বনাই স্বয়ং নিজে খাই আৰু সঙ্গী সাথী সকলক খুৱাই ইহলোক এৰি গুচি গল। তাৰ পিছত সেই ঠাইত না তো সেই মিঠাই বনোৱা কাৰিগৰ জন না তো সেই সুস্বাদু মিঠাই। মাথোন জুইশালখনহে দেখিবলৈ পাবা। সিখনে না আমাক মিঠাই বনোৱা শিকাব পাৰে না আমালোকৰ পেট ভৰাব পাৰে। এতিয়া যদি কোনোবাই কয় - আহা ভাইটি আপোনাক সেই জুইশালখন দেখুৱাই লৈ আহোঁ য'ত এসময়ত এজন মিঠাই বনোৱা কাৰিগৰে সুস্বাদু মিঠাই বনাইছিল। বলা যাওঁ। তাত গৈ সেই জুইশালখন দেখিলে আৰু মনৰ বিশ্বাসত সাত পাক মাৰিলে। সঁচাই কি আপুনী মিঠাই পালে জানোঁ? নাইবা মিঠাই বনোৱা কাৰিগৰ জনক, যিয়ে মিঠাই বনোৱাৰ পদ্ধতি শিকাব পায়। ইয়াৰ বাবে আপোনাক তেনেকুৱা মিঠাই বনোৱা কাৰিগৰ জনক বিচাৰি উলিয়াব লাগিব যিয়ে প্ৰথমে আপোনাক সুস্বাদু মিঠাই খুৱাব পাৰিব আৰু বনোৱাৰ বিধি বিধান শিকাব পাব। আকৌ তেওঁ যেনেকৈ কয় ঠিক তেনেকৈ কৰিবা, বেলেগকৈ নহয়।**

**ঠিক এনেদৰে তীৰ্থ স্থানক পূজা নকৰি তেওঁৰ নিচিনা সাধু সন্তক খোজ বিচাৰ কৰি উলিয়াবা যিয়ে শাস্ত্ৰ অনুসৰি পূৰ্ণ পৰমাত্মা কবীৰদেৱক পূজা কৰিবলৈ বা ভক্তি সাধন কৰিবলৈ কয়। আকৌ যেনেকৈ তেওঁ কয় ঠিক তেনেকৈয়ে কৰিবা, নিজৰ খুশী মতে একো নকৰিবা।**

**সামবেদ সংখ্যা নং ১৪০০, উৰ্তাচিক অধ্যায় নং - ১২, খণ্ড নং ৩, শ্লোক নং - ৫ (সন্ত্ ৰামপাল দাসৰ দ্বাৰা ভাষা-ভাষ্য) ঃ-**

ভদ্ৰা বস্ত্ৰা সমান্যাওৱসানো মহান্ কবি নিৰ্বচনানি শমসন।
আ ৱশ্চয়ষ্য চম্বোহ পুয়মানো বিচক্ষনো জাগৃৱিৰ্দেৱৱীতৌ।।৫।।

**অনুবাদ ঃ- চতুৰ ব্যক্তিয়ে নিজ বচনৰ দ্বাৰা পূৰ্ণ পৰমাত্মা (পূৰ্ণ পৰম ব্ৰহ্ম)ৰ পূজাৰ সত্যমাৰ্গ দৰ্শন নকৰি অমৃতৰ ঠাইত অইনৰ পূজা উপাসনা (যেনে — ভূতৰ পুজা প্ৰেতৰ পুজা, শ্ৰাদ্ধ কৰা, তিনি গুণৰ পূজা (ৰজগুণ-ব্ৰহ্মা, সত্গুণ - বিষ্ণুদেৱৰ, তমগুণ - শিৱৰ) তথা ব্ৰহ্ম কালৰ পুজা মন্দিৰ-মসজিদ গুৰুদুৱাৰ গীৰ্জা তথা তীৰ্থ উপৱাস আদিৰ উপসানা) ৰূপী ফোঁহা আৰু ঘাঁৰ পৰা ওলোৱা তেজ পুঁজক অতি আদৰেৰে গাখন ধোৱে। তাকেই পৰম সুখ দায়ক বুলি ভাবে। কিন্তু পূৰ্ণ ব্ৰহ্ম কবীৰ পৰমাত্মা সাধাৰণ বেশ ভূষা ধাৰণ কৰি স্বশৰীৰে (বস্ত্ৰৰ অৰ্থ হ'ল বেশভূষা-সাধু মহাত্মাৰ ভাষাত ইয়াক চোলা বুলিও কয়। যেনে- কোনো সাধু মহন্তই দেহ এৰিলে তাক কয় যে সাধু মহন্তই চোলা এৰিলে) সত্যলোকত থকা শৰীৰৰ সমান হাড়-মঙহৰে গঠীত শৰীৰ ধাৰণ কৰি সাধাৰণ মানুহৰ নিচিনা জীৱন ধাৰণ কৰি, এই জগতত নিজৰ সঙ্গী আৰু অনুগত সকলৰ মাধ্যমেৰে সত্যজ্ঞানৰ বৰ্ণন আৰু প্ৰচাৰ কৰি, পূৰ্ণ পৰমাত্মাৰ লুকাই থকা বাস্তৱিক**

**সত্যজ্ঞান তথা ভক্তিক জাগ্ৰত কৰে।**

**গীতা অধ্যায় নং - ১৬ৰ শ্লোক নং ২৩**

যঃ, শাস্ত্ৰবিধিম, উৎসৃজ্যয়, বৰ্ততে, কাম কাৰতঃ, ন, সঃ,
সিদ্ধিম্, অৱাপ্নোতি, ন, সুখম্, ন, পৰাম্, গতিম্।।

**অনুবাদ ঃ- যি ব্যক্তি শাস্ত্ৰবিধি ত্যাগ কৰি নিজৰ খেয়াল খুচীমতে আচৰণ কৰে তেওঁৰ কোনো সুঃখ, সিদ্ধি আৰু পৰম গতি প্ৰাপ্ত নহয়।**

**গীতা অধ্যায় নং ৬ৰ শ্লোক নং ১৬**

ন, অতি, অশ্ৰ্নতঃ তু, যোগঃ, অস্তি, ন, চ, একান্তম্,
অনশ্ৰ্নতঃ, ন, চ, অতি, স্বপ্নশীলষ্য, জাগ্ৰতঃ, ন, এব, চ, অৰ্জুন।।

**অনুবাদ ঃ- হে অৰ্জুন! এই যোগ অৰ্থাৎ ভক্তি যি অধিক ভোজনাহাৰী যি না নিত্যান্ত অনাহাৰী, না একান্ত নিৰ্জন ঠাইত বহি সাধন কৰা তথা না বেচিকৈ টোপনী যোৱা নাইবা সদায় উজাগৰে থকা সকলৰ সিদ্ধি হয়।**

পুজৈ দেই ধাম কো, শীশ হলাওৱে যো। গৰীবদাস সাঁচী কহে, হদ কাফিৰ হ্যায় সো।।
কৰীৰ, গঙ্গা ঘাঠে ঘৰ কৰৈ পিৱৈ নিৰ্মল নীৰ। মুক্তি নঁহী হৰি নাম বিন, সৎগুৰু কহে কৰীৰ।।
কৰীৰ, তীৰ্থ কৰ-কৰ জগ মুৱা, উঁড়ে পানী নেহায়। ৰাম হী নাম না জপা, কাল ঘসীটে যায়।।
গৰীৰ, পিতল হী কা থাল হ্যায়, পিতল কা লোটা। জড় মুৰত কো পুজতেঁ, আওৱেগা টোটা।।
গৰীব, পিতল চমচ্চা পুজিয়ে, যো থাল পড়োসে। জড় মুৰত কিস কাম কি, মতি ৰহো ভৰোসে।।
কৰীৰ, পৰ্বত-পৰ্বত মেঁ ফিৰয়া, কাৰণ অপনে ৰাম। ৰাম সৰীখে জন মিলে, জিন সাৰে সব কাম।।

**৪। প্ৰেতৰ পুজা নিষেধ ঃ- কোনো ধৰণৰ প্ৰেতৰ পুজা, শ্ৰাদ্ধ (শৰাধ) কৰোৱা আদি একো কৰিব নেলাগে। ভগৱান শ্ৰী কৃষ্ণইও ইবিলাক ভূত-প্ৰেতৰ পূজা একেবাৰে সাফ্ মানা কৰি দিছিল। গীতাৰ অধ্যায় নং ৯ৰ শ্লোক নং ২৫ বৰ্ণাইছে যে —**

যান্তি, দেৱব্ৰতাঃ, দেবান, পিতৃঋণ, যান্তি, পিতৃব্ৰতাঃ।
ভূতানি, যান্তি, ভূতেয্যাঃ, মদ্ধ্যাজিনঃ, অপি, মাম্।

**অনুবাদ ঃ- দেৱতাক পূজা কৰা সকলে দেৱত্ব প্ৰাপ্তি, প্ৰেতক পূজা কৰা সকলে প্ৰেতত্ব প্ৰাপ্তি, ভূতক পূজা কৰা সকলে ভূত যোনী প্ৰাপ্তি আৰু মতানুসৰি পূজন কৰা ভকত সকলে মোকেই পাই লাভান্বিত হ'ব।**

**মুক্তিদাতা গৰীবদাস মহাৰাজে আৰু কৱীৰ পৰমাত্মাই কয় যে —**

গৰীব, ভূত ৰমৈ সো ভূত হ্যায়, দেব ৰমৈ সো দেৱ। ৰাম ৰমৈ সো ৰাম হ্যায়, সুনো সকল সুৰ ভেৱ।।

**এই কাৰণে সেই (পূৰ্ণ পৰমাত্মা) পৰমেশ্বৰক ভক্তি কৰা যাৰ দ্বাৰা পূৰ্ণ মুক্তি হ'ব। সেই পূৰ্ণ ব্ৰহ্ম হ'ল — সৎপুৰুষ কৱীৰ পৰমাত্মা। ইয়াৰ প্ৰমাণ গীতা অধ্যায় নং ১৮ শ্লোক নং ৪৬ত বৰ্ণিত আছে।**

যতঃ, প্ৰবৃত্তিৰ্ভূতানাম, যেন, সৰ্বমিদম, ততম্।
স্বকৰ্মনা, তমভ্যয়চৰ্য্য, সিদ্ধিম, বিন্দতি, মানৱঃ।। ৪৬।।

**অনুবাদ ঃ- যি পৰমেশ্বৰৰ দ্বাৰা সম্পূৰ্ণ প্ৰাণী জগতৰ উৎপত্তি হৈছে আৰু যিয়ে এই সমস্ত জগত ব্যাপী আছে, সেই পৰমেশ্বৰক স্বাভাৱিক কৰ্মৰ দ্বাৰা পূজা-সেৱা কৰি মনুষ্যই পৰম সিদ্ধিকো প্ৰাপ্ত হ'ব পাৰে।।**

**গীতা অধ্যায় নং ১৮ৰ শ্লোক নং - ৬২**

তমেব, শৰনম, গচ্ছ, সৰ্বভাবেন ভাৰত।
তত্প্ৰসাদাৎ পৰাম, শান্তিম, স্থানম, প্ৰাপয়স্যি স্বাশতম্।। ৬২।।

**অনুবাদ ঃ- হে ভৰত বংশোদ্ভৱ অৰ্জুন! তুমি সৰ্বতো ভাবে সেই পৰম ঈশ্বৰৰ শৰণত গুচি যোৱা। তেওঁৰ কৃপাত তুমি পৰম শান্তি (মোক্ষ) আৰু অবিনাশী পৰম পদকো প্ৰাপ্ত হবা।**

**ওপৰত বৰ্ণিত সৰ্বতোভাব শব্দটোৰ তাৎপৰ্য্য হ'ল — অইন যি কোনো দেৱ-দেৱীৰ পূজা সেৱা নকৰি মন-কৰ্ম বচনৰ দ্বাৰা এক পৰমেশ্বৰৰ ওপৰত আস্থা (বিশ্বাস) ৰখা।**

**গীতা অধ্যায় নং -৮ৰ শ্লোক নং ২২ ঃ-**

পুৰুষ ঃ স পৰঃ পাৰ্থ ভক্ত্যয়া লভ্যস্তনন্যয়া।
যস্যান্তঃ স্থানি ভূতানি যেন সৰ্বমিদম ততম্।। ২২।।

**অনুবাদ ঃ- হে পৃথা নন্দন অৰ্জুন! সম্পূৰ্ণ প্ৰাণী যাৰ অন্তৰ্গত আৰু যাৰ দ্বাৰা এই গোটেই জগত ব্যাপ্ত সেই পৰম পুৰুষ পৰমাত্মাক অনন্য ভক্তিৰ দ্বাৰা লভ্য যোগ্য।**

**অনন্য ভক্তিৰ তাৎপৰ্য্য হ'ল — এক পৰমেশ্বৰ (পূৰ্ণ ব্ৰহ্ম)ৰ ভক্তি সাধন কৰা। অইন দেৱ দেৱী অৰ্থাৎ তিনি গুণ থকা যেনে (সত্ গুণ- বিষ্ণুদেৱ, ৰজগুণ - ব্ৰহ্মা, তমগুন - শিৱ) আদিৰ পূজা-সেৱা ভক্তি সাধন নকৰা।**

**গীতা অধ্যায় নং - ১৫ শ্লোক নং ১-৪ লৈ ঃ-**

উৰ্দ্ধমূলম্, অধঃশাখম্, অশ্বত্থম্, প্ৰাহুঃ, অব্যয়ম্,
ছন্দামসি, যষ্য, পৰ্নানি, যঃ, তম্, বেদ, সঃ, বেদবিত্।। ১।।

**অনুবাদ ঃ- ওপৰফালে মূল শিপাৰে সৈতে বট গছৰ গা-গছ, তলৰ ফালে ডাল, তাৰ তলত শাখা ডাল, তাৰ তলত উপশাখা ডালৰ সৈতে পাত ৰূপী এই জগত সংসাৰ বৃক্ষ (গছক)ক যিয়ে জানি পাইছে বা জ্ঞাতবান হৈছে সেই ভক্তাত্মাই পূৰ্ণ জ্ঞানী (বেদজ্ঞ)।**

**গীতা অঃ ১৫, শ্লোক নং - ২ ঃ-**

অধঃ, চ, উৰ্দ্ধম্, প্ৰসৃতাঃ, তস্য, শাখাঃ, গুণ প্ৰবৃদ্ধাঃ, বিষয় প্ৰবালাঃ,
অধঃ, চ, মুলানি, অনুসন্ততানি, কৰ্মানুবন্ধিনী, মনুষ্যলোকে।। ২।।

**অনুবাদ ঃ- সেই সংসাৰ ৰূপী গছৰ তলৰ আৰু ওপৰৰ তিনি গুণী ৰজগুণ-ব্ৰহ্মা, সত্গুন-বিষ্ণু, তমগুণ-শিৱৰ দৰে বিয়পি পৰা বিকাৰ যেনে কাম, ক্ৰোধ, লোভ, মোহ, অহংকাৰ ৰূপী ৰিপু থকা ডালৰ ব্ৰহ্মা, বিষ্ণু, শিৱই জীৱৰ কৰ্ম বন্ধনৰ মূল কাৰণ। সেয়ে মনুষ্য লোক, স্বৰ্গলোক, নৰকলোক পৃথিৱী লোক তলে উপৰ (চৌৰাশী লাখ যোনী ভ্ৰমন) ব্যাৱস্থাপিত হৈছে।**

**গীতা অধ্যায় নং - ১৫ শ্লোক নং - ৩ ঃ-**

ন, ৰূপম্, অস্য, ইহ, তথা, উপলভ্যয়তে, ন, অন্তঃ, ন, চ, আদিঃ, ন, চ,
সম্প্ৰতিষ্ঠা, অশ্বতথ্যম্, এনম্, সুৰিৰূঢ়মূলম্, অসঙ্গশস্ত্ৰেন, দৃঢ়েন, চিত্তৱা।।৩।।

**অনুবাদ ঃ- এই ৰচনাৰ না আদি না অন্ত, না তেনে স্বৰূপ পোৱা যায় তথা ইয়াত বিচাৰাধীন অৱস্থাত অৰ্থাৎ মোৰ দ্বাৰা দি থকা গীতা জ্ঞানৰ পূৰ্ণ জানকাৰী মোৰ নাই**

**কিয়নো সৰ্ব্ব ব্ৰহ্মাণ্ড ৰচনাৰ সুন্দৰ স্থিতিৰ জ্ঞান মোৰো নাই। এই ধুনীয়া স্থাই স্থিতি থকা মজবুত স্বৰূপী নিৰ্মল তত্বজ্ঞান ৰূপী দৃঢ় শস্ত্ৰৰ দ্বাৰা অৰ্থাৎ নিৰ্মল তত্বজ্ঞানৰ দ্বাৰা ছেদন কৰি অৰ্থাৎ নিৰঞ্জনৰ ভক্তিক অলপ জানি। (৩)**

**গীতা অধ্যায় নং - ১৫ৰ শ্লোক নং - ৪ ঃ-**

ততঃ, পদম তত্পৰিমাৰ্গিতিব্যম যস্মিনগতা ন নিবৰ্তন্তি ভূয়ঃ।
তমেব চাদ্যম পুৰুষম প্ৰপদ্যে যতঃ প্ৰবৃত্তিঃ প্ৰসৃতা পুৰাণী।। ৪।।

**অনুবাদ ঃ- তাৰ পিচত সেই পৰম পদ পৰমাত্মাৰ খোজ কৰিব লাগে। যাক পালে মানুহে আকৌ সংসাৰলৈ উলটি আহিব নেলাগে। সেই অনাদি কালৰ পৰা আৰু যাৰ পৰা এই সকলো প্ৰৱৰ্তন আৰু বিস্তাৰ হৈছে, সেই আদি পুৰুষ পৰমাত্মাৰ মই শৰণাগত।**

**এইদৰে স্বয়ং ভগৱান শ্ৰীকৃষ্ণই, ইন্দ্ৰৰ যি দেবী দেৱতাৰ ৰজা তাৰ পূজা বন্ধ কৰাই সেই পূৰ্ণ পৰমাত্মাক ভক্তি সাধন কৰিবলৈ প্ৰেৰণা দিছিল। যি কাৰণে তেখেতে গোৱৰ্দ্ধন পৰ্বতক হাতেৰে উঠাই লৈ ইন্দ্ৰৰ কোপানলৰ পৰা ব্ৰজ বাসীক ৰক্ষা কৰিছিল।**

গৰীব, ইন্দ্ৰ চঢ়া ব্ৰীজ ডুবোবন, ভীগা ভীত ন লেও।
ইন্দ্ৰ কঢ়াই হোত জগত মেঁ, পুজা খা গয়ে দেও।
কবীৰ, ইস সংসাৰ কো, সমঝাঁউ কৈ বাৰ।
পুঁছ যো পকৰে ভেৰ কী, উতৰা চাহে পাৰ।।

**৫। গুৰু আজ্ঞা পালন ঃ- গুৰু দেৱৰ আজ্ঞা নোহোৱাকৈ ঘৰত কোনো ধৰণৰ ধাৰ্মিক অনুষ্ঠান কৰা নচলিব। যেনেকৈ মুক্তিদাতা কবীৰ পৰমাত্মাই নিজৰ বাণীত কৈছে যে —**

"গুৰু বিন যজ্ঞ হৱন যো কঁৰহী, মিথ্যা যায়ে কবহু নঁহী ফলহীঁ।"
কবীৰ, গুৰু বিন মালা ফেৰতে, গুৰু বিন দেতে দান।
গুৰু বিন দোনো নিস্ফল হ্যাঁয়, পুছো বেদ পুৰান।।

**অনুবাদ ঃ- গুৰু নোহোৱাকৈ যি হোম যজ্ঞ আদি কৰে সেইবোৰ একো নফলে। মিছা হৈ যায়। বেদ পুৰানত প্ৰমাণ চোৱা- গুৰু নোহোৱাকৈ মালা জপি ভক্তি সাধন আৰু দান দক্ষিণা কৰণ দুয়ো নিস্ফল।**

**৬। মা কালী আৰু দূৰ্গা পূজা নিষেধ ঃ- নিজৰ খেতিত উৎপন্ন যি কোনো অথবা খেৰ ভূচিৰে কোনো দেৱ-দেবীৰ বা স্থানৰ পুজা অৰ্চনা কৰিব নেলাগে। মা কালী আৰু দূৰ্গা পুজা, শ্মশান, থান যাৰেই নহওক একদম পুজিব নেলাগে। অন্য কোনো পুজা উপাসনা কৰিব নেলাগে। এনেকি তিনি গুনৰ ব্ৰহ্মা, বিষ্ণু, শিৱৰো পূজা কৰিব নেলাগে। মাথোন গুৰুদেৱৰ উপদেশ মতেহে চলিব লাগে।**

**গীতা অধ্যায় নং ঃ ৭ শ্লোক নং ঃ ১৫ ঃ-**

ন, মাম্, দুস্কৃতিনঃ, মূঢ়াঃ, প্ৰপদ্যন্তে, নৰা ধমাঃ,
মায়যা, অপহৃতজ্ঞানাঃ, আসুৰম্, ভাবম্, আশ্ৰিতাঃ।।

**অনুবাদ ঃ- মায়াৰ দ্বাৰা যাৰ জ্ঞান হৰণ হৈছে এনে আসুৰিক স্বভাৱৰ মানুহ নীচ, দুষিত কৰ্ম কৰা মূৰ্খই মোক নভজে অৰ্থাৎ তেওঁ বিলাকে তিনি গুণৰ (ৰজগুণ-ব্ৰহ্মা, সত্গুণ-বিষ্ণু, তমগুণ-শিৱ) হে ভক্তি সাধন কৰে।**

কবীৰ, মাই মশানী শেৰ শীতলা, ভৈৰৱ ভূত হনুমন্ত। পৰমাত্মা উনসে দূৰ হ্যায়, যো ইনকো পুজন্ত।

কবীৰ, সৌবৰ্ষতো গুৰু কী সেৱা, এক দিন আন উপাসী। উৱো অপৰাধী আত্মা, পৰৈ কাল কী ফাঁসী।।
গুৰুকো তজৈ ভজৈ যো আনা। তা পশুৱা কো ফোকট জ্ঞানা।।

**৭। সংকট মোচন কবীৰ পৰমাত্মা ঃ- কৰ্ম কষ্ট (সংকট) উদ্ভৱ হলে অন্য কোনো ইষ্ট দেৱৰ বা শ্মশান-মশান-শক্তি পূজা আদিৰ কেতিয়াও পূজা কৰিব নেলাগে। কোনো তাবিজ- কবজ, মাদুলী পকাই দিয়া সুতা আদি পিন্ধিব নেলাগে। মাথোন মুক্তিদাতা কবীৰ পৰমাত্মাৰ পূজা কৰিব লাগে যি সকলো দুঃখ-কষ্টক হৰণ কৰে।**

**সামবেদ সংখ্যা নং ৮২২ উৰ্তাচিক অধ্যায় ৩, খণ্ড নং - ৫, শ্লোক নং ৮ (সন্ত ৰামপাল মহাৰাজ দ্বাৰা ভাষা ভাষ্য) ঃ-**

মনীষিভিঃ পৰ্বতে পূৰ্ব্যঃ কবিৰ্নৃভিৰ্য়তঃ পৰি কোশাম অসিষ্যদত্।
ত্ৰিতষ্য নাম জনয়ন্মধু ক্ষৰন্নিন্দ্ৰষ্য বায়ুম সখ্যায় বৰ্দ্ধয়ন্।। ৮।।

**অনুবাদ ঃ- সনাতন অৰ্থাৎ অবিনাশী কবীৰ পৰমেশ্বৰক মনে-প্ৰাণে বিচৰা তথা শ্ৰদ্ধা ভক্তি কৰা ভক্তাত্মাক তিন মন্ত্ৰ জপ উপদেশ দি পবিত্ৰ কৰি জনম মৃত্যুৰ পৰা ৰহিত কৰে তথা তাৰ প্ৰাণ অৰ্থাৎ জীৱন শ্বাসক যি সংস্কাৰবশ নিজৰ মিত্ৰ অৰ্থাৎ ভকতৰ শাৰীত গনি পেলায় আৰু নিজৰ ভৰাল পূৰ্ণ ৰূপেৰে বঢ়ায়। যি কাৰণে পৰমেশ্বৰৰ বাস্তৱিক আনন্দকো নিজৰ আশীৰ্বাদ প্ৰসাদেৰে প্ৰাপ্ত কৰোৱায়।**

কবীৰ, দেৱী-দেৱ ঠাৰে ভয়ে, হমকো ঠৌৰ বতাও। যো মুঝ (কবীৰ) কো পুজে নহীঁ, উনকো লুটো খাও।।
কবীৰ, কাল জো পীষৈ পিষনা, জোৰা হ্যায় পনীহাৰ। এ দো অসল মজুৰ হ্যাঁয়, সৎগুৰু কে দৰবাৰ।।

**৮। অনাৱশ্যক দান নিষেধ ঃ- কৰবাত আৰু কাকো দান ৰূপে একো কিছু দিব নেলাগে। না পইছা, না চিলাই নোহোৱা বস্ত্ৰ আদি একো দিব নেলাগে। যদি কোনোবাই দান হিচাবে কিছু মাগিবলৈ আহে তেন্তে তাক আহাৰ খুৱাই দিয়া, গাখীৰ, চাহ, দৈ ঘোল, পানী আদিৰে আপ্যায়ন কৰা। কিন্তু একো নিদিবা। নেজানো ভিখাৰীয়ে পইচাৰে দুৰপযোগ কৰিব নে নাই, কোনো ঠিক নাই ? যেনে কোনো এক ব্যক্তি কোনো এক ভিখাৰীৰ মিছা কাহিনী শুনি যেনে তাৰ ল'ৰা চিকিৎসা অবিহনে কষ্ট পাই আছে। কৃপা কৰি কিছু সাহায্য কৰক শুনি ভাৱনাবশ হৈ ১০০ টকাৰ নোট এখন দিলে। সেই ভিক্ষাৰী আগেয়ে মদাহী আছিল। সেই দিন তেওঁ আধা বোতল গলা ধাৰণ কৰি নিজৰ পত্নীক অত্যাচাৰ কৰিলে। তাৰ পত্নীয়ে পোৱালীৰে সৈতে আত্মহত্যা কৰিলে। আপোনাৰ দ্বাৰা দিয়া দান সেই পৰিয়ালটোৰ বিনাশৰ কাৰণ হ'ল। যদি আপুনী বিচাৰে এনে দুঃখী ব্যক্তিক সহায় কৰিবলৈ, তেন্তে তাৰ ল'ৰাক ডাক্তৰ দেখুৱাই ঔষধ কিনাই দিয়ক, কিন্তু পইচা নিদিব।**

কবীৰ, গুৰু বিন মালা ফেৰতে, গুৰু বিন দেতে দান। গুৰু বিন দোনো নিস্ফল হ্যায়, পুছো বেদ পুৰান।।

**৯। চুৰা খাদ্য খোৱা নিষেধ ঃ- এনে ব্যক্তিৰ চুৰা খাদ্য নেখাব যি মদ, মঙহ, কণী, বিৰি, ছিগাৰেট, বিয়েৰ তামুক, আফিং, গাঞ্জা আদি সেৱন কৰে।**

**১০। সত্যলোক গমন (দেহ ত্যাগ)ৰ পিছত, পৰলৌকিক ক্ৰিয়া কৰ্ম-কাণ্ড নিষেধঃ- যদি পৰিয়ালৰ কাৰোবাৰ মৃত্যু হয়, তেন্তে চিতাত যি কোনোৱে জুই দিব পাৰে। বামুন, নাপিত মাতিব নেলাগে। চিতাত দাউ দাউ কৈ অগ্নি প্ৰজ্বলিত হোৱাৰ সময়ত ঘৰৰ মানুহ নাইবা অইনে মঙ্গলাচাৰন কৰিব। চিতা ভষ্ম, অস্থি অইন একো উঠাব নেলাগে। যদি চিতা স্থান পৰিস্কাৰ কৰিবলৈ আৱশ্যক মনে কৰে তেন্তে মৰাশ দাহন হোৱাৰ পিছত**

**অৱশিষ্ট ভস্ম, ছাই ইত্যাদি সকলো বোৱতী নৈত ভহাই দিয়ক। সেই সময়ত মঙ্গলাচাৰন কৰিব। পৰিস্কাৰ, পৰিচ্ছন্যতা বজাই ৰাখিব। দশা, হবিশান্ন, পিণ্ড, শ্ৰাদ্ধ-শৰাধ, গোদান, খাট-পালং, পাদুকা দান একো কৰিব নেলাগে। দহ দিনীয়া, তেৰদিনীয়া, মাহেকীয়া অশৌচ বিধান পালিব নেলাগে। অইন কোনো ব্যক্তিৰ দ্বাৰা পূজা, হোম, যজ্ঞ একো কৰিব নেলাগে। আত্মীয়-স্বজ্জন, সামাজিক সমজুৱা আদি, সৎলোক গত পুন্যাত্মাৰ শোক-শান্তি প্ৰাৰ্থনাৰ বাবে এটা দিন ধাৰ্য্য কৰিব। সেই দিন, দৈনন্দিন কৰা নিত্য নিয়ম যেনে বাতি দিয়া (জ্যোতি, বন্তি জলোৱা) প্ৰাৰ্থনা কৰা পিছত সকলোকে এসাজ উত্তম ভোজন খুওৱাব। যদি আপুনি তাৰ (বিদেহী পুন্যাত্মাৰ) নামত কিছু ধৰ্ম কৰিব বিচাৰে তেন্তে নিজৰ গুৰু দেৱৰ আজ্ঞা লৈ মুক্তিদাতা গৰীবদাসজী মহাৰাজৰ অমৃতময়ী বাণীৰ অখণ্ড পাঠ কৰাব লাগিব। যদি পাঠ কৰিববলৈ আজ্ঞা নিমিলে তেন্তে পৰিয়ালৰ নাম দীক্ষীত ভক্তই চাৰি দিন অথবা সাত দিন ঘৰৰ ভিতৰত অখণ্ড জ্যোতি (অখণ্ড বাতি) দেশী ঘিউৰ তেলেৰে জলাব তথা ব্ৰহ্ম গায়ত্ৰী মন্ত্ৰ প্ৰতিদিন চাৰিবাৰকৈ পাঠ কৰিব। তিনি নাইবা এবাৰৰ মন্ত্ৰ সৎলোক বাসী পুন্যাত্মালৈ দান সংকল্প কৰিব। যেনেকুৱা উচিত চিন্তে এবাৰ, দুবাৰ, তিনিবাৰ মন্ত্ৰ জপৰ ফল তাক দান কৰিব। প্ৰতিদিনৰ নিচিনাকৈ, বাতি জলাব, আৰতী, নাম স্মৰণ প্ৰাৰ্থনা কৰি থাকিব। এইটো মনত ৰাখিব যে —**

কবীৰ, সাথী হমাৰে চল গয়ে, হম ভী চালন হাৰ। কোৱে কাগজ মেঁ বাকী ৰহ ৰহী, তাতে লাগ ৰহী বাৰ।।
কবীৰ, দেহ পড়ী তো ক্যায়া হুৱা, ঝুটা সভী পটীট। পক্ষী উৰয়া আকাশ কুঁ, চলতা কৰ গয়া বীট।।

**"কৰ্ম কাণ্ডৰ বিষয়ে সত্য কথা"**

**মোৰ (সাধু ৰাম পাল দাসৰ) পূজ্য গুৰুদেৱ স্বামী ৰাম দেৱানন্দ মহাৰাজৰ ১৬ বছৰ বয়সত কোনো সাধুৰ সৎসঙ্গ শুনি বৈৰাগ্য হৈ গৈছিল। এদিন তেওঁ খেতি পথাৰত কাম কৰিববলৈ গৈছিল। ওচৰতে এখন হাবি আছিল। বনৰ ভিতৰত সোমাই কোনো মৰা জন্তুৰ হাড়ৰ কাষত নিজৰ পৰিধানিত বস্ত্ৰ ফালি চিঙি পেলাই থয় আৰু স্বয়ং সাধু মহাত্মাৰ লগত গুচি যায়।**

**যেতিয়া তাৰ (স্বামী ৰামানন্দৰ) খোজ বিচাৰ হ'ল পৰিয়ালৰ মানুহে বনৰ ভিতৰত মৰা জন্তুৰ হাড়ৰ কাষত তাৰ ফটা-চিঙা কাপোৰ দেখা পাই চিন্তিলে যে তাক কোনো হিংস্ৰ জন্তুৱে মাৰি খাই পেলাইছে। সেই ফটা চিঙা কাপোৰ আৰু হাড়খিনী উঠাই গাওঁ লৈ আহি অন্তিম সংস্কাৰ কৰি দিয়ে। তাৰ পিছত দশা, তেৰ দিনিয়া দশা, শ্ৰাদ্ধ, পিণ্ড আদিৰ পৰ্ব আৰম্ভ হৈ যায়।**

**যেতিয়া মোৰ পূজনীয় গুৰুদেৱ বৃদ্ধাৱস্থা পাইছিল তেখেতে এবাৰৰ বাবে নিজৰ ঘৰখনলৈ উভতি গৈছিল। তেতিয়া ঘৰৰ মানুহ খিনি বুজি পালে যে এখেতে জীৱিত আছে আৰু ঘৰ এৰি গুচি গৈছিল। তেওঁবিলাকে কলে যে এখেত যেতিয়া ঘৰ এৰি গুচি গৈছিল তেতিয়া তাৰ খোজ বিচাৰ হৈছিল। বনত তাৰ পৰিধেয় বস্ত্ৰ আৰু হাড়ৰ টুকুৰা পোৱা হৈছিল। আমালোকে ভাবিলো যে তাক কোনো হিংস্ৰ জন্তুৱে বধ কৰি খাই পেলাইছে আৰু সেই কাপোৰ আৰু হাড়খিনি উঠাই লৈ আনি চিতা সংস্কাৰ কৰি দিয়া হৈছে।**

**আকৌ মই (ৰাম পাল দাস) মোৰ পূজনীয় গুৰুদেৱৰ সৰু ভাইৰ পত্নীক**

**জিজ্ঞাসিলো যে যেতিয়া আমাৰ পূজনীয় গুৰুদেৱ ঘৰ এৰি গুচি গৈছিলে, তেতিয়া তোমালোকে পিছত কি কৰিছিলা? তাই কৈছিল যে মই যেতিয়া এই ঘৰখনত বিয়া হৈ আহিছিলো পিছত ঘৰখনত শ্ৰাদ্ধ পিণ্ড দিয়া দেখিছো। মই নিজৰ হাতেৰে এখেতৰ মোটামুটি ৭০ শ্ৰাদ্ধ পিণ্ড দিছো। তাই আকৌ কৈছিল যে যেতিয়া ঘৰখনত কোনো লোকচান হৈছিল যেনে মহে গাখীৰ নিদিয়া, ওহা বেয়া হৈ যোৱা অইন কিছু লোকচান হোৱা তেতিয়া আমি ওচৰৰ বয়সীয়াল সকলোৰ কাষত পৰামৰ্শৰ বাবে গৈছিলো। সিহঁতে কৈছিল যে তোমালোকৰ ঘৰত কোনোবা নিঃসন্তান (অবিবাহীত) মৰিছে সিয়ে বিদ্ৰূপ কৰি আছে। আকৌ আমি পিছত তাৰ কাপোৰ দি দিওঁ।**

**তেতিয়া মই কৈছিলো যে এখেতে জগত সংসাৰৰ দুখীক উদ্ধাৰ কৰি আছে। এওঁনো কাক দুঃখ দিব পায়? এওঁতো সুখ দাতা হে। আকৌ মই (সাধু ৰাম পাল দাস মহাৰাজ) সেই বৃদ্ধাক কলো যে এতিয়া তো তেখেত আপোনাৰ সন্মুখত, এতিয়া তো এই বৃথা সাধনা যেনে শ্ৰাদ্ধপিণ্ড দিয়া বন্ধ কৰি দিয়া। তেতিয়া তাই কলে যে, এয়া এক পুৰনী চলি অহা প্ৰথা কেনেকৈ এৰি দিওঁ? অৰ্থাৎ আমি নিজৰ পুৰনী প্ৰথাত এনেদৰে লীন হৈ গৈছো যে চকুৰ সন্মুখত প্ৰত্যক্ষ প্ৰমান দেখিও তাই নিজৰ ভূল কৰ্মটোক এৰিব পৰা নাই। ইয়াৰ পৰা প্ৰমান হয় যে শ্ৰাদ্ধ পিণ্ড দিয়া, প্ৰেত পূজা কৰা আদি সব ব্যাৰ্থ।**

**১১। শিশুৰ জন্মত শাস্ত্ৰ বিৰুদ্ধ পূজা নিষেধ ঃ- শিশুৰ জন্মত কোনো ধৰণৰ পৰ্ব পালিব নেলাগে। নৱজাতকৰ কাৰণে প্ৰতিদিনৰ দৰে নিত্য পূজা, ভক্তি, আৰতি, বন্তি প্ৰজ্বলন আদি বন্ধ কৰিব নেলাগে।**

**এই সন্দৰ্ভত এটা চমু কথা কওঁ এজন ব্যক্তিৰ বিয়াৰ দহ বছৰ পিছত পুত্ৰ সন্তান হ'ল। পুত্ৰৰ খুশীত তেখেতে বহুতো আনন্দ কৰিলে। বিশ পঁচিশ গাঁৱক ভোজনৰ বাবে আমন্ত্ৰণ কৰিলে আৰু বহুতো নাচ গান হ'ল অৰ্থাৎ টকা-পইচা খৰচ হ'ল। আকৌ এবছৰ পিছত সেই সন্তানৰ মৃত্যু হ'ল। আকৌ সেই পৰিয়াল কপাল চপৰিয়াই কান্দিব ধৰিলে আৰু নিজৰ দুৰ্ভাগ্যক দুষিব ধৰিলে। এইবাবে কৱীৰ পৰমাত্মাই আমালোকক বৰ্নাইছে যে—**

কৱীৰ, বেটা পায়া খুশী হৈ, বহুত বজায়ে থাল। আনা যানা লগ ৰহা, যো কীড়ী কা নাল।।
কৱীৰ, পত ঝড় আৱত দেখ কৰ, বন ৰোৱে মন মাঁহি। উঁচী ডালী পাত থে, অব পিলে হো হো জাঁহি।।
কৱীৰ, পাত ঝড়তা ইয়ুঁ কহে, সুন ভাই তৰুৱৰ ৰায়। অব কে বিছুৰে নঁহী মিলা, ন জানে কঁহা গিৰেঙ্গে যায়।।
কৱীৰ, তৰুৱৰ কহতা পাত সে, সুনো পাত এক বাত। ইহাঁ কে এহী ৰীতি হ্যায়, এক আৱত এক জাৱত।।

**১২। দেৱী ধামত চুলি কটাই উৎসৰ্গা কৰিবলৈ যোৱা নিষেধ ঃ- শিশুক কোনো দেৱী ধামত মূৰৰ চুলি কটাই উৎসৰ্গা কৰিবলৈ যোৱা নিষেধ। যেতিয়া দেখা যে চুলি বাঢ়ি ডাঙৰ হৈছে কটাই পেলাই দিয়া। এটা মন্দিৰত দেখা গ'ল যে শ্ৰদ্ধালু ভক্তই নিজৰ ল'ৰা ছোৱালীৰ মূৰৰ চুলি খুৰাবলৈ আহিছে। তাত উপস্থিত নাপিতে বাহিৰত চুলি কটা দামতকৈ তিনি গুণ দাম বেচি লৈ চুল কটাই মাক-পিতাকক দি দিলে। তেওঁ বিলাকে শ্ৰদ্ধাৰে মন্দিৰত চুলি, টকা-পইচা উৎসৰ্গা কৰি আহিলে। পূজাৰীয়ে সেইখিনী মোনাত ভৰাই ললে। ৰাতি কোনোবা সময়ত একান্ত স্থানত পেলাই থৈ আহিলে। এইটো মাথোন এটা ফতুৱা নাটক বাজী। কিয়নো প্ৰথমৰ দৰেই স্বাভাৱিক ভাৱে চুলি কটোৱাই বাহিৰত পেলাই দিলেই হ'ল। অখণ্ড ব্ৰহ্মাণ্ডৰ কবীৰ পৰমাত্মা পৰমেশ্বৰ নামেৰেই প্ৰসন্ন**

**হয় কোনো ধোখাবাজীৰ দ্বাৰা নহয়।**

**১৩। নাম জপেৰেই সুঃখ ঃ- নাম দীক্ষা (উপদেশ)ক মাথোন দুঃখ-কষ্ট নিবাৰণ কৰিবলৈ সেই দৃষ্টিকোণৰ পৰা লোৱা ঠিক নহয় ইয়াৰোপৰি আত্ম কল্যান কৰিবৰ হেতু লব লাগে। পিছত দেখিবা সুমিৰণ, মনন, জপন, আদি ভক্তি সাধনাৰে সুঃখ আপোনা আপুনি আহি যাব।**

"কৱীৰ, সুমিৰণ সে সুঃখ হোত হ্যায়, সুমিৰণ সে দুঃখ যায়।
কহে কৱীৰ সুমিৰ কিয়ে, সাঁই মাঁহি সমায়।।"

**১৪। ব্যাভীচাৰ কৰা নিষেধ ঃ- পৰ নাৰীক মা-ভনী আদি দৃষ্টি ভঙ্গীৰে চাব লাগে। ব্যাভীচাৰ মহাপাপ। যেনে — মহাৰাজ গৰীবদাস জীৰ বানীত ঃ—**

গৰীব, পৰ দ্বাৰা স্ত্ৰী কা খোলৈ। সত্তৰ জনম অন্ধা হো ডোলৈ। সুৰাপান মদ্য মাংসাহাৰী। গমন কৰে ভোগৈ পৰ নাৰী। সত্তৰ জনম কটত হ্যাঁয় শীষম সাক্ষী সাহেব জগদীশম।। পৰনাৰী না পৰসিও, মানো বচন হমাৰ। ভূৱন চতুৰ্দশ তাস, সিৰ, ত্ৰিলোকী কা ভাৰ।। পৰ নাৰী না পৰসীও, সুনো শব্দ সলতন্ত। ধৰ্মৰায় কে খম্ভ সে, অৰ্দ্ধমুখী লটকন্ত।।

**১৫। নিন্দা বচন কৰা আৰু শুনা নিষেধ ঃ- নিজ গুৰুৰ নিন্দা ভূলতো নকৰিবা আৰু নুশুনিবা। শুনাবৰ অভিপ্ৰায়েৰে কোনোবাই যদি আপোনাৰ গুৰুদেৱৰ বিষয়ে মিছা কথা কয়, তো আপুনী কাজিয়া নকৰিব। যি নহওক এইটো বুজিব যে বক্তাই বিনা বিচাৰে কৈ আছে অৰ্থাৎ মিছা কৈ আছে।**

"গুৰু কি নীন্দা শুনৈ যো কানা। তাকো নিশ্চয় নৰক নিদানা।।
অপনে মুখ যো নিন্দা কৰহীঁ। শুকৰ স্বৱান গৰ্ভ মেঁ পৰহীঁ।।

**ভাবাৰ্থ ঃ- গুৰু নিন্দা যি চুপচাপ শুনি থাকে সি নৰকবাসী হবই। আৰু যি নিজ মুখেৰে গুৰু নিন্দাত লিপ্ত সি গাহৰী যোনী প্ৰাপ্ত হ'ব। নিন্দা-চৰ্চা কাকো কৰিব নেলাগে আৰু শুনিব নেলাগে। সিজন যি ব্যক্তিয়ে নহওক। পৰমাত্মা কবীৰে বৰ্ণাইছে যে —**

"তিনকা কবহু না নিন্দিয়ে, যো পাৱ তলে হো। কবহু উঠ আখিন পড়ে, পীৰ ঘনেৰী হো।।"

**১৬। গুৰু দৰ্শন মহিমা ঃ- সৎসঙ্গৰ বাবে সময় পালেই আহিবলৈ চেষ্টা কৰিব। সৎসঙ্গত গৌৰৱ, অভিমান দেখুৱাৰ মনোভাৱেৰে নাহিব। পাৰিলে নিজকে এজন বেমাৰী হিচাবে চিন্তি আহিব। যেনেকুৱা বেমাৰী মানুহ যিমানেই ধনী আৰু মানী নহওক কিয়? তেওঁ যেতিয়া চিকিৎসালয়ত আহিব তেতিয়া তেওঁৰ মূল উদ্দেশ্য হ'ল আৰোগ্য হোৱাহে। যত চিকিৎসকে শুবলৈ কয় ততেই শুই যায়, বহিবলৈ কলে বহি যায়, বাহিৰত যাবলৈ নিৰ্দ্দেশ দিলে ওলাই যায়। আকৌ ভিতৰলৈ আহিবলৈ আৱাজ দিলে চুপচাপ আহি পৰে। ঠিক এইদৰেই আপুনী যদি সৎসঙ্গলৈ আহে তেতিয়া আপোনাৰ সৎসঙ্গলৈ অহাৰ উদ্দেশ্য সফল হ'ব অন্যথা নিস্ফল। সৎসঙ্গত যত বহিবলৈ ঠাই মিলিব ততেই বহি যাব, যি খাবলৈ মিলে তাকেই কৱীৰ পৰমাত্মাৰ কৃপাৰে পোৱা প্ৰসাদ বুলি ভাবি ভোজন কৰি প্ৰসন্ন চিত্তে থাকিব।**

কৱীৰ, সন্ত মিলন কুঁ চলিয়ে, তজ মায়া অভিমান। যো-যো কদম আগে ৰাখে, উৱো হী যজ্ঞ সমান।।
কৱীৰ, সন্ত মিলন কুঁ যাইয়ে, দিন মেঁ কোই কোই বাৰ। আসোজ কে মেহ যোঁ, ঘনা কৰে উপকাৰ।।
কৱীৰ, দৰ্শন সাধু কা, পৰমাত্মা আওয়ে এয়াদ। লেখে মেঁ উৱহে ঘড়ী, বাকী কে দিন বাদ।।
কৱীৰ, দৰ্শন সাধু কা, মুখ পৰ বসৈ সুহাগ। দৰ্শন উনহী কো হোত হ্যাঁয়, জিনকে পূৰ্ণ ভাগ।।

**১৭। গুৰু মহিমা ঃ- যদি কৰবাত সৎসঙ্গ বা পাঠ চলি আছে নাইবা গুৰু দৰ্শন কৰিবলৈ যোৱা তেতিয়া সৰ্ব প্ৰথমে গুৰুদেৱক দণ্ডবৎ প্ৰনাম কৰা উচিত। পিছত সৎগ্ৰন্থ সাহিব তথা চিত্ৰবোৰ যেনে পৰমাত্মা কবীৰদেৱৰ ছবি, গৰীবদাস মহাৰাজৰ ছবি, স্বামী ৰাম দেৱানন্দ মহাৰাজৰ ছবি তথা গুৰুদেৱৰ ছবিক প্ৰনাম কৰিবা যাৰ দ্বাৰা অন্তৰত ভাৱনা ৰৈ যাব। মূৰ্তি পূজা কৰিব নেলাগে। মাথোন প্ৰণাম কৰা পুজাত নাহে এইটো তো ভকতৰ শ্ৰদ্ধা অন্তৰত থাপনা হোৱাৰ সহযোগ হে দিয়ে। পূজা তো সময়, গুৰু তথা নাম মন্ত্ৰৰ হে কৰিব লাগে যিটোৱে পাৰ লগাব।**

কবীৰ, গুৰু গোবিন্দ দোউ খড়ে, কাকে লাগু পাঁয়ে। বলীহাৰী গুৰু আপনে, যিন গোবিন্দ দিয়ো মিলায়।।
কবীৰ, গুৰু বড়ে হ্যায় গোবিন্দ সে, মন মেঁ দেখ বিচাৰ। হৰি সুমৰে সো ৰহ গয়ে, গুৰু ভজে হোয় পাৰ।।
কবীৰ, হৰিকে ৰুঁঠতা, গুৰুকে শৰন মেঁ যায়। কবীৰ গুৰু যো ৰূঁঠ যা, হৰি নঁহী হোত সহায়।।
কবীৰ, সাত সমুদ্ৰ মসি কঁৰু, লেখনি কঁৰু বনিৰায়। ধৰতী কা কাগজ কঁৰু, তো গুৰু গুন লিখা ন যায়।।

**১৮। মঙহ ভক্ষন নিষেধ ঃ- ডিম তথা মাংস খোৱা আৰু প্ৰাণী বধ নাইবা হিংসা কৰা নিষেধ। এইবোৰ মহাপাপ। যেনে — কবীৰ পৰমাত্মা আৰু গৰীব দাস মহাৰাজে বৰ্নাইছে যে —**

কবীৰ, জীৱহনে হিংসা কৰে, প্ৰকট পাপ সিৰ হোয়। নিগম পুনি এয়সে পাপ তেঁ, ভিৰত গয়া নঁহী কোয়।। ১।।
কবীৰ, তিলভৰ মছলী খায়কে, কোটী গৌ দে দান। কাশী কৰোঁত লে মৰে, তো ভী নৰক নিদান।। ২।।
কবীৰ, বকৰী পাতী খাত হ্যায়, তাকী কাঢ়ী খাল। যো বকৰী কো খাত হ্যায়, তিন কা কৌন হৱাল।। ৩।।
কবীৰ, গলা কাটি কলমা ভৰে, কিয়া কহে হলাল। সাহেৱ লেখা মাঙ্গসী, তব হোসী কৌন হৱাল।। ৪।।
কবীৰ, দিনকো ৰোজা ৰহত হ্যায়, ৰাত হনত হ্যাঁয় গায়। ইয় খুন উৱ বন্দগী, কহুঁ কেৰোঁ খুশী খুদায়।। ৫।।
কবীৰ, কবিৰা তেই পীৰ হ্যায়, যো জানৈ পৰ পীড়। যো পৰ পীড় ন জানি হ্যায়, সো কাফিৰ বেপীৰ।। ৬।।
কবীৰ, খুব খানা হ্যায় খিচৰী, মাঁহী পৰী টুক লৌন। মাংস পৰায়া খায়কে, গলা কটাৱে কৌন।। ৭।।
কবীৰ, মুসলমান মাৰৈ কৰদ সো, হিন্দু মাৰৈ তৰবাৰ। কহে কবীৰ দোনো মিলি, যায় যমকে দ্বাৰ।। ৮।।
কবীৰ, মাংস আহাৰী মানৱ, প্ৰত্যক্ষ ৰাক্ষস জানি। তাকি সঙ্গতি মতি কৰৈ, হৈ ভক্তি মেঁ হানি।। ৯।।
কবীৰ, মাংস খায় ঢেড় সব, মদ পিৱৈ সো নীচ। কুলকী দুৰমতি পৰ হৰৈ, ৰাম কহেঁ সো ঊচঁ।। ১০।।
কবীৰ, মাংস মছলীয়া খাত হ্যায়, সুৰাপান সে হেত। তে নৰ নৰকে জাঁহিঙ্গে, মাতা পিতা সমেত।। ১১।।
গৰীৱ, জীৱ হিংসা যো কৰতে হ্যায়, এয়া আগে ক্যায়া পাপ। কন্টক জুনী যিহান মেঁ সিংহ ভেৰিয়া অউৰ সাপ।। ১২।।
ঝোটে বকৰে মুৰগে তাই। লেখা সব হী লেত গুঁসাই। মৃগ মোৰ মাৰে মহমন্তা। অচৰা চৰ হ্যায় জীৱ অনন্তা।। ১৩।

জিহ্বা স্বাদ হিতে প্ৰানা। নীমা নাশ গয়া হম জানা।।
ভিতৰ লৱা বুটেৰী চিড়িয়া। খুনী মাৰে বড়ে অগড়িয়া।।
অদলে বদলে লেখে লেখা। সমঝ দেখ সুন জ্ঞান বিবেকা।।
গৰীব, শব্দ হমাৰা মানিও, অউৰ সুনতে হো নৰ নাৰী।
জীৱ দয়া বিন কুফৰ হ্যায়, চলে জমানা হাৰি।।

**অজানিতে হোৱা হিংসাত পাপ নেলাগে। মুক্তিদাতা কবীৰ পৰমেশ্বৰে কয় যে —**

"ইচ্ছা কৰ মাৰৈ নঁহী, বিন ইচ্ছা মৰ যায়ে। কহে কবীৰ তাসু কা, পাপ নঁহী লগায়ে।।"

**১৯। গুৰু দ্ৰোহী সম্পৰ্কে নিষেধ ঃ- যদি কোনো ভকত বা শিষ্যই গুৰুৰ প্ৰতি দ্ৰোহ কৰে (গুৰু বিমুখ হোৱা) তেন্তে তেওঁ মহা পাপৰ ভাগী হ'ব। যদি কাৰো মাৰ্গ পচন্দ নহয় তো নিজৰ গুৰু সলনি কৰিব পাৰে। যদি তেওঁ পূৰ্বৰ গুৰুৰ লগত শত্ৰুতা**

**তথা নিন্দা কৰে তাক গুৰুদ্ৰোহী বুলি কোৱা হয়। এনে ব্যক্তিৰ লগত ভক্তি চৰ্চা কৰিলে উপদেশীৰ (নাম দীক্ষা লোৱা জনৰ) দোষ লাগে। তাৰ ভক্তি সাধন নষ্ট হৈ যায়।**

গৰীব, গুৰুদ্ৰোহী কী পেড় পৰ, জে পগ আৱে বীৰ। চৌৰাশী নিশ্চয় পড়ৈ, সৎগুৰু কহৈ কবীৰ।।

কবীৰ, জান বুজ সাচী তজৈ, কৰৈ ঝুঠ সে নেহ। জাকি সঙ্গত হ্যায় প্ৰভু, স্বপ্ন মেঁ ভী না দেহ।।

অৰ্থাৎ গুৰু দ্ৰোহীৰ ওচৰত যোৱা জনো ভক্তি ৰহিত হৈ নৰক তথা চৌৰাশী লাখ যোনীত ভ্ৰমিব লাগে।

**২০। জুৱা খেলা নিষেধ ঃ- জুৱা, তাস কেতিয়াও খেলিব নেলাগে।**

কবীৰ, মাংস ভখৈ অউৰ মদ পিয়ে, ধন বেশ্যা সো খায়। জুৱা খেলি চোৰী কৰৈ, অন্ত সমুলা যায়।

**ভাৱাৰ্থ ঃ মদ, মাংস, বেশ্যা গমন, জুৱা খেলি নিৰ্ধন হৈ বাধ্যত পৰি চুৰি কৰিব লগা হয়। শেষত ভিক্ষাৰী লৈ পৰিবৰ্তন হয়।**

**২১। নাচ-গান-নিষেধ ঃ- কোনো ধৰণৰ খুশী অৱসৰ পালে অশ্লীল নৃত্য-গীত উপভোগ কৰা ভক্তি ভাৱৰ বিৰুদ্ধ। যেনে — এসময়ত এজনী বিধৱা ভনীয়ে কোনো এক আনন্দ অৱসৰ পোৱাত নিজৰ আত্মীয়ৰ ঘৰলৈ গৈছিল। সকলোৱে আনন্দত মতলীয়া হৈ নাচি গাই আছিল কিন্তু বিধৱা ভনী জনীয়ে এফালে বহি প্ৰভু চিন্তনত লাগি আছিল। আকৌ তাইৰ আত্মীয় স্বজ্জনে পুছিলে, তাই কিয় নিৰাশ হৈ বহি আছে? তাইয়ো আমাৰ দৰে নাচক গাওক, আনন্দ ফূৰ্ত্তি কৰক। ইয়াকে শুনি ভনীজনীয়ে কলে মইনো কাৰ কাৰণে আনন্দ ফুৰ্ত্তি মনাওঁ। মোৰ এজন মাথোন পুতেক আছিল, তাকো ঈশ্বৰে নিলে। এতিয়া মোৰ নো কি আনন্দ? ঠিক এইদৰে এই কাল ব্ৰহ্মৰ লোকত প্ৰত্যেক ব্যক্তিৰ এই দশা। এই খিনীতে গুৰু নানক দেৱৰ বাণীত বৰ্ণাইছে যে —**

না জানে কাল কি কৰ ডাৰৈ, কিস বিধি ঢল পাস ৰে।
জিন্নাদে সিৰতে মৌত খুৰগদী, উনানু কেড়া হানসা ৰে।।
সাধ মিলেঁ সাড়ী শাদী (খুশী) হোন্দী, বিছুৰ দাঁ দিল গিৰি (দুঃখ) ৰে।
অখদে নানক শুনো জিহানা, মুস্কিল হাল ফকিৰী ৰে।।

**কবীৰ পৰমাত্মাই কয় যে ঃ—**

কৱীৰ, ঝুঠে সুঃখ কো সুঃখ কহৈ, মান ৰহা মন মোদ।
সকল চবীনা কাল কা, কুছ মুখ মেঁ কুছ গোদ।।
কবীৰ, বেটা জায়া খুশী হুই, বহুত বজায়ে থাল।
আৱন জানা লগ ৰহা, যোঁ কিড়ি কা নাল।।

**বিশেষ ঃ- স্ত্ৰী-পুৰুষ দুয়ো পৰমাত্মা প্ৰাপ্তিৰ অধিকাৰী। স্ত্ৰী সকলৰ মাহেকীয়া ঋতুমতী (Mainces) হলেও নিজৰ দৈনিক পুজা, বন্তি প্ৰজ্জলন কৰা আদি বন্ধ কৰিব নেলাগে, নাইবা কাৰো জন্ম বা মৃত্যুতো দৈনিক পূজা কৰ্ম বন্ধ কৰিব নেলাগে।**

**নোট ঃ- যি ভকত বা শিষ্যই এই এঁকৈশ সুত্ৰীয় নীতি নিয়মৰ আদেশ পালন নকৰিব তাৰ নাম সমাপ্ত হৈ যাব। যদি অজানিতে কোনো ভূল হৈ যায় সেইটো মাফ্ হ'ব পাৰে আৰু যদি জানি বুজি ভূল কৰি পেলায়, তেন্তে সেই ভকতজন নাম ৰহিত হৈ যাব। ইয়াৰ সমাধান মাথোন গুৰুদেৱৰ ওচৰত ক্ষমা যাচনা কৰি পুনঃৰায় নাম উপদেশ লব পাৰে।**



# পৰমেশ্বৰ কবীৰ পৰমাত্মাৰ অসংখ্য ব্ৰহ্মাণ্ডৰ লঘু চিত্ৰ

অনামী লোক ঃ- এই লোকত আত্মা আৰু পৰমাত্মা এক ৰূপ হৈ কবীৰ পৰমাত্মাই অনামী ৰূপত থাকে। যেনে মাটিৰ লদা (সৰু সৰু টুকুৰা) হৈ যায়। আকৌ বৰষা আহিলে গলি এক পৃথিৱী হৈ যায়, বেলেগ অস্তিত্ব নেথাকে।

অগম লোক ঃ- এই লোকতো কবীৰ পৰমাত্মাই অগম পুৰুষৰ ৰূপত থাকে।

অলখ লোক ঃ- এই লোকতো কবীৰ পৰমাত্মাই অলখ পুৰুষ ৰূপত থাকে।



# সৃষ্টী ৰচনা

## (সুক্ষ্ম বেদৰ পৰা নিস্কর্ষ ৰূপ সৃষ্টি ৰচনাৰ বর্ণনা)

প্ৰভূ প্ৰেমী আত্মাই যেতিয়া তলত বর্ণিত সৃষ্টি ৰচনা প্ৰথম বাৰৰ বাবে পঢ়িব তেতিয়া এনে লাগিবযেন ই হোৱা নোহোৱা। কিন্তু সকলো পৱিত্র সদগ্রন্থৰ প্ৰমাণ পঢ়ি আচৰিত হৈ যাব যে, সঁচাই এই বাস্তৱিক অমৃত জ্ঞান ইমান দিনে কত লুকাই আছিল? অনুগ্ৰহ কৰি ধৈৰ্য্যৰে সৈতে মনোযোগেৰে পঢ়ি থাকক তথা এই অমৃত জ্ঞানক হৃদয়স্ত কৰক। আপোনাৰ এশ পুৰুষলৈ কামত আহিব। হে পুন্যাত্মা সকল, অনুগ্ৰহ কৰি সত্যনাৰায়ন (অবিনাশী প্ৰভূ/সৎপুৰুষ) দ্বাৰা ৰচিত সৃষ্টি ৰচনাৰ বাস্তৱিক জ্ঞান পঢ়ক।

১। পূর্ণ ব্ৰহ্ম ঃ- এই সৃষ্টি ৰচনাত সৎপুৰুষ-সৎলোকৰ স্বামী (প্ৰভূ), অলখ পুৰুষ-অলখলোকৰ স্বামী (প্ৰভূ), অগম পুৰুষ-অগম লোকৰ স্বামী (প্ৰভূ) তথা অনামী পুৰুষ অনামী অকহ লোকৰ স্বামী (প্ৰভূ) তো এজনেই পূর্ণ ব্ৰহ্ম, যি বাস্তৱত অবিনাশী প্ৰভূ আৰু যিয়ে ভিন্ন ভিন্ন ৰূপ ধাৰণ কৰি নিজ চাৰিও লোকত থাকে। যাৰ অন্তর্গত অসংখ্য ব্ৰহ্মাণ্ড অৱস্থিত।

২। পৰব্ৰহ্ম ঃ- ই মাথোন সাত সংখ্য ব্ৰহ্মাণ্ডৰ স্বামী (প্ৰভূ), ইয়াক অক্ষৰ পুৰুষ বোলে। এওঁ তথা ইয়াৰ ব্ৰহ্মাণ্ডো বাস্তৱত অবিনাশী নহয়।

৩। ব্ৰহ্ম ঃ- ই কেৱল একৈশ ব্ৰহ্মাণ্ডৰ স্বামী (প্ৰভূ)। ইয়াক ক্ষৰ পুৰুষ, জ্যোতি নিৰঞ্জন, কাল আদি উপমাৰে ৰিজোৱা হয়। এওঁ তথা ইয়াৰ সর্ব ব্ৰহ্মাণ্ডও নাশৱান।

(ওপৰোক্ত তিনি পুৰুষৰ (প্ৰভূৰ) প্ৰমান পৱিত্র শ্ৰী মদ্‌ভগৱত গীতা অধ্যায় ১৫ শ্লোক নং ১৬-১৭ উপলব্ধ)

৪। ব্ৰহ্মা ঃ- ব্ৰহ্মা ই ব্ৰহ্মৰ জেষ্ঠ পুত্ৰ, বিষ্ণু দ্বিতীয় পুত্ৰ আৰু শিৱ অন্তিম তৃতীয় পুত্ৰ। এওঁলোক তিনিও ব্ৰহ্মৰ পুত্ৰ, মাথোন এটাকৈ বিভাগ (গুণ)ৰ স্বামী (প্ৰভূ) তথা নাশৱান। বিস্তৃত বিৱৰণৰ বাবে অনুগ্ৰহ কৰি নিম্ন লিখিত সৃষ্টি ৰচনা পঢ়ক ঃ-

(কবীদেব (কবীৰ পৰমাত্মা) সুক্ষম বেদ অর্থাৎ কৱীৰ বানীত নিজৰ দ্বাৰা ৰচিত সৃষ্টি ৰচনাৰ জ্ঞান স্বয়ং নিজে বর্নাইছিল যি এনেধৰণৰ)

সর্ব প্ৰথম মাথোন এটা স্থান অনামী (অনাময়) লোক আছিল। যাক অকহ লোক বুলি কোৱা হয়, পূর্ণ পৰমাত্মা সেই অনামী লোকত অকলেই আছিল। সেই পৰমাত্মাৰ বাস্তৱিক নাম কবীর্দেব অর্থাৎ কৱীৰ পৰমেশ্বৰ। সকলো আত্মাই সেই পূর্ণ পৰমাত্মাৰ শৰীৰত নিহিত হৈ আছিল। এই কবীর্দেৱৰ উপমাত্মক নাম (পদবী) অনামী পুৰুষ। (পুৰুষৰ অর্থ হ'ল প্ৰভূ বা ঈশ্বৰ। ঈশ্বৰে মানুহক নিজৰ স্বৰূপত বনাইছে, এই বাবে মানুহৰ নাম পুৰুষ হৈছে।) অনামী পুৰুষৰ এডাল ৰোমৰ ৰশ্মিৰ প্ৰকাশ অসংখ্য সূৰ্য্যৰ ৰশ্মিতকৈও অধিক।

বিশেষ ঃ- যেনেকুৱা কোনো দেশৰ আদৰণীয় প্ৰধানমন্ত্ৰী মহাশয়ৰ শৰীৰৰ নাম এটা কিন্তু তাৰ পদবীৰ উপামাত্মক নাম হ'ল প্ৰধানমন্ত্ৰী। কেতিয়াবা প্ৰধান মন্ত্ৰীয়ে নিজৰ কাষত একাধিক বিভাগ ৰাখি দিয়ে। যেতিয়া যি বিভাগৰ নথি পত্ৰত চহী দিবৰ প্ৰয়োজন তেতিয়া সেই বিভাগৰ পদবীৰ ওপৰত চহী দিয়ে। যেনে গৃহমন্ত্ৰালয়ৰ নথি পত্ৰত গৃহমন্ত্ৰীৰ

**চহী দিব তেতিয়া সেই ব্যক্তিৰ চহীৰ ক্ষমতাৰ আধাৰত কাম হ'ব। এইদৰে কবীৰ পৰমেশ্বৰ দেৱৰ ক্ষমতা ভিন্য-ভিন্য লোকত সুচাৰুৰূপে সম্পন্ন হয়।**

**ঠিক এনেদৰে পূৰ্ণ পৰমাত্মা কবীৰ্দেৱে তলৰ আৰু তিনিটা লোক (অগম লোক, অলখ লোক, সৎলোক)ৰ ৰচনা শব্দ বচনেৰে কৰিছে। এই পূৰ্ণ ব্ৰহ্ম কবীৰ পৰমাত্মা (কবীৰ পৰমেশ্বৰ) অগম লোকত প্ৰকট হৈ (বিৰাজিত হোৱা) অগম লোকৰ স্বামী (প্ৰভূ) হ'ল তথা ইয়াত তেখেতেৰ উপমাত্মক (পদবী) নাম অগম পুৰুষ অৰ্থাৎ অগম প্ৰভূ। এই অগম প্ৰভূৰ মানৱ সদৃশ শৰীৰ বহুত তেজোময় যাৰ এডাল ৰোম কুপৰ ৰশ্মি কোটী-কোটী সূৰ্য্যৰ পোহৰতকৈও অধিক।**

**এই পূৰ্ণ পৰমাত্মা কবীৰ্দেৱ (কবীৰ দেৱ-কবীৰ পৰমেশ্বৰ) অলখ লোকত উদ্ভৱ হৈ তথা অলখ লোকৰ প্ৰভূ হ'ল তথা উপমাত্মাক (পদবী) নাম অলখ পুৰুষ এই পৰমেশ্বৰৰ তথা এই পূৰ্ণ প্ৰভূৰ মানব সদৃশ শৰীৰৰ পৰা তেজোময় জ্যোতি স্বয়ং প্ৰকাশিত হয়। ইয়াৰ এডাল ৰোম কুপৰ জ্যোতি (আলো) কোটী সূৰ্য্যৰ পোহৰতকৈও অধিক।**

**এই পূৰ্ণ প্ৰভূ সৎলোকত উদ্ভৱ হৈছে তথা এওঁয়েই সৎলোকৰ অধিপতী। এই বাবে ইয়াৰ উপমাত্মক (পদবীৰ) নাম হ'ল সৎপুৰুষ (অবিনাশী ঈশ্বৰ)। ইয়াৰ অইন নামবোৰ হ'ল — অকালমূৰ্তি, শব্দ স্বৰূপী ৰাম-পূৰ্ণ ব্ৰহ্ম-পৰম অক্ষৰ ব্ৰহ্ম আদি। এই সৎপুৰুষ কবীৰ দেৱৰ মানৱ সদৃশ শৰীৰ তেজোময় আভাৰে দীপ্ত। যাৰ এডাল ৰোমৰ ৰশ্মিৰ প্ৰকাশ কোটী-কোটী চন্দ্ৰ সূৰ্য্যৰ পোহৰতকৈও অধিক।**

**এই কবীৰ দেৱে (কবীৰ প্ৰভূৱে) সৎপুৰুষ ৰূপত সৎলোকত প্ৰকট আৰু বিৰাজিত হৈ প্ৰথমে সৎলোকত অন্য ৰচনা কৰিলে। এটা শব্দৰে (বচন) যোল্ল দ্বীপৰ ৰচনা কৰিলে। আকৌ যোল্ল শব্দৰে যোল্ল পুত্ৰৰ উৎপত্তি কৰি পেলালে। অমৃতৰে ভৰা এটা মান সৰোবৰ ৰচনা কৰিলে। যোল্ল পুত্ৰৰ নামবোৰ এনে ধৰণৰ ঃ- (১) "কূৰ্ম" (২) "জ্ঞানী" (৩) "বিবেক" (৪) "অগ্নি" (৫) "সহজ" (৬) "সন্তোষ" (৭) "সুৰতি" (৮) "আনন্দ" (৯) "ক্ষমা" (১০) "নিষ্কাম" (১১) "জলৰঙ্গী" (১২) "অচিন্ত" (১৩) "প্ৰেম" (১৪) "দয়া" (১৫) "ধৈৰ্য্য" (১৬) "যোগ সন্তায়ন" অৰ্থাৎ "যোগজীৎ"।**

**সৎপুৰুষ কৱিৰদেৱে নিজ পুত্ৰ অচিন্তক শক্তি প্ৰদান কৰি সত্যলোকত অন্য ৰচনাৰ দায়িত্ব অৰ্পন কৰিলে। অচিন্তই অক্ষৰ পুৰুষ (পৰব্ৰহ্ম)ক শব্দ শক্তিৰে উৎপত্তি কৰি কলে যে মোক সহায় কৰিব। অক্ষৰ পুৰুষ গা ধুবলৈ মানসৰোবৰ লৈ গল, তাতে আনন্দ পাই টোপনীয়ালে। বহু সময়লৈ তাৰ পৰা ওলাই নাহিল। তেতিয়া অচিন্তই অক্ষৰ পুৰুষক টোপনীৰ পৰা জগাবলৈ কবীৰ পৰমেশ্বৰক প্ৰাৰ্থনা কৰিলে। কবীৰদেৱে (কবীৰ পৰমেশ্বৰ) সেই মান সৰোবৰৰ পৰা কিছু অমৃত জল লৈ এটা কণী বনালে। সেই কণীটোত এটা আত্মা প্ৰবেশ কৰাই তাক মান সৰোবৰৰ অমৃত জলত এৰি দিলে। কণীটো বাগৰী গৈ অক্ষৰ পুৰুষৰ টোপনী ভাঙিলে। তেখেতে কণীটোক খঙেৰে দেখিলে যি কাৰণে কণীটো ফাটি দুভাগ হৈ গল। তাৰ পৰা জ্যোতি নিৰঞ্জন (ক্ষৰ পুৰুষ) ওলালে যাক আগলৈ "কাল" বোলা হ'ল। ইয়াৰ বাস্তৱিক নাম "কৈল"। তেতিয়া সৎপুৰুষ (কবীৰদেৱ) দৈৱবানী কৰিলে যে তোমালোক দুয়ো বাহিৰলৈ ওলাই আহা তথা অচিন্তৰ দ্বীপত বাস কৰা। আজ্ঞা পাই অক্ষৰ পুৰুষ তথা ক্ষৰ পুৰুষ (কাল) দুয়ো অচিন্তৰ দ্বীপত থাকিবলৈ**

**ললে। (শিশুৰ নিৰ্বুদ্ধিতা সিহঁতক পালে যে কৰবাত আকৌ প্ৰভূ যাতে নহয় কিয়নো সমৰ্থতা অবিহনে কোনো কাৰ্য্য সফল নহয়) আকৌ সৰ্বশক্তিমান কবীৰদেৱে সকলো সৃষ্টি ৰচনা স্বয়ং নিজে কৰিলে। নিজৰ শব্দ ধ্বনিৰ শক্তিৰে এক ৰাজেশ্বৰী (ৰাষ্ট্ৰীয়) শক্তি উৎপন্ন কৰি যত সৰ্ব্ব ব্ৰহ্মাণ্ডক স্থাপন কৰিলে। ইয়াকে পৰাশক্তি পৰানন্দনীও বোলে। পূৰ্ণ ব্ৰহ্মই সকলো আত্মাকে নিজৰ ভিতৰতে নিজ বচন শক্তিৰে নিজ মানৱ শৰীৰ সদৃশ্য উৎপন্ন কৰিলে। প্ৰত্যেক হংস আত্মাক (জ্ঞানী আত্মাক) পৰমাত্মাৰ যেনেকা শৰীৰ তেনেকুৱা ৰচিলে যাৰ তেজ যোল্ল সুৰজৰ নিচিনা মানৱ সদৃশ্য হ'ল। কিন্তু পৰমেশ্বৰৰ শৰীৰৰ এডাল ৰোম কুপৰ প্ৰকাশ ৰশ্মি কোটী সূৰ্য্যতকৈও অধিক। বহুত সময়ৰ পিচত ক্ষৰ পুৰুষে (জ্যোতি নিৰঞ্জন/কাল) ভাবিলে যে আমি তিনিও (অচিন্ত-ক্ষৰ পুৰুষ-অক্ষৰ পুৰুষ) এটা দ্বীপত অৱস্থান কৰি আছো তথা অন্য এক এক দ্বীপত আছো। মইও সাধনা কৰি বেলেগ দ্বীপ প্ৰাপ্ত কৰো। তেওঁ এনেকৈ চিন্তা বিচাৰ কৰি এটা ভৰিৰ ওপৰত থিয় হৈ সত্তৰ (৭০) যুগ ধৰি তপ কৰিলে।**

## “আত্মাই কেনেকৈ কালৰ জালত বন্দী হ’ল”

**বিশেষ ঃ- যেতিয়া ব্ৰহ্মাই (জ্যোতি নিৰঞ্জন/কাল) তপ কৰি আছিল, আমি সকলো আত্মাই যি সকলে আজি জ্যোতি নিৰঞ্জনৰ একৈশ ব্ৰহ্মাণ্ডত বাস কৰো ইয়াৰ সাধনাত আসক্ত হৈ অন্তৰ আত্মাৰে সৈতে ইয়াকে বিচাৰিবলৈ ধৰিলো। নিজৰ সুখদাতা প্ৰভূ (ঈশ্বৰ) সত্য পুৰুষৰ পৰা বিমুখ হৈ গলো। যি কাৰণে সতী-সত্যতা পদৰ পৰা পতিত হৈ গলো। পূৰ্ণ প্ৰভূ (পৰমেশ্বৰ কবীৰদেৱ) ঘনাই ঘনাই সাৱধান কৰি দিয়া স্বত্বেও ক্ষৰ পুৰুষৰ পৰা আমাৰ আসক্তি নুগুচিল।** (এই প্ৰভাৱ আজিও কালৰ (ক্ষৰ পুৰুষৰ) সৃষ্টিত বিদ্যমান। যেনে ডেকা-ডেকেৰী, কিশোৰ-কিশোৰী ফিল্ম অভিনেতা-অভিনেত্ৰীৰ কৃত্ৰিম অভিনয় চাই (যি সকলে পেটৰ দায়ত অভিনয় কৰে) আসক্ত হৈ যায়, বাধা দিলেও নামানে। যদি কোনো অভিনেতা-অভিনেত্ৰী নিকটবৰ্তী চহৰত আহি যায় সিহঁতক দৰ্শন কৰিবলৈ নিৰ্ব্বোধৰ দৰে একত্ৰিত হৈ বহু সংখ্যাত ভিৰ কৰেহি। “লওঁতা এজন নিদিয়া দুজন” ৰোজগাৰ অভিনেতাই কৰি আছে আৰু ডেকা-ডেকেৰী, ল'ৰা-ছোৱালী লুট হৈ আছে। আই, দেউতাই কিমান বুজায় কিন্তু নামানে। কৰবাত কেনেবাকৈ লুকাই চুৰাই হলেও ৰং চাবলৈ যায়।

**পূৰ্ণ ব্ৰহ্ম কবীৰদেব (কবীৰ পৰমাত্মা) ক্ষৰ পুৰুষৰ জপ-তপত তুষ্ট হৈ পুছিলে যে কি বিচৰা? তেওঁ কলে পিতাই, এই স্থান মোৰ বাবে কম হৈছে, মোক বেলেগকৈ দ্বীপ প্ৰদান কৰিবৰ কৃপা কৰক। সৎপুৰুষ কৱীৰ পৰমাত্মাই তাক ২১ (একৈশ) ব্ৰহ্মাণ্ড দান কৰিলে। কিছু সময় পিছত জ্যোতি নিৰঞ্জন চিন্তিলে যে ইয়াত কিবা নহয় কিবা ৰচনা কৰা উচিত। খালী ব্ৰহ্মাণ্ড (ফ্লেট/আৱাস) কি কামৰ? ইয়াকে বিচাৰ বিৱেচনা কৰি ৭০ (সত্তৰ) যুগ তপ কৰি কবিৰদেব পৰমাত্মাৰ পৰা ৰচনা সামগ্ৰীৰ বাবে প্ৰাৰ্থনা কৰিলে। সৎপুৰুষে তাক তিনি গুণ, তথা পাচ তত্ব প্ৰদান কৰিলে। যাৰ দ্বাৰা ব্ৰহ্মই (জ্যোতি নিৰঞ্জন) নিজ ব্ৰহ্মাণ্ডত কিছু ৰচিলে। আকৌ চিন্তা কৰিলে ইয়াত কিছু জীৱ থাকিব লাগে নহলে অকলে ভাল নেলাগে। এইটো বিচাৰ কৰি আকৌ ৬৪ (চৌষঠি) যুগ তপ কৰিলে। পূৰ্ণ পৰমাত্মা কবীৰদেৱ জানিব বিচৰাত কলে যে মোক কিছুমান আত্মা**

দি দিয়া নহলে মোৰ ইয়াত অকলে মন নবহে। তেতিয়া সৎপুৰুষৰ কবীৰগ্নি (কবীৰ পৰমেশ্বৰ) কলে যে ব্ৰহ্ম তোমাৰ তপৰ প্ৰতিফলত আৰু ব্ৰহ্মাণ্ড দিব পাৰো, কিন্তু মোৰ আত্মা বিলাকক কাৰো জপ-তপ-সাধনাৰ ফলস্বৰূপ দিব নোৱাৰো। হয়, যদি কোনোবাই স্বইচ্ছাই তোমাৰ লগত যাব বিচাৰে তেহে তেওঁ যাব পাৰে। যুবা কবীৰ (সমৰ্থ কবীৰ)ৰ বচন শুনি জ্যোতি নিৰঞ্জন আমালোকৰ কাষলৈ আহিল। আমি সকলো হংস আত্মা (জ্ঞানী আত্মা) আগৰে পৰাই তাৰ ওপৰত আসক্ত আছিলো। আমি তাক চাৰিওফালে বেৰি ধৰি থিয় দিলো। জ্যোতি নিৰঞ্জনে কলে যে মই পিতাশ্ৰী (কবীৰ পৰমাত্মা) ৰ পৰা ২১ ব্ৰহ্মাণ্ড আলাদাকৈ প্ৰাপ্ত কৰিছো। তাত নানা প্ৰকাৰৰ সুবিধাৰে সৈতে ৰমনীয় স্থান আছে। আপোনালোকে মোৰ লগত যাব নে? আমি সকলো হংসই যি আজি ২১ ব্ৰহ্মাণ্ডত বিড়ম্বনাত আছো, কলো যে আমি সকলো যাবলৈ প্ৰস্তুত যদি পৰম পিতা (কবীৰদেব) আজ্ঞা দিয়ে। তেতিয়া ক্ষৰ পুৰুষ (কাল) পূৰ্ণ ব্ৰহ্ম পৰম পিতাৰ (কবীৰ পৰমেশ্বৰ) কাষলৈ গল আৰু সকলো কথা খুলি কলে। তেতিয়া কবিৰগ্নি (কবীৰ পৰমেশ্বৰ) কলে যিয়ে মোৰ সন্মুখত ৰাজী হ'ব মই তাকেহে যাবলৈ আজ্ঞা দিম। ক্ষৰ পুৰুষ তথা পৰম অক্ষৰ পুৰুষ (কবীৰ পৰমাত্মা) দুয়ো আমি সকলো হংসাত্মাৰ কাষলৈ আহিল। সৎ কবীৰদেৱে কলে যে যি হংসাত্মা ব্ৰহ্মৰ (কাল) লগত যাব বিচাৰে তেওঁ নিজ হাত ওপৰলৈ দাঙি স্বীকৃতি দিয়া। নিজ পিতাৰ সমুখত কাৰো সাহস নহল। কোনোৱেও স্বীকৃতি নিদিলে। বহুত সময় নিস্তব্ধ হৈ ৰলো। তাৰ পিছত এজন হংসাত্মাই বুকুত সাহস যোগাই কলে, পিতাই মই যাব বিচাৰো। আৰু কি চাবা? তাক দেখা দেখি (যি সকলে আজি-কালৰ (ব্ৰহ্ম) একৈশ ব্ৰহ্মাণ্ডত বন্দী হৈ থকা) আমি সকলো হংসাত্মাই স্বীকৃতি দি দিলো। কবীৰ পৰমেশ্বৰে জ্যোতি নিৰঞ্জনক নিজ স্থানলৈ গুচি যাবলৈ আজ্ঞা দিলে আৰু কলে যি সকলে তোমাৰ লগত যাবলৈ স্বীকৃতি দিছে মই সেই সকলো হংসাত্মাক তোমাৰ কাষলৈ পঠাই দিম। জ্যোতি নিৰঞ্জনে নিজৰ ২১ ব্ৰহ্মাণ্ডলৈ গুচি গ'ল। সেই সময়ত এই ২১ ব্ৰহ্মাণ্ড সৎলোকত আছিল।

তাৰ পিছত পূৰ্ণ ব্ৰহ্মাই প্ৰথমে স্বীকৃতি দিয়া হংসাত্মাক ছোৱালীৰ ৰূপ দিলে কিন্তু স্ত্ৰীযোনী নবনালে তথা সকলো আত্মাক (যিবিলাকে জ্যোতি নিৰঞ্জন (ব্ৰহ্ম)ৰ লগত যাবলৈ ৰাজি হৈছিল) সেই ছোৱালীৰ শৰীৰত প্ৰবেশ কৰাই দিলে তথা তাইৰ নাম অষ্টাঙ্গী (আদি মায়া/প্ৰকৃতি দেৱী/দূৰ্গা দেৱী) ৰাখিলে আৰু সত্যপুৰুষে (কবীৰদেব) কলে হে পুত্ৰী মই তোমাক শব্দ শক্তি প্ৰদান কৰি দিলো যিমান জীব ব্ৰহ্মাই বিচাৰে সিমানেই উৎপন্ন কৰি দিবা। পূৰ্ণ ব্ৰহ্ম কবীৰদেব নিজ পুত্ৰ সহজ দাসৰ দ্বাৰা প্ৰকৃতি দেৱীক ক্ষৰ পুৰুষৰ ওচৰলৈ পঠাই দিলে। সহজ দাসে ক্ষৰ পুৰুষক কলে যে পৰম পিতাই এই ভনী জনীৰ শৰীৰত সেই সকলো আত্মাক প্ৰৱেশ কৰাই যি সকলে আপোনাৰ লগত যাবলৈ সন্মতি ব্যাক্ত কৰিছিল তথা তাইক বচন শক্তি সিদ্ধ কৰাই দিছে। আপুনী যিমান জীব পাবলৈ হাবিয়াস কৰে এই প্ৰকৃতি দেৱী নিজ শব্দ বচনেৰে উৎপন্ন কৰি দিব। এই কথা কৈ সহজ দাস নিজৰ দ্বীপলৈ উভতি আহিল।

যুৱতী হোৱা কাৰণে ছোৱালীজনীৰ (প্ৰকৃতি দেৱী) ৰং, ৰূপ, চেহেৰা জিলিকি আছিল। ব্ৰহ্মৰ ভিতৰত বিষয় বাসনা (কাম ভাব) জাগি উঠিল তথা প্ৰকৃতি দেৱীৰ

# এখন ব্ৰহ্মাণ্ডৰ লঘু চিত্ৰ



লগত অশিষ্ট আচৰণ কৰিবলৈ ধৰিলে। তেতিয়া দূৰ্গাই কলে, জ্যোতি নিৰঞ্জন পৰম পিতাই প্ৰদান কৰা বাক্‌শক্তি মোৰ ওচৰত আছে। আপুনি যিমান প্ৰাণী বিচাৰে মই মুখৰ বাক্যৰে উৎপন্ন কৰি দিম। আপুনী মৈথুন পৰম্পৰা আৰম্ভ নকৰিব। আপুনীও সেই পৰম পিতাৰ শব্দৰ দ্বাৰা কণীৰ (অণ্ডু) পৰা উৎপন্ন হৈছে তথা মইও শব্দৰ দ্বাৰা পিছত উৎপন্ন হৈছো। আপুনী মোৰ ডাঙৰ ভাই, ভাই ভনীৰ এনে মিলন মহাপাপৰ কাৰণ হব। কিন্তু জ্যোতি নিৰঞ্জনে প্ৰকৃতি দেৱীৰ কাকুতি বিনতী একো নুশুনিলে তথা নখেৰে নিজ শব্দ শক্তিৰ দ্বাৰা স্ত্ৰী যোনী প্ৰকৃতিদেৱীৰ (দূৰ্গা দেৱী) শৰীৰত লগাই দিলে আৰু বলাৎকাৰ কৰিবলৈ চেষ্টা কৰিলে। সেই সময়ত দূৰ্গা দেৱীয়ে নিজৰ লাজ ৰক্ষা কৰিবলৈ অইন কোনো উপায় নেদেখি সূক্ষ্ম ৰূপ ধাৰণ কৰিলে তথা জ্যোতি নিৰনঞ্জনৰ খোলা মুখেৰে তাৰ পেটত প্ৰবেশ কৰি পূৰ্ণব্ৰহ্ম কবীৰ দেৱক স্মৰণ কৰি আত্ম ৰক্ষাৰ কাৰণে প্ৰাৰ্থনা কৰিলে। সেই সময়ত কবীৰদেব নিজ পুতেক যোগ সত্যায়ন অৰ্থাৎ যোগজীতৰ ৰূপ ধাৰণ কৰি তাত উপস্থিত হল আৰু দূৰ্গাক ব্ৰহ্মৰ পেটৰ পৰা বাহিৰলৈ ওলাই আনিলে তথা কলে যে জ্যোতি নিৰঞ্জন আজিৰ পৰা তোমাৰ নাম কাল হ'ব। তোমাৰ জন্ম-মৃত্যু হৈ থাকিব। এই বাবে তোমাৰ নাম ক্ষৰ পুৰুষ হ'ব তথা প্ৰতিদিনে এক লাখ মানৱ শৰীৰ ধাৰী প্ৰাণীৰ সুক্ষ্ম শৰীৰ খাবা আৰু সোৱা লাখ উৎপন্ন কৰিবা। তোমালোক দুজনকে ২১ ব্ৰহ্মাণ্ডৰ সৈতে বিতাৰিত কৰা হ'ল। এইখিনি পৰম পিতাই কওঁতেই ২১ ব্ৰহ্মাণ্ড বিমানৰ দৰে গতি কৰিলে। সহজ দাসৰ দ্বীপৰ কাষেদি যাওঁতেই সৎলোকৰ পৰা যোলহ শংখ্য কোস (এক কোস মোটামুটি ৩ কিঃ মিঃ) দূৰত গৈ থামি গ'ল।

বিশেষ বিৱৰণ ঃ- এতিয়া তিন শক্তিৰ বিৱৰণ আহিল।

১। পূৰ্ণ ব্ৰহ্ম যাক অইন উপমাত্মক নামেৰে জনা যায়, যেনে সৎপুৰুষ, অকাল পুৰুষ, শব্দ স্বৰূপী ৰাম, পৰম অক্ষৰ পুৰুষ, পৰম অক্ষৰ ব্ৰহ্ম আদি। এই পূৰ্ণব্ৰহ্ম অসংখ্য ব্ৰহ্মাণ্ডৰ গৰাকী তথা বাস্তৱত অবিনাশী।

২। পৰব্ৰহ্ম যাক অক্ষৰ পুৰুষ বুলি কোৱা হয়। এওঁ বাস্তৱত অবিনাশী নহয়। এওঁ সাত সংখ্য ব্ৰহ্মাণ্ডৰ গৰাকী।

৩। ব্ৰহ্ম যাক জ্যোতি নিৰঞ্জন, কাল, কৈল, ক্ষৰ পুৰুষ তথা ধৰ্মৰাজ আদি নামেৰে জনা যায়, যি কেৱল ২১ ব্ৰহ্মাণ্ডৰ গৰাকী। এতিয়া আগলৈ এই ব্ৰহ্ম (কাল)ৰ সৃষ্টিৰ এটা ব্ৰহ্মাণ্ডৰ পৰিচয় দিয়া হ'ব, যত তিনিটা আৰু নাম পঢ়িবলৈ পাব ব্ৰহ্মা, বিষ্ণু, তথা শিৱ।

ব্ৰহ্ম তথা ব্ৰহ্মাৰ পাৰ্থক্য ঃ- এটা ব্ৰহ্মাণ্ডত তৈৰি সৰ্বো পৰি স্থানৰ ওপৰত ব্ৰহ্ম (ক্ষৰ পুৰুষ) স্বয়ং তিনিটা গোপন স্থান ৰচনা কৰি ব্ৰহ্মা, বিষ্ণু তথা শিৱৰূপত থাকে আৰু নিজ পত্নী প্ৰকৃতিৰ (দুৰ্গা) সহযোগত তিনি পুত্ৰক উৎপত্তি কৰে। তেওঁলোকৰ নামো ব্ৰহ্মা, বিষ্ণু তথা শিৱ ৰাখে। যি ব্ৰহ্মৰ পুতেক ব্ৰহ্মা তেওঁ এটা ব্ৰহ্মাণ্ডত কেৱল তিনি লোকৰ (যেনে, পৃথিৱী লোক, স্বৰ্গ লোক, পাতাল লোক) এটা ৰজ্‌গুণ বিভাগৰ মন্ত্ৰী (গৰাকী)। ইয়াক ত্ৰিলোকীয় ব্ৰহ্মা কোৱা হয় তথা যি ব্ৰহ্ম ব্ৰহ্মলোকত ব্ৰহ্মা ৰূপে থাকে তাক মহাব্ৰহ্মা তথা ব্ৰহ্মলোকীয় ব্ৰহ্মা কোৱা হয়। এই ব্ৰহ্মক (কাল) সদাশিৱ, মহাশিৱ, মহা বিষ্ণুও কোৱা হয়।

**শ্ৰী বিষ্ণুপুৰাণৰ প্ৰমাণ ঃ- চতুৰ্থ অংশ অধ্যায় ১ পৃষ্ঠা ২৩০-২৩১ ৰ শ্ৰী ব্ৰহ্মাই কলে যি অজন্মা, সৰ্বময় বিধাতা পৰমেশ্বৰৰ আদি, মধ্য, অন্ত, স্বৰূপ, স্বভাব আৰু সাৰ আমি জানিব নেপাওঁ (শ্লোক ৮৩)**

**যি মোৰ ৰূপ ধাৰণ কৰি সংসাৰ ৰচনা কৰে, স্থিতিৰ সময়ত যি পুৰুষ ৰূপ হয় তথা যিয়ে ৰুদ্ৰ ৰূপেৰে গোটেই বিশ্ব গ্ৰাস কৰে, অনন্ত ৰূপেৰে গোটেই জগতক ধাৰণ কৰে (শ্লোক নং ৮৬)।**

## "শ্ৰী ব্ৰহ্মাদেৱ, শ্ৰী বিষ্ণুদেৱ তথা শ্ৰী শিৱদেৱৰ উৎপত্তি"

**কাল (ব্ৰহ্ম) প্ৰকৃতি দেৱীক (দুৰ্গা) কলে এতিয়া কোনে মোৰ কি হানি কৰিব? যি ইচ্ছা তাকেই কৰিম, প্ৰকৃতিয়ে আকৌ বিনতী কৰি কলে-আপুনী অলপ লাজ কৰক। প্ৰথমে তো আপুনী মোৰ ডাঙৰ ভাই হলে, কিয়নো সেই পূৰ্ণ পৰমাত্মাই (কবীৰদেব) আপোনাক বচন শক্তিৰে কণীৰ পৰা উৎপন্ন কৰিছে তথা পিছত মোৰো উৎপত্তি সেই পূৰ্ণ পৰমাত্মাৰ বচনৰ দ্বাৰাই হৈছে। দ্বিতীয়তে মই আপোনাৰ গৰ্ভৰ পৰা ওলাই আহিলো। এই কাৰণে মই আপোনাৰ জীয়ৰী আৰু আপুনী মোৰ পিতা হলে এই পবিত্ৰ সম্পৰ্কক নষ্ট কৰিলে মহাপাপ হ'ব। মোৰ ওচৰত পৰম পিতাই প্ৰদান কৰা বাক্ শক্তি আছে। যিমান প্ৰাণী আপুনী কব মই মোৰ মুখৰ মাতেৰে উৎপন্ন কৰি দিম। জ্যোতি নিৰঞ্জনে দুৰ্গাৰ একো কাকুতি মিনতি নুশুনিলে তথা কলে যে মোৰ (ব্ৰহ্মৰ) যি শাস্তি পাব লগা আছিল তাক তো পালোয়েই, মোক সৎলোকৰ পৰা বিতাড়িত কৰি দিলে। এতিয়া মনে যি চায় তাকেই কৰিম। এই কথা কৈ কাল পুৰুষ (ক্ষৰ পুৰুষ) বল পূৰ্বক দুৰ্গা দেৱীক (প্ৰকৃতি) বিয়া কৰিলে তথা তিনি পুতেক (ৰজগুণ যুক্ত ব্ৰহ্মাদেৱ, সতগুণ যুক্ত-বিষ্ণুদেৱ তথা তম গুণ যুক্ত - শিৱ দেৱ) উৎপত্তি হল। ডেকা হোৱালৈকে তিনিও পুতেকক দুৰ্গাৰ দ্বাৰা অচেতন কৰোৱাই দিলে, আকৌ যুবক হোৱাত শ্ৰীব্ৰহ্মা দেৱক পদুম ফুলৰ ওপৰত শ্ৰী বিষ্ণু দেৱক শেষনাগৰ শয্যাৰ ওপৰত তথা শ্ৰী শিৱ দেৱক কৈলাশ পৰ্ব্বতৰ শিখৰত অৱস্থান কৰাই চেতন কৰি দিলে। তাৰ পিছত প্ৰকৃতিৰ (দুৰ্গা) দ্বাৰা এই তিনিও জনৰ বিবাহ কৰাই দিয়া হয় তথা এটা ব্ৰহ্মাণ্ডত তিনি লোক (যেনে — স্বৰ্গ লোক, পৃথিৱী লোক আৰু পাতাল লোক)ত এটা এটা বিভাগৰ মন্ত্ৰী (প্ৰভূ) নিযুক্ত কৰাই দিয়ে। যেনে শ্ৰীব্ৰহ্মাদেব ৰজোগুণ বিভাগৰ শ্ৰী বিষ্ণুদেব স্বত্বগুণ বিভাগৰ তথা শ্ৰী শিব শঙ্কৰক তমোগুণ বিভাগ তথা স্বয়ং গুপ্ত (মহাব্ৰহ্মা-মহাবিষ্ণু-মহাশিব) ৰূপে মূখ্য মন্ত্ৰীৰ পদ চম্ভালি লয়। এখন ব্ৰহ্মাণ্ডত এখন ব্ৰহ্মলোকৰ ৰচনা কৰিছে। তাতেই তিনিখন গোপন ঠাই বনাইছে। এখন ৰজগুণ প্ৰধান ঠাই যত এই ব্ৰহ্ম (কাল) স্বয়ং মহাব্ৰহ্মা (মুখ্যমন্ত্ৰী) ৰূপত থাকে তথা নিজ পত্নী দুৰ্গা দেৱীক মহাসাবিত্ৰী ৰূপত ৰাখে। এই দুজনৰ মিলনৰ ফলত যি পুত্ৰ এই স্থানত উৎপত্তি হয় সিজন আপোনা আপুনি ৰজগুণী হৈ যায়। দ্বিতীয় স্থান সত্‌গুণ প্ৰধান ঠাই বনালে। তাত এই ক্ষৰ পুৰুষ স্বয়ং মহাবিষ্ণু ৰূপ হৈ থাকে তথা নিজ পত্নী দুৰ্গাক মহালক্ষ্মী ৰূপত ৰাখি যি পুত্ৰ উৎপন্ন কৰে তাৰ নাম বিষ্ণু ৰাখে, সিজন পুত্ৰ সত্‌গুণ যুক্ত হয়। তৃতীয়তে এই কালে সেইখিনিত এখন তমো গুণ প্ৰধান ঠাই বনালে। তাত এওঁ স্বয়ং সদাশিব ৰূপ বনাই থাকে তথা নিজ পত্নী দুৰ্গাক মহা পাৰ্ব্বতী ৰূপত**

ৰাখে। এই দুজনাৰ পতী-পত্নীৰ ব্যৱহাৰত যি পুত্ৰৰ উৎপন্ন হ'ল তাৰ নাম শিৱ ৰাখি দিলে তথা তাক তমোগুণ যুক্ত কৰি দিলে। (প্ৰমাণৰ বাবে চাওক পৱিত্ৰ শ্ৰীশিব মহাপুৰাণ বিদ্যৱেশ্বৰ সংহিতা পৃষ্ঠা নং ২৪-২৬ য'ত ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ তথা মহেশ্বৰৰ পৰা অইন সদাশিৱ আছে তথা ৰুদ্ৰ সংহিতা অধ্যায় নং ৬ তথা ৭, পৃষ্ঠা নং ১০০ৰ পৰা ১০৫ তথা ১১০ ওপৰত অনুবাদ কৰ্তা শ্ৰীহনুমান প্ৰসাদ পোদ্দাৰ, গীতা প্ৰেস গোৰখ পুৰৰ পৰা প্ৰকাশিত তথা পৱিত্ৰ শ্ৰীমদ্ দেৱী মহাপুৰাণ তৃতীয় স্কন্দ পৃষ্ঠা নং ১১৪ পৰা ১২৩ লৈ, গীতা প্ৰেস গোৰখপুৰৰ পৰা প্ৰকাশিত, যাৰ অনুবাদ কৰ্তা শ্ৰীহনুমান প্ৰসাদ পোদ্দাৰ, চিমনলাল গোস্বামী) আকৌ এই তিনিওক প্ৰৱঞ্চনাত ৰাখি নিজৰ খাবৰ বাবে শ্ৰীব্ৰহ্মা দেৱৰ দ্বাৰা জীৱৰ উৎপত্তি, শ্ৰী বিষ্ণু দেৱৰ দ্বাৰা স্থিতি (এজনে আন জনৰ ওপৰত মোহ মায়াৰ জালত বন্দী কৰা) তথা শ্ৰী শিৱৰ দ্বাৰা সংহাৰ (কিয়নো কাল পুৰুষ অভিশপ্ত হোৱাত এক লাখ মানব শৰীৰ ধাৰী প্ৰাণীৰ সূক্ষ্ম শৰীৰৰ পৰা মলি বাহিৰ কৰি খাব লাগে। তাৰ কাৰণে একৈশ ব্ৰহ্মাণ্ডত এটা তপ্ত শিলাখণ্ড আছে যি সকলো সময়তে গৰম হৈ থাকে। তাৰ ওপৰত গৰম কৰি মলি উলিয়াই খাব লাগে। জীব নমৰে কিন্তু অসহনীয় কষ্ট সহিব লাগে। আকৌ প্ৰাণীৰ কৰ্মৰ আধাৰত অইন শৰীৰ প্ৰদান কৰে।) কৰোৱায়। যেনে কোনো ঘৰৰ ভিতৰত তিনিটা কোঠালী আছে। এটা কোঠালীৰ ভিতৰত অশ্লীল চিত্ৰ ওলোমাই থোৱা আছে। সেই কোঠালীত সোমোৱাৰ লগে লগেই মনৰ ভিতৰত তেনে লেতেৰা বিচাৰ উৎপন্ন হৈ যাব। দ্বিতীয় কোঠালীত সাধু-মহন্তৰ চিত্ৰ ওলোমাই থোৱা আছে। তাক দেখাৰ লগে লগেই মনত ভাল বিচাৰ, ঈশ্বৰ চিন্তন আহি পৰে। তৃতীয় কোঠালীত দেশ প্ৰেমীক তথা বীৰ শ্বহীদৰ ফটো ওলোমাই থোৱা আছে। ইটো দেখাৰ লগে লগেই মনত বীৰত্বৰ বিচাৰ আহি পৰে। ঠিক এই দৰে ব্ৰহ্মাই (কাল) নিজৰ বিচাৰ-বুদ্ধিৰে ওপৰোক্ত তিনিগুণ প্ৰধান স্থানৰ সৃষ্টি কৰিছে।

## "তিনি গুণ কি? প্ৰমানৰ সৈতে"

"তিনিগুণ যেনে - ৰজগুণ-ব্ৰহ্মাদেৱ, সত্‌গুণ-বিষ্ণুদেব, তমগুণ-শিৱদেব। ব্ৰহ্ম (কাল) তথা প্ৰকৃতিৰ (দুৰ্গা) পৰা উৎপন্ন হোৱা তিনিও নাশবান।" যাৰ বিনাশ আছে।

প্ৰমাণ ঃ- গীতা প্ৰেস গোৰখ পুৰৰ প্ৰকাশিত শ্ৰী শিৱ মহাপুৰাণ যাৰ সম্পাদক শ্ৰীহনুমান প্ৰসাদ পোদ্দাৰ পৃষ্ঠা সংখ্যা ২৪ পৰা ২৬ লৈ বিদ্যাৱেশ্বৰ সংহিতা তথা পৃষ্ঠ নং ১১০ অধ্যায় ৯ ৰুদ্ৰ সংহিতা "এনেদৰে ব্ৰহ্মা, বিষ্ণু তথা শিব তিনিও দেৱতাৰ গুণ আছে ওপৰন্তু শিবক (ব্ৰহ্ম- কাল) গুণাতীত কোৱা হৈছে।

২য় প্ৰমাণ ঃ- গীতা প্ৰেস গোৰখ পুৰৰ পৰা প্ৰকাশিত শ্ৰীমদ্‌দেৱী ভাগৱত পুৰাণ যাৰ সম্পাদক শ্ৰীহনুমান প্ৰসাদ পোদ্দাৰ চিমন লাল গোস্বামী, তৃতীয় স্কন্দ, অধ্যায় ৫ পৃষ্ঠা ১২৩ ঃ- ভগৱান বিষ্ণুৱে দুৰ্গাক স্তুতি কৰি কলে মই (বিষ্ণু), ব্ৰহ্মা তথা শংকৰ তোমাৰ কৃপাতে বিদ্যমান হৈ আছো। আমালোকৰ তেন্তে আবিৰ্ভাৱ (জন্ম) তথা তিৰোভাৱ (মৃত্যু) হয়। আমি নিত্য (অবিনাশী) নহওঁ। তুমিয়ে নিত্য, জগত জননী, প্ৰকৃতি আৰু সনাতনী দেৱী। ভগৱান শংকৰে কলে — যদি ভগৱান ব্ৰহ্মা তথা ভগৱান বিষ্ণু তোমাৰ পৰাই উৎপন্ন হৈছে তেনেহলে তাৰ পিছত উৎপন্ন হোৱা মই তমোগুণী

লীলা কৰা শংকৰ কি তোমাৰ সন্তান নহয়? অৰ্থাৎ মোকো উৎপন্ন কৰা মাতৃ তুমিয়েই হোৱা। এই জগতৰ সৃষ্টি - স্থিতি - সংহাৰত তোমাৰ গুণ সদা সৰ্বদা বিদ্যমান। এই তিনিও গুণৰ পৰা উৎপত্তি আমি ব্ৰহ্মা, বিষ্ণু তথা শংকৰ নিয়মানুষাৰে কাৰ্য্যত ৰত হৈ থাকো।

ওপৰোক্ত এই বিৱৰণ হিন্দিত অনুবাদিত শ্ৰীদেৱী মহাপুৰানত আছে যত কিছু তথ্য লুকাই ৰখা হৈছে। এই বাবে এইটো প্ৰমান দেখক শ্ৰীমদ্ দেৱী ভাগৱত মহাপুৰান সভাষ্টিকম স্বমাহিত্যম, খেমৰাজ শ্ৰীকৃষ্ণ দাস প্ৰকাশন মুম্বাই, ইয়াত সংস্কৃতৰ সৈতে হিন্দিত অনুবাদ আছে। তৃতীয় স্কন্দ অধ্যায় ৪ পৃষ্ঠা ১০, শ্লোক নং ৪২ ঃ- ব্ৰহ্মা-অহম্ ঈশ্বৰ ঃ ফিল তে প্ৰভাৱৎ সৰ্বে বয়ম জনি যুতা ন যদা তু নিত্যাঃ, কে অন্যে সুৰাঃ শতমুখ প্ৰমুখাঃ চ নিত্যা নিত্যা তমেব জননী প্ৰকৃতিঃ পুৰানা। (৪২)

অনুবাদ ঃ- হে মাতা, মই তথা শিৱ তোমাৰ প্ৰভাৱতে জন্মৱান। অমৰ নহওঁ অৰ্থাৎ নিত্য বা অবিনাশী নহওঁ। আকৌ অইন্য ইন্দ্ৰাদি, দেৱতাবোৰ কেনেদৰে নিত্য হব পাৰে? তুমিয়েই অবিনাশী, প্ৰকৃতি তথা সনাতনী দেৱী হোৱা। (৪২)

পৃষ্ঠা নং ১১-১২, অধ্যায় ৫, শ্লোক নং ৮ ঃ- যদি দয়াদ্ৰমনা ন সদায়েহমবিকে কথমহম বিহিত ঃ চ তমোগুন ঃ কমলজশ্চ ৰজোগুন সম্ভোবঃ সুবিহিতঃ কিমু সত্বগুনো হৰিঃ। (৮)

অনুবাদ ঃ- ভগবান শংকৰে কলে - হে মাতা! যদি আপুনী আমাৰ ওপৰত দয়াৱান তেনেহলে মোক কিয় তমোগুন বনালে, পদুম ফুলৰ ওপৰত উৎপন্ন হোৱা ব্ৰহ্মাক ৰজোগুন আৰু বিষ্ণুক কিয় সত্বগুন বনালে? অৰ্থাৎ জীৱৰ জন্ম-মৃত্যু ৰূপী দুস্কৰ্মত কিয় লগালে?

শ্লোক নং ১২ ঃ- ৰময়সে স্বপতিম পুৰুষম সদা তব গতিম ন হি বিহ বিদ্ম শিবে(১২)।

অনুবাদ ঃ- নিজ পতি পুৰুষ অৰ্থাৎ কাল ভগৱানৰ লগত সদায় ভোগ বিলাস কৰি কাল যাপন কৰা। আপোনাৰ লীলা কোনেও নাজানে।

বিশেষ ঃ- ওপৰোক্ত প্ৰমানৰ দ্বাৰা প্ৰমান হয় যে ৰজগুন-ব্ৰহ্মা, সত্বগুন-বিষ্ণু, তমগুন-শিব এওঁলোক তিনো নাশৱান। দূৰ্গাৰ পতি ব্ৰহ্ম (কাল) ই তাইৰ লগত ভোগ বিলাস কৰি কটায়।

## "ব্ৰহ্ম (কাল)ৰ অপ্ৰকাশ থকাৰ প্ৰতিজ্ঞা"

**সুক্ষ্ম বেদৰ শেষ সৃষ্টি ৰচনা .........**

তিনিও সন্তানৰ উৎপত্তিৰ পিছত ব্ৰহ্মাই নিজ পত্নী দূৰ্গাক কলে - মই প্ৰতিজ্ঞা কৰো যে ভৱিষ্যৎলৈ মই কাকো নিজৰ বাস্তৱিক ৰূপত দেখা নিদিওঁ। যি কাৰণে মোক অব্যাক্ত বুলি জনা যাব। দূৰ্গাক কলে যে তুমি মোৰ এই ৰহস্য কাকো প্ৰকাশ নকৰিবা। মই গোপনে থাকিম। দূৰ্গাই কলে — তেন্তে সঁচাই আপুনী নিজ পুতেক বিলাককো দৰ্শন নিদিব? ব্ৰহ্মাই কলে- মই নিজৰ সন্তানক তথা অন্য সাধককো দৰ্শন নিদিম, এইটো মোৰ অলৰ-অচৰ নিয়ম বৰ্তি থাকিব। দূৰ্গাই কলে — এইটো তো আপোনাৰ উত্তম নিয়ম নহলে, যে আপুনী নিজৰ সন্তানৰ পৰাও লুকাই থাকিব। তেতিয়া কালে দূৰ্গাক

**কলে — এইটো বাধ্য বাধকতা (উপায় নাই)। মোক এক লাখ মানব শৰীৰ ধাৰী প্ৰাণীৰ সুক্ষ্ম শৰীৰ ভক্ষন কৰাৰ অভিশাপ লাগিছে। যদি মোৰ সন্তানে (ব্ৰহ্মা, বিষ্ণু, মহেশ) জানি পায় তেন্তে সিহঁতে সৃষ্টি, স্থিতি, সংহাৰ কাৰ্য্য বন্ধ কৰি দিব। এইবাবে এইটো মোৰ অনুত্তম (একেবাৰে বেয়া) নিয়ম সদায় বৰ্তি থাকিব। যেতিয়া এওঁবিলাক তিনো অলপ ডাঙৰ হ'ব তেতিয়া সিহঁতক অচেতন কৰি দিবা। মোৰ বিষয়ে একো নকবা, নহলে মই তোমাকো শাস্তি দিম। দূৰ্গাই ভয়তে এই ৰহস্যৰ বাস্তবিকতা প্ৰকাশ নকৰিলে। এই বাবে গীতা অধ্যায় ৭ শ্লোক নং ২৪ ত বৰ্নিত আছে যে বুদ্ধিহীন নৰ মনুষ্যই মোৰ এই অনুত্তম (একেবাৰে বেয়া) নিয়মৰ বিষয়ে অপৰিচিত; সেয়েহে মই কেতিয়াও কাৰো সমুখত ওলাই নাহো, নিজৰ যোগ মায়াৰে লুকাই থাকো। এই কাৰণে মোৰ এই অব্যাক্ত/অপ্ৰকাশিতক মনুষ্য ৰূপত অৱতাৰিত হোৱা অৰ্থাৎ কৃষ্ণ বুলি মানে।**

(অবুদ্ধয়ঃ) বুদ্ধিহীন (মম্) মোৰ (অনুত্তমম) একেবাৰে বেয়া (অব্য়য়ম্) অবিনাশী (পৰম্ ভাবম্) বিশেষ ভাবক (অজানন্তঃ) নেজানি (মাম অব্যাক্তম্) মোৰ অব্যাক্ত/অপ্ৰকাশ (ব্যাক্তিম্) মনুষ্য ৰূপত (আপন্নম্) আহা (মন্যন্তে) মানে অৰ্থাৎ মই কৃষ্ণ নহওঁ। (গীতা অধ্যায় ৭ শ্লোক নং ঃ ২৪)

**গীতা অধ্যায় ১১ শ্লোক ৪৭ তথা ৪৮ কৈছে যে এইটো মোৰ বাস্তৱিক কাল ৰূপ। ইয়াৰ দৰ্শন অৰ্থাৎ ব্ৰহ্ম প্ৰাপ্তি না বেদৰ বৰ্নিত বিধিৰ দ্বাৰা, না জপ তপৰ দ্বাৰা, না কোনো ক্ৰিয়াৰ দ্বাৰা হ'ব পাৰে।**

**যেতিয়া তিনিও সন্তান যুৱক হৈ গল তেতিয়া মাতা ভৱানী (প্ৰকৃতি, অষ্টাঙ্গী, দূৰ্গা) য়ে কলে যে তোমালোকে সাগৰ মন্থন কৰা। প্ৰথম বাৰ সাগৰ মন্থন কৰিলে তো (জ্যোতি-নিৰঞ্জনে নিজৰ শ্বাষৰ দ্বাৰা চাৰি বেদ উৎপন্ন কৰিলে। তেখেতক গুপ্ত বানীৰ দ্বাৰা আজ্ঞা দিলে যে সাগৰতে নিবাস কৰক।) চাৰি বেদ ওলাই পৰিল তাক ব্ৰহ্মাই নিলে। বস্তুলৈ তিনিও সন্তানে মাকৰ ওচৰলৈ আহিল, মাকে কলে যে চাৰিও বেদক ব্ৰহ্মাই ৰাখক তথা পঢ়ক।**

**টোকা ঃ- বাস্তৱত পূৰ্ণব্ৰহ্মাই, (কবীৰদেব) ব্ৰহ্মা অৰ্থাৎ কালক পাঁচখন বেদ প্ৰদান কৰিছিল। কিন্তু ব্ৰহ্মই মাথোন চাৰিখন বেদক হে উলিয়াই দিলে। পঞ্চম বেদখনক লুকুৱাই ৰাখিলে। যাক পূৰ্ণ পৰমাত্মাই স্বয়ং প্ৰকট হৈ কবিৰ্গিৰ্ভীঃ অৰ্থাৎ কবিৰ বানীৰ দ্বাৰা লোক উক্তি বা পদাৱলীৰ মাধ্যমত প্ৰকাশ কৰিছিল।**

**দ্বিতীয় বাৰ সাগৰ মন্থন কৰাত তিনিজনী যুৱতীক পালে। মাকে তিনিও পুতেকক ভগাই দিলে। প্ৰকৃতিয়ে (দূৰ্গাই) নিজৰ অইন তিনি ৰূপ (সাবিত্ৰী, লক্ষী তথা পাৰ্বতী) ধাৰন কৰাই সাগৰৰ তলীত লুকাই ৰাখিছিল। সাগৰ মন্থন কৰাৰ সময়ত ওলাই পৰিল। সেই প্ৰকৃতিয়ে তিনি ৰূপ হৈ তথা ভগৱান ব্ৰহ্মাৰ সাবিত্ৰী, ভগৱান বিষ্ণুৰ লক্ষী, ভগৱান শংকৰৰ পাৰ্বতী পত্নী ৰূপত দিলে। তিনিও পত্নী পাই ভোগ বিলাস কৰিলে। সিহঁতৰ পৰা অসুৰ আৰু দেৱতা দুয়োৰে উৎপন্ন হ'ল।**

**(যেতিয়াই তৃতীয় বাৰ সাগৰ মন্থন কৰিলে তেতিয়া ব্ৰহ্মাই চৈদ্ধ ৰত্ন তথা বিষ্ণু আৰু দেৱতাই অমৃত, সুৰা (মদ) অসুৰ বিলাক তথা হলাহল বিষ পৰমাৰ্থ শিবই গলাধাৰণ কৰিলে। এইটো বহুত পিছৰ কথা।) যেতিয়া ব্ৰহ্মাই বেদ পঢ়িবলৈ ধৰিলে তেতিয়াহে**

**গম পালে আৰু অইন অইন সৰ্বব্ৰহ্মাণ্ডৰ সৃষ্টি কৰ্তা কুলৰ মালীক পুৰুষ (গৰাকী/প্ৰভূ) আৰু আছে। তেতিয়া ব্ৰহ্মাই, বিষ্ণুদেৱ আৰু শিৱক কলে যে বেদত বৰ্ণিত সৃজনহাৰ অইন কোনো বা প্ৰভূ আছে। উপৰন্ত বেদে কয় যে ইয়াৰ ভেদ (ৰহস্য) আমিও নেজানো তাৰ বাবে সঙ্কেত আছে যে কোনো তত্বদৰ্শী সাধু মহন্তক পুছি চোৱা। তাৰ পিছত ব্ৰহ্মাই মাকৰ ওচৰলৈ আহিল আৰু সকলো বৃত্তান্ত শুনালে। মাকে কলে যে মোৰ বাহিৰে আৰু অইন কোনেও নাই। মইয়ে একমাত্ৰ কৰ্তা। মইয়ে সৰ্ব্ব শক্তিমান। কিন্তু ব্ৰহ্মাই কলে যে এই বেদ ঈশ্বৰ প্ৰদত্ত ই মিছা হব নোৱাৰে। দুৰ্গাই কলে তোমাৰ দেউতাই (পিতাক) তোমাক দৰ্শন নিদিয়ে, কিয়নো তেওঁ প্ৰতিজ্ঞা কৰিছে। তেতিয়া ব্ৰহ্মাই কলে হে জননী! আপোনাৰ কথাত মোৰ অবিশ্বাস উৎপন্ন হৈছে। মই সেই পুৰুষৰ (প্ৰভূক) ঠিকনা (উৰাদিহ) উলিয়ামেই উলিয়াম। দুৰ্গাই কলে, যদি তেখেতে তোমাক দৰ্শন নিদিয়ে তেন্তে কি কৰিবা? ব্ৰহ্মাই কলে, মই মোৰ চেহেৰা আপোনাক নেদেখাম। আনফালে জ্যোতি নিৰঞ্জন (ব্ৰহ্ম/ক্ষৰ পুৰুষ/কাল) প্ৰতিজ্ঞা কৰিছে যে মই অব্যাক্ত / অপ্ৰকাশ্য থাকিম কাকো দৰ্শন নিদিম অৰ্থাৎ ২১ ব্ৰহ্মাণ্ডৰ ভিতৰত কেতিয়াও নিজৰ বাস্তৱিক কাল ৰূপ আকাৰত ওলাই নাহিম।**

**গীতা অধ্যায় নং ৭ শ্লোক নং ২৪**

অব্যাক্তম্ ব্যাক্তিম্, আপন্নম্, মন্যয়ন্তে, মাম্ অবুদ্ধয়ঃ।
পৰম্, ভাবম্, অজানন্তঃ, মম, অব্যয়ম্, অনুত্তমম্।। ২৪।।

অনুবাদ ঃ- (অবুদ্ধয়ঃ) বুদ্ধিহীন লোক (মম্) মোৰ (অনুত্তমম্) অতি বেয়া, অশ্ৰেষ্ঠ (অব্যয়ম্) অটল (পৰম্) পৰম (ভাবম্) ভাবক (অজানন্তঃ) নাজানে (অব্যাক্তম্) অদৃশ্যমান (মাম্) মোৰ কালৰ (ব্যক্তিম্) আকাৰত কৃষ্ণ অৱতাৰ (আপন্নম্) প্ৰাপ্ত হোৱা (মন্যয়ন্তে) মানে।

গীতা অধ্যায় নং ৭ শ্লোক নং ২৫

ন, অহম্ প্ৰকাশঃ, সৰ্বস্য, যোগমায়া সমাবৃতঃ।
মূঢ়ঃ, অয়ম্, ন, অভিজানাতি, লোকঃ, মাম্, অজম্, অব্যয়ম্।। ২৫।।

অনুবাদ ঃ- (অহম) মই (যোগমায়া সমাবৃতঃ) যোগমায়াৰ দ্বাৰা লুকাই থকা (সৰ্বস্য) সকলো ফালে (প্ৰকাশঃ) প্ৰত্যক্ষ (ন) নহওঁ অৰ্থাৎ অদৃশ্য অৰ্থাৎ অব্যাক্ত থাকো এই বাবে (অজম্) জনম নোলোৱা (অব্যয়ম্) অবিনাশী অটল (অয়ম্) এইটো (মূঢ়ঃ) অজ্ঞানী, মূৰ্খ (লোকঃ) সংসাৰৰ জন সমুদায় (মাম্) মোক (ন) না (অভিজানাতি) জানে অৰ্থাৎ মোক অৱতাৰ ৰূপত অহা বুলি ভাবে। কিয়নো ব্ৰহ্মাই নিজৰ শব্দ শক্তিৰে নিজৰ নানা ধৰণৰ ৰূপ বনাই লয়। এওঁ দূৰ্গাৰ পতি এই বাবে এই মন্ত্ৰ কৈ আছে যে মই শ্ৰীকৃষ্ণ আদিৰ দৰে দূৰ্গাৰ পৰা জন্ম নলওঁ।

## “ব্ৰহ্মাৰ নিজ পিতা ব্ৰহ্মক বিচাৰি পোৱাৰ বাবে চেষ্টা”

**তেতিয়া দুৰ্গাই ব্ৰহ্মাদেৱক কলে যে অলখ নিৰঞ্জন তোমাৰ দেউতা হয়। তেওঁ তোমাক দৰ্শন নিদিব। ব্ৰহ্মাই কলে মই দৰ্শন কৰিহে উভতি আহিম। মাকে কলে যদি তোমাৰ দৰ্শন নহয় তেন্তে কি কৰিবা? ব্ৰহ্মাই কলে মই প্ৰতিজ্ঞা কৰো যদি পিতাৰ লগত দৰ্শন নহয় মই আপোনাৰ সন্মুখত নাহো। এই কথা কৈ ব্ৰহ্মাই ব্যাকুল হৈ উত্তৰ দিশৰ ফালে অগ্ৰসৰ হ'ল যিফালে এন্ধাৰে এন্ধাৰ। তাত ব্ৰহ্মাই চাৰি যুগ ধৰি ধ্যান কৰিলে কিন্তু**

একো প্ৰাপ্তি নহল। কালে আকাশবানী কৰিলে যে দূৰ্গা, সৃষ্টি ৰচনা কিয় কৰা নাই? ভবানীয়ে কলে, আপোনাৰ জেষ্ঠ পুত্ৰ ব্ৰহ্মা জিদ কৰি আপোনাক বিচাৰি উলিয়াবলৈ গৈছে। ব্ৰহ্মাই (কালে) কলে তাক ওভোতাই লৈ আহা। মই তাক দৰ্শন নিদিওঁ। ব্ৰহ্মা নোহোৱাকৈ জীৱ উৎপত্তিৰ কাৰ্য্য অসম্ভব। তেতিয়া দূৰ্গাই (প্ৰকৃতি) নিজ শব্দ শক্তিৰে গায়ত্ৰী নামৰ এজনী ছোৱালী উৎপন্ন কৰিলে তথা তাইক ব্ৰহ্মাক ওভোতাই আনিবলৈ কলে। গায়ত্ৰী ব্ৰহ্মাদেৱৰ ওচৰলৈ গল কিন্তু ব্ৰহ্মাই সমাধিস্থ আছিল বাবে একো গমেই নেপালে যে কোনোবাই আহিছে। তেতিয়া আদি কুমাৰীয়ে (প্ৰকৃতি) গায়ত্ৰীক ধ্যান যোগে জনাই দিলে ইয়াৰ ভৰি স্পৰ্শ কৰা। তেতিয়া গায়ত্ৰী এনেকোই কৰিলে। ব্ৰহ্মাৰ ধ্যান ভঙ্গ হোৱাত খঙতে কলে কোন পাপিষ্ঠ যিয়ে মোৰ ধ্যান ভঙ্গ কৰিলে? মই তোমাক অভিশাপ দিম। গায়ত্ৰী কবলৈ ধৰিলে মোৰ দোষ নাই, প্ৰথমে মোৰ কথা শুনা পিছত শাপ দিবা। মোৰ আয়ে তোমাক ওভোতাই লবলৈ কৈছে কিয়নো আপুনী নহলে জীবৰ উৎপত্তি নহয়। ব্ৰহ্মাই কলে মই কেনেকৈ যাওঁ? পিতাইৰ দৰ্শন হোৱা নাই এনেই গলে মোৰ উপহাস হব। যদি তুমি আইৰ সমুখত এইখিনী কৈ দিয়া যে ব্ৰহ্মাৰ পিতা (জ্যোতি নিৰঞ্জন)ৰ দৰ্শন হৈছে, মই নিজ চকুৰে দেখিছো তেতিয়াহে মই তোমাৰ লগত যাওঁ। তেতিয়া গায়ত্ৰীয়ে কলে যে আপুনী মোৰ লগত সম্ভোগ (সেক্স) কৰিলেহে মই আপোনাৰ মিছা সাক্ষী দিম। তেতিয়া ব্ৰহ্মাই ভাবিলে যে পিতাৰ দৰ্শন নহল, এনেয়ে গলে আয়েকৰ সমুখত লাজ লাগিব আৰু একো উপায় নেদেখি গায়ত্ৰীৰ লগতে ৰতি ক্ৰিয়া (সম্ভোগ) কৰিলে।

তেতিয়া গায়ত্ৰী কলে কিয়নো আৰু এটা সাক্ষী তৈয়াৰ নকৰো। ব্ৰহ্মাই কলে বৰ ভাল। তেতিয়া গায়ত্ৰীয়ে শব্দ শক্তিৰে এজনী ছোৱালী (পুস্পৱতী নামৰ) উৎপন্ন কৰিলে তাইক দুয়ো কলে যে আপুনী সাক্ষী দিব যে ব্ৰহ্মাই পিতাৰ দৰ্শন কৰিছে। তেতিয়া পুস্পৱতীয়ে কলে মই কেলেই মিছা সাক্ষী দিওঁ? হয়, যদি ব্ৰহ্মাই মোৰ লগত ৰতি ক্ৰিয়া কৰে তেন্তে সাক্ষী দিব পাৰো। গায়ত্ৰীয়ে ব্ৰহ্মাক বুজালে (উতনুৱা বনালে) যে আৰু কোনো উপায় নাই তেতিয়া ব্ৰহ্মাই পুস্পৱতীকো সম্ভোগ কৰিলে তিনিও মিলি মায়াৰ (প্ৰকৃতি) ওচৰলৈ আহিল। দুয়ো দেৱীয়ে ওপোৰোক্ত চৰ্ত এই কাৰণে ৰাখিছিল যে যদি ব্ৰহ্মাই মাতৃৰ সমূখত আমাৰ মিছা সাক্ষী কৈ দিয়ে তেন্তে মাকে আমাক শাপ দিব। এইবাবে তাকো দোষী বনালে।

*(ইয়াত গৰীব দাস মহাৰাজে কয় যে - "দাস গৰীব ইয় চুক ধুৰোঁ ধুৰ"*
*ভাবাৰ্থ - চাৰিওফালে এই টেঙা ই ভৰিছে)*

## "মাতৃ দূৰ্গাৰ দ্বাৰা ব্ৰহ্মাক অভিশাপ দিয়া"

মাতৃ দূৰ্গাই ব্ৰহ্মাক সুধিলে তোমাৰ পিতৃৰ দৰ্শন হৈছে নে? ব্ৰহ্মাই কলে হয় মোৰ পিতাৰ দৰ্শন হৈছে। দূৰ্গাই কলে সাক্ষীয়ে কওক। তেতিয়া ব্ৰহ্মাই কলে এই দুজনীৰ সন্মুখত সাক্ষাৎকাৰ হৈছে। দেৱীয়ে দুয়ো যুৱতীক পুছিলে সঁচাই তোমালোকৰ সন্মুখত ব্ৰহ্মৰ দৰ্শন হৈছে নে? তেতিয়া দুয়ো কলে হয়, আমি নিজ চকুৰে দেখিছো। আকৌ ভৱানীৰ (প্ৰকৃতি) সংশয় হল যে মোক তো ব্ৰহ্মাই কৈছিলে কি মই কাকো দৰ্শন

নিদিম, ইয়াৰোপৰি এইবোৰে কয় যে দৰ্শন হৈছে। তেতিয়া অষ্টাঙ্গী (দূৰ্গা) ধ্যান লগালে আৰু কাল/জ্যোতি নিৰঞ্জনক সুধিলে এয়া কি কাহিনী? জ্যোতি নিৰঞ্জনে কলে এওঁলোক তিনিও মিছা মাতিছে। তেতিয়া মাকে কলে তোমালোক মিছা কৈ আছা। আকাশবানী হ'ল এওঁলোকৰ কোনো দৰ্শন হোৱা নাই। এই কথা শুনি ব্ৰহ্মাই কলে আই মই অঙ্গীকাৰ কৰি পিতাকক বিচাৰি উলিয়াবলৈ গৈছিলো। কিন্তু দেউতাৰ দৰ্শন নহল। আপোনাৰ ওচৰত আহিবলৈ লাজ লাগিছিল। এইবাবে আমি মিছা কৈ দিলো। তেতিয়া মাতা দূৰ্গাই কলে মই অভিশাপ দিওঁ।

ব্ৰহ্মাক অভিশাপ ঃ- তোমাৰ পূজা জগতত নহব, আগলৈ তোমাৰ যি বংশজ হব সিবিলাক দুৰাচাৰ কপটী হব। মিছা কথা বনাই জগতক ঠগিব। উপৰি উপৰি কৰ্ম কাণ্ড কৰা দেখাব ভিতৰি ব্যভিচাৰ কৰিব। শাস্ত্ৰ পুৰানক পঢ়াই শুনাব, স্বয়ং নিজৰে জ্ঞান নহব যে সদ্‌গ্ৰন্থত কি বাস্তৱিকতা আছে। আকৌ মান সন্মান আৰু ধন অৰ্জনৰ দায়ত গুৰু সাজি অনুগত বিলাকক (শিষ্য/উপাসক) লোকবেদ (শাস্ত্ৰ বিৰুদ্ধ নীতি নিয়ম) শুনাব। দেৱ-দেৱীৰ পুজা কৰি আৰু কৰোৱাই অইনৰ নিন্দা-চৰ্চা কৰি কষ্টৰ ওপৰত কষ্ট সহিব। যিবিলাকে তাৰ অনুগত হব তাক পৰমাৰ্থ নকব দান-দক্ষিনাৰ বাবে জগতক প্ৰবঞ্চনা কৰিব। নিজকে নিজকে সকলোতকৈ উত্তম (ব্ৰাহ্মন/বামুন বৰ্ণ) বুলি ভাবিব, অইনক নীচ (যেনে — জাতি, বৰ্ণ, কুল, বংশ) বুজিব। মাতৃৰ মূখৰ পৰা এই কথা শুনা মাত্ৰেই ব্ৰহ্মাই মুৰ্চ্ছিত হৈ মাটিত পৰি গল। বহু সময় পিচতহে তাৰ গালৈ চেতন আহিল।

গায়ত্ৰীক অভিশাপ ঃ- তোমাৰ বহুতো দমৰা গৰু পতি হব। তই পৃথিৱী লোকত গাই গৰু হৈ জনম লভিবি।

পুস্পৱতীক অভিশাপ ঃ- তোমাৰ স্থান লেতেৰা ঠাইত হব। তোমাৰ ফুলক কোনেয়ো পূজাত নলগাব। এই মিছা সাক্ষীৰ বাবে তোমাৰ এই নৰক ভুগিব লাগিব। তোমাৰ নাম কেৱড়া কেতেকী হব (হৰিয়ানাত কুসোন্ধী ফুল বোলে। ই বৰ লেতেৰা ঠাইত গজে)।

এনেদৰে তিনিওকে অভিশাপ দি আই দূৰ্গাই বহুত আফছোচ (খেদ) কৰিলে। (এই দৰে জীবে প্ৰথমে নভবা নিচিন্তাকৈ মনৰ (কাল নিৰঞ্জন) প্ৰভাৱত ভূল কাম কৰি পেলায়, কিন্তু যেতিয়া আত্মাৰ (সৎ পুৰুষৰ অংশ) প্ৰভাৱত জ্ঞান হয় তেতিয়া আফছোচ কৰিব লগা হয়। যিদৰে মাতা-পিতাই নিজৰ শিশুক সৰু-সুৰা ভূলৰ কাৰণে মাৰ পিট কৰে (খঙৰ বেগত) আৰু পিছত পছতায়। এই প্ৰক্ৰিয়া মনৰ (কাল নিৰঞ্জন) প্ৰভাৱৰ দ্বাৰা সকলো জীব ক্ৰিয়াবান হৈ থাকে।) আকৌ ইয়াত এটা বিশেষ কথা আছে। নিৰঞ্জনেও (কাল ব্ৰহ্মা) নিজৰ আইন বনাই ৰাখিছে। যদি কোনো জীবে দুৰ্ব্বল জীবক দুঃখ-পীড়া দিয়ে তেন্তে তাকো তাৰ সলনি বদলা দিব লাগে। যেতিয়া আদি ভবানী (প্ৰকৃতি/দূৰ্গা)য়ে ব্ৰহ্মা, গায়ত্ৰী তথা পুস্পৱতীক অভিশাপ দিছিল তেতিয়া অলখ নিৰঞ্জনে (কাল-ব্ৰহ্ম) কৈছিল যে ভবানী (প্ৰকৃতি/অষ্টাংগী) এইটো আপুনী ভাল কাম কৰা নাই। এতিয়া মই (নিৰঞ্জন) আপোনাক অভিশাপ দিওঁ যে দ্বাপৰ যুগত তোমাৰো পাঁচজন পতী হ'ব। (দ্ৰৌপদীয়ে আদি মায়াৰ অৱতাৰ) যেতিয়া এই আকাশবানী আদিমায়া শুনিলে তেতিয়া তাই কলে- হে জ্যোতি নিৰঞ্জন (কাল) মই আপোনাৰ বশ্যতা হৈ পৰিছো যি বিচৰা

**তাকেই কৰা।**

## "বিষ্ণুদেৱৰ নিজ পিতা ব্ৰহ্মদেৱক পোৱাৰ বাবে প্ৰস্থান তথা মাতৃৰ আশীৰ্বাদ লাভ"

**ইয়াৰ পিছত প্ৰকৃতিয়ে বিষ্ণুদেৱক কলে, হে পুত্ৰ তুমিও তোমাৰ পিতাক বিচাৰি উলিওৱা। তেতিয়া বিষ্ণুই নিজ পিতাক বিচাৰি বিচাৰি পাতাল লোকলৈ গৈ পালে য'ত শেষ নাগ আছিল। তেওঁ তাৰ সীমাৰ ভিতৰত বিষ্ণুদেৱক প্ৰবেশ কৰা দেখি খঙতে বিষ ভৰা শ্বাস ফোঁচ কৈ এৰি দিলে। তাৰ বিষৰ (বৰ বিহ) প্ৰভাৱত বিষ্ণুদেৱৰ গাৰ বৰণ নীলা হৈ গ'ল, যেনেকৈ স্প্ৰে পেইন্ট হৈ যায়। তেতিয়া বিষ্ণুই ভাবিলে এই বিষাক্ত সাপকো এসেকা দিয়া যাওক। তেতিয়া জ্যোতি নিৰঞ্জনে (কালে) দেখিলে যে কথা বিষম, এতিয়া বিষ্ণু দেৱক শান্ত কৰা উচিত। তেতিয়া আকাশ বানী হ'ল যে, হে বিষ্ণু ! এতিয়া তই নিজৰ আইৰ কাষলৈ উভতি যোৱা আৰু সত্য ঘটনা বিৱৰি কোৱা, যি কষ্ট তুমি শেষ নাগৰ দ্বাৰা পাইছা তাৰ প্ৰতিশোধ দ্বাপৰ যুগত লবা। দ্বাপৰ যুগত তুমি (বিষ্ণুদেব) শ্ৰীকৃষ্ণ অৱতাৰ ধাৰণ কৰিবা আৰু কালীদহ হ্ৰদত কালীয় নামৰ সৰ্পৰ, এই শেষ নাগৰ অৱতাৰ হ'ব।**

উচঁ হোই কে নীচ সতাৱে, তাকৰ ওৱেল (বদলা) মোহী সো পাওয়েঁ
যো জীব দেই পীৰ পুনী কাঁহু, হম পুনি ওৱেল দিওঁৱাৱে তাঁহু।।

**তেতিয়া বিষ্ণুদেৱে মাকৰ ওচৰলৈ গৈ সঁচা কথা কৈ দিলে যে মোৰ পিতাকৰ দৰ্শন হোৱা নাই। এই কথা শুনি প্ৰকৃতি দেবী (দুৰ্গা) বৰ খুশী হ'ল আৰু কলে বোপাই তইহে সত্য বাদী। মই তোমাৰ ওপৰত প্ৰসন্ন। এতিয়া মই মোৰ শক্তিৰে তোমাৰ পিতাৰ লগত সাক্ষাৎ কৰাই দিওঁ আৰু তোমাৰ সংশয় দুৰ হওক।**

কবীৰ, দেখ পুত্ৰ তোহি পিতা ভেটাঁউ, তৌৰে মন কা ধোখা মিটাঁউ।
মন স্বৰূপ কৰ্তা কহ জানো, মন তে দুজা অউৰ নমানো।
স্বৰ্গ পাতাল দৌৰ মন কেৰা, মন অস্থিৰ মন অহৈ অনেৰা।
নিৰংকাৰ মন হী কো কহিয়ে, মন কি আস নিশ দিন ৰহিয়ে।
দেখ হু পলটি সুন্ন মহ জ্যোতি, জহাঁ পৰ ঝিলমিল ঝালৰ হোতী।।

**এইদৰে আই দুৰ্গাই (প্ৰকৃতি) বিষ্ণুক কলে যে মনেই জগতৰ কৰ্তা, ইয়ে জ্যোতি নিৰঞ্জন। ধ্যানৰ সময়ত যি এহেজাৰ জ্যোতি চকুৰ আগত ভহি আহে সেইটোৱে তাৰ ৰূপ। যি সংখ্য, ঘন্টা ধ্বনি আদি শুনিব পাইছা, এইটো মহাস্বৰ্গত নিৰঞ্জনৰ তাত বাজি আছে। বোপাই তুমি সকলো দেব-দেৱীৰ শিৰোমনি হবা আৰু তোমাৰ প্ৰত্যেক কামনা আৰু কাৰ্য্যি মইয়ে পূৰ্ণ কৰিম। তোমাৰ পূজা জগতত সৰ্বত্ৰ হব। তুমি মোক সঁচা কৈছা। কাল ব্ৰহ্মৰ একৈশ ব্ৰহ্মাণ্ডত থকা প্ৰাণীৰ এটা বিশেষ অভ্যাস আছে যে সিহঁতে নিজৰ ব্যাৰ্থ মহিমা বনায়। যেনেকৈ দুৰ্গা দেৱীয়ে শ্ৰীবিষ্ণুদেৱক কৈ আছে যে জগতত তোমাৰ পূজা হব। মই তোমাৰ পিতাৰ দৰ্শন কৰাই দিলো। দুৰ্গাই মাথোন প্ৰকাশ দেখুৱাই শ্ৰীবিষ্ণুদেৱক ফুচুলাই পেলালে। শ্ৰীবিষ্ণুদেৱেও এই স্থিতি নিজৰ অনুগত উপাসক বিলাকক বুজাব ধৰিলে যে পৰমাত্মাৰ মাথোন প্ৰকাশ হে দেখা পায়। পৰমাত্মা নিৰাকাৰ।**

ইয়াৰ পিছত দূৰ্গাই (আদি ভবানী / প্ৰকৃতি) শিবৰ (মহেশ/ৰুদ্ৰ) ওচৰলৈ গল তথা কবলৈ ধৰিলে বোপা মহেশ, তুমিও তোমাৰ পিতাক বিচাৰি উলিওৱা। তোমাৰ দুয়ো ভায়েকৰ পিতাৰ দৰ্শন নহল। সিহঁতক যি দিব লগা আছিল সেইটো দি দিলে এতিয়া তুমি খোজা যি খুজিব লাগে। তেতিয়া মহেশে (শিব) কলে হে জননী! মোৰ দুয়ো ডাঙৰ ভাইৰ পিতাকৰ দৰ্শন নহল আকৌ মই চেষ্টা কৰা অৰ্থহীন। অনুগ্ৰহ কৰি মোক এনে বৰ দিয়ক যাতে মই অমৰ (মৃত্যুঞ্জয়) হৈ যাওঁ। তেতিয়া মাকে কলে মই এইটো কৰিব নোৱাৰো। এটা উপায় কব পাৰো যাৰ দ্বাৰা তুমি দীৰ্ঘায়ু হবলৈ পাৰিবি। সেইটো হল যোগ সমাধি। (এইবাবে মহাদেবে বেচি সময় যোগ সমাধিত থাকে)। এই দৰে দূৰ্গাই তিনি পুতেকক একো একোটা বিভাগ ভগাই দিলে ঃ-

ভগৱান ব্ৰহ্মাদেৱক কাল লোকত চৌৰাশী লাখ শৰীৰ সৃষ্টি কৰিবলৈ অৰ্থাৎ ৰজোগুন প্ৰভাৱিত কৰি সন্তান উৎপত্তিৰ কাৰণে বিবশ কৰি জীব উৎপাদন কৰোৱা বিভাগ।

ভগৱান বিষ্ণুদেৱক কৰ্ম অনুযাৰে জীৱৰ পালন পোষন তথা মোহ-মায়া উৎপন্ন কৰি তাৰে দ্বাৰা আৱদ্ধ কৰি ৰখা (স্থিতি) বিভাগ দিলে।

ভগৱান শিব শংৰক (মহাদেব) সংহাৰ কৰাৰ বিভাগ প্ৰদান কৰিলে। কিয়নো এওঁলোকৰ পিতা নিৰঞ্জন (কাল-ব্ৰহ্ম) প্ৰতিদিন এক লাখ মানব শৰীৰধাৰী প্ৰাণীৰ সুক্ষ্ম শৰীৰ খাব লাগে।

এইখিনিতে মনত এটা প্ৰশ্ন উদয় হয় যে ব্ৰহ্মা, বিষ্ণু তথা মহেশ্বৰ (শংকৰ) দ্বাৰা সৃষ্টি, স্থিতি আৰু সংহাৰ কেনেকৈ সম্পন্ন হয়? এওঁলোক তিনিও নিজ নিজ লোকত বাস কৰে। যেনেকৈ আজিকালি দূৰ সঞ্চাৰ প্ৰণালী মহাকাশত কৃত্ৰিম উপগ্ৰহ এৰি দি তাৰে পৰাই পৃথিৱীৰ ওপৰত সঞ্চাৰ প্ৰণালী পৰিচালিত হয়। ঠিক তেনেকৈ এই তিনিও দেৱতাই যতেই অৱস্থান নকৰক কেলেই ইহঁতৰ শৰীৰৰ পৰা ওলোৱা সুক্ষ্ম গুনৰ তৰঙ্গই তিনিও লোকত আপোনা আপুনী প্ৰত্যেক প্ৰাণীৰ ওপৰত প্ৰভাৱ পেলাই থাকে।

ওপৰৰ বৰ্ণনাটো ব্ৰহ্মৰ (কাল) এটা ব্ৰহ্মাণ্ডৰ সৃষ্টি ৰচনা। এনেকুৱা ক্ষৰ পুৰুষৰ (কাল ব্ৰহ্ম) একৈশ ব্ৰহ্মাণ্ড বিদ্যমান।

ইয়াৰোপৰি ক্ষৰ পুৰুষ (কাল) স্বয়ং ব্যক্ত অৰ্থাৎ বাস্তৱিক শৰীৰ ৰূপত সকলোৰে সমুখত নাহে। তেখেতক পাবলৈ তিনিও দেৱতা (ব্ৰহ্মা, বিষ্ণু শিব) বেদত বৰ্ণিত ভৰসক (যশা শক্তি) সাধনা কৰিও ব্ৰহ্মৰ (কাল) দৰ্শন নহল। পিছত ঋষি বিলাকে বেদক পঢ়িলে। তাত লিখা আছে যে "অগ্নেঃ তনৰ অসি" (পৱিত্ৰ যজুৰ্বেদ অধ্যায়-১ মন্ত্ৰ ১৫) পৰমেশ্বৰ স্বশৰীৰ বিদ্যমান তথা যজুৰ্বেদ অধ্যায় ৫ মন্ত্ৰ ১ লিখা আছে যে "অগ্নেঃ তনুৰ্ অসি বিষ্ণৱে ত্বা সোমষ্য তনুৰ অসি"। এই মন্ত্ৰত বেদে দুইবাৰ সাক্ষী দি আছে যে সৰ্ব বাপক, পালন কৰ্তা সৎপুৰুষ (কবীৰ দেব) স্বশৰীৰ বিদ্যমান আছে। পবিত্ৰ যজুৰ্বেদ অধ্যায় নং ৪০ মন্ত্ৰ ৮ বৰ্ণিত আছে যে যি পৰম পৰমেশ্বৰৰ আকৰ্ষন সকলো প্ৰাণীৰ আছে তেওঁ কৱিৰ অৰ্থাৎ কবীৰদেব। তাৰ শৰীৰ বিনা নাড়ী (অস্নাবিৰম্), (শুক্ৰম) বীৰ্যৰ তৈৰি আৰু পাঁচ তত্বৰ দ্বাৰা তৈৰি ভৌতিক (অকায়ম) কায়া ৰহিত। তেওঁ সৰ্ব ব্ৰহ্মাণ্ডৰ মালীক সৰ্বোপৰি সত্যলোকত বিৰাজমান হৈ থাকে। সেই পৰম পৰমেশ্বৰ শৰীৰৰ জ্যোতি

স্বয়ং প্ৰকাশিত হৈ থাকে যি শব্দ ৰূপী অৰ্থাৎ অবিনাশী সেই কবীৰ দেব (কবীৰ পৰমেশ্বৰ) যি সৰ্বব্ৰহ্মাণ্ডৰ সৃষ্টিকৰ্তা (ব্যাদ ধাতা) সৰ্ব ব্ৰহ্মাণ্ডৰ স্ৰষ্টা (স্বয়ম্ভুঃ) স্বয়ং প্ৰকাশিত হোৱা (যথা তথ্য অৰ্থান্) বাস্তৱত (স্বাশ্বত্) অবিনাশী। (গীতা অধ্যায় ১৫ শ্লোক ১৭ প্ৰমান আছে) ভাবাৰ্থ যে পূৰ্ণ ব্ৰহ্মৰ শৰীৰৰ নাম কবীৰ (কবীৰদেব) সেই পৰমেশ্বৰৰ শৰীৰ আভা (পোহৰ, আলো, ৰশ্মি) তত্বৰে তৈৰি। পৰমাত্মাৰ শৰীৰ অতি সুক্ষ্ম যি সাধকক দেখা দিয়ে, যাৰ দিব্য দৃষ্টি খুলিছে। এইদৰে জীবৰো সূক্ষ্ম শৰীৰ আছে যাৰ ওপৰত পাঁচ তত্বৰ খোল (কভাৰ) আছে অৰ্থাৎ পাঁচ তত্বৰ শৰীৰ যি মাতা-পিতাৰ শুক্ৰানু+ডিম্বানুৰ সংযোগত তৈৰি হয়। মৃত্যুৰ পিছতো জীবৰ সুক্ষ্ম শৰীৰ লগতে থাকে। সেই সুক্ষ্ম শৰীৰ যি সাধকৰ দিব্য দৃষ্টি খুলিছে তেওঁহে দেখিব পাৰে। এনেদৰে আত্মা আৰু পৰমাত্মাৰ স্থিতি বুজা। বেদত ওঁ নাম স্মৰণৰ প্ৰমাণ আছে যি কেবল ব্ৰহ্ম (কাল)ৰ সাধনা। এই উদ্দেশ্যে ওঁ নামৰ জপক পূৰ্ণ ব্ৰহ্ম (কবীৰদেব) মানি ঋষি মুনি বিলাকে হেজাৰ বছৰ হঠযোগ (সমাধি লগোৱা) কৰি প্ৰভূ প্ৰাপ্তিৰ চেষ্টা কৰিছিল। কিন্তু প্ৰভূৰ দৰ্শন নহল, সিদ্ধিপ্ৰাপ্ত হল। সেই সিদ্ধিৰূপী খেলৰ আহিলাৰে খেল খেলি মুনি ঋষিও জন্ম-মৃত্যুৰ চক্ৰত আবদ্ধ হৈ গল তথা সিহঁতৰ অনুভৱৰ দ্বাৰাই শাস্ত্ৰত পৰমাত্মাক নিৰাকাৰ বুলি লিপিবদ্ধ কৰি ৰাখিলে। ব্ৰহ্মাই (কালে) প্ৰতিজ্ঞা কৰিছিল যে মই নিজৰ বাস্তবিক ৰূপত কাকো দৰ্শন নিদিওঁ। মোক অব্যাক্ত (অপ্ৰকাশ্য) জানিব। (অব্যাক্তৰ ভাবাৰ্থ হ'ল যে, যিকোনো আকাৰ আছে কিন্তু ব্যাক্তিগত ৰূপেৰে স্থূল ৰূপত দৰ্শন নিদিয়ে। যেনেকুৱা আকাশখন মেঘেৰে ঢাকি ধৰিলে দিনৰ সময়ত সূৰ্য্যটো অদৃশ্য হৈ যায়। সেইটো দৃশ্যমান নহয়, কিন্তু বাস্তৱত মেঘৰ সিফালে মানে ওপৰত যেনেকুৱা তেনেকুৱাই আছে, এই অৱস্থাটোকে অব্যাক্ত বোলে। (প্ৰমানৰ বাবে গীতা অধ্যায় ৭, শ্লোক নং ২৪-২৫ অধ্যায় ১১, শ্লোক নং ৪৮ তথা ৩২)

পবিত্ৰ গীতা কওঁতা ব্ৰহ্ম (কাল) শ্ৰীকৃষ্ণৰ শৰীৰত প্ৰেত হৈ সোমাই কৈ আছে যে হে অৰ্জুন! মই ডাঙৰ কাল আৰু সকলোকে গ্ৰাস কৰিবৰ বাবে আহিছোঁ। (গীতা অধ্যায় ১১, শ্লোক নং ৩২) এইটো মোৰ বাস্তৱিক ৰূপ, ইয়াক তোমাৰ বাহিৰে প্ৰথমে কোনেও দেখা পোৱা নাই আৰু নাইবা কোনেও আগলৈ দেখা পাব। অৰ্থাৎ বেদত বৰ্ণিত জজ্ঞ-জপ-তপ তথা ওঁ নাম আদি বিধিৰ দ্বাৰা মোৰ এই বাস্তৱিক স্বৰূপ দৰ্শন নহয়। (গীতা অধ্যায় ১১ শ্লোক নং ৪৮) মই কৃষ্ণ নহওঁ, এইবোৰ মূৰ্খ মানুহে কৃষ্ণ ৰূপত মোৰ অব্যাক্তক ব্যাক্ত (মানুহ ৰূপ) বুলি মানে কিয়নো মোৰ এই অনুত্তম (অতি বেয়া/বাজে/ফতুৱা) নিয়মক নাজানে যে মই কেতিয়াও বাস্তবিক এই কাল ৰূপত সকলোৰে সমুখত ওলাই নাহো। নিজ যোগ মায়াৰে লুকাই থাকো (গীতা অধ্যায় ৭ শ্লোক নং ২৪-২৫)। বিবেচনা কৰক ঃ- নিজে লুকাই থকা নিয়মক নিজেই অশ্ৰেষ্ঠ (অনুত্তম) কিয় কৈ আছে?

যদি পিতাকে নিজৰ সন্তানক দৰ্শন নিদিয়ে তেন্তে কিবা ত্ৰুটী আছে যি কাৰনে লুকাই থাকি সুবিধা প্ৰদান কৰি থাকে। কাল (ব্ৰহ্ম) অভিশপ্ত হোৱা বাবে প্ৰতিদিনে এক লাখ মানৱ শৰীৰ ধাৰী প্ৰাণীৰ সুক্ষ্ম শৰীৰ খাব লাগে তথা শতকৰা ২৫% প্ৰতিদিন যি অধিক উৎপন্ন হয় তাক ঠিকানা লগাবলৈ তথা কৰ্মভোগৰ দণ্ড দিবলৈ চৌৰাশী লাখ

# ব্ৰহ্ম লোকৰ লঘু চিত্ৰ



# জ্যোতি নিৰঞ্জন (কাল) ব্ৰহ্মাৰ লোক (চৰ ব্ৰহ্মাণ্ড)ৰ লঘু চিত্ৰ



যোনীৰ সৃষ্টি কৰিছে। যদি সকলোৰে সমুখত বহি কাৰো জীয়েক, কাৰো, ঘৈণীয়েক, কাৰো পুতেক, পিতা-মাতাক খাই দিয়ে তেন্তে সকলোৰে ব্ৰহ্মৰ ওপৰত ঘৃণা হৈ যাব তথা কেতিয়াবা পূৰ্ণ পৰমাত্মা কবীৰুগ্নি (কবীৰদেব) স্বয়ং আহে অথবা নিজৰ কোনো বাৰ্তাবাহক (দুত)ক পঠাই দিয়ে তেতিয়া সকলো প্ৰাণী সত্যভক্তি কৰি কালৰ জালৰ পৰা ওলাই যাব। সেই কাৰণে চাতুৰালী কৰি (ধোখা দিয়া/ঠগোৱা) ৰাখে তথা পবিত্ৰ গীতা অধ্যায় ৭ শ্লোক নং ১৮,২৪,২৫ নিজৰ সাধনাৰ দ্বাৰা হোৱা মুক্তিকো (অনুত্তমাম্) অশ্ৰেষ্ঠ কৈছে তথা নিজৰ নিয়মকো (অনুত্তম) অতি বেয়া বুলি বৰ্ণাইছে।

প্ৰত্যেক ব্ৰহ্মাণ্ডত তৈৰী ব্ৰহ্মলোকত এটা মহাস্বৰ্গ বনাইছে। মহা স্বৰ্গৰ এখন স্থানত নকলী সৎলোক, নকলী অলখ লোক, নকলী অগম লোক তথা নকলী অনামী লোকৰ সৃষ্টি প্ৰাণীক ধোখা (ঠগোৱা) দিবৰ বাবে প্ৰকৃতি (দুৰ্গা/আদিমায়া)ৰ দ্বাৰাই ৰচনা কৰোৱাই ৰাখিছে। কবীৰ পৰমেশ্বৰৰ বানীত — "কৰ নেয়নোঁ দীদাৰ মহল মেঁ প্যাৰা হ্যায়," বানীত আছে যে "কায়া ভেদ কিয়া নিৰৱাৰা, ইয় সব ৰচনা পিণ্ড মঞ্জাৰা হ্যায়। মায়া অবিগত জাল পসাৰা, সো কাৰিগৰ ভাৰা হ্যায়। আদি মায়া কিনাহী চতুৰাই, ঝুঠী বাজী পিণ্ড দিখাই, অবিগত ৰচনা ৰচি অণ্ড মাহি বাকা প্ৰতিবিম্ব ডাৰা হ্যায়।"

এটা ব্ৰহ্মাণ্ডত অন্য লোকৰো ৰচনা আছে। যেনে — ব্ৰহ্মালোক, বিষ্ণুলোক আৰু শিবলোক। যত বহি তিনি প্ৰভূয়ে তলৰ তিনি লোকৰ (স্বৰ্গলোক অৰ্থাৎ ইন্দ্ৰলোক - পৃথিৱী লোক তথা পাতাল লোক) ওপৰত এটা বিভাগৰ মালীক হৈ প্ৰভূত্য কৰে তথা নিজৰ পিতাকে খাবৰ বাবে প্ৰাণীৰ উৎপত্তি, স্থিতি তথা সংহাৰ কাৰ্য্য চম্ভালে। তিনিও প্ৰভূৰ জন্ম আৰু মৃত্যু হয়। তেতিয়া কালে ইহঁতকো খায়। এই ব্ৰহ্মাণ্ডত (ইয়াক অণ্ড বুলিও কোৱা হয় কিয়নো ব্ৰহ্মাণ্ডৰ আকাৰ গোলাকাৰ, ইয়াক পিণ্ড বুলিও কয়, কিয়নো শৰীৰত (পিণ্ড) এক ব্ৰহ্মাণ্ডৰ ৰচনা পদুম ফুলত টি. ভিৰ দৰে দেখা যায়) এখন মান সৰোবৰ তথা ধৰ্মৰাজৰো (ন্যায়াধীশ/যমৰাজ) লোক আছে তাত এক গোপন স্থানৰ ওপৰত পূৰ্ণ পৰমাত্মাই অন্য ৰূপ ধাৰন কৰি থাকে যেনেকৈ প্ৰত্যেক দেশৰ ৰাজদূত ভৱন থাকে। তাত কোনেও যাব নোৱাৰে। তাত সেই সকল আত্মাই অৱস্থান কৰে যাৰ সত্যলোকৰ ভক্তি অধুৰা হৈ থাকে। যেতিয়া ভক্তি যুগ আহে তেতিয়া সেই সময়ত এই পুন্যাত্মা সকলৰ পৃথিৱীত মানব শৰীৰ প্ৰাপ্ত হয় তথা ইবিলাকে সোনকালেই সৎভক্তি পথত লাগি যায় আৰু পূৰ্ণ মোক্ষ প্ৰাপ্ত কৰি পেলায়। সেই স্থানত থকা হংস (জ্ঞানী) আত্মাৰ নিজা ভক্তি অৰ্জনৰ ফল (পূণ্য) খৰচ নহয়। পূৰ্ণ পৰমাত্মাৰ ভাণ্ডাৰৰ পৰা সকলো সুবিধা উপলব্দ হয়। ব্ৰহ্ম (কাল)ৰ উপাসকৰ ভক্তি অৰ্জনৰ ফল (পূন্য) স্বৰ্গ-মহা স্বৰ্গতে সমাপ্ত হৈ যায় কিয়নো এই কাল লোক তথা পৰব্ৰহ্ম লোকত প্ৰাণীৰ নিজ কৃত কৰ্মৰ ফল মিলে।

ক্ষৰ পুৰুষ (কাল/ব্ৰহ্ম) নিজৰ ২০ ব্ৰহ্মাণ্ডক চাৰিটাকৈ মহাব্ৰহ্মাণ্ডত বিভাজিত কৰিছে। এখন মহাব্ৰহ্মাণ্ডত পাচখন ব্ৰহ্মাণ্ডৰ সমূহ বনাই তাৰ চাৰিওফালে ডিম্বাকৃতিৰ (গোলাকাৰ পৰিধি) আকাৰে বান্ধিছে। আকৌ চাৰি মহা ব্ৰহ্মাণ্ডক এটা ডিম্বাকৃতিৰ পৰিধিৰ ভিতৰত ৰাখিছে। একৈশ ব্ৰহ্মাণ্ডৰ ৰচনা এক মহাব্ৰহ্মাণ্ড যিমান স্থান লৈ বনাইছে তাত এই একৈশ ব্ৰহ্মাণ্ডত প্ৰবেশ হোৱাৰ বাবে তিনিটা ৰাস্তা বনাইছে। একৈশ ব্ৰহ্মাণ্ডৰ

বাওঁফালে নকলী সৎলোক, নকলী অলখ লোক, নকলী অগম লোক নকলী অনামী লোকৰ ৰচনা প্ৰাণী সমূহক ঠগাই ৰাখিবৰ বাবে আদি মায়া (দুৰ্গা)ৰ দ্বাৰা কৰোৱাই লৈছে। সোঁফালে বাৰো সৰ্বশ্ৰেষ্ঠ ব্ৰহ্ম সাধকক (ভকতক) ৰাখে। আকৌ প্ৰত্যেক যুগত তেওঁলোকক নিজৰ বাৰ্তাবাহক (সাধু, গুৰু, সদগুৰু) বনাই পৃথিৱীত পঠাই দিয়ে, যিয়ে শাস্ত্ৰবিধি বিৰুদ্ধ সাধনা তথা জ্ঞান প্ৰচাৰ কৰে তথা নিজেও ভক্তিহীন হৈ যায় আৰু তাৰ অনুগত (শিষ্য) বিলাককো কালৰ জালত আৱদ্ধ কৰি পেলায়। আকৌ সিবিলাকে গুৰু শিষ্যৰে সৈতে নৰকলৈ যায়। আকৌ সমূখত এক তলা লগাই ৰখা হৈছে। সিটো ৰাস্তা কাল (ব্ৰহ্ম) লোকলৈ যোৱা পথ। যত এই ব্ৰহ্ম (কাল) নিজৰ বাস্তৱিক মানব সদৃশ ৰূপত থাকে। এই স্থানতে এটা ডাঙৰ শিলৰ টুকুৰা যিটো তাওৱা আকাৰৰ (তাওৱা-ৰুটি সেকা লোৰ পাত্ৰ) সকলো সময়তে গৰম হৈ থাকে। তাৰ ওপৰত একলাখ মানব শৰীৰধাৰী প্ৰাণীৰ সুক্ষ্ম শৰীৰক ভাজা (ফ্ৰাই) কৰি দুৰ্গন্ধ বাহিৰ কৰি খাই দিয়ে। সেই সময়ত সকলো প্ৰাণীৰ আত্মাৰ কষ্ট অনুভৱ হয় আৰু হাহাকাৰ কৰি চিঞৰি উঠে। কিছু সময় পিছত বেহুঁচ হৈ যায়। জীৱ নমৰে (আত্মা অমৰ)। আকৌ ধৰ্মৰাজৰ লোকত গৈ কৰ্ম অনুযায়ী অইন অইন জনম প্ৰাপ্ত কৰে তথা জন্ম-মৃত্যুৰ (৮৪ লাখ যোনী ভ্ৰমন) চক্ৰ চলি থাকে। ওপৰোক্ত সমূখত লগোৱা তালা ব্ৰহ্মৰ (কাল) মাথোন আহাৰৰ বাবে প্ৰাণীৰ কাৰণে কিছু সময় খোলে। পূৰ্ণ পৰমাত্মা প্ৰদত্ত সত্যনাম তথা সাৰনামৰ দ্বাৰা এই তালা স্বয়ং খুলি যায়। এনেকুৱা কালৰ জাল পূৰ্ণ পৰমাত্মা কবীৰদেব নিজ ভকত ধৰ্মদাস জীক স্বয়ং বুজাইছিল।

## "পৰব্ৰহ্মৰ সাত সংখ ব্ৰহ্মাণ্ডৰ স্থাপনা"

কবীৰ পৰমেশ্বৰ আগেয়ে কৈছে যে পৰব্ৰহ্ম নিজৰ কামত ত্ৰুটী কৰিছিল কিয়নো এওঁ মানসৰোবৰত টোপনী গৈছিল, যেতিয়া পৰমেশ্বৰ (মই অৰ্থাৎ কবীৰ পৰমাত্মা) সেই সৰোবৰত কণী এৰি দিলে তেতিয়া অক্ষৰ পুৰুষ (পৰব্ৰহ্ম) তাক ক্ৰুধেৰে দৃষ্টিপাত কৰিলে। এই দুই অপৰাধৰ বাবে ইয়াকো সাত সংখ্য ব্ৰহ্মাণ্ডৰ সৈতে সৎলোকৰ পৰা বাহিৰ কৰি দিলে। দ্বিতীয় কাৰণ অক্ষৰ পুৰুষ (পৰব্ৰহ্ম) নিজৰ সাথী ব্ৰহ্ম (ক্ষৰ পুৰুষ)ৰ বিদায়ত ব্যাকুল হৈ পৰম পিতা কবিৰ দেৱক (কবীৰ পৰমেশ্বৰ) পাহৰি তাকে স্মৰণ কৰিবলৈ ধৰিলে তথা চিন্তা কৰিলে যে ক্ষৰ পুৰুষ (ব্ৰহ্ম) বহুত আনন্দ উপভোগ কৰি আছে হবলা, মইহে পিছ পৰি গলো তথা অইন কিছু আত্মাই যি পৰব্ৰহ্মৰ লগত সাত সংখ্য ব্ৰহ্মাণ্ডত জন্ম-মৃত্যুৰ কৰ্মদণ্ড ভূগি আছে, সেই হংসাত্মাৰ বিদায়ৰ সুমিৰণত বিভোৰ হৈ গল যিবিলাকে ব্ৰহ্ম (কাল)ৰ লগত একৈশ ব্ৰহ্মাণ্ডত আবদ্ধ হৈছে তথা পূৰ্ণ পৰমাত্মা কবীৰদেৱৰ স্মৰণ, মনন পাহৰাই দিলে। পৰমাত্মা কবীৰদেৱ বাৰ-বাৰ বুজোৱা স্বত্বেও আস্থা নকমিল। পৰব্ৰহ্ম (অক্ষৰ পুৰুষ) ভাবিলে মইও বেলেগ স্থান প্ৰাপ্ত কৰো তেন্তে বৰ ভাল হব। এই দৰে অইন আত্মা বিলাকে (যি পৰব্ৰহ্মৰ সাত সংখ্য ব্ৰহ্মাণ্ডত আৱদ্ধ হৈছে) ভাবিলে যে যিবোৰ আত্মাই ব্ৰহ্মৰ লগত গৈছে সিবোৰে তাত আমোদ ফুৰ্তি মনাব, আমি পিছ পৰি গলো। পৰব্ৰহ্মৰ মনত এই ধাৰনা হৈ গল যে ক্ষৰ পুৰুষ বেলেগ হৈ বহুত সুখী হৈছে। ইয়াকে বিবেচনা কৰি অন্তৰ আত্মাৰ পৰা ভিন্ন স্থান পাবলৈ ঠাৱৰ

কৰিলে। পৰব্ৰহ্মাই (অক্ষৰ পুৰুষ) হঠযোগ কৰা নাই, কিন্তু অইন ৰাজ্য প্ৰাপ্তিৰ বাবে সহজ ধ্যান যোগ বিশেষ প্ৰচেষ্টাৰে কৰিবলৈ ধৰিলে। বেলেগ স্থান পাবলৈ পাগলৰ দৰে বিচৰণ কৰিবলৈ ধৰিলে, খোৱা-বোৱাও এৰি দিলে। অইন কিছু আত্মাই তাৰ বৈৰাগ্য দেখি তাৰ ওপৰত আসক্ত হৈ তাকে পাবলৈ হাবিয়াস কৰিলে। পূৰ্ণ প্ৰভু সোধাত পৰব্ৰহ্মাই বেলেগ স্থান খুজিলে তথা কিছু হংসাত্মাক বিচাৰিলে। তেতিয়া কবীৰদেবে কলে যে যিবোৰ আত্মাই আপোনাৰ লগত স্বইচ্ছাই যাব বিচাৰে তাক পঠাই আছো। পূৰ্ণ প্ৰভুই সুধিলে কোন হংসাত্মা পৰব্ৰহ্মৰ লগত যাব বিচাৰে, সহমতি প্ৰকাশ কৰা। বহু সময় পিছত এক হংসাত্মাই  স্বীকৃতি দিলে, তাক দেখা-দেখি অইন কিছু আত্মাইও সহমতি ব্যক্ত কৰি দিলে। সৰ্বপ্ৰথমে স্বীকৃতি দিয়া হংসক স্ত্ৰী ৰূপ বনালে, তাইৰ নাম ঈশ্বৰী মায়া (প্ৰকৃতী-সুৰতী) ৰাখি তথা অন্য আত্মাক সেই ঈশ্বৰী মায়াৰ ভিতৰত প্ৰবেশ কৰাই অচিন্তৰ দ্বাৰা অক্ষৰ পুৰুষ (পৰব্ৰহ্ম)ৰ কাষলৈ পঠালে। (পতীব্ৰতা পদ পতনৰ শাস্তি পালে।) কেবা যুগলৈ দুয়ো সাত সংখ্য ব্ৰহ্মাণ্ডত কটালে কিন্তু পৰব্ৰহ্মাই দুৰ্ব্যাৱহাৰ নকৰিলে। ঈশ্বৰী মায়া স্বেচ্ছাই অঙ্গীকাৰ কৰি নিজ শব্দ শক্তিৰ দ্বাৰা নখৰ স্ত্ৰী যোনী বনালে। ঈশ্বৰী দেৱীৰ সহমতিত সন্তান উৎপত্তি হ'ল। এই বাবে পৰব্ৰহ্মৰ লোকত (সাত সংখ্য ব্ৰহ্মাণ্ড) প্ৰাণীৰ তপ্ত শিলাখণ্ডত জলি পুৰি যোৱা কষ্ট নাই তথা তাত থকা পশু পক্ষীও ব্ৰহ্মালোকৰ দেৱতাতকৈও ভাল চৰিত্ৰযুক্ত। আয়ুও দীৰ্ঘ কিন্তু জন্ম মৃত্যু কৰ্মাধাৰৰ ওপৰত কৰ্মদণ্ড তথা পৰিশ্ৰম কৰি পেট ভৰাব লাগে। স্বৰ্গ তথা নৰকও এনেকৈ তৈয়াৰ হৈছে। পৰব্ৰহ্ম (অক্ষৰ পুৰুষ)ক সাত সংখ্য ব্ৰহ্মাণ্ড তাৰ ইচ্ছা ৰূপী ভক্তি ধ্যান অৰ্থাৎ সহজ সমাধি বিধিৰ কষ্টৰ প্ৰতিফল হিচাবে পালে তথা সত্যলোকৰ পৰা অইন স্থানত গোলাকাৰ পৰিধিৰ ভিতৰত আৱদ্ধ ৰাখি সাত সংখ্য ব্ৰহ্মাণ্ডৰ সৈতে অক্ষৰ ব্ৰহ্ম আৰু ঈশ্বৰী মায়াক বহিস্কাৰ কৰি দিলে।

পূৰ্ণ ব্ৰহ্ম (সৎপুৰুষ) অসংখ্য ব্ৰহ্মাণ্ড যি সত্যলোক আদিত আছে তথা ব্ৰহ্মাৰ একৈশ ব্ৰহ্মাণ্ড তথা পৰব্ৰহ্মৰ সাত সংখ্য ব্ৰহ্মাণ্ডৰো প্ৰভু (ঈশ্বৰ) অৰ্থাৎ পৰমেশ্বৰ কবীৰদেৱ কুলৰ মালীক।

শ্ৰীব্ৰহ্মাদেৱ, শ্ৰীবিষ্ণুদেৱ তথা শ্ৰীশিবদেৱ আদিৰ চাৰিটাকৈ হাত তথা ১৬ কলা বিদ্যা তথা প্ৰকৃতি দেৱী (দুৰ্গা)ৰ আঠখন হাত তথা ৬৪ কলা বিদ্যা আছে। ব্ৰহ্ম (ক্ষৰ পুৰুষ)ৰ এহেজাৰ হাত তথা এক হেজাৰ কলা বিদ্যা তথা একৈশ ব্ৰহ্মাণ্ডৰ প্ৰভু। পৰব্ৰহ্ম (অক্ষৰ পুৰুষ)ৰ দহ হেজাৰ হাত তথা দহ হেজাৰ কলাবিদ্যা তথা সাত সংখ্য ব্ৰহ্মাণ্ডৰ প্ৰভু। পূৰ্ণব্ৰহ্ম (পৰম অক্ষৰ পুৰুষ অৰ্থাৎ সৎপুৰুষ)ৰ অসংখ্য হাত তথা অসংখ্য কলা বিদ্যা তথা ব্ৰহ্মৰ একৈশ ব্ৰহ্মাণ্ড আৰু পৰব্ৰহ্মৰ সাত সংখ্য ব্ৰহ্মাণ্ডৰ সৈতে অসংখ্য ব্ৰহ্মাণ্ডৰ ঈশ্বৰ/প্ৰভু। প্ৰত্যেক প্ৰভুই নিজৰ সকলো হাতক গোটাই লৈ মাথোন দুটা হাত ৰাখি দিয়ে তথা যেতিয়াই আৱশ্যক বাকী হাতবোৰক প্ৰকট কৰিব পাৰে। পূৰ্ণ পৰমাত্মাই পৰব্ৰহ্মৰ প্ৰত্যেক ব্ৰহ্মাণ্ডত বেলেগ স্থান বনাই অন্য ৰূপত গোপনে থাকে। ধৰি লোৱা যে এটা ঘুমন্ত কেমেৰা বাহিৰত লগোৱা হৈছে আৰু ভিতৰত টি. ভি. (টেলিভিজন) ৰখা হৈছে। টিভিত বাহিৰৰ সৰ্বদৃশ্য দেখা পোৱা যায় তথা আন এটা টিভি বাহিৰত ৰাখি আৰু ভিতৰত স্থায়ী কেমেৰা ৰাখি দিলে ভিতৰত থকা বিষয় ববীয়াৰ ছবি বাহিৰৰ

**টিভিত দেখা পোৱা যায়। যাৰ দ্বাৰা উভয় কৰ্মচাৰী সাবধান হৈ থাকে।**

**এইদৰে পূৰ্ণ পৰমাত্মা নিজৰ সত্যলোকত বহি থাকি সকলোকে নিয়ন্ত্ৰণ কৰি থাকে তথা প্ৰত্যেক ব্ৰহ্মাণ্ডতো সৎগুৰু কবীৰদেব বিদ্যমান হৈ থাকে যেনেকৈ সূৰ্য্য দূৰত অৱস্থান কৰিও অইন লোকতো নিজৰ প্ৰভাৱ বিস্তাৰ কৰি থাকে।**

## "পবিত্ৰ অথৰ্ববেদত সৃষ্টি ৰচনাৰ প্ৰমান"

কাণ্ড নং ৪ অনুবাক নং ১ মন্ত্ৰ নং ১ ঃ-

ব্ৰহ্ম জজ্ঞানম প্ৰথমম পুৰস্তাদ্ বি সীমতঃ সুৰুচো বেন আৱঃ।

স বুধন্যা উপমা অস্য বিষ্ঠাঃ সতশ্চ যোনিম্ সতশ্চ বি বঃ।। ১।।

ব্ৰহ্ম-জ-জ্ঞানম্-প্ৰথমম্-পুৰস্তাদ-বিসিমিতঃ- সুৰুচঃ- বেনঃ- আবঃ- সঃ- বুধন্যা-উপমা-অস্য-বিষ্ঠাঃ- সতঃ- চ- যোনিম্-অসতঃ- চ-বি বঃ।

অনুবাদ ঃ- (প্ৰথমম্) প্ৰাচীন অৰ্থাৎ সনাতন (ব্ৰহ্ম) পৰমাত্মাই (জ) প্ৰকট হৈ (জ্ঞানম্) নিজ বিচাৰ-বুদ্ধিৰে (পুৰস্তাদ্) শিখৰত - অৰ্থাৎ সৎলোক আদিৰ (সুৰুচঃ) স্বইচ্ছা বৰ আগ্ৰহেৰে স্বপ্ৰকাশিত (বিসিমতঃ) সীমা ৰহিত অৰ্থাৎ বিশাল সীমা হীন ভিন্ন লোকৰ সেই (বেনঃ) শিপিনিয়ে অৰ্থাৎ কাপোৰৰ দৰে বনাই (আবঃ) সুৰক্ষিত কৰিলে (চ) তথা (সঃ) সেই পূৰ্ণ ব্ৰহ্মই সকলোৰে সৃষ্টি কৰ্তা এই কাৰণে সেই মূল মালীকে মূল স্থান সৎলোকৰো ৰচনা কৰিলে (অস্য) এই বাবে সেই (বুধন্যাঃ) মূল মালীকে (যোনীম্) মূল স্থান সত্যলোকৰ ৰচনা কৰিছে (অস্য) ইয়াৰ (উপমা) সদৃশ অৰ্থাৎ মিলা-জুলা (সতঃ) অক্ষৰ পুৰুষ অৰ্থাৎ পৰব্ৰহ্মৰ কিছু লোক স্থাই (চ) তথা (অসতঃ) ক্ষৰ পুৰুষৰ অস্থাই লোক আদি (বি ৱঃ) আবাষ স্থান ভিন্ন (বিষ্ঠা) স্থাপিত কৰিছে।

**ভাৱাৰ্থ ঃ- পবিত্ৰ বেদ বৰ্নোৱা ব্ৰহ্ম (কাল) কৈ আছে যে সনাতন পৰমেশ্বৰে স্বয়ং অনাময় (অনামী) লোকৰ পৰা সত্যলোকত প্ৰকট হৈ নিজৰ বিচাৰ বুদ্ধিৰে বস্ত্ৰ বনোৱাৰ দৰে ৰচনা কৰি ওপৰৰ সত্যলোক আদিক সীমা ৰহিত স্বপ্ৰকাশিত অজৰ-অমৰ অৰ্থাৎ অবিনাশী কৰিলে তথা নীচৰ ফালে পৰব্ৰহ্মৰ সাত সংখ্য ব্ৰহ্মাণ্ড তথা ব্ৰহ্মৰ ২১ ব্ৰহ্মাণ্ড ইয়াৰ সৰু ডাঙৰো অস্থাই ৰচনা সেই পৰমাত্মাই কৰিলে।**

কাণ্ড নং ৪ অনুবাক নং ১, মন্ত্ৰ নং ২ ঃ-

ইয়ম পিত্ৰয়া ৰাষ্ট্ৰিৰেত্বগ্ৰে প্ৰথমায় জনুযে ভূবনেষ্ঠাঃ।

তস্মা এতম সুৰচম হ্বাময়হম ধৰ্ম শ্ৰীনন্তু প্ৰথমায় ধাস্বৰে।। ২।।

ইয়ম্-পিত্ৰয়া-ৰাষ্ট্ৰি-এতু-অগ্ৰে-প্ৰথমায়-জনযে-ভূবনেষ্ঠাঃ- তস্মা-এতম্-সুৰু চম্-হ্বাৰমহ্যম্-ধৰ্মম - শ্ৰীনান্তু-প্ৰথমায়-ধাস্বৰে।

অনুবাদ ঃ- (ইয়ম) এই (পিত্ৰয়া) জগত পিতা পৰমেশ্বৰে (এতু) এই (অগ্ৰে) সৰ্বোত্তম (প্ৰথমায়) সকলোৰে প্ৰথম মায়া পৰা নন্দিনী (ৰাষ্ট্ৰী) ৰাজেশ্বৰী শক্তিক অৰ্থাৎ পৰা শক্তি যাক আকৰ্ষণ শক্তিও কোৱা হয় (জনুযে) উৎপন্ন কৰি (ভূৱনেষ্ঠাঃ) লোক স্থাপনা কৰি (তস্মা) সেই পৰমেশ্বৰে (সুৰুচম) বৰ আগ্ৰহেৰে স্বইচ্ছাই (এতম) এই (প্ৰথমায়) প্ৰথম উৎপত্তি শক্তি অৰ্থাৎ পৰা শক্তিৰ দ্বাৰা (হ্বাৰমহাম্) ইজনে সিজনৰ বিয়োগ ৰহিত কৰিবলৈ অৰ্থাৎ আকৰ্ষন শক্তিৰ (শ্ৰীনান্তু) গুৰুত্ব আকৰ্ষনেৰে পৰমাত্মাই আদেশ দিলে সদায় থকা যিটো কেতিয়াও সমাপ্ত নহয় (ধৰ্মম্) স্বভাৱৰ দ্বাৰা (ধাস্বৰে) ধাৰন কৰি অৰ্থাৎ বস্ত্ৰৰ দৰে বনাই থামিলে।

**ভাৱাৰ্থ ঃ- জগতপিতা পৰমেশ্বৰে নিজৰ শব্দ শক্তিৰ দ্বাৰা ৰাষ্ট্ৰী অৰ্থাৎ প্ৰথম মায়া ৰাজেশ্বৰী উৎপন্ন কৰিলে তথা সেই পৰা শক্তিৰ দ্বাৰা ইজনে সিজনক আকৰ্ষণ শক্তিৰ দ্বাৰা ৰখাবৰ বাবে কেতিয়াও সমাপ্ত নোহোৱা গুনেৰে ওপৰোক্ত সৰ্ব ব্ৰহ্মাণ্ডক ৰচনা কৰিলে।**

কাণ্ড নং ৪ অনুবাক নং ১ মন্ত্ৰ নং ৩ ঃ-

প্ৰ যো জজ্ঞে বিদ্যানস্ব বন্ধুৰ্বিশ্যা দেবানাম জনিমা বিবক্তি।

ব্ৰহ্ম ব্ৰহ্মন উজ্জভাৰ মধ্যান্নীচৈৰ্দচ্চৈঃ স্বধা অভি প্ৰ তস্থৌ।। ৩।।

প্ৰ-যঃ- জজ্ঞে-বিদ্যানস্ব-বন্ধুঃ- বিশ্বা-দেৱানাম্-জনিমা-বিৱক্তি-ব্ৰহ্ম-ব্ৰহ্মনঃ- উজ্জভাৰ-মধ্যাত্-নিচৈঃ- উচ্চৈঃ- স্বধা-অভিঃ- প্ৰতস্থৌ।

অনুবাদ ঃ- (প্ৰ) সৰ্বপ্ৰথম (দেবানাম্) দেবতা তথা ব্ৰহ্মাণ্ডৰ (জজ্ঞে) উৎপত্তিৰ জ্ঞানক (বিদ্যানস্য) জিজ্ঞাসু ভকতৰ (যঃ) যি (বন্ধুঃ) বাস্তবিকমিত্ৰ অৰ্থাৎ পূৰ্ণ পৰমাত্মাই নিজে নিজৰ সেৱকক (জনিমা) নিজৰ দ্বাৰা ৰচিত সৃষ্টিক (বিৱক্তি) স্বয়ং ঠিক ঠিক বিস্তাৰ পূৰ্বক বৰ্নায় যে (ব্ৰহ্মনঃ) পূৰ্ণ পৰমাত্মাই (মধ্যাত্) নিজৰ মধ্যৰ পৰা অৰ্থাৎ শব্দ শক্তিৰ দ্বাৰা (ব্ৰহ্মঃ) ব্ৰহ্ম-ক্ষৰ পুৰুষ অৰ্থাৎ কালক (উজ্জভাৰ) উৎপন্ন কৰি (বিশ্যৱা) গোটেই সংসাৰ অৰ্থাৎ সৰ্বলোকৰ (উচ্চৈঃ) উপৰ সত্যলোক আদি (নিচৈঃ) তলত পৰব্ৰহ্ম তথা ব্ৰহ্মৰ সৰ্ব ব্ৰহ্মাণ্ড (স্বধা) নিজে ধাৰণ কৰা (অভিঃ) আকৰ্ষণ শক্তিৰ দ্বাৰা (প্ৰতস্থৌ) দুয়োকে ভালদৰে স্থিত কৰিলে।

**ভাৱাৰ্থ ঃ- পূৰ্ণ পৰমাত্মা নিজৰ দ্বাৰা ৰচিত সৃষ্টিৰ জ্ঞান তথা সকলো আত্মাৰ উৎপত্তিৰ জ্ঞান নিজৰ সেৱকক স্বয়ং শুদ্ধকৈ বৰ্নায় যে পূৰ্ণ পৰমাত্মাই নিজৰ মাজত অৰ্থাৎ নিজৰ শৰীৰৰ পৰা নিজা শব্দ শক্তিৰ দ্বাৰা ব্ৰহ্ম (ক্ষৰ পুৰুষ/কাল)ৰ উৎপত্তি কৰিছে তথা সৰ্ব ব্ৰহ্মাণ্ডৰ ওপৰত সৎলোক, অলখ লোক, অগম লোক, অনামী লোক আদি তথা তলফালে পৰব্ৰহ্মৰ সাত সংখ্য ব্ৰহ্মাণ্ড তথা ব্ৰহ্মৰ ২১ ব্ৰহ্মাণ্ডক নিজে ধাৰণ কৰা আকৰ্ষন শক্তিক সাব্যস্ত কৰিছে।**

**যেনেকুৱা পূৰ্ণ পৰমাত্মা কবীৰ পৰমেশ্বৰে (কবীৰ্দেব) নিজেই নিজৰ সেৱক অৰ্থাৎ বান্ধে শ্ৰী ধৰ্মদাস মহাশয়, আদৰণীয় শ্ৰী গৰীব দাস মহাশয় আদিক নিজৰ দ্বাৰা ৰচিত সৃষ্টিৰ জ্ঞান স্বয়ং বৰ্নাইছিল। ওপৰোক্ত বেদমন্ত্ৰই ইয়াকে সমৰ্থন কৰে।**

কাণ্ড নং ৪ অনুবাক নং ১ মন্ত্ৰ নং ৪

স হি দিবঃ স পৃথিব্যা ঋতস্থা মহী ক্ষেমম্ ৰোদসী অস্কভায়ত্।

মহান মহী অস্কভায়দ্ বি জাতো দ্যাম সদ্ম পাৰ্থিবম চ ৰজঃ ।। ৪।।

হি-দিবঃ- স-পৃথিব্যা-ঋতস্থা-মহী-ক্ষেমম্-ৰোদসী-অস্কাভায়দ্ মহান-মহী-অস্কভায়ত্ - বিজাতঃ- ধাম-সদম্-পাৰ্থিবম্-চ-ৰজঃ

অনুবাদ ঃ- (স) সেই সৰ্ব শক্তিমান পৰমাত্মাই (হি) নিঃসন্দেহে ওপৰৰ চাৰিও দিব্যলোক যেনে সত্য লোক, অলখ লোক, অগম লোক তথা অনামী অৰ্থাৎ অকহ লোক অৰ্থাৎ দিব্য গুন যুক্ত লোকৰ (ঋতস্থা) সত্য স্থিৰ অৰ্থাৎ অজৰ অমৰ ৰূপৰ দ্বাৰা স্থিৰ কৰিলে (স) তেওঁৰে সমান (পৃথিব্যা) তলৰ পৃথিৱীৰ সৰ্বলোকৰ যেনে পৰব্ৰহ্মৰ সাত সংখ্য ব্ৰহ্মাণ্ড তথা কাল/ব্ৰহ্মৰ এৰৈশ ব্ৰহ্মাণ্ড (মহী) পৃথিৱী তত্ব দ্বাৰা (ক্ষেমম্) সুৰক্ষাৰে সৈতে (অস্কভায়ত) সাব্যস্ত কৰি (ৰোদসী) আকাশ তত্ব তথা পৃথিৱী তত্বৰ দুয়োৰে উপৰ তলৰ ব্ৰহ্মাণ্ডক (যেনে আকাশ এক সুক্ষ্ম তত্ব, আকাশৰ গুণ হ'ল শব্দ, পূৰ্ণ পৰমাত্মাই ওপৰৰ লোক শব্দ ৰূপেৰে ৰচিলে যিটো জ্যোতিৰে বনালে




ওপৰত মূল শিপা তলত শাখা ডালৰ সৈতে ওলোটাকৈ ওলোমাই ৰখা জগত সংসাৰ ৰূপী বৃক্ষৰ চিত্ৰ।

তথা তলৰ পৰব্ৰহ্মৰ (অক্ষৰ পুৰুষ)ৰ সাত সংখ্য ব্ৰহ্মাণ্ড তথা ব্ৰহ্ম/ক্ষৰ পুৰুষৰ ২১ ব্ৰহ্মাণ্ডকো অস্থায়ী পৃথিৱী তত্বৰে ৰচিলে) (মহান) পূৰ্ণ পৰমাত্মাই (পাৰ্থিৱম) পৃথিৱীৰ (বি) ভিন ভিন (ধাম) লোক (চ) আৰু (সদম) বাসস্থান (মহী) পৃথিৱী তত্বৰ দ্বাৰা (ৰজঃ) প্ৰত্যেক ব্ৰহ্মাণ্ডত সৰু সৰু লোকৰ (জাতঃ) ৰচনা কৰি (অস্কভায়ত্) স্থিৰ কৰিলে।

**ভাবাৰ্থ ঃ- ওপৰৰ চাৰি লোক সত্যলোক, অলখ লোক, অগম লোক, অনামী লোক, এইবোৰ অজৰ-অমৰ স্থাই অৰ্থাৎ অবিনাশী কৰি ৰচিলে তথা তলৰ ফালে ব্ৰহ্ম তথা পৰব্ৰহ্মৰ লোকক অস্থায়ী ৰচনা কৰি তথা অইন সৰু সৰু লোককো পৰমেশ্বৰে ৰচনা কৰি স্থিৰ কৰিলে।**

কাণ্ড নং ৪ অনুবাক নং ১ মন্ত্ৰ ৫ ঃ-

সবুধন্যাদাষ্ট্ৰ জনুষোয়ভ্যগ্ৰম বৃহস্পতিৰ্দেবতা তস্য সম্ৰাট্।
অহৰ্যচ্ছুক্ৰম য্যোতিষো জনিষ্টাথ দ্যুমন্তো বি বসন্তু-বিপ্ৰাঃ ।। ৫।।

স-বুধন্যাত্-আষ্ট্ৰ-জনষেঃ- অভি-অগ্ৰম-বৃহস্পতিঃ দেবতা-তষ্য-সম্ৰাট-অহঃ- যত্-শুক্ৰম্-জ্যোতিষঃ- জনিষ্ট-অথ-দ্যুমন্তঃ- বি-বসন্তু-বিপ্ৰাঃ

অনুবাদ ঃ- (সঃ) সেই (বুধন্যাত্) মূল মালীকৰ দ্বাৰা (অভি অগ্ৰম্) সৰ্ব প্ৰথম স্থানৰ ওপৰত (আষ্ট্ৰ) অষ্টাঙ্গী মায়া অৰ্থাৎ দূৰ্গা/প্ৰকৃতি দেবী (জনুষেঃ) উৎপন্ন হল কিয়নো তলৰ ফালে পৰব্ৰহ্ম তথা ব্ৰহ্ম লোকৰ প্ৰথম স্থানত সৎলোক ইয়াক তৃতীয় ধাম বুলি কোৱা হয় (তস্য) এই দূৰ্গাৰো মালীক এওঁ (সম্ৰাট) ৰাজাধিৰাজ (বৃহস্পতিঃ) সকলোতকৈ ডাঙৰ পতি তথা জগতগুৰু (দেৱতা) পৰমেশ্বৰ। (যত্) যাৰ দ্বাৰা সকলোৰে বিয়োগ হল (অথ) ইয়াৰ পিছত (জ্যেতিষঃ) জ্যোতি নিৰঞ্জন অৰ্থাৎ কালৰ (শুক্ৰম) বীৰ্য্য অৰ্থাৎ বীজ শক্তিৰ দ্বাৰা (জনিষ্ট) দূৰ্গাৰ গৰ্ভত উৎপন্ন হ'ল (বিপ্ৰাঃ) ভক্ত আত্মা সকল (বি) বেলেগকৈ (দ্যুমন্তঃ) মনুষ্য লোক তথা স্বৰ্গ লোকত জ্যোতি নিৰঞ্জনৰ আদেশত দূৰ্গাই কলে নিবাস কৰা অৰ্থাৎ বসবাস কৰা।

**ভাবাৰ্থ ঃ- পূৰ্ণ পৰমাত্মাই ওপৰৰ চাৰিও লোকৰ ভিতৰত তলৰ পৰা সকলোৰে প্ৰথম অৰ্থাৎ সত্যলোকত আষ্ট্ৰা অৰ্থাৎ অষ্টাঙ্গী (দূৰ্গাদেবী / প্ৰকৃতি দেবী)ক উৎপত্তি কৰিলে। এওঁৱেই ৰাজাধিৰাজ, জগতগুৰু, পূৰ্ণ পৰমেশ্বৰ (সৎপুৰুষ) যাৰ দ্বাৰা সকলোৰে বিয়োগ হল। আকৌ সকলো প্ৰাণী জ্যোতি নিৰঞ্জন (কাল)ৰ (বীৰ্য্য) বীজৰ দ্বাৰা দূৰ্গা (আষ্ট্ৰা)ৰ গৰ্ভত উৎপন্ন হৈ স্বৰ্গলোক তথা পৃথিৱী লোকত বসবাস কৰিবলৈ ধৰিলে।**

কাণ্ড নং ৪, অনুবাক নং ১, মন্ত্ৰ ঃ ৬ ঃ-

নূনম্ তদষ্য কাব্যো হিনোতি, মহো দেবষ্য পূৰ্বেয়স্য ধাম।
এষ জজ্ঞে বহুভিঃ সাকমিথ্যা পূৰ্বে অৰ্ধে বিষিতে সসন্ নু।। ৬।।

নুনুম্-তত্-অস্য-কাব্যঃ- মহঃ- দেবষ্য-পূৰ্বষ্য-ধাম-হিনোতি-পূৰ্বে-বিষিতে-এষ-জজ্ঞে-বহুভিঃ-সাকম্-ইতথা-অৰ্ধে-সসন্-নু।

অনুবাদ ঃ- (নুনম) নিসন্দেহে (তত্) সেই পূৰ্ণ পৰমেশ্বৰ অৰ্থাৎ পূৰ্ণ ব্ৰহ্মই (অস্য) এই (কাব্যঃ) ভক্তাত্মা যি পূৰ্ণ পৰমেশ্বৰৰ ভক্তি বিধিবত ভাবে সাধন কৰে তাক আকৌ (মহঃ) সৰ্বশক্তিমান (দেবস্ব) পৰমেশ্বৰে (পূৰ্বষ্য) প্ৰথম (ধাম) লোকত অৰ্থাৎ সত্যলোকত (হিনোতি) পঠাই দিয়ে।

(পূৰ্বে) আগেয়ে (বিষিতে) আগ্ৰোহীত (এষ) এই পৰমেশ্বৰৰ (জজ্ঞে) সৃষ্টি উৎপত্তিৰ জ্ঞান জানি (বহুভিঃ) বহুত আনন্দৰে (সাকম্) সৈতে (অৰ্ধে) আধা (সসন্) টোপনীওৱা (ইথ্যা) বিধিবত

এনে ধৰণৰ (নু) সৎ আত্মাৰে স্তুতি কৰে।

**ভাবাৰ্থ ঃ- সেই পূৰ্ণ পৰমেশ্বৰ সত্য সাধনা কৰা ভকতক প্ৰথম স্থান সত্যলোকত লৈ যায়, যাক সিহঁতে এৰি আহিছিল। তাত আগৰ বাস্তৱিক সুখদাই প্ৰভূক প্ৰাপ্ত কৰি আনন্দত আত্ম বিভোৰ হৈ বৰ আনন্দৰে প্ৰাৰ্থনা কৰে আৰু ব্যক্ত কৰে যে, হে পৰমাত্মা অসংখ্য জনমৰ ভূল আৰু উৰাদিহ নোপোৱা দিক ভুল হোৱা ভকতৰ বাস্তৱিক ঠিকনা মিলিছে। ইয়াৰ প্ৰমান ঋগবেদ মণ্ডল নং ১০, সুক্ত ৯০, মন্ত্ৰ ১৬ৰ ভিতৰত আছে।**

**আদৰণীয় গৰীবদাস মহাশয়ক এইদৰে পূৰ্ণ পৰমাত্মাই (কবীৰদেব) স্বয়ং সত্যভক্তি প্ৰদান কৰি সৎলোকলৈ লৈ গৈছিল, তেতিয়া আদৰণীয় গৰীবদাস মহাশয়ে নিজ চকুৰে দেখা বিৱৰণ নিজৰ অমৃত বানীত কৈছিল ঃ-**

গৰীব, অজব নগৰ মেঁ লে গয়ে, হমকুঁ সতগুৰু আন। ঝিলকে বিম্ব অগাধ গতি, সুতে চাদৰ তান।।

কাণ্ড নং ৪ অনুবাক নং ১ মন্ত্ৰ ৭

यो॑ऽथर्वाणं पित्तरं देवबन्धुं बृहस्पतिं नमसाव च गच्छात्।
त्वं विश्वेषां जनिता यथासः कविर्देवो न दभायत् स्वधावान्।। 7।।

যঃ অথৰ্বানম্-পিত্তৰম্-দেববন্ধুম্-বৃহস্পতিম্-নমসা-অব-চ-গচ্ছাত্-ত্বম-বিশ্বেষাম্-জনিতা-যথা-সঃ- কবিৰ্দেবঃ- ন-দভায়ত্-স্বধাৱান।

অনুবাদ ঃ- (যঃ) যিয়ে (অথৰ্বানম) অচল অৰ্থাৎ অবিনাশী (পিত্তৰম্) জগত পিতা (দেববন্ধুম্) ভকতৰ বাস্তৱিক লগৰী অৰ্থাৎ আত্মাৰ আধাৰ (বৃহস্পতিম্) জগতগুৰু (চ) তথা (নমসা) বিনম্ৰ পুজাৰী অৰ্থাৎ বিধিবত সাধকক (অব) সুৰক্ষাৰ সৈতে (গচ্ছাত্) সৎলোকলৈ লৈ যোৱা সকলক (বিশ্বেষাম) সৰ্ব ব্ৰহ্মাণ্ডৰ (জনিতা) সৃষ্টি কৰ্তা জগদম্বা অৰ্থাৎ মাতৃ গুনেৰেও ভৰপুৰ (নদভায়ত্) কালৰ দৰে নঠগোৱা (স্বধাৱান) স্বভাৱ অৰ্থাৎ গুনযুক্ত (যথা) যেনে তেনে (সঃ) তেওঁ (ত্বম) আপুনি (কবিৰ্দেবঃ/কবিৰ্দেবঃ) কবীৰদেব ভাষা ভিন্ন ইয়াক কবীৰ পৰমেশ্বৰ বোলে।

**ভাবাৰ্থ ঃ- এই মন্ত্ৰত এইটোও স্পষ্ট কৰি দিছে যে সেই পৰমেশ্বৰৰ নাম কবীৰ্দেব অৰ্থাৎ কবীৰ পৰমেশ্বৰ যিয়ে সকলোকে সৃষ্টি কৰিছে।**

**যি পৰমেশ্বৰ বাস্তৱত অবিনাশী (গীতা অধ্যায় ১৫ শ্লোক ১৬-১৭ প্ৰমান আছে) জগত্গুৰু আত্মাধাৰ, যিয়ে পূৰ্ণ মুক্ত হৈ সৎলোকলৈ যায়, সিহঁতক সৎলোকলৈ লৈ যোৱা সৰ্ব ব্ৰহ্মাণ্ডৰ ৰচক, কাল (ব্ৰহ্ম)ৰ দৰে নঠগোৱা, যেনেকুৱা তেনেকুৱা তেওঁ স্বয়ং কবিৰ্দেব অৰ্থাৎ প্ৰভূ কবীৰ। এই পৰমেশ্বৰ সৰ্ব ব্ৰহ্মাণ্ড তথা সৰ্ব প্ৰাণীক নিজ শব্দ শক্তিৰে সৃষ্টি কৰা কাৰণে (জনিতা) মাতৃ বুলিও কোৱা হয় তথা (পিত্তৰম) পিতা তথা (বন্ধু) পৰম বান্ধব বাস্তৱত এওঁৱেই তথা (দেব) পৰমেশ্বৰো এবেঁই। এই বাবে এই কবিৰ্দেব**

**(কবীৰ পৰমেশ্বৰ)ক স্তুতি কৰা হয়। ত্বমেব, মাতা চ পিতা ত্বমেব, ত্বমেব বন্ধু চ সখা ত্বমেব, ত্বমেব বিদ্যা চ দ্ৰবিনমম্ ত্বমেব, ত্বমেব সৰ্ব মম্ দেব দেব। এই পৰমেশ্বৰ মহিমা পবিত্ৰ ঋগবেদ মণ্ডল নং ১ সুক্ত নং ২৪ ত বিস্তৃত বিবৰণ আছে।**

## "পবিত্ৰ ঋগবেদত সৃষ্টী ৰচনাৰ প্ৰমান"

মণ্ডল নং ১০, সুক্ত ৯০, মন্ত্ৰ নং ১ ঃ-

सहस्त्रशीर्षा पुरुषः सहस्राक्षः सहस्रपात् ।
स भूमिं विश्वतों वृत्वात्यतिष्ठद्दशाङ्गुलम् ।। 1 ।।

সহস্ৰশীৰ্ষা-পুৰুষহ-সহস্ৰাক্ষহ-সহস্ৰপাত্ - স-ভূমিম্ - বিশ্বতঃ- বৃত্যা - অত্যাতিষ্ঠত্ - দশাঙ্গুলম্।

অনুবাদ ঃ- (পুৰুষঃ) বিৰাট ৰূপ কাল ভগবান অৰ্থাৎ ক্ষৰ পুৰুষ (সহস্ৰ শীৰ্ষা) হেজাৰ মূৰ থকা (সহশ্ৰাক্ষঃ) হেজাৰ চকু থকা (সহস্ৰপাত্) হেজাৰ ভৰি থকা (স) সেই কাল (ভূমিম্) পৃথিবীৰ নিচিনা একৈশ ব্ৰহ্মাণ্ডৰ (বিশ্বতঃ) সকলোৰে (দশাঙ্গুলম) দহ আঙুলীৰে অৰ্থাৎ পূৰ্ণ ভাবে আয়ত্ব কৰি (বৃত্যা) গোলাকাৰ পৰিধিৰ ভিতৰত (অত্যাতিষ্ঠত্) ইয়াতকৈও বেচি অৰ্থাৎ নিজৰ কাল লোকত সকলোতকৈ ভাল একৈশ ব্ৰহ্মাণ্ডত বিৰাজিত হৈ থাকে।

**ভাবাৰ্থ ঃ- এই মন্ত্ৰত বিৰাট কাল (ব্ৰহ্ম)ৰ বৰ্ণনা আছে। (গীতা অধ্যায় ১০-১১ এই কাল/ব্ৰহ্মৰ বৰ্ণনা অধ্যায় ১১ মন্ত্ৰ নং ৪৬ অৰ্জুনে কৈছে যে হে সহস্ৰবাহু অৰ্থাৎ হেজাৰ বাহু (হাত) থকা আপুনী আপোনাৰ চতুৰ্ভূজ ৰূপত দৰ্শন দিয়ক।)**

**যাৰ হেজাৰ হাত, ভৰি, হেজাৰ চকু, কান, মুখ আদি সেই বিৰাট ৰূপ কাল প্ৰভূই নিজৰ অধীন সকলো প্ৰাণীক বশ কৰি অৰ্থাৎ ২০ ব্ৰহ্মাণ্ডত গোলাকাৰ পৰিধিৰ ভিতৰত আৱদ্ধ ৰাখি ইয়াৰ ওপৰত ২১ ব্ৰহ্মাণ্ডত স্বয়ং বিৰাজিত হৈ থাকে।**

মণ্ডল ১০ সুক্ত ৯০ মন্ত্ৰ ২

पुरुष एवेदं सर्व यदभूतं यच्च भाव्यम ।
उतामृतत्वस्येशानो यदन्नेनातिरोहति ।। 2 ।।

পুৰুষ-এব-ইদম্-সৰ্বম্-যত্-ভূতম্-যত্-চ-ভাব্যম্-উত-অমৃতত্বস্য-ইশানঃ- যত্-অন্নেন-অতিৰোহতি।

অনুবাদ ঃ- (এব) এইদৰে কিছু (পুৰুষ) ভগৱান আছে সেইটো অক্ষৰ পুৰুষ অৰ্থাৎ পৰব্ৰহ্ম (চ) আৰু (ইদম) এওঁ (যত) যি (ভূতম) উৎপন্ন হৈছে বা জনম লৈছে (যত) যি (ভাব্যম) ভবিষ্যতেও হব (সৰ্বম) সকলো (যত) প্ৰযত্নৰ দ্বাৰা অৰ্থাৎ পৰিশ্ৰমৰ দ্বাৰা আৰু (অন্নেন) অন্নৰ দ্বাৰা (অতিৰোহিত) বিকসিত হয়। এই অক্ষৰ পুৰুযো (উত) সন্দেহ যুক্ত (অমৃত ত্বস্য) মোক্ষৰ (ঈশানঃ) স্বামী। অৰ্থাৎ ভগৱান অক্ষৰ পুৰুষ অলপ কিছু মোক্ষৰ গৰাকী কিন্তু পূৰ্ণ মোক্ষ দায়ক নহয়।

**ভাবাৰ্থ ঃ- এই মন্ত্ৰত পৰব্ৰহ্ম (অক্ষৰ পুৰুষ)ৰ বিবৰণ আছে যি অলপ কিছু ঈশ্বৰ গুণ যুক্ত, কিন্তু ইয়াৰ ভক্তি সাধনেৰে পূৰ্ণ মুক্তি বা মোক্ষ নহয়, এই বাবে ইয়াক সন্দেহ যুক্ত মুক্তিদাতা কোৱা হয়। ইয়াক এই কাৰণে অলপ কিছু ভগৱান গুন যুক্ত কোৱা হয় কাৰণ ই কাল (ব্ৰহ্ম)ৰ দৰে তপ্ত শিলাখণ্ডত ভাজি (ফ্ৰাই) কৰি নেখায়। কিন্তু এই পৰব্ৰহ্মৰ ধামত বা লোকতো প্ৰাণীৰ পৰিশ্ৰম কৰি কৰ্মাধাৰৰ ওপৰত ফল প্ৰাপ্ত হয় তথা অন্ন বা খাদ্যৰে শৰীৰৰ বিকাশ হয়। জন্ম-মৃত্যুৰ সময় যদিও কাল (ক্ষৰ) পুৰুষতকৈ অধিক, আকৌ কিন্তু উৎপত্তি প্ৰলয় তথা চৌৰাশী লাখ যোনী ভ্ৰমনৰ যাতনা বিদ্যমান।**

মণ্ডল ১০, সুক্ত ৯০, মন্ত্ৰ ৩ ঃ-

एतवानस्य महिमातो ज्यायाँश्च पुरुषः ।
पादोऽस्य विश्वा भूतानि त्रिपादस्यामृतं दिवि ।। 3 ।।

এতাৱান্-অস্য-মহিমা-অতঃ- জায়ান্-চ-পুৰুষঃ- পাদঃ- অস্য-বিশ্বা-ভূতানি-ত্ৰি-পাদ্-অস্য-অমৃতম-দিৱি।

অনুবাদ ঃ- (অস্য) এই অক্ষৰ পুৰুষ অৰ্থাৎ পৰব্ৰহ্মৰ (এতাৱান) ইমানেই (মহিমা) প্ৰভূত্য। (চ) তথা (পুৰুষঃ) সেই পৰম অক্ষৰ ব্ৰহ্ম অৰ্থাৎ পূৰ্ণ ব্ৰহ্ম পৰমেশ্বৰ তো (অতঃ) ইয়াতকৈও (জায়ান) ডাঙৰ যি (বিশ্বা) সমস্ত (ভূতানি) ক্ষৰ পুৰুষ তথা অক্ষৰ পুৰুষ তথা ইবিলাকৰ লোক বা ধাম তথা সত্যলোক তথা এই লোকত যিমান প্ৰাণী আছে (অস্য) এই পূৰ্ণ পৰমাত্মা পৰম অক্ষৰ পুৰুষৰ (পাদঃ) এখন ভৰি অৰ্থাৎ এটা অংশ মাত্ৰ। (অস্য) এই পৰমেশ্বৰৰ (ত্ৰি) তিনিখন (দিবি) দিব্য লোক আছে যেনে — সত্যলোক-অলখ লোক - অগম লোক (অবিনাশী) (পাদ্) দ্বিতীয়খন ভৰি অৰ্থাৎ যিয়ে সৰ্ব ব্ৰহ্মাণ্ডত উৎপন্ন হয় সিবিলাক সত্য পুৰুষ পূৰ্ণ পৰমাত্মাৰ অংশ বা অঙ্গ মাথোন।

**ভাবাৰ্থ ঃ- এই ওপৰৰ ২ নং মন্ত্ৰত বৰ্নিত অক্ষৰ পুৰুষ (পৰব্ৰহ্ম)ৰ ইমান খিনি মহিমা। কিন্তু সিজন পূৰ্ণ পুৰুষ কবীৰ্দেৱ ইয়াতকৈও ডাঙৰ অৰ্থাৎ সৰ্বশক্তিমান তথা সৰ্ব ব্ৰহ্মাণ্ড তাৰে অংশ মাত্ৰৰ ওপৰত বৰ্তি আছে. এই মন্ত্ৰত তিনি লোকৰ বৰ্ণনা এই বাবে যে ইয়াতকৈও চতুৰ্থ অনামী (অনাময়) লোকৰ সৃষ্টি প্ৰথমতেই ৰচিত হৈছিল। এই তিনি প্ৰভূৰ (ক্ষৰ পুৰুষ-অক্ষৰ পুৰুষ, এই দুজনতকৈ ভিন্ন পৰম অক্ষৰ পুৰুষ) বিৱৰণ শ্ৰীমদ্ ভগৱত গীতা অধ্যায় ১৫, শ্লোক নং ১৬-১৭ বৰ্ণিত আছে। ইয়াৰ প্ৰমাণ আদৰনীয় গৰীব দাস মহাৰাজ কৈছে যে — গৰীব, জাকে অৰ্ধৰূম পৰ সকল পসাৰা, এয়সা পূৰ্ণ ব্ৰহ্ম হমাৰা।।**

গৰীব, অনন্ত কোটী ব্ৰহ্মাণ্ড কা, এক ৰতি নাহি ভাৰ। সৎগুৰু পুৰুষ কবীৰ হ্যাঁয়, কুল কে সৃজন হাৰ।।

**ইয়াৰ প্ৰমাণ আদৰণীয় দাদু সাহেব মহাশয়ে কৈছে যে ঃ-**

জিন মোঁকু নিজ নাম দিয়া, সোই সৎগুৰু হমাৰ। দাদু দুসৰা কোই নঁহী কবীৰ সৃজন হাৰ।।

**ইয়াৰ প্ৰমান নানক সাহেব জীয়ো কৈছে ঃ-**

ইয়ক অৰ্জ গুফতম পেশ তো দৰকুন কৰতাৰ। হক্কা কবীৰ কৰীম তু, বে এব পৰবৰ দিগাৰ।।

**(শ্ৰীগুৰু গ্ৰন্থ সাহিব, পৃষ্ঠ নং ৭২১, মহলা ১ ৰাগ তিলঙ্গ) কুন কৰতাৰৰ অৰ্থ হল সকলোৰে সৃষ্টি কৰ্তা, অৰ্থাৎ শব্দ শক্তিৰে সৃজন কৰোতা শব্দ স্বৰূপী প্ৰভূ, হক্কা কবীৰৰ অৰ্থ হল সৎকবীৰ, কৰীমৰ অৰ্থ হল দয়ালু, পৰবৰ দিগাৰ অৰ্থ হল পূৰ্ণ পৰমাত্মা।**

**মূলভাৱ ঃ- ওপৰৰ তিনিও মহাপুৰুষৰ বানীত এইটো স্পষ্ট যে সৰ্ব ব্ৰহ্মাণ্ডৰ ৰচোতা, সৃজনকৰ্তা, তথা কুলৰ মালীক এজন তেওঁ পূৰ্ণ পৰমাত্মা কবীৰ পৰমেশ্বৰ।**

মণ্ডল ১০, সুক্ত ৯০, মন্ত্ৰ - ৪

त्रिपादूर्ध्व उदैत्पुरुषः पादोऽस्येहाभवत्पुनः।
ततो विष्व ङ्व्यक्रामत्साशनानशने अभि।। 4।।

ত্ৰি-পাদ-উৰ্দ্ধঃ- উদৈত্-পুৰুষঃ- পাদঃ- অস্য-ইহ-অভবত্-পুনঃ- ততঃ- বিশ্বঙ-ব্যাক্ৰামত্-সঃ- অশনান শনে-অভি।

অনুবাদ ঃ- (পুৰুষঃ) এই পৰম অক্ষৰ ব্ৰহ্ম অৰ্থাৎ অবিনাশী পৰমাত্মাই (উৰ্দ্ধঃ) ওপৰৰ (ত্ৰি) তিনি লোক যেনে — সত্যলোক-অলখ লোক- অগম লোক ৰূপ (পাদ) ভৰি অৰ্থাৎ ওপৰৰ ভাগত (উদৈত) প্ৰকট হয় অৰ্থাৎ বিৰাজমান হয়। (অস্য) এই পূৰ্ণব্ৰহ্ম পৰমেশ্বৰৰ (পাদঃ) আন এটা ভৰি অৰ্থাৎ আন এক ভাগ জগত ৰূপ (পুনৰ) আকৌ (ইয়) ইয়াত (অভৱত) প্ৰকট হয় (ততঃ) এই কাৰণে (সঃ) সেই অবিনাশী পূৰ্ণ পৰমাত্মা (অশনান শনে) খকুৱা কাল অৰ্থাৎ ক্ষৰ

পুৰুষ আৰু নোখোৰা পৰব্ৰহ্ম অৰ্থাৎ অক্ষৰ পুৰুষৰো (অভি) ওপৰত (বিশ্বাঙ) সৰ্বত্ৰ (ব্যাক্ৰামত্) ব্যাপ্ত আছে অৰ্থাৎ তাৰ প্ৰভূত্ব সৰ্ব ব্ৰহ্মাণ্ড তথা সৰ্ব প্ৰভূৰো ওপৰত আছে তেওঁৱেঁই কুলৰ মালীক। যিয়ে নিজৰ শক্তিক সকলোৰে ওপৰত বিস্তাৰ কৰিছে।

**ভাবাৰ্থ ঃ- এই সকলোৰ সৃষ্টি কৰ্তা প্ৰভূই নিজৰ সৃষ্টিৰ ওপৰ ভাগত তিনিও স্থানত (সৎলোক, অলখ লোক, অগম লোক) তিনি ৰূপত স্বয়ং প্ৰকট হয় অৰ্থাৎ স্বয়ং বিৰাজমান হৈ থাকে। ইয়াত অনামী লোকৰ বৰ্ণনা এইবাবে কৰা নাই কিয়নো অনামী লোকত কোনো ৰচনা নাই তথা অকহ (অনাময়) লোক পূৰ্বৰে শেষ ৰচনা। আকৌ কৈছে যে সেই পৰমাত্মাৰ সত্যলোকৰ পৰা বহিস্কাৰ হোৱা তলত ব্ৰহ্ম তথা পৰব্ৰহ্মৰ লোক (ধাম) উৎপন্ন হৈছে আৰু সেই পূৰ্ণ পৰমাত্মাই, ভক্ষক ব্ৰহ্ম অৰ্থাৎ কালৰ দ্বাৰা (কিয়নো ব্ৰহ্ম/কাল ভয়ঙ্কৰ অভিশপ্ত হোৱা বাবে এক লাখ মানব শৰীৰ ধাৰী প্ৰাণীৰ সুক্ষ্ম শৰীৰ ভক্ষন কৰিব লাগে) তথা নোখোৰা পৰব্ৰহ্ম অৰ্থাৎ অক্ষৰ পুৰুষৰ (পৰব্ৰহ্ম প্ৰাণীক নেখায়, কিন্তু জন্ম-মৃত্যু, কৰ্মদণ্ড আদি থকা) আদিৰ ওপৰত সৰ্বত্ৰ ব্যাপ্ত অৰ্থাৎ এই পূৰ্ণ পৰমাত্মাৰ প্ৰভূত্ব সকলোৰে ওপৰত, এওঁ কবীৰ পৰমেশ্বৰ যি কুলৰ মালীক (গৰাকী)। যিয়ে নিজৰ ক্ষমতা, প্ৰভূত্ব সকলোৰে ওপৰত বিস্তাৰ কৰে। এনে পূৰ্ণ পৰমাত্মাই নিজৰ শক্তিৰূপী ৰেঞ্জ (ক্ষমতা) সৰ্ব ব্ৰহ্মাণ্ডক নিয়ন্ত্ৰিত ৰাখিবৰ বাবে এৰি দিয়ে যেনেকুৱা মোবাইল ফোনৰ ৰেঞ্জ (ক্ষমতা) টাৱাৰে চাৰিওফালে বিয়পাই দিয়ে। এনেকৈ পূৰ্ণ পৰমাত্মা প্ৰভূই নিজৰ নিৰাকাৰ শক্তি সৰ্ব ব্যাপক বিস্তাৰে যাৰ দ্বাৰা পূৰ্ণ পৰমাত্মা সৰ্ব ব্ৰহ্মাণ্ডক এটা স্থানত বহি নিয়ন্ত্ৰিত ৰাখে।**

**ইয়াৰ প্ৰমাণ আদৰণীয় গৰীব দাস জী মহাৰাজে দিছে। (অমৃতবানী ৰাগ কল্যান) ঃ-**

তিন চৰন চিন্তামনী সাহেব, শেষ বদন পৰ ছায়ে।
মাতা, পিতা, কুল ন বন্ধু, না কিনহেঁ জননী জায়ে।।

**মণ্ডল ১০, সুক্ত ৯০, মন্ত্ৰ ৫ ঃ-**

तस्माद्विराळजायत विराजो अधि पुरुषः।
स जातो अत्यरिच्यत पश्चादभूमिमथो पुरः।। 5।।

তস্মাত্ বিৰাট-অজায়ত- বিৰাজঃ- অধি-পুৰুষঃ- স- জাত ঃ- অত্যৰিশ্চত - পশ্চাত্ - ভূমিম্-অথঃ- পুৰঃ।

অনুবাদ ঃ- (তস্মাত্) তাৰ পিছত সেই পৰমেশ্বৰ সত্য-পুৰুষৰ শব্দ শক্তিৰ দ্বাৰা (বিৰাট) বিৰাট অৰ্থাৎ ব্ৰহ্ম, যাক ক্ষৰ পুৰুষ বা কাল বুলি কোৱা হয় (অজায়ত) উৎপন্ন হ'ল। (পশ্চাত্) ইয়াৰ পিছত (বিৰাজঃ) বিৰাট পুৰুষ অৰ্থাৎ কাল ভগৱানতকৈ (অধি) ডাঙৰ (পুৰুষ) পৰম পৰমেশ্বৰে (ভূমিম) পৃথিৱী লোক, কাল ব্ৰহ্ম তথা পৰব্ৰহ্মৰ লোকক (অত্যৰিশ্চত) ভালকৈ স্ৰজিলে (অথঃ) আকৌ (পুৰঃ) অইন্য সৰু সৰু লোক (স) সেই পূৰ্ণ পৰমেশ্বৰে (জাতঃ) উৎপন্ন কৰিলে অৰ্থাৎ স্থাপিত কৰিলে।

**ভাবাৰ্থ ঃ- উপৰোক্ত মন্ত্ৰ ৪ত বৰ্ণিত তিনি লোক (অগম লোক, অলখ লোক তথা সৎলোক ৰচনাৰ পিছত পূৰ্ণ পৰমাত্মাই জ্যোতি নিৰঞ্জন (ব্ৰহ্ম)ৰ উৎপত্তি কৰিলে, অৰ্থাৎ সেই সৰ্ব শক্তিমান পৰমাত্মা পূৰ্ণ ব্ৰহ্ম কবীৰদেব (কবীৰ প্ৰভূৰ) পৰাই বিৰাট অৰ্থাৎ ব্ৰহ্ম (কাল)ৰ উৎপত্তি হ'ল। এই প্ৰমাণ গীতা অধ্যায় ৩ মন্ত্ৰ ১৫ বৰ্ণিত আছে যে অক্ষৰ**

**পুৰুষ অৰ্থাৎ অবিনাশী প্ৰভূৰ পৰা ব্ৰহ্মৰ উৎপন্ন হ'ল এই প্ৰমান অথৰ্ব বেদ কাণ্ড ৪, অনুবাক ১, সুক্ত ৩ আছে যে পূৰ্ণ ব্ৰহ্মৰ পৰা ব্ৰহ্মৰ উৎপত্তি সেই পূৰ্ণ ব্ৰহ্মই (ভূমিম্) ভূমি আদি সৰু-ডাঙৰ সৰ্ব লোকৰ সৃষ্টি কৰিছে। সেই পূৰ্ণব্ৰহ্ম এই বিৰাট ভগৱান অৰ্থাৎ ব্ৰহ্মতকৈও ডাঙৰ অৰ্থাৎ ইয়াৰো গৰাকী।**

মণ্ডল ১০, সুক্ত ৯০, মন্ত্ৰ ১৫

सप्तास्यासन्परि धयस्त्रिः सप्त समिधः कृताः।
देवा यद्यज्ञं तन्वाना अबध्नन्पुरुषं पशुम्।। 15।।

সপ্ত-অস্য-আসন্-পৰিধয়ঃ- ত্ৰিসপ্ত-সমিধ ঃ- কৃতা ঃ- দেবা - যত্-যজ্ঞম্ - তন্বানা ঃ- অবন্ধনন্ - পুৰুষম্ - পশুম্।

অনুবাদ ঃ- (সপ্ত) সাত সংখ্য ব্ৰহ্মাণ্ড তো পৰব্ৰহ্মৰ তথা (ত্ৰিসপ্ত) একৈশ ব্ৰহ্মাণ্ড কাল ব্ৰহ্মৰ (সমিধঃ) কৰ্মদণ্ড দুঃখ ৰূপী অগ্নিৰ দ্বাৰা দুঃখী (কৃত্যাঃ) কৰোৱা (পৰিধয়ঃ) গোলাকাৰ পৰিধীৰ সীমাৰ ভিতৰত (আসন্) বিদ্যমান। (যত) যি (পুৰুষম্) পূৰ্ণ পৰমাত্মাৰ (যজ্ঞম্) বিধিবত ধাৰ্মিক কৰ্ম অৰ্থাৎ পূজা কৰে (পশুম্) বলিৰ পশুৰূপী কালৰ জালত কৰ্ম বন্ধনেৰে আৱদ্ধ হোৱা (দেৱা) ভক্তাত্মাক (তনৱানা) কালৰ দ্বাৰা ৰচিত অৰ্থাৎ পাপেৰে বিস্তাৰিত কৰ্ম বন্ধনৰ জালৰ পৰা (অবন্ধন্) বন্ধন ৰহিত কৰে অৰ্থাৎ মোকোলাই দিয়ে তেওঁৰেই মুক্তিদাতা।

**ভাবাৰ্থ ঃ- সাত সংখ্য ব্ৰহ্মাণ্ড পৰব্ৰহ্মৰ তথা একৈশ ব্ৰহ্মাণ্ড ব্ৰহ্মৰ যত গোলাকাৰ সীমাৰ ভিতৰত আৱদ্ধ পাপ কৰ্মৰ জুইত জলি থকা প্ৰাণীক বাস্তবিক পূজাৰ নিয়ম উপদেশ দি শুদ্ধ ভক্তি উপাসনা কৰোৱায়, যি কাৰণে বলি দিয়া পশুৰ নিচিনা জনম-মৰন, কাল (ব্ৰহ্ম)ৰ খাবৰ বাবে তপ্ত শিলাখণ্ডত দিয়া কষ্টৰ পৰা পীড়িত ভক্তাত্মাক কালৰ কৰ্মবন্ধন ৰূপী বিয়পোৱা জালৰ পৰা বন্ধন ৰহিত কৰে অৰ্থাৎ কৰ্ম বন্ধন জালৰ পৰা খুলাই দিয়া মুক্তিদাতা। ইয়াৰ প্ৰমাণ পবিত্ৰ যজুৰ্বেদ অধ্যায় ৫, মন্ত্ৰ ৩২ বৰ্নিত আছে যে, কবিৰঙ্গাৰসি (কবীৰ) কবীৰ পৰমেশ্বৰ (অংঘ) পাপৰ (অৰি) শত্ৰু (অসি) হয় অৰ্থাৎ পাপ বিনাশক কবীৰদেব। বম্ভাৰিসি (বম্ভাৰি) বন্ধনৰ শত্ৰু অৰ্থাৎ মুক্তিদাতা কবীৰ পৰমেশ্বৰ (অসি) হয়।**

মণ্ডল ১০, সুক্ত ৯০, মন্ত্ৰ ১৬।

यज्ञेन यज्ञमयजन्त देवास्तानि धर्मानि प्रथमान्यासन्।
ते ह नाकं महिमानः सचन्त यत्र पूर्वे साध्याः सन्ति देवाः।। 16।।

জজ্ঞেন - যজ্ঞম্ - অ - যজন্ত - দেবাঃ - তানি - ধৰ্মানি - প্ৰথমানি - আসন্ - তে - হ - নাকম্ - মহিমান ঃ- সচন্ত - যত্ৰ - পূৰ্বে - সাধ্যাঃ- সন্তি দেবাঃ।

অনুবাদ ঃ- যি (দেবাঃ) নিৰ্বিকাৰ দেৱ স্বৰূপ ভক্তাত্মা (অযজ্ঞম্) আধা ভূল ধৰ্মীয় পূজাৰ ঠাইৰ ওপৰত (যজ্ঞেন) সঁচা ভক্তি ধাৰ্মিক কৰ্মৰ আধাৰত (যজন্ত) পূজা ভক্তি কৰে (তানি) সিবিলাকে (ধৰ্মানি) ধৰ্মীয় শক্তি সম্পন্ন (প্ৰথমানি) মূখ্য অৰ্থাৎ উত্তম (আসন্) হয় (তে হ) সিবিলাকেই বাস্তবত (মহিমানঃ) মহান ভক্তি শক্তি যুক্ত হৈ (সধ্যাঃ) সফল ভকত জন (নাকম্) পূৰ্ণ সুখদায়ক পৰমেশ্বৰৰ (সচন্ত) ভক্তি নিমিত কাৰন অৰ্থাৎ সদ্ভক্তিৰ সুফল প্ৰাপ্ত হয়, সিহঁতে তালৈ গুচি যায়। (যত্ৰ) যত (পূৰ্বে) আগেয়ে সৃষ্টি হোৱা পাপ ৰহিত স্থান, দেব স্বৰূপ ভক্তাত্মা বিলাক অৱস্থান কৰে।

**ভাবাৰ্থ ঃ- যি নিৰ্বিকাৰ (যি সকলে মদ, মাংস, ধপাত তথা অইন অইন বেসন**

**আৰু বদ অভ্যাস ত্যাগ কৰিছে) দেব স্বৰূপে ভকত আত্মা সকলে শাস্ত্ৰ নীতি বিৰুদ্ধ পূজা ত্যাগ কৰি শাস্ত্ৰ নিয়ম অনুযায়ী পূজা ভক্তি সাধন কৰে সিহঁতে ভক্তি অৰ্জনৰ সুফল প্ৰাপ্ত হৈ অৰ্থাৎ পুন্যৰে ধনী হৈ কালৰ (ব্ৰহ্মৰ) ঋণৰ পৰা মুক্ত হৈ নিজৰ সত্য ভক্তি পূণ্যৰে সেই সৰ্ব সুখদাই পূৰ্ণ পৰমাত্মাক প্ৰাপ্ত কৰে অৰ্থাৎ সত্য লোকলৈ গুচি যায় যত সৰ্ব প্ৰথম ৰচিত হোৱা সৃষ্টিৰ দেৱ স্বৰূপ অৰ্থাৎ নিস্পাপ হংস আত্মা (জ্ঞানী আত্মা) সকল বসবাস কৰে।**

**যেনেকৈ কিছু আত্মাইতো কাল (ব্ৰহ্ম)ৰ মোহ জালত আৱদ্ধ হৈ ইয়াত আহি গল, কিছু পৰব্ৰহ্মৰ সাত সংখ্য ব্ৰহ্মাণ্ডত আহি গ'ল, আকৌ যিবোৰ অসংখ্য আত্মা যিবিলাকৰ বিশ্বাস পূৰ্ণ পৰমাত্মাৰ ওপৰত অলৰ অটল ভাবে ৰৈ গল, যি পতিব্ৰতা পদৰ পৰা পদচ্যুত নহল সিবিলাকে তাত ৰৈ গল, এই বাবে ইয়াত সেই বৰ্ণনা পবিত্ৰ বেদেও সত্য বৰ্নাইছে। ইটো প্ৰমাণ গীতা অধ্যায় ৮ৰ শ্লোক সংখ্যা ৮ৰ পৰা ১০ত বৰ্ণিত আছে যে যি ভক্তি সাধকে পূৰ্ণ পৰমাত্মাৰ সত্‌সাধনা শাস্ত্ৰ বিধি অনুযায়ী কৰে সেই ভক্তিৰ বিনিময়ত পোৱা পূণ্যৰ দ্বাৰা সেই পূৰ্ণ পৰমাত্মা প্ৰাপ্তি হয় অৰ্থাৎ তাৰ ওচৰত যোৱা যায়। ইয়াৰ দ্বাৰা সিদ্ধ হ'ল যে প্ৰভূ বা ঈশ্বৰ তিনি প্ৰকাৰৰ যেনে — ব্ৰহ্ম-পৰব্ৰহ্ম - পূৰ্ণ ব্ৰহ্ম। ইবিলাক ১. ব্ৰহ্ম - ঈশ্বৰ ক্ষৰ পুৰুষ ২. পৰব্ৰহ্ম — অক্ষৰ পুৰুষ / অক্ষৰ ব্ৰহ্ম ঈশ্বৰ তথা ৩. পূৰ্ণ ব্ৰহ্ম - পৰম অক্ষৰ ব্ৰহ্ম - পৰমেশ্বৰ - পূৰ্ণ পৰমাত্মা সৎপুৰুষ আদি সমানাৰ্থক শব্দেৰে জনা যায়।**

**এই প্ৰমান ঋগবেদ মণ্ডল ৯, সুক্ত ৯৬, মন্ত্ৰ ১৭ পৰা ২০লৈ স্পষ্ট আছে যে পূৰ্ণ পৰমাত্মা কবীৰ্দেব (কবীৰ পৰমেশ্বৰ) শিশুৰূপ ধাৰণ কৰি উদ্ভৱ হয় তথা নিজৰ নিৰ্মল জ্ঞান অৰ্থাৎ তত্বজ্ঞান (কবিৰ্গীৰ্ভিঃ) কবীৰ বানীৰ দ্বাৰা নিজৰ অনুগত অনুসূৰি বিলাকক কবিতাৰ দৰে কৈ বৰ্ণনা কৰে। সিজন কবিৰ্দেব (কবীৰ পৰমেশ্বৰ) ব্ৰহ্ম (কাল / ক্ষৰ পুৰুষ)ৰ ধাম তথা পৰব্ৰহ্ম (অক্ষৰ পুৰুষ)ৰ ধামৰ পৰা ভিন্ন যি পূৰ্ণব্ৰহ্ম (পৰম অক্ষৰ পুৰুষ)ৰ তৃতীয় ঋত ধাম (সৎলোক) আছে, তাত মনুষ্য আকাৰত বিৰাজমান থাকে তথা সৎলোকৰ পৰা চতুৰ্থ অনামী লোক আছে, তাতো এই কবীৰদেব (কবীৰ পৰমেশ্বৰ) অনামী পুৰুষ ৰূপত মনুষ্য সদৃশ আকাৰত বিদ্যমান হৈ থাকে।**

## "পবিত্ৰ শ্ৰীমদ্‌দেবী মহাপুৰাণত সৃষ্টী ৰচনাৰ প্ৰমান"

"ব্ৰহ্মা, বিষ্ণু তথা শিবৰ মাতা-পিতা"

**(দূৰ্গা আৰু ব্ৰহ্মৰ মিলনত ব্ৰহ্মা, বিষ্ণু আৰু শিবৰ জন্ম)**

**পৱিত্ৰ শ্ৰীমদ্‌দেৱী মহাপুৰান তৃতীয় স্কন্দ (গীতা-প্ৰেস গোৰখপুৰৰ পৰা প্ৰকাশিত, অনুবাদ কৰ্তা শ্ৰীহনুমান প্ৰসাদ পোদ্দাৰ তথা চিমনলাল গোস্বামী মহাশয় পৃষ্ঠা নং ১১৪ৰ পৰা)**

**পৃষ্ঠা নং ১১৪ৰ পৰা ১১৮ লৈ আছে যে মা ভৱানী ভকতৰ মনোবাঞ্ছা পূৰণ কাৰিনী জগৎ জননী। তাইক প্ৰকৃতি দেবীও কোৱা হয় তথা ব্ৰহ্মৰ লগত তাইৰ অভেদ সম্পৰ্ক। যেনেকৈ পত্নীক অৰ্দ্ধাঙ্গীনি বুলি কোৱা হয় অৰ্থাৎ দূৰ্গা, ব্ৰহ্ম (কাল)ৰ পত্নী। এটা ব্ৰহ্মাণ্ডৰ সৃষ্টি তত্ব বিষয়ে ৰজা শ্ৰী পৰীক্ষিতে প্ৰশ্ন কৰাত শ্ৰীব্যাস মুনিয়ে কৈছিল যে**

**মই নাৰদ মুনিক সুধিছিলো হে মুনিবৰ! এই ব্ৰহ্মাণ্ডৰ সৃষ্টি কেনেকৈ হ'ল? মোৰ এই প্ৰশ্নৰ উত্তৰত নাৰদ মুনিয়ে কলে যে, মই নিজৰ পিতা ব্ৰহ্মাদেৱক পুছি চালো। হে পিতা! এই ব্ৰহ্মাণ্ডৰ সৃষ্টি আপুনী কৰিছে নে পিষ্ণুদেব নাইবা শিবদেব? সঁচা কথা কবলৈ অনুগ্ৰহ কৰক। তেতিয়া মোৰ পূজনীয় পিতৃদেব ব্ৰহ্মাদেৱে কলে যে, হে বোপা নাৰদ, মই নিজে নিজক পদুম ফুলৰ ওপৰত বহি থকা পাইছিলো। মোৰ একো খেয়াল / স্মৰণ নাই, এই গভীৰ পানীত মই কৰ পৰা উৎপন্ন হলোঁ। এহেজাৰ বছৰলৈ পৃথিৱী অন্বেষন কৰিবলৈ ধৰিলো, কতো পানীৰ বাহিৰে একো নেপালো। পিছত দৈব বানী হ'ল, তপ কৰা। এক হেজাৰ বছৰলৈ তপ কৰিলো। আকৌ সৃষ্টি কৰিবৰ বাবে আকাশবানী হল। ইমানতে মধু আৰু কৈটভ নামৰ দুজন ৰাক্ষস আহিলে, সিহঁতক দেখি ভয়ত পেপুৱা লাগি মই পদুম ফুলৰ ডালটোকে ধৰি তলফালে নামি গলো। তাত ভগৱান বিষ্ণুদেৱ নাগৰাজৰ শয্যাৰ ওপৰত অচেতন হৈ পৰি আছিল। তাৰ পৰা এজনী স্ত্ৰী (প্ৰেতৱত প্ৰবিষ্ট দুৰ্গা) ওলালে। তাইক আকাশত আভূষন পিন্ধা দেখিবলৈ পালো। তেতিয়া ভগৱান বিষ্ণুই চেতনা পালে। এতিয়া মই আৰু বিষ্ণু দেব দুজন হলো। ইমানতে ভগৱান শংকৰো আহি পালে। দেবীয়ে আমালোকক বিমানত বহাই লৈ ব্ৰহ্ম লোকলৈ লৈ গল। তাত এজন ব্ৰহ্মা, এজন বিষ্ণু তথা এজন শিবক আৰু দেখিলো আকৌ এজনী দেবীকো দেখিলো, তাইক দেখি বিষ্ণুদেৱে বিবেক পূৰ্বক নিম্ন বৰ্ণনা কৰিলে (ব্ৰহ্ম-কালে ভগৱান বিষ্ণুক চেতনা কৰাই দিছিল, তাক তাৰ বাল্যকালৰ স্মৃতি মনত আহিলে তেতিয়া সৰু কালৰ কাহিনী শুনাই দিলে।)**

**পৃষ্ঠা নং ১১৯-১২০ ভগৱান বিষ্ণু দেৱে শ্ৰীব্ৰহ্মাদেব আৰু শিবদেৱক কলে যে এইজনী আমালোক তিনিওৰে মাতৃ, এওঁৱেই জগৎজননী প্ৰকৃতি দেবী। মই এই দেবীক তেতিয়াই দেখিছিলো যেতিয়া মই সৰু আছিলো, এওঁৱেই মোক দোলনাত দোলাই পালিছিল।**

**তৃতীয় স্কন্দ পৃষ্ঠ নং ১২৩ শ্ৰী বিষ্ণুদেৱে শ্ৰীদুৰ্গা দেবীক স্তুতি কৰি কবলৈ ধৰিলে তুমিয়েই শুদ্ধ স্বৰূপিনী, তোমাৰ পৰাই এই গোটেই জগৎ সংসাৰ উদ্ভাসিত হৈছে মই (বিষ্ণু) ব্ৰহ্মা আৰু শংকৰ আমি সকলো তোমাৰ কৃপাতেই বিদ্যমান হৈ আছো। আমালোকৰ আৰ্বিভাব (জন্ম) আৰু তিৰোভাব (মৃত্যু) হৈ থাকে অৰ্থাৎ আমি তিনিও নাশবান, কেবল তুমিয়েই নিত্য (অবিনাশী) হোৱা, জগত জননী, প্ৰকৃতি দেৱী।**

**ভগৱান শংকৰে কলে - হে দেবী যদি মহাভাগ বিষ্ণু তোমাৰ পৰাই জন্ম (উৎপন্ন) হৈছে তেন্তে তাৰ পিছত উৎপন্ন হোৱা ব্ৰহ্মাও তোমাৰেই সন্তান। আকৌ মই তমোগুনী লীলা কৰা শংকৰ তোমাৰ সন্তান নহওঁ নে? অৰ্থাৎ মোকো জনম দিয়া জনমদাত্ৰী তুমিয়েই।**

**বিচাৰ কৰক ঃ- ওপৰৰ বিৱৰণৰ পৰা সিদ্ধ হল যে শ্ৰীব্ৰহ্মাদেৱ, শ্ৰীবিষ্ণুদেৱ তথা শ্ৰীশিবদেৱ তিনিও নাশৱান। মৃতুঞ্জয় (অজৰ অমৰ) তথা সৰ্বেশ্বৰ নহয় তথা দুৰ্গা (প্ৰকৃতি)ৰ পুত্ৰ তথা ব্ৰহ্ম (কাল-সদাশিব) ইবিলাকৰ পিতা।**

**তৃতীয় স্কন্দ পৃষ্ঠ নং ১২৫, ব্ৰহ্মাই সুধিলে, হে আই! বেদত যি ব্ৰহ্ম কোৱা আছে সেইটো আপুনী নে অইন কোনো দোসৰা প্ৰভূ? ইয়াৰ উত্তৰত দুৰ্গাই কলে, যে মই তথা ব্ৰহ্ম একেই। আকৌ এই স্কন্দৰে পৃষ্ঠা নং ১২৯ৰ ওপৰত কৈছে যে এতিয়া মোৰ**

**কাৰ্য্য সিদ্ধি কৰিবলৈ তহঁতে সোনকালে বিমানত উঠা। যেতিয়া কোনো কঠিন কাৰ্য্য উপস্থিত হলে মোক স্মৰণ কৰা মাত্ৰেই মই তহঁতৰ সমুখত হাজিৰ হম। দেবতা সকল মোৰ (দুৰ্গাৰ) তথা ব্ৰহ্মৰ ধ্যান তোমালোক সদায় কৰি থাকিবা। আমাক দুয়োকে যদি স্মৰণ কৰি থাকা তোমালোকৰ কাৰ্য্য সিদ্ধি হব ইয়াত কোনো সন্দেহ নাই।**

**ওপৰোক্ত ব্যাখ্যাৰ পৰা এইটো স্পষ্ট যে দুৰ্গা (প্ৰকৃতি দেবী) তথা ব্ৰহ্ম (কাল) ই তিনিও দেবতাৰ পিতা-মাতা তথা ব্ৰহ্মা, বিষ্ণু আৰু শিব নাশবান তথা ইবোৰ পূৰ্ণ শক্তি সম্পন্ন নহয়।**

**তিনিও দেৱতাৰ (শ্ৰীব্ৰহ্মাদেব, শ্ৰীবিষ্ণুদেব তথা শিবৰ) বিবাহ দুৰ্গা (প্ৰকৃতি) দেবীয়ে কৰোৱাই দিছিল পৃষ্ঠা নং ১২৮-১২৯ তৃতীয় স্কন্দত বৰ্ণিত।**

**গীতা অধ্যায় নং ৭, শ্লোক নং ১২.**

ये, च, एव, सात्विकाः, भावाः, राजसा-, तामसाः, च, ये,।
मतः, एव, इति, तान्, विद्धि, न, तु, अहम्, तेषु, ते, मयि।।

অনুবাদ ঃ- (চ) আৰু (এব) ও (এ) যি (সাত্বিকাঃ) সত্বগুন বিষ্ণুদেবৰ দ্বাৰা স্থিতি (ভাবাঃ) ভাব হয় আৰু (য়ে) যি ৰজঃ গুন শ্ৰী ব্ৰহ্মাদেৰৰ দ্বাৰা উৎপত্তি (চ) তথা (তামসাঃ) তমগুন শিবৰ দ্বাৰা সংহাৰ (তান্) সেই সকলক তই (মতঃ এব) মোৰ দ্বাৰা সুনিয়োজিত নিয়মানুসাৰে হোৱা (ইতি) এনেকুৱা (বিদ্ধি) জানা (তু) কিন্তু বাস্তৱত (তেযু) তাত (অহম্) মই আৰু (তে) তেওঁ (ময়ি) মোৰ ভিতৰত (ন) নাই।

## “পবিত্ৰ শিব মহা পুৰানত সৃষ্টি ৰচনাৰ প্ৰমান”

**(কাল ব্ৰহ্ম আৰু দূৰ্গাৰ পৰা বিষ্ণু, ব্ৰহ্মা তথা শিবৰ উৎপত্তি)**

**ইয়াৰ প্ৰমান পবিত্ৰ শ্ৰী শিব পুৰান গীতা প্ৰেস গোৰখপুৰ পৰা প্ৰকাশিত, অনুবাদ কৰ্তা শ্ৰীহনুমান প্ৰসাদ পোদ্দাৰ, ইয়াৰ অধ্যায় ৬ ৰূদ্ৰ সংহিতা, পৃষ্ঠ নং ১০০ ওপৰত কৈছে যে যি মূৰ্তি ৰহিত পৰব্ৰহ্ম, তাৰেই মূৰ্তি ভগবান সদাশিব। ইয়াৰ শৰীৰৰ পৰা এটা শক্তি ওলালে, সেই শক্তি অম্বিকা, প্ৰকৃতি (দুৰ্গা) ত্ৰিদেব জননী (শ্ৰী ব্ৰহ্মাদেব শ্ৰীবিষ্ণুদেব, তথা শ্ৰীশিবদেবক উৎপন্ন কৰা মাতৃ) বোলে। যাৰ আঠখন ভূজা (হাত)। তেওঁ যি সদাশিব, তাক শিব, সম্ভু, আৰু মহেশ্বৰো বুলি কোৱা হয়। (পৃষ্ঠ নং ১০১) তেখেতে নিজৰ গোটেই শৰীৰত ছাই মখাই লয়। সেই কালৰূপী ব্ৰহ্মাই এখন শিবলোক নামক ক্ষেত্ৰ নিৰ্মাণ কৰিলে। আকৌ দুয়ো পতি-পত্নীৰ ব্যৱহাৰ কৰিলে যৰ পৰা এক পুত্ৰৰ উৎপত্তি হল। তাৰ নাম বিষ্ণু ৰাখিলে (পৃষ্ঠা নং ১০২)**

**আকৌ ৰূদ্ৰ সংহিতা অধ্যায় নং ৭, পৃষ্ঠা নং ১০৩, ব্ৰহ্মাই কলে যে মোৰ উৎপত্তিও ভগবান সদাশিব (ব্ৰহ্ম-কাল) তথা প্ৰকৃতি (দুৰ্গা)ৰ মিলনত অৰ্থাৎ পতি-পত্নীৰ ব্যৱহাৰৰ দ্বাৰাই হৈছে। পিছত মোক অচেতন কৰি পেলাইছে।**

**আকৌ ৰূদ্ৰ সংহিতা অধ্যায় নং ৯, পৃষ্ঠা নং ১১০ত কৈছে যে এইদৰে ব্ৰহ্মা, বিষ্ণু তথা শিব এওঁলোক তিনিও দেবতাৰ গুণ আছে, কিন্তু সদাশিব (কাল/ব্ৰহ্ম)ক গুনাতীত মনা হৈছে।**

**ইয়াতো চাৰিবাৰ সিদ্ধ হল যে সদাশিব (কাল/ব্ৰহ্ম) আৰু প্ৰকৃতি (দুৰ্গা)ৰ পৰাই**

**ব্ৰহ্মা, বিষ্ণু, শিবৰ উৎপত্তি হৈছে। তিনিও ভগবানৰ (শ্ৰীব্ৰহ্মাদেব, শ্ৰী বিষ্ণুদেব তথা শ্ৰী শিব) মাতৃ শ্ৰীদুৰ্গা দেবী তথা পিতা শ্ৰী জ্যোতি নিৰঞ্জন (ব্ৰহ্ম/কাল)। এই তিনিও প্ৰভূ ৰজঃগুনী ব্ৰহ্মাদেব, সত্বগুনী বিষ্ণুদেব তথা তমঃগুনী শ্ৰীশিবদেব।**

## “পবিত্ৰ শ্ৰীমদ্ ভগবত গীতাৰ ভিতৰত সৃষ্টী ৰচনাৰ প্ৰমান”

**ইয়াৰ প্ৰমান পবিত্ৰ গীতা অধ্যায় ১৪, শ্লোক ৩ৰ পৰা ৫লৈ আছে। ব্ৰহ্ম (কাল) কৈ আছে যে প্ৰকৃতি দেবী (দুৰ্গা) মোৰ পত্নী, মই কাল (ব্ৰহ্ম) ইয়াৰ পতী। আমাৰ দুয়োৰে মিলনৰ ফলত সকলো প্ৰাণীৰে সৈতে তিনিগুনৰ (ৰজগুন ব্ৰহ্মা দেব, স্বত্বগুন বিষ্ণুদেব, তম গুন শিবদেব) উৎপত্তি হৈছে। মই (ব্ৰহ্ম) সকলো প্ৰাণীৰ পিতা প্ৰকৃতি (দুৰ্গা) ইবিলাকৰ মাতৃ। মই ইয়াৰ গৰ্ভত বীজ প্ৰদান কৰো যাৰ দ্বাৰা সকলো প্ৰাণীৰ উৎপত্তি হয়। প্ৰকৃতি (দুৰ্গা)ৰ পৰা উৎপন্ন তিনিগুন যেনে (ৰজগুন ব্ৰহ্মা, সত্বগুন বিষ্ণু, তমগুন-শিব) জীবক কৰ্ম আধাৰৰ ওপৰত শৰীৰৰ ভিতৰত আবদ্ধ কৰে।**

**এই প্ৰমান গীতা অধ্যায় ১৫, শ্লোক নং ১ পৰা ৪ তথা ১৬-১৭ ৰ ভিতৰত আছে।**

গীতা অধ্যায় নং ১৫, শ্লোক নং ১

ঊৰ্দ্ধমূলম্, অধঃশাখম্, অশ্বত্থম্, প্ৰাহুঃ অব্যয়ম্,
ছন্দাংসি, যস্য, পৰ্নানি, যঃ, তম্, বেদ, সঃ, বেদবিত্।।

অনুবাদ ঃ- (ঊৰ্দ্ধমূলম) ওপৰৰ মূল শিপা ৰূপী পূৰ্ণ পৰমাত্মা আদি পুৰুষ পৰমেশ্বৰ (অধঃ শাখম্) তলৰ শাখা ডালক (অব্যয়ম) অবিনাশী (অশ্বত্থম) বিস্তাৰিত বট গছ (যস্য) যাৰ (চন্দাংসি) সৰু সৰু শাখাডাল (পৰ্নানি) পাত-সমূহ (প্ৰাহুঃ) বোলা হয় (তম্) সেই সংসাৰ স্বৰূপ ওলোটা বটগছক (যঃ) যিয়ে (বেদ) সৰ্বাঙ্গক জানিব পাৰিছে (সঃ) তেওঁৰেই (বেদবিত্) পূৰ্ণ জ্ঞানী অৰ্থাৎ তত্বদৰ্শী।

গীতা অধ্যয় নং ১৫, শ্লোক নং ২।

অধঃ, চ, ঊৰ্দ্ধম্, প্ৰসুতাঃ, তস্য, শাখাঃ, গুন প্ৰবৃদ্ধাঃ,
বিষয়প্ৰবালাঃ, অধঃ, চ, মূলানি, অনুসন্ততানি, কৰ্মানুবন্ধিনী মনুষ্যলোকে।।

অনুবাদ ঃ- (তস্য) সেই গছৰ (অধঃ) তলফালে (চ) আৰু (ঊৰ্দ্ধম্) উপৰফালে (গুন প্ৰবৃদ্ধাঃ) তিনিগুনৰ, ব্ৰহ্মা-ৰজগুন, বিষ্ণু-সত্বগুন, শিব-তমগুনী ৰূপেৰে (প্ৰসুতাঃ) বিস্তাৰিত হোৱা (বিষয় প্ৰবালাঃ) বিকাৰ থকা যেনে — কাম, ক্ৰোধ, লোভ, মোহ, অহংকাৰ ৰূপী কোপাল (শাখাঃ) ডাল ব্ৰহ্মা, বিষ্ণু, শিব (কৰ্মানুবন্ধিনী) জীবক কৰ্মৰ আধাৰত বন্ধন কৰা (অপি) ও (মুলানি) মূল / মূখ্য-কাৰন (চ) তথা (মনুষ্যলোকে) মনুষ্য লোক অৰ্থাৎ পৃথিবী লোক (অধঃ) তলত নৰক, চৌৰাশী লাখ যোনীত (ঊৰ্দ্ধম) ওপৰৰ স্বৰ্গলোক আদিত (অনুসন্ততানি) ব্যৱস্থাপিত কৰি ৰাখিছে।

গীতা অধ্যায় নং ১৫, শ্লোক নং ৩

ন, ৰূপম্, অস্য, ইহ, তথা, উপলভ্যয়তে, ন, অন্তঃ, ন, চ, আদিঃ, ন, চ,
সম্প্ৰতিষ্ঠা, অশ্বত্থতম্, এনম্, সুবিৰূঢ়মূলম্, অসঙ্গশস্ত্ৰেন, দৃঢ়েন, চিত্বা।।

অনুবাদ ঃ- (অস্য) এই ৰচনাৰ (ন) না (আদিঃ) আৰম্ভনী (চ) তথা (ন) না (অন্তঃ) শেষ (ন) না (তথা) তেনেকুৱা (ৰূপম্) স্বৰূপ (উপলভ্যয়তে) পোৱা যায় (চ) তথা (ইহ) ইয়াত বিচাৰ বিবেচনাৰে অৰ্থাৎ মোৰ দ্বাৰা দি থকা গীতা জ্ঞানৰ পূৰ্ণ জানকাৰী মোৰো (ন) নাই (সম্প্ৰতিষ্ঠা)

কিয়নো সৰ্ব ব্ৰহ্মাণ্ড সৃষ্টি ৰচনাৰ ভাল স্থিতিৰ জ্ঞান মোৰো নাই (এনম্) ইয়াৰ (সুবিৰুঢ়মূলম্) ভাল দৰে স্থাই স্থিতি থকা (অশ্বত্থম্) মজবুত স্বৰূপৰ সংসাৰ ৰূপী বৃক্ষৰ জ্ঞানক (অসঙ্গসস্ত্রেন) পূৰ্ণ জ্ঞান ৰূপী (দৃঢ়েন) দৃঢ় সূক্ষ্ম বেদ অৰ্থাৎ তত্বজ্ঞানৰ দ্বাৰা জানি (ছিত্বৱা) চেদন কৰি অৰ্থাৎ জ্যোতি নিৰঞ্জনৰ ভক্তিক ক্ষন ভঙ্গুৰ জানি ব্ৰহ্মা, বিষ্ণু, শিব, ব্ৰহ্ম, তথা পৰব্ৰহ্মতকৈও আগে পূৰ্ণ পৰম ব্ৰহ্মক বিচাৰিব লাগে।

গীতা অধ্যায় নং ১৫, শ্লোক নং ৪

ততঃ, পদম্, তত্, পৰিমাৰ্গিতিয়ম্, যস্মিন্, গতাঃ, ন, নিবৰ্তন্তি, ভূয়ঃ,
তম্, এব্, চ, আদ্যম্, পুৰুষম্, প্ৰপদ্যে, যতঃ, প্ৰবৃতিঃ, প্ৰসূতা, পুৰানী।।

অনুবাদ ঃ- যেতিয়া তত্বদৰ্শী সাধু মহন্ত মিলিব (ততঃ) ইয়াৰ পিচত (তত্) সেই পৰমাত্মাৰ (পদম্) পদ স্থান অৰ্থাৎ সৎলোকৰ (পৰিমাৰ্গিতিব্যয়ম) ধামক ভাল ভাবে বিচাৰি উলিয়াব লাগে (যন্মিন্) যি ঠাইত (গতাঃ) যোৱা সাধক (ভূয়ঃ) আকৌ (ন নিৰ্বৰ্তন্তি) সংসাৰলৈ উভতি নাহে (চ) আৰু (যতঃ) যি পৰমাত্মা পৰম অক্ষৰ ব্ৰহ্মৰ পৰা (পুৰানী) আদি (প্ৰবৃতিঃ) সৃষ্টি ৰচনা (প্ৰসুতা) উৎপন্ন হৈছে (তম) অজ্ঞাত (আদ্যম) আদি যম অৰ্থাৎ মই কাল নিৰঞ্জন (পুৰুষম্) পূৰ্ণ পৰমাত্মাৰ (এব) ও (প্ৰপদ্যে) শৰনত আছোঁ তথা তাৰেই পূজা কৰো।

গীতা অধ্যায় নং ১৫, শ্লোক নং ১৬

দ্বৌ, ইমৌ, পুৰুযৌ, লোকে, ক্ষৰঃ, চ, অক্ষৰঃ, এব, চ,
ক্ষৰঃ, সৰ্বানি, ভূতানি, কুটস্থঃ, অক্ষৰঃ, উচ্চতে।।

অনুবাদ ঃ- (লোকে) এই সংসাৰত (দ্বৌ) দুই প্ৰকাৰৰ (ক্ষৰঃ) নাশবান (চ) আৰু (অক্ষৰঃ) অবিনাশী (পুৰুযৌ) ভগৱান আছে (এব) এইদৰে (ইমৌ) এই দুইয়ো প্ৰভূৰ লোকত (সৰ্বানি) সম্পূৰ্ণ (ভূতানি) প্ৰাণীৰ শৰীৰ তো (ক্ষৰঃ) নাশবান (চ) আৰু (কুটস্থঃ) জীৱাত্মা (অক্ষৰঃ) অবিনাশী (উচ্চতে) কোৱা হয়।

গীতা অধ্যায় নং ১৫, শ্লোক নং ১৭

উত্তমঃ, পুৰুষঃ, তু, অন্যঃ, পৰমাত্মা, ইতি, উদহৃতঃ,
যঃ, লোকত্ৰয়ম্, আবিশ্ব, বিভৰ্তি, অব্যয়ঃ, ঈশ্বৰঃ।।

অনুবাদ ঃ- (উত্তম) উত্তম (পুৰুষঃ) প্ৰভূ (তু) তো (অন্যঃ) উপৰোক্ত দুই প্ৰভূৰ ক্ষৰ পুৰুষ তথা অক্ষৰ পুৰুষৰ পৰা অইন এজন (ইতি) এইটো বাস্তবত (পৰমাত্মা) পৰমাত্মা (উদাহৃতঃ) কোৱা হয় (যঃ) যি (লোকত্ৰয়ম) তিনিও লোকত (আবিশ্য) প্ৰবেশ কৰি (বিভৰ্তি) সকলোকে ধাৰন পোষন কৰে আৰু (অব্যয়ঃ) অবিনাশী (ঈশ্বৰঃ) প্ৰভূ অৰ্থাৎ প্ৰভূৰ ভিতৰত শ্ৰেষ্ঠ প্ৰভূ বা সমৰ্থ প্ৰভূ।

**ভাবাৰ্থ ঃ- গীতা জ্ঞান দাতা প্ৰভূই মাথোন ইমান খিনিয়ে কৈছে যে এই সংসাৰখন ওলোটাকৈ ওলোমাই ৰখা এটা বৃক্ষ বা গছক জানিবা। ওপৰফালে মূল শিপা অৰ্থাৎ পূৰ্ণ পৰমাত্মা। তলত গা গছ, ডাল, ঠাল-ঠেঙুলী আৰু গছৰ পাত জানিবা। এই সংসাৰ ৰূপী বৃক্ষৰ প্ৰত্যেক ভাগৰ ভিন ভিন বিৱৰণ যি সন্তই জানে তেওঁকেই তত্বদৰ্শী সন্ত বুলি কোৱা হয়। যাৰ বিষয়ে গীতা অধ্যায় ৪ শ্লোক নং ৩৪ বৰ্নিত আছে। গীতা অধ্যায় ১৫, শ্লোক নং ২-৩ মাথোন ইমানেই তিনিগুন ৰূপী শাখা বৰ্ণনা আছে। ইয়াত বৰ্তমান কালত অৰ্থাৎ গীতাত মই তোমাক (গীতা জ্ঞান দাতা) বিস্তৃত বিৱৰণ দিব নোৱাৰো কিয়নো**

**মোৰ এই সংসাৰ ৰচনাৰ আদি তথা অন্তৰ জ্ঞান নাই। তাৰ বাবে গীতা অধ্যায় ৪, শ্লোক নং ৩৪ কৈছে যে কোনো তত্বদৰ্শী সাধু মহন্তৰ পৰা সেই পূৰ্ণ পৰমাত্মাৰ জ্ঞান জানি লোৱা। এইখিনিতে গীতা অধ্যায় ১৫, শ্লোক ১ৰ সেই তত্বদৰ্শী সন্তৰ পৰিচয় বৰ্নাইছে যে তেওঁ সংসাৰ ৰূপী বৃক্ষৰ প্ৰত্যেক ভাগৰ জ্ঞান কৈ দিব পাৰিব। তাৰে পৰা জানি লোৱা। গীতা অধ্যায় ১৫, শ্লোক ৪ কৈছে যে সিজন তত্বদৰ্শী সন্ত মিলাৰ পিছত সেই পৰমপদ পৰমেশ্বৰৰ খোজ কৰিব লাগে অৰ্থাৎ সেই তত্বদৰ্শী সাধুৰ উপদেশ অনুসৰি ভক্তি সাধনা কৰিব লাগে যাৰ দ্বাৰা পূৰ্ণ মোক্ষ (অনাদি মুক্তি) প্ৰাপ্ত হয়। গীতা অধ্যায় ১৫ শ্লোক ১৬-১৭ স্পষ্ট কৰিছে যে প্ৰভূ তিন প্ৰকাৰ এক ক্ষৰ পুৰুষ (ব্ৰহ্ম) দ্বিতীয় অক্ষৰ পুৰুষ (পৰব্ৰহ্ম) তৃতীয় পৰম অক্ষৰ পুৰুষ (পূৰ্ণ ব্ৰহ্ম)। ক্ষৰ পুৰুষ তথা অক্ষৰ পুৰুষ বাস্তৱত অবিনাশী নহয়। সিজন অবিনাশী পৰমাত্মা তো এই দুজনতকৈ অইন এজন। সিজনে তিনিও লোকত অবাধে প্ৰবেশ কৰি সকলোকে ধাৰণ পোষন কৰে।**

**ওপৰোক্ত শ্ৰীমদ্ ভগৱত গীতা অধ্যায় ১৫, শ্লোক ১ৰ পৰা ৪ তথা ১৬-১৭ এইটো প্ৰমানিত হল যে ওলোটাকৈ ওলোমাই ৰখা সংসাৰৰূপী বৃক্ষৰ মূল অৰ্থাৎ শিপা হল পৰম অক্ষৰ ব্ৰহ্ম অৰ্থাৎ পূৰ্ণ ব্ৰহ্ম যাৰ দ্বাৰা পূৰ্ণ বৃক্ষৰ পালন পোষন হয় তথা বৃক্ষৰ যি অংশ পৃথিৱীৰ মাটিৰ ওপৰত দেখা পোৱা যায় তাক গা-গছ যাক অক্ষৰ পুৰুষ অৰ্থাৎ পৰব্ৰহ্ম জানিবা। সেই গা-গছৰ পৰা যি মোটা ডাল ওলায় তাক ব্ৰহ্ম অৰ্থাৎ ক্ষৰ পুৰুষ জানিবা তথা সেই ডালৰ পৰা যি তিনিটা অইন শাখা ডাল ওলায় তাক ব্ৰহ্মা, বিষ্ণু, তথা শিব বুলি জানি তথা তাৰ পৰা ওলোৱা ঠাল ঠেঙুলীৰ আগত পাত ৰূপী সাংসাৰীক প্ৰাণীক জানিবা। ওপৰোক্ত গীতা অধ্যায় ১৫, শ্লোক ১৬-১৭ত স্পষ্ট আছে যে ক্ষৰ পুৰুষ (ব্ৰহ্ম) তথা অক্ষৰ পুৰুষ (পৰব্ৰহ্ম) তথা এই দুজনৰ লোকত যিমান প্ৰাণী আছে সিহঁতৰ স্থুল শৰীৰ নাশবান তথা জীৱাত্মা অবিনাশী অৰ্থাৎ ওপৰোক্ত দুয়ো প্ৰভূ আৰু এওঁলোকৰ অন্তৰ্গত সৰ্ব প্ৰাণী নাশবান। যদিও অক্ষৰ পুৰুষ (পৰব্ৰহ্ম)ক অবিনাশী কৈছে কিন্তু বাস্তৱত অবিনাশী পৰমাত্মা তো এই দুজনতকৈ অন্য এজন। তেওঁ তিনিও লোকত প্ৰবেশ কৰি সকলোৰে পালন পোষন কৰে। ওপৰোক্ত বিৱৰনত তিন প্ৰভূ/ঈশ্বৰৰ ভিন-ভিন বিৱৰণ দিয়া আছে।**

## “পবিত্ৰ বাইবেল তথা পবিত্ৰ কোৰান শ্বৰীফত সৃষ্টি ৰচনাৰ প্ৰমান”

**ইয়াৰ প্ৰমাণ পবিত্ৰ বাইবেল তথা কোৰান শ্বৰীফত আছে। কোৰাণ শ্বৰীফত পবিত্ৰ বাইবেলৰো জ্ঞান আছে, এই বাবে দুইয়ো পবিত্ৰ সদ গ্ৰন্থই মিলি জুলি প্ৰমাণ কৰিছে যে কোনে আৰু কেনেকুৱা এই সৃষ্টি কৰ্তা তথা তাৰ বাস্তৱিক নাম কি?**

**পবিত্ৰ বাইবেল (উৎপত্তি গ্ৰন্থ পৃষ্ঠা নং ২, অধ্যায় ১ঃ২ - ২ঃ৫)**

ষষ্ঠম দিন ঃ- মনুষ্য আৰু প্ৰাণী ঃ

অইন প্ৰাণীক সৃষ্টি কৰি ২৬, আকৌ পৰমেশ্বৰে কলে, মই মানুহক নিজৰ স্বৰূপ আৰু সমানতা অনুসৰি বনাম যি সকলো প্ৰাণীক চম্ভালি ৰাখিব পাৰিব। ২৭. তেতিয়া পৰমেশ্বৰে মনুষ্যক নিজ স্বৰূপ অনুসৰি উৎপন্ন কৰিলে, নিজ স্বৰূপ তাকো উৎপন্ন কৰিলে নৰ আৰু নাৰী কৰি মানুহক স্ৰজিলে।

২৯. প্ৰভূই, মনুষ্যক আহাৰৰ বাবে খাবলৈ যিমান বীজ থকা সৰু গছ তথা যিমান ফল থকা গছ আছে সেইবোৰ খাবলৈ প্ৰদান কৰিলে। (মঙহ খাবলৈ কোৱা নাই)

সপ্তম দিন ঃ- বিশ্ৰামৰ দিন।

পৰমেশ্বৰে ছয় দিনত সকলো সৃষ্টিৰ উৎপত্তি কৰিলে তথা সপ্তম দিনত বিশ্ৰাম কৰিলে।

**পবিত্ৰ বাইবেলে সিদ্ধ কৰি দিলে যে পৰমাত্মা মানৱ সদৃশ শৰীৰত আছে, যিয়ে ছয় দিনত সকলো সৃষ্টি ৰচনা কৰি তথা পিছত বিশ্ৰাম কৰিলে।**

**পবিত্ৰ কোৰাণ শ্বৰীফ (সুৰত ফুৰ্কানি ২৫, আয়াত নং ৫২, ৫৮, ৫৯)**

আয়াত ৫২ ঃ- ফলা তুতিয়ল্-কাফিৰন্ ৱ জহিদ্হুম বিহী জিহাদন্ কবীৰা (কবীৰন্) ।।৫২।।

ইয়াৰ ভাবাৰ্থ এয়ে যে হজৰত মহম্মদ জীৰ খোদা (প্ৰভূ) কৈ আছে যে হে পয়গম্বৰ (মহাপুৰুষ)! আপুনী কাফেৰৰ (যি এক প্ৰভূৰ ভক্তি ত্যাগ কৰি অন্য দেব-দেবী তথা মূৰ্তি আদিক পূজা কৰে) কথা নেমানিবা, কিয়নো তেওঁলোকে কবীৰক পূৰ্ণ পৰমাত্মা বুলি নামানে। আপুনী মোৰ দ্বাৰা দিয়া এই কোৰানৰ জ্ঞানৰ আধাৰৰ ওপৰত অটল থাকিব যে কবীৰেই পূৰ্ণ প্ৰভূ তথা কবীৰ আল্লাহৰ বাবে সংঘৰ্ষ কৰিবা (লড়াই নহয়) অৰ্থাৎ দৃঢ় থাকিবা।

আয়াত ৫৮ ঃ- উৰ তৱককল্-অলল-হৰিউল্লজী লা য়মূতু উৰ সবিবহ্ বিহম্ দিহী উৰ কফা বিহী বিজুনুবী জিবাদিহী খবীৰা (কবীৰা)।। ৫৮।।

**ভাবাৰ্থ ঃ- হজৰত মহম্মদে যাক নিজৰ প্ৰভূ বুলি মানে সেই আল্লাহ কোনোবা অইন পূৰ্ণ প্ৰভূৰ ফালে সংকেত কৰিছে যে, হে পয়গম্বৰ সেই কবীৰ পৰমাত্মাৰ ওপৰত বিশ্বাস ৰখা যি তোমাক জীৱিত মহাত্মা ৰূপত আহি মিলিছে। সিজনকেতিয়াও মৃত্যুশীল নহয় অৰ্থাৎ বাস্তৱত অবিনাশী। প্ৰশংষাৰে সৈতে তাৰ পবিত্ৰ মহিমা গাই যোৱা, তেওঁ কবীৰ আল্লাহ (কবীৰদেব) পূজাৰ যোগ্য তথা নিজৰ উপাসক বিলাকৰ সকলো পাপ বিনাশ কাৰী।**

আয়াত ৫৯ ঃ- অল্লজী খলকস্যমাৱাতি ৱল্অৰ্জ ৱ মা বেনহুমা ফী সিত্ততী অয়্যামিন্ সুম্মস্তৱা অলল অৰ্শি অৰহ্মানু ফসঅল্ বিহী খবীৰন্ (কবীৰন)।। ৫৯।।

**ভাবাৰ্থ ঃ- হজৰত মহম্মদক কোৰান শ্বৰীফ কৈ দিয়া প্ৰভূ (আল্লাহ) কৈ আছে যে সেইজন কবীৰ প্ৰভূ তেওঁৱে যিজনে মাটি তথা আকাশৰ মাজত যি বিদ্যমান আছে সেই সকলো সৃষ্টিৰ ৰচনা ছয় দিনত কৰিছে তথা সপ্তম দিনত ওপৰৰ নিজৰ সত্যলোকৰ সিংহাসনৰ ওপৰত বিৰাজমান হল (সিংহাসনত বহি যোৱা)। তাৰ বিষয়ে সবিশেষ বতৰা কোনো তত্বদৰ্শী সন্তৰ পৰা জানি লোৱা।**

**সেই পূৰ্ণ পৰমাত্মাৰ প্ৰাপ্তি কেনেকৈ হব তথা বাস্তৱিক জ্ঞান তো কোনো তত্বদৰ্শী সন্তৰ পৰা জানি লোৱা, মই নাজানো।**

**ওপৰোক্ত দুই পবিত্ৰ ধৰ্মৰ (খৃষ্টান তথা মুসলমান) পবিত্ৰ শাস্ত্ৰই মিলি জুলি প্ৰমান কৰি দিছে যে সকলোৰে সৃষ্টি কৰ্তা, সৰ্বপাপ বিনাশক, সৰ্ব শক্তিমান, অবিনাশী পৰমাত্মা মানৱ সদৃশ শৰীৰ আকাৰত আছে তথা সত্য লোকত নিবাস কৰে। তাৰ নাম কবীৰ, তাকেই আল্লাহু আকবৰ কোৱা হয়।**

**আদৰণীয় ধৰ্ম দাস জীয়ে পূজ্য কবীৰ প্ৰভূক পুছিছে যে, হে সৰ্ব্ব শক্তিমান! আজিলৈ এই তত্বজ্ঞান কোনেও কোৱা নাই, বেদৰ মৰ্মজ্ঞ জ্ঞানীও কোৱা নাই। ইয়াৰ**

**পৰা সিদ্ধ হয় যে চাৰি পবিত্র বেদ তথা চাৰি পবিত্র কিতাব (কোৰান শৰীফ আদি) মিছা। পূৰ্ণ পৰমাত্মাই কৈছে —**

কবীৰ, বেদ কিতেব ঝুঠে নহীঁ ভাই, ঝুঠে হ্যায় যো সমঝে নাঁহী।

**ভাবাৰ্থ ঃ- এয়ে যে চাৰি বেদ (ঋগবেদ-অথৰ্ববেদ — যুজুৰ্বেদ-সামবেদ) তথা পবিত্র চাৰি কিতেব (কুৰান শ্বৰীফ-জবুৰ-তৌৰাত - ইঞ্জিল) ভূল নহয়। কিন্তু যিয়ে ইয়াক বুজি পোৱা নাই সিবোৰে নিৰ্বোধ।**

## “পূজ্যপাদ কবীৰ পৰমেশ্বৰ (কবীৰদেব)ৰ অমৃত বানীত সৃষ্টি ৰচনা”

**বিশেষ ঃ- নিম্ন অমৃত বানী সন ১৪০৩ পৰা (যেতিয়া পুজ্য কবীৰদেব (কবীৰ পৰমেশ্বৰ) লীলাময় শৰীৰৰ বয়স ৫ বছৰ হৈছিল) ১৫১৮ (যেতিয়া কবীৰদেব (কবীৰ পৰমেশ্বৰ) মগহৰ স্থানৰ পৰা স্বশৰীৰে সৎলোকলৈ গৈছিল) চনৰ মাজত মোটামুটি ৬০০ বছৰ পূৰ্বে পৰম পূজ্য কবীৰ পৰমেশ্বৰ (কবীৰদেব) দ্বাৰা নিজৰ সেৱক (দাস-ভকত) আদৰনীয় ধৰ্মদাস সাহেব জীক শুনাইছিল তথা ধনী ধৰ্মদাস সাহেবজীয়ে লিপিবদ্ধ কৰিছিল। কিন্তু সেই সময়ৰ পবিত্র হিন্দু তথা পবিত্র মুছলমানৰ নিৰ্বোধ পণ্ডিত বিলাকে (মূৰ্খ বৈদ্য) কৈছিল যে এই শিপিনি (কাপোৰ বনোৱা) কবীৰ মিছলীয়া। কোনো সদ্‌গ্ৰন্থত শ্ৰীব্ৰহ্মাদেব, শ্ৰীবিষ্ণু দেব, শ্ৰীশিব দেৱৰ মাতা পিতাৰ নাম নাই। এই তিনিও প্ৰভূ অবিনাশী এওঁলোকৰ জন্ম-মৃত্যু নহয়। কোনো পবিত্র বেদ তথা পবিত্র কোৰান শ্বৰীফত কবীৰ পৰমেশ্বৰৰ প্ৰমান নাই তথা পৰমাত্মাক নিৰাকাৰ লিখা আছে। আমি প্ৰতিদিন পঢ়ো। সৰল আত্মাই সেই বিচক্ষন (চতুৰ পণ্ডিত) মানুহৰ ওপৰত বিশ্বাস কৰি লৈছিল যে সঁচাই এই কাপোৰ বনোৱা কবীৰ তো এজন অশিক্ষিত তথা পণ্ডিত বিলাক শিক্ষিত, সত্য কৈছে হবলা। আজি সেই সত্যই প্ৰকাশিত হৈ ওলাই পৰিছে তথা নিজৰ সকলো পবিত্র ধৰ্মৰ পবিত্র সদ্‌গ্ৰন্থই সাক্ষী। ইয়াৰ দ্বাৰা স্পষ্ট যে পূৰ্ণ পৰমেশ্বৰ, জগতৰ সৃষ্টিকৰ্তা, কুলৰ মালীক, সৰ্ব শক্তিমান ঈশ্বৰ তথা সৰ্বজ্ঞ কবীৰদেব (কবীৰ পৰমেশ্বৰ) যি কাশীত (বেনাৰস) পদুম ফুলৰ ওপৰত উদ্ভব হৈছিল তথা ১২০ বছৰলৈ বাস্তবিক জ্যোতিৰ্ময় শৰীৰৰ ওপৰত মানব সদৃশ শৰীৰ অলপ জ্যোতিৰে বনাই বাস কৰিছিল তথা নিজৰ দ্বাৰা ৰচিত সৃষ্টিৰ ঠিক ঠিক (বাস্তবিক তত্ব জ্ঞান) জ্ঞান প্ৰদান কৰি স্বশৰীৰে সৎলোকলৈ উভতি গৈছিল। অনুগ্ৰহ কৰি ভক্ত প্ৰেমী পাঠকে পঢ়ক নিম্ন অমৃতবানী পৰম ঈশ্বৰ কবীৰ দেৱৰ দ্বাৰা উচ্চাৰিত ঃ-**

ধৰ্মদাস ইয় জগ বৌৰানা। কোই ন জানে পদ নিৰৱানা।।
এহি কাৰণ ম্যাঁয় কথা পসাৰা। জগসে কহিও ৰাম নিয়াৰা।।
এহী জ্ঞান জগ জীব শুনাও। সব জীবো কা ভৰম নশাও।।
অব ম্যায় তুমসে কহোঁ চিতাই। ত্ৰয়দেবনকী উৎপত্তি ভাই।।
কুছ সংক্ষেপ কহো গহৰাই। সব সংশয় তুমহৰে মিট জাই।।
ভৰম গয়ে জগ বেদ পুৰানা। আদি ৰাম কা ভেদ ন জানা।
ৰাম ৰাম সব জগত বখানে। আদি ৰাম কো কোই বিৰলা জানে।।
জ্ঞানী শুনে সো হৃদয় লগাই। মূৰ্খ শুনে সো গম না পাই।।

মা অষ্টাঙ্গী পিতা নিৰঞ্জন। ওৱে জম দাৰুন বংশন অঞ্জন।।
পহিলে কিনহা নিৰঞ্জন ৰাই। পিছে সে মায়া উপজাই।।
মায়া ৰূপ দেখি অতি শোভা। দেব নিৰঞ্জন তনমন লোভা।।
কামদেব ধৰ্মৰায় সত্তায়ে। দেবী কো তুৰন্ত হী ধৰ খাৱে।।
পেট সে দেবী কৰী পুকাৰা। সাহেব মেৰা কৰো উবাৰা।।
টেৰ শুনি তব হম তঁহা আঁয়ে। অষ্টাঙ্গী কো বন্দ ছুড়ায়ে।।
সৎলোক মেঁ কিনহা দুৰাচাৰী, কাল নিৰঞ্জন দিনহা নিকাৰি।।
মায়া সমেত দিয়া ভগাই, সোলহ সংখ কোস দুৰি পৰ আই।।
অষ্টাঙ্গী অউৰ কাল দোই, মন্দ কৰ্ম সে গয়ে বিগোই
ধৰ্মৰায় কো হিকমত কিনহা। নখ ৰেখা সে ভগকৰ লীনহা।।
ধৰ্মৰায় কিনঁহা ভোগ বিলাসা। মায়াকো ৰহী তব আসা।।
তিন পুত্ৰ অষ্টাঙ্গী জায়ে। ব্ৰহ্মা, বিষ্ণু, শিব নাম ধৰায়ে।।
তিন দেব বিস্তাৰ চলায়ে। ইনমেঁ ইয় জগ ধোখা খায়ে।।
পুৰুষ গম্য ক্যায়সে পাওৱে। কাল নিৰঞ্জন জগ ভৰমাওৱে।।
তিন লোক অপনে সুত দিনহা। সুন নিৰঞ্জন বাসা লীনহা।।
অলখ নিৰঞ্জন সুন ঠিকানা। ব্ৰহ্মা, বিষ্ণু, শিব ভেদ ন জানা।।
তিন দেব, সো উনকো ধাঁওৱে। নিৰঞ্জন কা ওৱে পাৰ না পাওৱে।।
অলখ নিৰঞ্জন বড়া বটপাৰা। তিন লোক জীব কিন অহাৰা।।
ব্ৰহ্মা, বিষ্ণু, শিব নঁহী বচায়ে। সকল খায় পুন ধুৰ উড়ায়ে।।
তিনকে সুত হ্যাঁয় তিনো দেবা। আন্ধা জীব কৰত হ্যায় সেবা।।
অকাল পুৰুষ কাহু নহী চিনহাঁ। কাল পায় সবহী গহ লীনহা।।
ব্ৰহ্ম কাল সকল জগ জানে। আদি ব্ৰহ্মকো না পহিচানে।।
তিনো দেব অউৰ অৱতাৰা। তাকো ভজে সকল সংসাৰা।।
তিনো গুনকা ইয় বিস্তাৰা। ধৰ্মদাস ম্যাঁয় কহো পুকাৰা।।
গুন তিনো কী ভক্তি মেঁ, ভূল পৰো সংসাৰ।
কহে কবীৰ নিজ নাম বিন, ক্যায়সে উতৰেঁ পাৰ।।

**ওপৰোক্ত অমৃত বানীত পৰমেশ্বৰ কবীৰ পৰমাত্মাই নিজৰ সেৱক দৰ্মদাস সাহেব জীক কৈ আছে যে হে ধৰ্ম দাস এই গোটেই সংসাৰ তত্বজ্ঞানৰ অভাৱত বিচলিত হৈছে। কাৰো পূৰ্ণ মুক্তি মাৰ্গ তথা পূৰ্ণ সৃষ্টি তত্বৰ জ্ঞান নাই। এই বাবে মই আপোনাক মোৰ দ্বাৰা ৰচিত সৃষ্টি তত্ব কথা শুনালো। বুদ্ধিমান ব্যক্তি সোনকালেই বুজি পাব। ইয়াৰ উপৰি যি সকলে প্ৰমানক দেখিও নামানে, নুবুজে সিজন নিৰ্বোধ প্ৰাণী কালৰ প্ৰভাবৰ দ্বাৰা প্ৰভাবিত হৈছে, তেওঁ ভক্তি যোগ্য নহয়। এতিয়া মই কওঁ তিনিও ভগৱানৰ (ব্ৰহ্মা, বিষ্ণু তথা শিব) উৎপত্তি কেনেকৈ হ'ল? এওঁলোকৰ মাতৃ হ'ল দুৰ্গাদেবী (অষ্টাঙ্গী / প্ৰকৃতি) তথা পিতা জ্যোতি নিৰঞ্জন (কাল/ব্ৰহ্ম)। প্ৰথমে ব্ৰহ্মৰ উৎপত্তি কণীৰ পৰা হল। পিছত দূৰ্গাৰ উৎপত্তি হল। দূৰ্গাৰ ৰূপত আসক্ত হৈ কালে (ব্ৰহ্ম) ভূল কৰিলে, তেতিয়া দূৰ্গাই ইয়াৰপেটত শৰন ললে। মই দুৰ্গাৰ স্তুতি আহবানত তাত গলো যত**

**জ্যোতি নিৰঞ্জন কাল আছিল। তেতিয়া ভবানীক (দুৰ্গা) কাল ব্ৰহ্মৰ উদৰৰ পৰা উলিয়াই ২১ ব্ৰহ্মাণ্ডৰ সৈতে ১৬ সংখ্য কোস দূৰত সত্যলোকৰ পৰা বহিস্কাৰ কৰি দিলো। জ্যোতি নিৰঞ্জনে (ধৰ্মৰায়) প্ৰকৃতি দেবীৰ (দুৰ্গা) লগত ভোগ বিলাস কৰিলে। এই দুয়ো জনৰ মিলনত তিনি গুনৰ শ্ৰী ব্ৰহ্মা, শ্ৰীবিষ্ণু তথা শ্ৰীশিৱৰ উৎপত্তি হল। এই তিনি গুনক ৰজগুন ব্ৰহ্মাদেব, সত্গুন বিষ্ণুদেব তথা তমগুন শিবদেবৰ ভক্তি সাধনা কৰি জগতৰ সকলো প্ৰাণী কাল ব্ৰহ্মৰ জালত বন্দী হল। যেতিয়ালৈ বাস্তবিক মন্ত্ৰ নিমিলে তেতিয়ালৈ পূৰ্ণ মুক্তি (মোক্ষ) কেনেকৈ হব?**

**বিশেষ ঃ- প্ৰিয় পাঠক বিচাৰ কৰক শ্ৰীব্ৰহ্মা দেব, শ্ৰী বিষ্ণুদেব তথা শ্ৰীশিবৰ স্থিতি অবিনাশী বুলি কৈছিল। সকলো হিন্দু সমাজ আজিও তিনিও দেবতাক অজৰ অমৰ তথা জন্ম মৃত্যু ৰহিত বুলি মানে কিন্তু আচলতে ইবিলাক নাশবান (মৰনশীল)। এওঁলোকৰ পিতা কাল ৰূপী ব্ৰহ্ম তথা মাতৃ দূৰ্গা। যেনেকৈ আপুনী আগৰ প্ৰমান বিলাক পঢ়িলে, এই পবিত্ৰ জ্ঞান নিজৰ পবিত্ৰ শাস্ত্ৰৰ ভিতৰতে স্পষ্ট ৰূপত আছে কিন্তু অশিক্ষিত, উদাসীন হিন্দু সমাজৰ কলীযুগী পণ্ডিত, গুৰু, ঋষি, সাধু মহন্তৰ জ্ঞান নাই। যি পণ্ডিত পাঠ্যক্ৰমৰ লগত অপৰিচিত তেওঁ ঠিক নহয় (বিদ্বান নহয়) বিদ্যাৰ্থীৰ ভবিষ্যতৰ শত্ৰু। এইদৰে আজিলৈ (বৰ্তমানে) যিবিলাক পণ্ডিত ঋষি, সাধু গুৰু মহন্ত নাজানে ব্ৰহ্মা, বিষ্ণু তথা শিবৰ মাতা-পিতা কোন? তো এইবোৰ পণ্ডিত সাধু, গুৰু, ঋষি, মহন্ত আচল শাস্ত্ৰ তত্ব জ্ঞান হীন। যি কাৰণে সকলো ভক্ত সমাজক শাস্ত্ৰ বিৰুদ্ধ জ্ঞান (লোকবেদ অৰ্থাৎ দন্ত কথা) শুনাই অজ্ঞানেৰে ভৰাই দিছে। শাস্ত্ৰ বিধি বিৰুদ্ধ ভক্তি সাধনা কৰি পূৰ্ণ পৰমাত্মাৰ বাস্তবিক লাভ (পূৰ্ণ মোক্ষ/ভব বন্ধন নাশ)ৰ পৰা বঞ্চিত কৰি ৰাখিছে আৰু মানব জনম নষ্ট কৰি দিছে কিয়নো শ্ৰীমদ্ ভগবত গীতা অধ্যায় ১৬, শ্লোক নং ২৩-২৪ৰ এইটো প্ৰমান আছে যি শাস্ত্ৰবিধি ত্যাগ কৰি মনমুখী আচৰনেৰে পূজা কৰে তাৰ কোনো বাস্তৱিক লাভ নহয়। পূৰ্ণ পৰমাত্মা কবীৰ পৰমেশ্বৰে সন ১৪০৩ৰ পৰাই সৰ্ব শাস্ত্ৰ যুক্ত জ্ঞান নিজৰ অমৃত বানীত (কবীৰ বানী) বৰ্নোৱা আৰম্ভ কৰি দিছিল। কিন্তু সেই অজ্ঞানী পণ্ডিত, গুৰু বিলাকে এই জ্ঞান ভকত সমাজৰ মাজলৈ প্ৰচাৰ হবলৈ দিয়া নাছিল, যিটো বৰ্তমানে স্পষ্ট হৈ আছে। ইয়াৰ দ্বাৰা এইটো সিদ্ধ হল যে কবীৰদেব (কবীৰ প্ৰভূ) তত্বদৰ্শী সন্তৰ ৰূপত স্বয়ং পৰমাত্মাই অৱতাৰ হৈ আহিছিল।**

## "আদৰণীয় গৰীবদাস সাহেবজীৰ অমৃত বানীত সৃষ্টি ৰচনাৰ প্ৰমাণ"

### আদি (পদাৱলী) ৰমৈনী (সদ গ্ৰন্থ পৃষ্ঠা নং ৬৯০ৰ পৰা ৬৯২লৈ)

আদি ৰমৈনী অদলী সাৰা। জা দিন হোতে ধুন্ধুকাৰা।। ১।।
সতপুৰুষ কিনহা প্ৰকাশা। হম হোতে তখত কবীৰ খৱাসা।। ২।।
মন মোহিনী সিৰজী মায়া। সতপুৰুষ এক খয়াল বনায়া।। ৩।।
ধৰ্মৰায় সিৰজে দৰবানী। চৌষঠ জুগতপ সেৱা ঠাঁনী।। ৪।।
পুৰুষ পৃথিবী জাঁকু দিনাহী। ৰাজ কৰো দেৱা আধিনী।। ৫।।
ব্ৰহ্মণ্ড ইক্কিস ৰাজ তুমহ দিনহা। মন কী ইচ্ছা সব যুগ লীনহা।। ৬।।
মায়া মুল ৰূপ এক ছাজা। মোহি লিয়ে জিনহুঁ ধৰ্মৰাজা।। ৭।।

ধৰ্ম কা মন চঞ্চল চিত ধাৰয়া। মন মায়া কা ৰূপ বিচাৰা।। ৮।।
চঞ্চল চেৰী চপল চিৰাগা। য়া কে পৰসে সৰবস জাগা।। ৯।।
ধৰ্মৰায় কীয়া মন কা ভাগী। বিষয় বাসনা সঙ্গ সে জাগী।। ১০।।
আদি পুৰুষ অদলী অনৰাগী। ধৰ্মৰায় দিয়া দিল সে ত্যাগী।। ১১।।
পুৰুষ লোক সে দীয়া ঢহাহী। অগম দীপ সে চলি আয়ে ভাই।।১২।।
সহজ দাস জিস দ্বীপ ৰহন্তা। কাৰন কৌন কৌন কুল পন্থা।। ১৩।।
ধৰ্মৰায় বোলে দৰবানী। সুনো সহজ দাস ব্ৰহ্মজ্ঞানী।। ১৪।।
চৌষঠ যুগ হম সেবা কিনহী। পুৰুষ পৃথিবী হম কুঁ দিনাহী।। ১৫।।
চঞ্চল ৰূপ ভয়া মন বৌৰা। মনমোহিনী ঠগিয়া ভৌঁৰা।। ১৬।।
সৎপুৰুষ কে না মন ভায়ে। পুৰুষ লোক সে হম চলি আঁয়ে।। ১৭।।
অগৰ দীপ সুনত বড়ভাগী। সহজ দাস মেটো মন পাগী।। ১৮।।
বোলে সহজ দাস দিল দানী। হম তো চাকৰ সত সহদানী।। ১৯।।
সতপুৰুষ সে অৰজ গুজাৰুঁ। জব তুমহাৰা বিৰান উতাৰুঁ।। ২০।।
সহজ দাস কো কীয়া পিয়ানা। সত্যলোক লিয়া প্ৰৱানা।। ২১।।
সৎপুৰুষ সাহিব সৰবংগী। অবিগত অদলী অচল অভঙ্গী।। ২২।
ধৰ্মৰায় তুমহাৰা দৰবানী। অগৰ দীপ চলি গয়ে প্ৰাণী।। ২৩।।
কৌন হুকুম কৰী অৰজ অৰজা। কহাঁ পঠাওঁ উস ধৰ্মৰাজা।। ২৪।।
ভই অৱাজ অদলী এক সাচা। বিষয় লোক জা তিনিউঁ বাচা।। ২৫।।
সহজ বিমাঁন চলে অধিকাই। ছিন মেঁ অগৰ দীপ চলি আই।। ২৬।।
হমতো অৰজ কৰি অনৰাগী। তুমহ বিষয় লোক জাও বৰভাগী।। ২৭।।
ধৰ্মৰায় কে চলে বিমানা। মানসৰোবৰ আয়ে প্ৰানা।। ২৮।।
মান সৰোবৰ ৰহন না পায়ে। দৰৈ কবীৰা থাঁনা লায়ে।। ২৯।।
বঙ্কনাল কী বিষমী বাটী। তহাঁ কবীৰা ৰোকী ঘাটী।। ৩০।।
ইন পাচোঁ মিলি জগত বন্ধানা। লখ চৌৰাশী জীব সঁতানা।। ৩১।।
ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ মায়া। ধৰ্মৰায় কা ৰাজ পঠায়া।। ৩২।।
ইহ খোখা পূৰ ঝুটী বাজী। ভিসতি বৈকুণ্ঠ দগাসী সাজী।। ৩৩।।
কৃত্ৰিম জীব ভূলাঁনে ভাই। নিজ ঘৰ কী তো খবৰী না পাই।। ৩৪।।
সৱা লাখ উপজে নিত হংসা। এক লাখ বিনাশে নিত অংশা।। ৩৫।।
উপতি খপতি প্ৰলয় ফেৰি। হৰ্ষ শোক জোঁৰা জম জেৰী।। ৩৬।।
পাঁচো তত্ব হ্যাঁয় প্ৰলয় মাহী। সত্বগুন ৰজগুন তমগুন ঝাঁই।। ৩৭।।
আঠোঁ অঙ্গ মিলি হ্যাঁয় মায়া। পিণ্ড ব্ৰহ্মণ্ড সকল ভৰমায়া।। ৩৮।।
এয়া মেঁ সুৰতি শব্দ কী ডোৰী। পিণ্ড ব্ৰহ্মণ্ড লগী হ্যায় খোৰী।। ৩৯।।
শ্বসা পাৰস মন গহ ৰাখো। খোলহি কপাট অমীৰস চাখো।।৪০।।
সুনাঁউ হংস শব্দ শুন দাসা। অগম দ্বীপ হ্যায় অগ হ্যায় বাসা।। ৪১।।
ভবসাগৰ জম দণ্ড জমানা। ধৰ্ম ৰায় কা হ্যায় তলৱানা।। ৪২।।
পাঁচো উপৰ পদ কী নগৰী। বাট বিহঙ্গম বঙ্কী ডগৰী।। ৪৩।।

হমৰা ধৰ্মৰায় সোঁ দাৰা। ভৰসাগৰ মেঁ জীব ভৰমায়া।। ৪৪।।
হমতো কহে অগম কী বানী। জঁহা অবিগত অদলি আপ বিনানী।। ৪৫।।
বন্দী ছোড় হমাৰা নাম। অজৰ অমৰ হ্যায় অস্থিৰ ঠাঁম।। ৪৬।।
জুগন জুগন হম কহতে আয়ে। জম জৌৰা সে হংস ছুটায়ে।। ৪৭।।
যো কোই মানে শব্দ হমাৰা। ভবসাগৰ নঁহী ভৰমে ধাৰা।। ৪৮।।
এয়া মেঁ সুৰতি শব্দ কা লেখা। তন অন্দৰ মন কহো কিনহী দেখা।। ৪৯।।
দাস গৰীব অগম কী বানী। খোজা হংসা শব্দ সহদানী।। ৫০।।

**ওপৰোক্ত অমৃতবানীৰ ভাবাৰ্থ হল আদৰনীয় গৰীবদাস সাহেবজী কৈ আছে যে প্ৰথমে ইয়াত মাথোন এন্ধাৰে এন্ধাৰ আছিল তথা পূৰ্ণ পৰমাত্মা কবীৰদেব সত্যলোকত সিংহাসনৰ ওপৰত অকলে বিৰাজমান হৈ আছিল। আমি তাত সেৱক আছিলো। পৰমাত্মাই জ্যোতি নিৰঞ্জনক (কাল/ব্ৰহ্ম) উৎপন্ন কৰিলে। আকৌ তাৰ তপৰ প্ৰতিফল ২১ ব্ৰহ্মাণ্ড প্ৰদান কৰিলে। পিছত আকৌ মায়া (প্ৰকৃতি) উৎপত্তি কৰিলে। যুৱতী দূৰ্গাৰ ৰূপত মোহিত হৈ জ্যোতি নিৰঞ্জনে (ব্ৰহ্ম) দূৰ্গাক (প্ৰকৃতি) বলাৎকাৰ কৰিবলৈ চেষ্টা কৰিলে। কাল ব্ৰহ্মাৰ কৃত কৰ্মৰ শাস্তি মিলিল। তাক সত্যলোকৰ পৰা বহিস্কাৰ কৰি দিলে তথা অভিশাপিত হল যে প্ৰতিদিন ১ লাখ মানব শৰীৰ ধাৰী প্ৰাণীৰ সুক্ষ্ম শৰীৰ ভক্ষন কৰিব লাগিব তথা সোৱা লাখ উৎপন্ন কৰিব লাগিব। ইয়াত সকলো প্ৰাণী জন্ম-মৃত্যুৰ কষ্ট সহিব লাগিছে। যদি কোনোবাই পূৰ্ণ পৰমাত্মাৰ বাস্তবিক শব্দ (সত্যনাম জপ মন্ত্ৰ) মোৰ পৰাই পায় তাক কালৰ বন্ধনৰ পৰা মুক্তি কৰি দিম। মূক্তী দাতা মোৰ নাম। আদৰণীয় গৰীবদাস জী নিজৰ গুৰু তথা কবীৰ পৰমাত্মাৰ আধাৰৰ ওপৰত কৈছে যে সঁচা মন্ত্ৰ অৰ্থাৎ সত্য নাম আৰু সাৰ শব্দ সংগ্ৰহ কৰি লোৱা, পূৰ্ণ মুক্তি মিলিব। নহলে নকল নাম দীক্ষা দিওঁতা সাধু মহন্তৰ মিঠা কথাত ভোল গৈ শাস্ত্ৰ বিধি বিৰুদ্ধ ভক্তি সাধন কৰি কালৰ (জ্যোতি নিৰঞ্জন/ব্ৰহ্মা) জালত বন্দী হৈ থাকিবি। পিছত কষ্টৰ ওপৰত কষ্ট সহি থাকিব লাগিব।**

**।। গৰীবদাস জী মহাৰাজৰ বানী।।**
**(সদ্ গ্ৰন্থ সাহিব পৃষ্ঠ নং ৬৯০ পৰা)**

মায়া আদি নিৰঞ্জন ভাই, অপনে জায়ে আপৈ খাই।
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ চেলা, ওঁ সোহম কা হ্যায় খেলা।
শিখৰ সুন্ন মেঁ ধৰ্ম অন্যায়ী, জিন শক্তি ডায়ন মহল পঠাই।
লাখ গ্ৰাস নিত উঠ দূতী, মায়া আদি তখত কী কুতী।।
সৱা লাখ ঘড়িয়ে নিত ভাঁড়ে, হংসা উৎপত্তি প্ৰলয় ডাঁড়ে।
এ তিনো চেলা বটপাৰী, সিৰজে পুৰুষা সিৰজী নাৰী।।
খোকা পুৰ মেঁ জীব ভূলায়ে, স্বপনা বহিস্ত বৈকুণ্ঠ বনায়ে।
এও হৰহট কা কুৱা লৈ, এয়া গলবন্ধা হ্যায় সব কোই।
কীড়ী কুঞ্জৰ অউৰ অৱতাৰা, হৰহট ডোৰী বন্ধে কই বাৰা।।
অৰব অলীল ইন্দ্ৰ হ্যায় ভাই, হৰহট ডোৰী বন্ধে সব আই।।
শেষ মহেশ গনেশ্বৰ তাঁহি, হৰহট ডোৰী বন্ধে সব আহি।।




# কাল লোকত জন্ম-মৃত্যু ৰূপী চক্র।

শুক্ৰাদিক, ব্ৰহ্মাদিক দেবা, হৰহট ডোৰী বন্ধে সব খেৱা।।
কোটীক কৰতা ফিৰতা দেখয়া, হৰহট ডোৰী কঁহু সুন লেখা।।
চতুৰ্ভূজী ভগৱান কহাৱৈ, হৰহট ডোৰী বন্ধে সব আঁওৱে।।
এওঁ হ্যায় খোখাপুৰ কা কুৱা, এয়া মেঁ পৰা সো নিশ্চয় মুৱা।।

**জ্যোতি নিৰঞ্জন (কাল/ব্ৰহ্ম)ৰ বশ হৈ এই তিনিও দেৱতা (ৰজগুন-ব্ৰহ্মা, সত্বগুন - বিষ্ণু, তমগুন-শিব) নিজৰ মহিমা দেখুৱাই জীৱক স্বৰ্গ, নৰক তথা ভৱ সাগৰত (চৌৰাশী লাখ যোনী ভ্ৰমন) ঘুৰাই থাকে। জ্যোতি নিৰঞ্জন নিজৰ মায়াৰ দ্বাৰা সাপৰ দৰে জীৱক উৎপন্ন কৰে পিছত আকৌ মাৰি দিয়ে। যিদৰে সাপে নিজৰ নেজেৰে কণীবোৰক কুণ্ডলী বনায় পিছত আকৌ নিজৰ ফনাৰে খোট মাৰে যাতে কণী ফাটি যায়। তাৰ পৰা পোৱালী ওলায় তাক খাই পেলায়। ফনাৰে খোট দিবৰ সময়ত কিছুমান কণী ফাটি যায় কিয়নো সাপিনী বহুত কণীদিয়ে। যি কণী ফাটি পোৱালী ওলায় যদি সেই সাপৰ পোৱালী সাপৰ নেজৰ ঘেৰৰ ভিতৰৰ পৰা বাহিৰলৈ ওলাব পাৰে সিটো বাচি যায় নহলে কুণ্ডলীৰ ভিতৰত থাকিলে তাক খাবলৈ নাপাহৰে। যিমান সাপৰ পোৱালী সাপৰ নেজৰ ঘেৰৰ ভিতৰত থাকিব সকলোকে খাই শেষ কৰিব।**

"মায়া কালী নাগিনী, অপনে জায়ে খাত, কুণ্ডলী মে ছোড়ে নঁহী, সো বাতো কী বাত"।

**এইটোৱে কাল (ব্ৰহ্ম/জ্যোতি নিৰঞ্জন)ৰ মায়া জাল। নিৰঞ্জন (ব্ৰহ্মৰ)ৰ ভক্তি কোনো গুৰুৰ পৰা নাম দীক্ষা মন্ত্ৰ লৈ কৰিব তো এই নিৰঞ্জনৰ কুণ্ডলী (২১ ব্ৰহ্মাণ্ড)ৰ ভিতৰত আবদ্ধ হৈ থাকিব লাগিব। স্বয়ং ব্ৰহ্মা, বিষ্ণু, মহেশ, আদি মায়া জগদাত্ৰী (প্ৰকৃতি) ও নিৰঞ্জনৰ কুণ্ডলীৰ ভিতৰত আৱদ্ধ। সিবোৰে অৱতাৰ ধাৰ কৰি আহে আৰু জন্ম-মৃত্যুৰ চক্কৰ কাটিব লাগে। এই বাবে বিচাৰ কৰক সোহম জপ যি মন্ত্ৰ ধ্ৰুব, প্ৰহ্লাদ আৰু শুকদেৱ ঋষিয়ে জপিছিল তেওঁলোকেও পূৰ্ণ মুক্তি পোৱা নাই। কিয়নো শ্ৰী বিষ্ণু পুৰানৰ প্ৰথম অংশৰ অধ্যায় নং ১২, পৃষ্ঠা ৫১ৰ শ্লোক নং ৯৩ লিখা আছে যে ধ্ৰুব মাথোন এক কল্প অৰ্থাৎ ১ হেজাৰ চতুৰ্যুগ লৈ মুক্ত। এই কাৰণে তেওঁ কাল লোকতে থাকিলে তথা "ওঁ নমঃ ভগবতে বাসুদেবায়" মন্ত্ৰ জপ কৰা ভকতেও কৃষ্ণ লৈ হে ভক্তি কৰি আছে। সিবিলাকেও চৌৰাশী লাখ যোনী ভ্ৰমনৰ বন্ধনৰ পৰাও এৰা পাব নোৱাৰে। এইটো পৰম পুজনীয় কবীৰ দেব পৰমাত্মা তথা আদৰনীয় গৰীবদাস সাহেব জীৰ বানীত প্ৰত্যক্ষ প্ৰমান দিছে ঃ-**

"অনন্ত কোটী অৱতাৰ হ্যায়, মায়া কে গোবিন্দ। কৰ্তা হো হো অৱতৰে, বহুৰ পড়ে জগ ফন্ধ।।"

**সত্ পুৰুষ কবীৰ পৰমাত্মাৰ ভক্তিৰ দ্বাৰাই জীৱে মুক্তি পাব পাৰিব।**

**যেতিয়ালৈ জীৱ সৎলোকলৈ উভতি নাযায় তেতিয়ালৈ কাল লোকত এনেদৰে কৰ্ম কৰি থাকিব লাগিব তথা নাম আৰু দান ধৰ্মৰ ফল ৰূপ পুন্যৰ বলত স্বৰ্গৰূপী হোটেলত সমাপ্ত কৰি আকৌ উভতি কৰ্ম আধাৰত চৌৰাশী লাখ প্ৰকাৰৰ প্ৰাণীৰ শৰীৰত কষ্ট সহ্য কৰি কাল (ব্ৰহ্ম) লোকত চক্কৰ কাটিব লাগিব। মায়াৰ (দুৰ্গাৰ) পৰা উৎপন্ন হোৱা কোটী গোবিন্দ (ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ) আদিৰ মৃত্যু হৈছে। সিবিলাক ভগৱানৰ অৱতাৰ হৈ আহিছিল। পিছত কৰ্ম বন্ধনত বন্দী হৈ কৰ্মৰ ফল ভোগ কৰি চৌৰাশী লাখ যোনীত গুচি গৈছিল। যেনেকুৱা ভগৱান বিষ্ণুক এবাৰ দেৱৰ্ষি নাৰদৰ অভিশাপ লাগিছিল। তেখেতে**

**(বিষ্ণু) শ্ৰী ৰামচন্দ্ৰৰ ৰূপত অযোধ্যা লৈ আহিল। আকৌ শ্ৰী ৰামচন্দ্ৰৰ ৰূপতে বালীক বধ কৰিলে। তাৰ কৰ্ম দণ্ড ভূগিবৰ বাবে শ্ৰীকৃষ্ণৰ ৰূপত জন্ম নিলে। আকৌ পূৰ্বতে নিধন হোৱা বালীৰ আত্মা শিকাৰী ব্যাধ হৈ জন্মি নিজৰ প্ৰতিশোধ নিলে। শ্ৰীকৃষ্ণৰ ভৰিত বিষাক্ত তীৰ মাৰি বধ কৰিলে। মহাৰাজ গৰীবদাসজী নিজৰ বানীত কৈছে যে—**

ব্ৰহ্মা বিষ্ণু মহেশ্বৰ মায়া, অউৰ ধৰ্মৰায় কহিয়ে।
ইন পাচোঁ মিল পৰপঞ্চ বনায়া, বানী হম্মৰী লহিয়ে।।
ইন পাচোঁ মিল জীব অটকাৰে, জুগন-জুগন হম আন ছুটাৰে।
বন্দী ছোড় হমাৰা নাম, অজৰ অমৰ হ্যায় অস্থিৰ ঠাম।।
পীৰ পেগম্বৰ কুতুব অউলীয়া, সুৰ নৰ মুনিজন জ্ঞানী।
এতা কো তো ৰাহ না পায়া, জম কে বন্ধে প্ৰাণী।।
ধৰ্মৰায় কে ধুমা-ধামী, জম পৰ জঙ্গ চলাঁউ।
জোৰা কো তো জান ন দুঙ্গা, বান্ধ অদল ঘৰ লাঁউ।।
কাল অকাল দোহুঁ কো মোঁসু, মহাকাল শিৰ মুঁডু।
ম্যাঁয় তো তখত হুজুৰী হুকুমী, চোৰ খোজ কুঁ ঢুঢুঁ।।
মুলা মায়া মগ মেঁ বৈঠী, হংসা চুন-চুন খাই।
জ্যোতী স্বৰূপী ভয়া নিৰঞ্জন, ম্যায় হী কৰ্তা ভাই।।
সহংস অঠাশী দ্বীপ মুনীশ্বৰ, বন্ধে মুলা ডোৰী।
এত্বাঁ মেঁ জম কা তলবানা, চলিয়ে পুৰুষ কীশোৰী।।
মুলা কা তো মাথা দাঁগু, সতকী মোহৰ কৰুঙ্গা
পুৰুষ দ্বীপ কো হংস চলাঁউ, দৰা ন ৰোকন দুঙ্গা।।
হম তো বন্দী ছোড় কহাৰাঁ, ধৰ্মৰায় হ্যায় চকৰে।
সৎলোক কী সকল সুনাঁৰা, বানী হমৰী অখৰৈ।।
নৌ লখ পটটন উপৰ খেলুঁ, সাহদৰে কুঁ ৰোকুঁ।
দ্বাদশ কোটী কটক সব কাঁটু, হংস পঠাউঁ মোখুঁ।
চৌদহ ভূবন গমন হ্যায় মেৰা, জল থল মেঁ সৰবঙ্গী।
খালিক খলক খলক মেঁ খালিক, অবিগত অচল অভঙ্গী।।
অগৰ অলীল চক্ৰ হ্যায় মেৰা, জিত সে হম চল আয়ে।
পাচোঁ পৰ প্ৰবানা মেৰা, বন্দি ছুটাৱন ধায়ে।।
জহাঁ ওঙ্কাৰ নিৰঞ্জন নাঁহী, ব্ৰহ্মা, বিষ্ণু বেদ নহীঁ জাঁহী।
জহাঁ কৰতা নহীঁ জান ভগৱানা, কায়া মায়া পিণ্ড না প্ৰানা।
পাঁচ তত্ব তিনোঁ গুন নাহীঁ, জোৰা কাল দ্বীপ নহী জাঁহী।
অমৰ কৰুঁ সৎলোক পঠাঁউ, তাঁতে বন্দী ছোড় কঁহাউ।।

**কবীৰ পৰমেশ্বৰ (কবীৰদেব)ৰ মহিমা বৰ্নাই আদৰণীয় গৰীবদাস মহাৰাজে কৈছে যে আমাৰ প্ৰভূ কবীৰ (কবীৰদেব) হল জীবৰ মুক্তিদাতা। মুক্তিদাতাৰ ভাবাৰ্থ হল কাল ব্ৰহ্মৰ কাৰাগাৰৰ পৰা মোকোলাই দিয়া, কাল-ব্ৰহ্মৰ একৈশ ব্ৰহ্মাণ্ডত সকলো প্ৰাণী পাপৰ কাৰণে কালৰ বন্দী হৈছে। পূৰ্ণ পৰমাত্মাই (কবীৰদেব) একমাত্ৰ পাপক বিনাশ কৰে।**

**পাপৰ বিনাশ না ব্ৰহ্ম, না পৰব্ৰহ্ম, না ব্ৰহ্মা, বিষ্ণু না মহেশ্বৰ কৰিব পাৰে। যেনে কৰ্ম-তেনে ফল দিব পাৰে। এইবাবে যজুৰ্বেদ অধ্যায় ৫, মন্ত্ৰ ৩২ স্পষ্টকৈ লিখা আছে "কবিৰঙ্গাৰিৰসি" কবীৰদেব (কবীৰ পৰমেশ্বৰ) পাপৰ শত্ৰু "বম্ভাৰিৰসি" বন্ধনৰ শত্ৰু অৰ্থাৎ জীবৰ মুক্তিদাতা।**

**এই পাঁচো দেবতা, ব্ৰহ্মা, বিষ্ণু, শিব, দুৰ্গা আৰু ব্ৰহ্ম (ধৰ্মৰাজ) সকলোৰে ওপৰত সৎপুৰুষ পৰমাত্মা কবীৰদেব। যি সৎলোকৰ মালীক। পৰব্ৰহ্ম, ব্ৰহ্ম, আদিমায়া দুৰ্গা, ব্ৰহ্মা, বিষ্ণু মহেশ্বৰ আদি সকলো নাশবান পৰমাত্মা। মহাপ্ৰলয়ৰ সময়ত এই সকলো তথা ইবিলাকৰ ব্ৰহ্মাণ্ডৰ সৈতে সমাপ্ত হব। সাধাৰণ জীবতকৈ এওঁলোকৰ আয়ু কেবা হেজাৰ গুন বেচি। কিন্তু যি সময় নিৰ্ধাৰন কৰা আছে সিটো এদিন অৱশ্যই পূৰ্ণ হবই। আদৰণীয় গৰীবদাস জীৰ বানীত আছে —**

শিব ব্ৰহ্মা কা ৰাজ, ইন্দ্ৰ গিনতী কঁহা, চাৰ মুক্তি বৈকুণ্ঠ সমঝ, য়েতা লমহা।
সংখ জুগন কী জুনী, উম্ৰ বৰ ধাৰিয়া। জা জননী কুৰ্বান, সু কাগজ পাৰিয়া।
য়েতী উম্ৰ বুলন্দ মৰেগা অন্তৰে। সতগুৰু লগে ন কান, ন ভেঁটে সন্ত ৰে।।

**সিহঁতৰ যিমানেই সংখ যুগৰ নিচিনা দীৰ্ঘ আয়ু নহওক কিয় ? এদিন নিশ্চয় সমাপ্ত হবই। যদি সৎপুৰুষ কবীৰ পৰমাত্মাৰ দ্বাৰা প্ৰেৰিত অবতাৰিত মহাপুৰুষ পূৰ্ণ সন্তই (সদ গুৰু ৰূপ) তিন নামৰ মন্ত্ৰ (যি এক ওঁম + তত্ + সত্ সাংকেতিক) উপদেশ দিয়ে তথা যাৰ পূৰ্ণ গুৰুৰ দ্বাৰা উপদেশ দান কৰাৰ আদেশ আছে, তাৰ পৰা নাম উপদেশ লৈ ভক্তি সাধনৰ পুন্য অৰ্জন কৰিব পাৰিলে তো আমি সৎলোকৰ অধিকাৰী হংস (জ্ঞানী) হব পাৰিম। সত্য সাধনা নহলে দীৰ্ঘ আয়ুৰ কোনো কাম নাই কিয়নো নিৰঞ্জনৰ লোকত জন্ম মৃত্যু বাদেও দুঃখৰ উপৰি দুঃখ।**

কবীৰ, জীৱনা তো থোড়া হী ভলা, যো সৎ সুমিৰন হোয়।
লাখ বৰষ কা জীৱনা, লেখে ধৰৈ না কোয়।।

**কবীৰদেব (কবীৰ পৰমেশ্বৰ) নিজৰ (পূৰ্ণব্ৰহ্মৰ) খবৰ স্বয়ং জনায় যে এইবোৰ পৰমাত্মাৰ ওপৰত অসংখ্য বাহু থকা সৎপুৰুষ পৰমাত্মা আছে যি সত্যলোক (সচ্খণ্ড, সত্য ধাম)ত বিৰাজমান হৈ আছে তথা তাৰ অন্তৰ্গত সৰ্বলোক {ব্ৰহ্ম (কাল)ৰ ২১ ব্ৰহ্মাণ্ড আৰু তিনি পুতেক ব্ৰহ্মা, বিষ্ণু, শিব শক্তি লোক তথা পৰব্ৰহ্মৰ সাত সংখ্য ব্ৰহ্মাণ্ড আৰু অইন সব ব্ৰহ্মাণ্ড} অধিন হৈ থাকে। সত্য লোকত সত্নাম-সাৰনাম জপৰ দ্বাৰা যোৱা যায় যি পূৰ্ণ গুৰুৰ পৰা প্ৰাপ্ত কৰিবলগীয়া হয়। সত্যলোক (সচ্চখণ্ড)ত যি আত্মা গুচি যায় তাৰ আকৌ পুনৰ জনম নহয়। সত্পুৰুষ (পূৰ্ণ ব্ৰহ্ম) কবীৰদেব (কবীৰ পৰমেশ্বৰ) অন্য লোকত স্বয়ং ভিন ভিন নামত বিৰাজ হৈ থাকে। যেনে অলখ লোকত অলখ পুৰুষ, অগম লোকত অগমপুৰুষ, অকহ লোকত অনামী পুৰুষ ৰূপত বিৰাজমান হৈ থাকে। এইবোৰ উপমাত্মক নাম, কিন্তু সেই পূৰ্ণ পুৰুষৰ বাস্তবিক নাম হ'ল কবীৰদেব, কবীৰ পৰমেশ্বৰ (ভাষা ভিন্ন হৈ কবীৰ সাহেব)।**

## "আদৰণীয় নানক সাহেবজীৰ বানীত সৃষ্টি ৰচনাৰ সংকেত"

শ্ৰীনানক সাহেব জীৰ অমৃত বানী, মহলা-১, ৰাগ বিলাবলু, অংশ-১ (গুৰু গ্ৰন্থ

**পৃষ্ঠা নং ৮৩৯)**

আপে সচু কীয়া কৰ যোড়ী। অণ্ডজ ফোড়ি জোড়ি বিছোড়।।

ধৰতী আকাশ কীয়ে বৈষন কউ থাউ। ৰাতি দিনন্ত কীয়ে ভউ ভউ।।

জিন কীয়ে কৰি বেখনহাৰা। (৩)

ত্ৰিতোৰা ব্ৰহ্মা-বিষ্ণু-মহেশা। দেবী দেব উপায় ওয়সা।। (৪)

পউন পানী অগ্নী বিসৰাউ। তাহী নিৰঞ্জন সাচো নাউ।।

তিসু মহি মনুয়া ৰহিয়া লিৱ লাই। প্ৰনবতি নানকু কালু ন খাই।। (১০)

**ওপৰোক্ত অমৃত বানীৰ ভাবাৰ্থ হৈছে সৎ পৰমাত্মা (সৎপুৰুষ কবীৰদেব) ই স্বয়ং নিজ হাতেৰে সকলো সৃষ্টি ৰচনা কৰিলে। তেওঁৰেই ডিম বনাই ফটালে তথা তাৰ পৰা জ্যোতি নিৰঞ্জনৰ উৎপত্তি হল। সেই পূৰ্ণ পৰমাত্মাই সকলো প্ৰাণীৰ বসবাস কৰিবৰ কাৰণে পৃথিৱী, আকাশ, বায়ু, পানী, অগ্নি আদি পাচ তত্ব স্ৰজিলে। নিজৰ দ্বাৰা সৃষ্টিৰ নিজেই সাক্ষী। অইন কোনোৱে ইয়াৰ শুদ্ধ বাতৰি দিব নোৱাৰে। পিছত ডিম ফাটি ওলোৱা জ্যোতি নিৰঞ্জনৰ পিছত ত্ৰিদেব - শ্ৰীব্ৰহ্মা, শ্ৰীবিষ্ণু তথা শিবৰ উৎপত্তি হল তথা অইন সৰু-সুৰা দেবী দেবতা আৰু অগনন জীৱৰ উৎপত্তি হ'ল। তাৰ পিছত অন্য দেৱতাৰ জীবন চৰিত্ৰ তথা অইন অইন ঋষি-মুনিৰ অনুভৱৰ আধাৰত ছয় শাস্ত্ৰ ওঠৰ পুৰানৰ উদ্ভৱ হল। পূৰ্ণ পৰমাত্মাৰ সত্য নামৰ সাধনা অনন্য মনেৰে কৰিলে তথা গুৰু মৰ্য্যাদা পূৰ্ণ জীৱন যাপন কৰিলে শ্ৰীনানক দেবে কয় যে সেই ভক্তাত্মাক কাল ব্ৰহ্মই ভক্ষন কৰিব নোৱাৰে।**

**ৰাগ মাৰু (অংশ) অমৃত বানী মহলা ১ (গুৰু গ্ৰন্থ পৃষ্ঠা - ১০৩৭)**

শুনহু ব্ৰহ্মা, বিষ্ণু, মহেষু উপায়। শুনে বৰতে জুগ সবায়।।

ইসু পদ বিচাৰে সো জনু পুৰা। তিস মিলিয়ে ভ্ৰমু চুকাইদা।। (৩)

সাম বেদ, ঋগু, জুজুৰু, অথৰ বনু। ব্ৰহমে মুখ মাইয়া হ্যায় ত্ৰিগুন।।

তা কি কিমত কহি ন সকৈ। কো তিউ বোলে জিউ বুলাইদা। (৯)

**ওপৰোক্ত অমৃত বানীৰ সাৰাংশ হল যি সাধু সন্তই পূৰ্ণ সৃষ্টি ৰচনা শুনাই দিব পাৰিব তথা কব যে ডিমটো দুই ভাগ হৈ কোনে ওলালে, যিয়ে আকৌ ব্ৰহ্মলোকৰ শুন্য স্থানত অৰ্থাৎ গুপ্ত স্থানত ব্ৰহ্মা, বিষ্ণু, শিবক উৎপত্তি কৰিলে তথা সেইজন পৰমাত্মা কোন? যিয়ে ব্ৰহ্মৰ (কাল) মুখৰ পৰা চাৰি বেদ (পবিত্ৰ ঋগবেদ, যুজুৰ্বেদ, সামবেদ, অথৰ্ববেদ)ক উচ্চাৰণ কৰোৱালে, সেই পূৰ্ণ পৰমাত্মা যেনেকুৱা বিচাৰে তেনেকুৱাই প্ৰত্যেক প্ৰাণীক কৰাব পাৰে। এই সকলো জ্ঞান বিতংকৈ প্ৰকাশ কৰিব পৰা সাধু-সন্ত মিলিলে তাৰ ওচৰলৈ যাওক তথা যি সকলো শংকা পূৰ্ণ নিবাৰণ কৰিব পাৰে তেওঁৰেই পূৰ্ণ গুৰু বা তত্বদৰ্শী গুৰু।**

**শ্ৰীগুৰু গ্ৰন্থ সাহেব পৃষ্ঠা নং ৯২৯ অমৃত বানী শ্ৰীনানক সাহেব জী ৰাগ ৰামকলী মহলা ১ দখনী ওওঁকাৰ —**

ওওঁকাৰি ব্ৰহ্মা উৎপত্তি। ওওঁকাৰু কিয়া জিনি চিত। ওওঁকাৰি সৈল জুগ ভয়ে। ওওঁকাৰি বেদ নিৰময়ে। ওওঁকাৰি সবদি উধৰে। ওওঁকাৰি গুৰুমুখি তৰে। ওনম অক্ষৰ সুনহু বিচাৰু। ওনম অখৰু ত্ৰিভূৱন সাৰু।

**ওপৰোক্ত অমৃতবানীত শ্ৰীনানক দেবে কৈ আছে যে ওঁকাৰ অৰ্থাৎ জ্যোতি নিৰঞ্জন**

**(কাল/ব্ৰহ্ম)ৰ পৰা শ্ৰীব্ৰহ্মা দেবৰ উৎপত্তি হল। কেবা যুগলৈ আনন্দে থকাৰ পিছত ব্ৰহ্মাই বেদৰ উৎপত্তি কৰিলে যিটো পিছত ব্ৰহ্মাদেৱৰ প্ৰাপ্ত হল। তিনিও লোকত মাথোন এক ওম মন্ত্ৰৰে বাস্তৱত জপ কৰিব লাগে। এই শব্দক পূৰ্ণ সন্ত বা পূৰ্ণ গুৰুৰ পৰা উপদেশ লৈ অৰ্থাৎ গুৰু ধাৰণ কৰি জপ কৰিলেহে উদ্ধাৰ হয়।**

**বিশেষ ঃ- শ্ৰীনানক দেবে তিনি মন্ত্ৰ (ওম + তত্ + সত্)ৰ স্থানে স্থানে ৰহস্যাত্মক বিৱৰন দিছে। তাক কেৱল পূৰ্ণ সন্তই (পূৰ্ণ সদ গুৰু / তত্বদৰ্শী গুৰু) বুজিব পাৰে তথা তিনিও মন্ত্ৰক উপদেশী (নাম দীক্ষা লোৱা) ভকতক বুজাব পাৰে। (পৃষ্ঠা - ১০৩৮)**

উত্তম সতীগুৰু পুৰুষ নিৰালে, সবদি ৰতে হৰি ৰস মতৱালে,
ৰিধি বুধি, সিধি, গিয়ান গুৰু তে পাইয়ে, পুৰে ভাগ মিলাইদা।(১৫)
সতিগুৰু তে পায়ে বীচাৰা, সুন সমাধি সচে ঘৰবাৰা।
নানক নিৰমল নাদু সবদ ধুনি, সচু ৰামৈ নামি সমাইদা (১৭) ।।১৫।।১৭।।

**ওপৰোক্ত অমৃত বানীৰ ভাবাৰ্থ হল যে বাস্তবিক জ্ঞান দিওঁতা সদ্‌গুৰু তো সৰ্বোত্তম, তেওঁ কেৱল নামহে জপ কৰে অন্য কোনো হঠযোগ সাধনা উপদেশ নিদিয়ে। যদি আপোনাক ধন, সম্পদ, পদ, বুদ্ধি, অথবা ভক্তি বা শক্তি লাগে তেন্তে সেই ভক্তি মাৰ্গৰ জ্ঞান পূৰ্ণ গুৰুই প্ৰদান কৰিব এনেকুৱা পূৰ্ণ গুৰু বহু ভাগ্যৰ বলতহে মিলে। সেই পূৰ্ণ গুৰুই কৈ দিব যে শুন্য (আকাশ)ত নিজৰ বাস্তৱিক ঘৰ (সত্যলোক) পৰমেশ্বৰে বনাই ৰাখি দিছে।**

**তাত এক বাস্তৱিক সাৰ নামৰ ধ্বনি চলি থাকে। সেই আনন্দত অবিনাশী পৰমেশ্বৰৰ সাৰ শব্দৰ সহায়ত প্ৰবেশ কৰিব পাৰি অৰ্থাৎ সেই বাস্তবিক সুখদাই স্থানত বাস কৰিব পাৰি অন্য নাম তথা অপূৰ্ণ গুৰুৰ দ্বাৰা নহয়।**

**আংশিক অমৃতবানী মহলা পহলা (শ্ৰী গু. গ্ৰ. পৃ. ৩৫৯-৩৬০)**

শিব নগৰী মহী আসনি বৈসউ কলপ ত্যাগী বান্দ।(১)
সিঁড়ী সবদ্ সদা ধুনি সোহৈ অহিনিসি পুৰে নাঁদ।(২)
হৰি কিৰতি ৰহ ৰাসি হমাৰি গুৰু মূখ পন্থ অতীত।(৩)
সগলী জোতি হমাৰি সঁমিয়া নানা বৰণ অনেক।
কহ নানক শুনি ভৰথৰি যোগী পাৰব্ৰহ্ম লিৱ এক।(৪)

**ওপৰোক্ত অমৃত বানীৰ ভাবাৰ্থ হ'ল শ্ৰী নানকদেবে কৈ আছে হে ধোধৰ যোগী আপোনাৰ সাধনা ভগবান শিব লৈ হে, তাৰ দ্বাৰা আপোনাৰ শিব নগৰী (শিবলোক) স্থান মিলিছে আৰু শৰীৰৰ পৰা যি শিঙ্গী শব্দ আদি হৈ আছে সেইটো এই পদুম চক্ৰৰ তথা দূৰ দৰ্শনৰ দৰে প্ৰত্যেক দেবলোকৰ পৰা শৰীৰৰ ভিতৰত শুনাই দি আছে।**

**মই তো এক পৰমাত্মা পৰম ব্ৰহ্ম অৰ্থাৎ সকলোৰে ওপৰত যি পূৰ্ণ পৰমাত্মা তাকে স্মৰণ কৰি থাকো।**

**মই উপৰি উপৰি দেখুৱা নকৰো (সাধুবেশ ধৰা)। মই তো সকলো প্ৰাণীক এক পৰমাত্মাৰ সন্তান বুলি বুজো। সকলোৱে তাৰে কৃপাত চলমান হৈ আছে। আমাৰ মুদ্ৰা তো সৎনাম জপ যি পূৰ্ণ গুৰুৰ পৰা লৈহে কৰিব লাগে। তথা ক্ষমা কৰাই আমাৰ বেশভূষা। মই তো পূৰ্ণ পৰমাত্মাৰ উপাসক তথা পূৰ্ণ সদগুৰুৰ ভক্তি মাৰ্গ ইয়াতকৈ ভিন্ন।**

**অমৃত বানী ৰাগ আসা মহলা - ১ (শ্ৰী গু. গ্ৰ. সা. পৃ. ৪২০)**

।। আসা মহলা।।। জিনি নামু বিসাৰিয়া দুজৈ ভৰমি বুলাই। মুলু ছোড়ি ডালি লগে কিয়া পাৱহি ছাই।। ১।। সাহিবু মেৰা একু হ্যায় অৱৰু নাহি ভাই। কিৰপা তে সুখু পাইয়া সাঁচে পৰ থাই।। ২।। গুৰু কি সেৱা সো কৰে জিসু আপি কৰায়ে। নানক সিৰু দে ছুটিয়ে দৰগহ্ পতি পায়ে।। ৮।।১৮।।

**ভাবাৰ্থ ঃ- নানক দেবে কৈ আছে যে যিয়ে পূৰ্ণ পৰমাত্মাৰ বাস্তৱিক নাম পাহৰি অন্য ভগৱানৰ নাম জপি ভ্ৰমিত হৈ আছে সিবিলাকে এনে কৰি আছে যে মূল (পূৰ্ণ পৰমাত্মা কবীৰ দেব)ক এৰি ডালৰ (তিনি গুনৰ যেনে — ৰজগুন ব্ৰহ্মা, সত্ গুন বিষ্ণু, তমগুন-শিব) পূজা কৰি আছে। সেইটো সাধনাৰে কোনো লাভ নহব অৰ্থাৎ গছ শুকাই গলে ছায়াতো বহিবলৈ নেপাবি। ভাবাৰ্থ হল শাস্ত্ৰ বিধি ৰহিত সাধনা, সুফল পোৱাৰ ব্যাৰ্থ প্ৰচেষ্ঠা। কোনো লাভ নাই। ইয়াৰ প্ৰমাণ গীতা অধ্যায় ১৬, শ্লোক ২৩-২৪ৰ ভিতৰত আছে। সেই পূৰ্ণ পৰমাত্মাক প্ৰাপ্ত কৰিবৰ বাবে মনমুখী সাধনা ত্যাগ কৰি পূৰ্ণ গুৰুৰ ওচৰত আত্ম সমৰ্পন কৰি তথা সতনাম জপৰ দ্বাৰাই মোক্ষ সম্ভব হব। নহলে মৃত্যুৰ পিছত নৰক অবশ্যম্ভাৱী।**

**(শ্ৰী গুৰু গ্ৰন্থ সাহেব পৃষ্ঠা নং ৮৪৩-৮৪৪)**

।। বিলাৱলু মহলা।।। ম্যাঁয় মন চাহু ঘনা সাঁচি বিগাসি ৰাম। মোহি প্ৰেম পিৰে প্ৰভূ অবিনাশী ৰাম।। অবিগত হৰি নাথু নাথহ্ তিসৈ ভাৱৈ সো থিয়ে। কিৰপালু সদা দইয়ালু দাতা জীয়া অন্দৰি তু জীয়ে। ম্যাঁয় আধাঁৰু তেৰা তু খসমু মেৰা ম্যাঁয় তানু তকীয়া তেৰও। সাচী সুচা সদা নানক গুৰ সবদি ঝগৰু নিবেৰউ।। ৪।। ।। ২।।

**ভাবাৰ্থ ঃ- শ্ৰী নানক দেবে কৈ আছে যে অবিনাশী পূৰ্ণ পৰমাত্মাই নাথৰো নাথ অৰ্থাৎ দেবতাৰো দেৱ (সকলো প্ৰভূৰ যেনে — ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ, তথা ব্ৰহ্ম, পৰব্ৰহ্মৰ ওপৰতো নাথ অৰ্থাৎ স্বামী, মালীক, সৰ্বেশ্বৰ পৰম পৰমেশ্বৰ কবীৰ দেব, কবীৰ পৰমাত্মা) মই তো সত্নাম হৃদয়ত গাথি লৈছো। হে পৰমাত্মা! সকলো প্ৰাণীৰ জীৱনৰ আধাৰ আপুনীয়ে। মই আপোনাৰ আশ্ৰিত আপুনী মোৰ মালীক। আপুনীয়ে গুৰু ৰূপত আহি সত্য ভক্তিৰ নিৰ্নায়ক জ্ঞান দি সকলো সংশয় দূৰ কৰি দিছা অৰ্থাৎ শংকাৰ সমিধান দিছা।**

**(শ্ৰী গুৰু গ্ৰন্থ সাহেব পৃষ্ঠ নং ৭২১ ৰাগ তিলঙ্গ মহলা ১)**

য়ক অৰ্জ গুফতম্ পেশ তো দৰ কুন কৰতাৰ।
হককা কবীৰ কৰীম তু বেঅৱ পৰবৰদি গাৰ।
নানক বুগেয়েদ জন তুৰা তেৰে চাঁকৰা পাখাক।

**ওপৰোক্ত অমৃত বানীত স্পষ্ট কৰি দিছে যে (হককা কবীৰ) (ন্যায়বান কবীৰ) আপুনী সৎকবীৰ (কুন কৰতাৰ সৃষ্টিকৰ্তা) বাক্ শক্তিৰে স্ৰজন কৰোতা শব্দ স্বৰূপী প্ৰভূ অৰ্থাৎ সৰ্ব সৃষ্টিৰ সৃজনহাৰ আপুনী নিৰ্গুনী, নিৰ্বিকাৰ (পৰবৰদিগাৰ) সকলোৰে পালন কৰ্তা দয়ালু প্ৰভু, মই আপোনাৰ দাসৰো দাস।**

**(শ্ৰী গুৰুগ্ৰন্থ সাহিব পৃষ্ঠা নং ২৪ ৰাগ সিৰি মহলা ১)**

তেৰা এক নাম তাৰে সংসাৰ, ম্যাঁয় এহা আস এহো আধাৰ,
নানক নীচ কহৈ বিচাৰ, ধানক ৰূপ ৰহা কৰতাৰ।।

**ওপৰোক্ত বানীত প্ৰমান দিছে যে যিয়ে কাশীত শিপীনী (যি কাপোৰ বনায়) সেইজন কুলৰ মালীক। অতি অধীন হৈ নানক দেবে কৈ আছে যে মই সঁচা কৈ আছো এই শিপিনী অৰ্থাৎ কবীৰ তাতীয়েই পূৰ্ণ পৰম ব্ৰহ্ম (সৎপুৰুষ)।**

**বিশেষ ঃ- ওপৰোক্ত প্ৰমানৰ দ্বাৰা সাংকেতিক জ্ঞানৰ প্ৰমান হল যে সৃষ্টি ৰচনা কেনেকৈ হৈছে? এতিয়া বাৰু পূৰ্ণ পৰমাত্মাক পাব লাগে। এইটো পূৰ্ণ গুৰুৰ পৰা নাম দীক্ষা লৈ উপদেশী হলেহে সম্ভব হ'ব।**

## "অইন সাধু সন্তৰ দ্বাৰা সৃষ্টি ৰচনাৰ দন্ত কথা (কাল্পনিক কথা)"

**অইন্য সাধু সন্তৰ দ্বাৰা সৃষ্টি ৰচনাৰ যি জ্ঞান বৰ্নাইছে সেইটো কেনেকুৱা? অনুগ্ৰহ কৰি নিম্ন বৰ্ণনা পঢ়ক ঃ- সৃষ্টি ৰচনাৰ বিষয়ে ৰাধা স্বামী পন্থৰ সন্ত আৰু ধন-ধন সতগুৰু পন্থৰ সাধু সকলৰ বিচাৰ ঃ-**

**পবিত্ৰ পুস্তক জীবন চৰিত্ৰ পৰম সাধু বাবা জয়মল সিংহ জী মহাৰাজ "পৃষ্ঠ নং ১০২-১০৩ৰ পৰা "সৃষ্টি ৰচনা" (সাৱন কৃপালু পাব্লিকেশন, দিল্লী)**

"প্ৰথমে সৎপুৰুষ নিৰাকাৰ আছিল। পিছত আকাৰত প্ৰকাশ পালে তো ওপৰত তিন নিৰ্মল মণ্ডল (সতলোক, অলখ লোক, অগম লোক) তৈয়াৰ হৈ গল তথা প্ৰকাশ তথা মণ্ডলৰ ধ্বনি তৈয়াৰ হৈ গল।

**পবিত্ৰ পুস্তক সাৰবচন (নসৰ) প্ৰকাশক ঃ- ৰাধা স্বামী সৎসঙ্গ সভা, দয়াল বাগ আগৰা, "সৃষ্টি ৰচনা" পৃষ্ঠা ৮১.**

"প্ৰথমে এন্ধাৰে এন্ধাৰ আছিল। তাত পুৰুষ শূন্য সমাধিত আছিল। যেতিয়া একো সৃষ্টি হোৱা নাছিল। আকৌ যেতিয়া মনত আনন্দ আহিলে তেতিয়া শব্দ উদ্ভব হল আৰু তাৰ পৰা সকলো সৃষ্টি হল। প্ৰথমে সৎলোক আৰু পিছত সৎপুৰুষৰ কাৰু-কাৰ্য্যত তিনিলোক আৰু সকলো বিস্তাৰ হল।"

**এই জ্ঞান তো এনে লাগে, যেনে কোনো এসময় এক লৰা চাকৰিৰ আশাত (ইনটাৰ ভিউ) সাক্ষাৎকাৰ দিবলৈ গল। অফিচাৰে পুছিলে আপুনী মহাভাৰত পঢ়িছে হবলা? লৰাই হাতৰ আঙুলীৰ ওপৰত চুপ থাকিল। অফিচাৰে পুছিলে পঞ্চ পাণ্ডৱৰ নাম কোৱা। লৰাই উত্তৰ দিলে এজন ভীম আছিল, এজন তাৰ ভাই আছিল, এজন তাতকৈ সৰু আছিল আৰু এজন আছিল তথা এজনৰ নাম পাহৰি গলো। ওপৰোক্ত সৃষ্টি ৰচনাৰ জ্ঞান এনেকুৱাই।**

**সত পুৰুষ তথা সতলোকৰ বৰ্ণনা দিয়া আৰু পাচ নাম (ওঁকাৰ-জ্যোতি নিৰঞ্জন-ৰৰঙ্কাৰ- সোহং-সত্যনাম) দিয়া আকৌ তিনি নাম (অকাল মূৰ্তি-সত্ পুৰুষ-শব্দ স্বৰূপী ৰাম) দিয়া সাধুৰ দ্বাৰা ৰচিত কিছুমান কিতাপৰ পৰা উৰ্দ্ধৃত ঃ-**

**সন্তমত প্ৰকাশ ভাগ ৩ পৃষ্ঠা ৭৬ লিখা আছে যে "সচ্চখণ্ড অথবা সত্নাম চতুৰ্থ লোক" ইয়াত সত্নামক স্থান বুলি কৈছে। আকৌ এই পবিত্ৰ কিতাপৰ পৃষ্ঠা নং ৭৯ লিখা আছে যে "এজন ৰাম দশৰথৰ লৰা দ্বিতীয় ৰাম মন, তৃতীয় ৰাম "ব্ৰহ্ম" চতুৰ্থ ৰাম 'সত্নাম' এইটো আচল ৰাম। আকৌ পবিত্ৰ পুথি সন্তমত প্ৰকাশ প্ৰথম ভাগ পৃষ্ঠ নং ১৭ লিখিত আছে যে "সেইটো সত্লোক, তাকেই সতনাম কোৱা হয়।" পবিত্ৰ পুথি "সাৰ**

বচন নসৰ অথবা বার্তিক” পৃষ্ঠ নং ৩ লিখিত আছে যে “এতিয়া বুজিব লাগে যে ৰাধা স্বামী পদ সকলোতকৈ উচ্চ স্থান যাক সাধু সন্তই সত্‌লোক আৰু সচ্চখণ্ড আৰু সাৰ শব্দ আৰু সত্‌শব্দ আৰু সত্‌ নাম আৰু সত্‌ পুৰুষ আদি কৰি ব্যাখ্যা কৰিছে। পবিত্ৰ পুথি সাৰ বচন (নসৰ) আগ্ৰাৰ পৰা প্ৰকাশিত পৃষ্ঠ নং ৪ তো ওপৰোক্ত যেনে তেনে বৰ্ণনা আছে। পবিত্ৰ পুথি “সচ্চ খণ্ড কী সড়ক পৃষ্ঠা নং ২২৬” সন্তৰ দেশ সচ্চ খণ্ড অথবা সৎলোক, তাকেই সত্‌নাম-সত্‌শব্দ-সাৰ শব্দ কোৱা হয়।

বিশেষ ঃ- ওপৰৰ ব্যাখ্যাৰ পৰা এনে লাগে যে কোনোবাই জীৱনত না তো চহৰ দেখিছে, না কাৰ, না পেট্ৰল, না ড্ৰাইভাৰৰ জ্ঞান আছে যে ড্ৰাইভাৰ কাক কোৱা হয়? সেই ব্যক্তি অইন লগৰীয়াক কৈ আছে যে মই চহৰলৈ যাওঁ আৰু কাৰত বহি আনন্দ কাৰো। পিছত লগৰ বিলাকে পুছিলে যে কাৰ কেনেকুৱা? পেট্ৰল কেনেকুৱা, ড্ৰাইভাৰ কেনেকুৱা আৰু চহৰ কেনেকুৱা? সেই গুৰুদেবে উত্তৰ দিলে যে চহৰেই কোৱা বা কাৰেই কোৱা কথা কিন্তু একেই। চহৰকো কাৰ বোলে, পেট্ৰেলোকো কাৰ কয়, ড্ৰাইভাৰ কাৰকো কয় আৰু ৰাস্তাও কাৰকে কয়।

এতিয়া আপোনালোকে বিচাৰ কৰক সৎপুৰুষ তো পূৰ্ণ পৰমাত্মাই হয়, সত্‌নাম সিটো যি দুটা মন্ত্ৰৰ নাম যত এক ওঁ + তত্‌ সাংকেতিক তথা ইয়াৰ পিছত সাৰনাম সাধকক পূৰ্ণ গুৰুৰ দ্বাৰা দিয়া হয়। এই সতনাম তথা সাৰনাম দুয়ো স্মৰণ কৰিবলগীয়া নাম। সৎলোক সিটো স্থান যত সৎপুৰুষ অৱস্থান কৰি থাকে। হে পুন্যাত্মা সকল স্বয়ং নিৰ্ণয় কৰক কোনটো সত্য আৰু কোনটো অসত্য।

# কুলৰ মালীক কোন তথা কেনেকুৱা ?

যি পুন্যাত্মা বোৰে পৰমাত্মাক সাক্ষাত পাইছে তেওঁলোকে কৈছে যে কুলৰ মালীক এজন। তেওঁ মানৱ সদৃশ আৰু জ্যোতিৰ্ময় শৰীৰ যুক্ত। যাৰ এডাল ৰোমৰ ৰশ্মি কোটী সূৰ্য্য তথা কোটী চন্দ্ৰতকৈও অধিক। তেওঁৰে নানা ৰূপ বনাইছে। পৰমাত্মা পৰমেশ্বৰৰ বাস্তবিক নাম নিজ নিজ ভাষাত কবীৰদেৱ (বেদৰ সংস্কৃত ভাষাত) তথা হক্কা কবীৰ (গুৰুগ্ৰন্থ সাহেব পৃষ্ঠ নং ৭২১ ক্ষেত্ৰীয় ভাষাত) তথা মুক্তি দাতা কবীৰ (বন্দীছোড় - সন্ত গৰীব দাস মহাৰাজৰ অমৃত বানীত ক্ষেত্ৰীয় ভাষাত) কবীৰা, কবীৰন বা খবীৰা অথবা খবীৰন্‌ (কোৰান শ্বৰীফ সুৰত ফুৰ্কানি নং ২৫, আয়াত নং ১৯, ২১, ৫২, ৫৮, ৫৯ (ক্ষেত্ৰীয় আৰবী ভাষা)। এই পূৰ্ণ পৰমাত্মাৰ উপমাত্মক নাম হ'ল অনামী পুৰুষ, অগম পুৰুষ, অলখ পুৰুষ, সত্‌পুৰুষ, অকাল মূৰ্তি, শব্দ স্বৰূপী ৰাম, পূৰ্ণ ব্ৰহ্ম, পৰম অক্ষৰ ব্ৰহ্ম আদি। যেনেকুৱা প্ৰধান মন্ত্ৰীৰ বাস্তৱিক শৰীৰৰ নাম কিবা এক তথা তাৰ উপমাত্মক বেলেগ নাম প্ৰধান মন্ত্ৰী তথা প্ৰাইম মিনিষ্টাৰ। যেনেকুৱা ভাৰত দেশৰ প্ৰধান মন্ত্ৰী নিজৰ লগতে গৃহ মন্ত্ৰীৰ বিভাগটো ৰাখিলে। যেতিয়া গৃহ বিভাগৰ নথি পত্ৰত চহী কৰিব লগা হয় তেতিয়া তেওঁ গৃহ মন্ত্ৰীৰ ভূমিকা পালন কৰে তথা নিজৰ পদ গৃহমন্ত্ৰী লিখে এনেদৰে ঈশ্বৰীয় স্বত্বাক বুজিব লাগে।

যিবিলাক সাধু-সন্ত, ঋষি-মুনিৰ পৰমাত্মা প্ৰাপ্ত হোৱা নাই সিহঁতে নিজৰ অন্তিম অনুভৱ লিপিবদ্ধ কৰিছে যে ঈশ্বৰৰ মাথোন প্ৰকাশ হে দেখা পোৱা যায়, ঈশ্বৰে দেখা

নিদিয়ে কিয়নো তেওঁৰ কোনো আকাৰ নাই তথা শৰীৰৰ ভিতৰত ধুনি শুনি পোৱা আদি প্ৰভূ ভক্তিৰ উপলব্ধি।

আহক বিচাৰ বিবেচনা কৰো — যেনে কোনো অন্ধই অইন অন্ধক নিজে দেখা পায় বুলি বুজাই কয় যে ৰাতি জোনাকৰ পোহৰ বৰ মধুৰ, মই দেখা পাওঁ। অন্য অন্ধ শিষ্যই পুছিলে হে গুৰুদেব তেন্তে জোনটো কেনেকুৱা? চতুৰ অন্ধই টপৰাই উত্তৰ দিলে সেই যে জোন সি তো নিৰাকাৰ তাক কি সহজে দেখা পোৱা যায়। কোনোবাই কয় সূৰ্য্যটো নিৰাকাৰ তাক দেখা নাযায় তাৰ ৰশ্মি স্বপ্ৰকাশিত এই কাৰণে তাৰ মাথোন পোহৰে দেখা যায়। গুৰুয়ে কোৱা অনুসৰি শিষ্য আঢ়ে ঘন্টা পুৱা তথা আঢ়ে ঘন্টা বিয়লী আকাশত দেখে। কিন্তু একো দেখা নিদিয়ে। স্বয়ং বিচাৰ বিমৰ্শ কৰে যে গুৰুৱে তো শুদ্ধই কৈছে, আমাৰ সাধনা পূৰা আঢ়ে ঘন্টা পুৱা সন্ধিয়া হবলৈ নাপায়। এইবাবে আমি সূৰ্য্য তথা চন্দ্ৰৰ প্ৰকাশ দেখিব নেপায়। চতুৰ গুৰুৰ ব্যাখ্যাৰ ওপৰত আধাৰিত হৈ সেই চতুৰ অন্ধৰ (জ্ঞানহীন) ব্যাখ্যাৰ প্ৰচাৰক কোটী অন্ধ (জ্ঞানহীন) হৈ গৈছে। আকৌ সিবিলাকক চকু থকা (তত্বদৰ্শী সাধু-সন্ত) কয় যে, সূৰ্য্যটো আকাৰত আছে আৰু তাৰে পৰাই পোহৰ ওলাই থাকে। এইদৰে জোনাকৰ পৰাও পোহৰ ওলায়। হে অন্ধ সকল! জোনটো নোহোৱাকৈ ৰাতি কেনেকৈ আলোকিত হব? যেনেকৈ কোনোবাই কয় টিউব লাইট তো দেখি আকৌ কোনোবাই কয় টিউবটো কেনেকুৱা যাৰ আপুনী পোহৰ দেখিছে? উত্তৰ মিলে যে টিউবটো নিৰাকাৰ হোৱা কাৰণে দেখা নিদিয়ে। মাথোন পোহৰহে দেখা পোৱা যায়। বিচাৰ কৰক বিনা টিউব পোহৰ কেনেকৈ?

যদি কোনোবাই কয় হীৰা স্বপ্ৰকাশিত হয়। আকৌ এইটোও কয় যে হীৰাৰ মাথোন পোহৰহে দেখা পোৱা যায় কিয়নো হীৰা তো নিৰাকাৰ, সেইটো কি সহজে দেখা পোৱা যায়, তেন্তে সেই ব্যক্তি হীৰাৰ লগত তাৰ পৰিচয় নাই। তেওঁ ঢংগী ধাতুবিধ। যিয়ে পৰমাত্মাক নিৰাকাৰ কয় তথা মাথোন প্ৰকাশ দেখা পোৱা আৰু ধ্বনি শুনি পোৱা প্ৰভূ প্ৰাপ্তি বুলি মানে তেওঁ পূৰ্ণ ৰূপে প্ৰভূ তথা ভক্তিৰ লগত তাৰ অপৰিচিত। যেতিয়া তাক বিনতীৰে সোধা হল যদি তুমি একোৱেই দেখা পোৱা নাই, তেন্তে নিজৰ অনুগত বিলাকক কিয় ভ্ৰমিত কৰি দোষৰ ভাগী হৈ আছা? না তো আপোনাৰ গুৰুদেবৰ তত্বজ্ঞান ৰূপী চকু আছে আৰু না তো আপোনাৰ। এই বাবে জগতক ভ্ৰমিত নকৰিব। এই কথাৰ ওপৰত সৰ্ব জ্ঞান ৰূপী চকু থকা অন্ধই লাঠী উঠাই লৈছে যে, আমি তো মিছা তই অকলেই সঁচা। আজি সেই স্থিতি সন্ত ৰাম পাল মহাৰাজৰ লগত হৈ আছে।

এই বিবাদৰ নিৰ্ণয় কেনেকৈ হব যে কোন সাধু সন্তৰ বিচাৰ শুদ্ধ আৰু কাৰ ভূল? ধৰি লওক কোনো অপৰাধৰ বিষয়ে পাঁচ উকিলে নিজৰ নিজৰ বিচাৰ যুক্তি ব্যাক্ত কৰি আছে। এজনে কৈ আছে যে এই অপৰাধৰ বাবে সংবিধানৰ ধাৰা ৩০১ লাগিব, দ্বিতীয়ই কলে ৩০২, তৃতীয়ই কলে ৩০৪, চতুৰ্থই কলে ৩০৬ তথা পঞ্চম উকিলে কলে ৩০৭ ধাৰাক শুদ্ধ বুলি কলে।

এই পাঁচোজনেই শুদ্ধ নহয়। কেবল এজনেই শুদ্ধ হব যদি তাৰ ব্যাখ্যা দেশৰ পবিত্ৰ সংবিধানৰ লগত মিলে। আকৌ যদি তাৰো ব্যাখ্যা সংবিধানৰ বিপৰীত তেন্তে পাঁচো উকিলেই ভূল হব। ইয়াৰ নিৰ্ণয় দেশৰ সংবিধানেই কৰিব যি সৰ্বজন মান্য হব।

কৰিতা দ্বাৰা কবিত্য ভাবে (পবিত্ৰম্ অত্যয়েতি) নিৰ্মলতাৰে সৈতে অত্যাধিক বাণী (কবিৰ গীৰ্ভি) কবীৰ বাণী অৰ্থাৎ কবীৰ বাণীৰ দ্বাৰা (ৰেভন্) উচ্চ স্বৰত চিঞৰি কয়। (কবীৰ সন্ত্ সোমঃ) সেইজন অমৰ পুৰুষ অৰ্থাৎ সৎপুৰুষ সাধু মহাত্মা ঋষি ৰূপত স্বয়ং কবীৰদেব। কিন্তু সেইজন পৰমাত্মাক চিনিব নোৱাৰি জনতাই কবি কবলৈ ধৰে। কিন্তু সিজন পূৰ্ণ পৰমাত্মাইহে যাৰ বাস্তবিক নাম কবীৰদেৱ।

**ভাবাৰ্থ ঃ- ঋগবেদ মণ্ডল নং ৯, সুক্ত নং ৯৬ মন্ত্ৰ নং ১৬ কৈছে যে আহা পূৰ্ণ পৰমাত্মাৰ বাস্তবিক নাম জানো এই মন্ত্ৰ ১৭ৰ ভিতৰত সেইজন পৰমাত্মাৰ নাম, ঠিকনা আদিৰ পৰিপূৰ্ণ পৰিচয় দিয়া আছে। বেদক কওঁতা কাল/ব্ৰহ্ম কৈ আছে যে পূৰ্ণ পৰমাত্মা একদম বিলক্ষন মানুহৰ পোৱালীৰ নিচিনা ৰূপত প্ৰকট হৈ কবীৰদেব নিজৰ বাস্তবিক জ্ঞানক নিজৰ কৱীৰ বাণীৰ দ্বাৰা নিজৰ নিৰ্মল পবিত্ৰ জ্ঞান নিজৰ হংসাত্মাক অৰ্থাৎ পুন্যাত্মা অনুগত বিলাকক কবিতা, লোকোক্তিৰ দ্বাৰা সম্বোধন কৰি অৰ্থাৎ ডাঙৰ কৈ উচ্চাৰণ কৰি বৰ্ণনা কৰে। এই তত্বজ্ঞানৰ অভাৱত সেই সময় অৱতাৰিত হোৱা পৰমাত্মাক চিনিব নোৱাৰি কেৱল ঋষি, সন্ত বা কবি বুলি মানি লয়। সেই পৰমাত্মা স্বয়ং কয় যে মইয়ে পূৰ্ণ পৰমাত্মা, পূৰ্ণ ব্ৰহ্ম হওঁ কিন্তু মানুহে লোক বেদ আধাৰত পৰমাত্মাক নিৰাকাৰ মানি চিনিব নোৱাৰে। কিন্তু গৰীব দাস মহাৰাজে কাশীত প্ৰকট হোৱা পূৰ্ণ পৰমাত্মাক চিনিব পাৰি তাৰ মহিমা কৈছে তথা সেই পৰমেশ্বৰৰ দ্বাৰা নিজৰ মহিমা বৰ্ণাইছিল যাৰ যথা-যথ বৰ্ণনা নিজৰ অমৃত বাণীত কৰিছে।**

গৰীব, জাতি হমাৰি জগত গুৰু, পৰমেশ্বৰ হ্যায় পন্থ। দাস গৰীব লিখ পড়ে, নাম নিৰঞ্জন কন্ত।।
গৰীব হম হী অলখ অল্লাহ হ্যায়, কুতুব গোস অউৰ পীৰ। গৰীব দাস খালীক ধনী হমাৰা নাম কবীৰ।।
গৰীব এ স্বামী স্ৰষ্টা ম্যাঁয়, সৃষ্টী হমৰে তীৰ। দাস গৰীব অধৰ বসু, অবিগত সৎ কবীৰ।।

**ইমান স্পষ্ট কথা কোৱাৰ পিছতো জনতাই তাক কবি, সন্ত নাইবা তাতী কবলৈ ধৰে। কিন্তু যিয়েই নহওক লাগিলে পূৰ্ণ পৰমাত্মা কিন্তু তেওঁৱেই। তেওঁৰ আচল বাস্তৱিক নাম কবীৰদেব। তেওঁ স্বয়ং সত্ পুৰুষ কবীৰ যি সাধু সন্তৰ ৰূপত থাকে। পৰন্তু তত্বজ্ঞান হীন ঋষি, মুনি, সাধু, সন্ত, অকৰা পণ্ডীত, গুৰু সকলৰ অজ্ঞান সিদ্ধান্তৰ ওপৰত নিৰ্ভৰ জনতাই সেই সময়ত অতিথি ৰূপত প্ৰকট হোৱা পূৰ্ণ পৰমাত্মাক চিনিব পৰা নাই কিয়নো ওপৰৰ বৰ্ণিত ধৰ্মীয় গুৰু সকলে পৰমাত্মাক নিৰাকাৰ বুজাই জনতাক পতিয়ন নিয়াইছিল।**

**ঋগবেদ মণ্ডল ৯, শুক্ত ৯৬, মন্ত্ৰ ১৮**

**ঋষিমনা য ঋষিকৃ ৎস্বৰ্ষাঃ সহস্ৰনীথঃ পদবীঃ কবীনাম্।**
**তৃতীয়ং ধাম মহিষঃ সিষাসন্তসোমো বিৰাজমনু ৰাজতি ষ্টুপ্।। ১৮।।**

ঋষিমনা য ঋষিকৃত্ স্বৰ্ষাঃ সহস্ৰানীথঃ পদবীঃ কবীনাম্। তৃতীয়ম্ ধাম মহিষঃ সিষা সন্ত্ সোঃ বিৰাজমানু ৰাজতি ষ্টুপ্।

অনুবাদ ঃ- বেদক কওঁতা ব্ৰহ্মই কৈ আছে যে (য) যি পূৰ্ণ পৰমাত্মা সাইলাখ শিশু ৰূপত আহি (কবিনাম্) প্ৰসিদ্ধ কবি (পদবীঃ) উপাধি প্ৰাপ্ত কৰি অৰ্থাৎ এজন সাধু বা ঋষিৰ ভূমিকা পালন কৰি সেই (ঋষিকৃত) সাধুৰ ৰূপত প্ৰকট হৈ প্ৰভূৰ দ্বাৰা ৰচিত (সহস্ৰানীথঃ) হেজাৰ বাণী (ঋষিমনা) সাধু স্বভাৱৰ ব্যক্তিৰ অৰ্থাৎ ভকতৰ বাবে (স্বৰ্ষাঃ) স্বৰ্গ তুল্য আনন্দ দায়ক হয়। (সোম) সিজন অমৰ পুৰুষ অৰ্থাৎ সত্পুৰুষ (তৃতীয়া) তৃতীয় (ধাম) মুক্তি লোক অৰ্থাৎ সত্যলোকৰ (মহিষঃ)

সুদৃঢ় পৃথিবীৰ নিচিনা (সিষা) স্থাপিত কৰি (অনু) পিছত (সন্ত্) মানব সদৃশ সাধু ৰূপ ধাৰণ কৰি (ষ্টুপ) গম্বুজ অৰ্থাৎ উচা টিলা ৰূপী সিংহাসনৰ ওপৰত (বিৰাজমনু ৰাজতি) উজ্জল স্থুল আকাৰত অৰ্থাৎ মানব সদৃশ জ্যোতিৰ্ময় শৰীৰত বিৰাজমান হয়।

**ভাবাৰ্থ ঃ- মন্ত্ৰ ১৭ত কৈছে যে কবীৰদেব শিশু ৰূপ ধাৰণ কৰি লয়। লীলা কৰি ডাঙৰ হয়। জনতাক কবিতাৰ দ্বাৰা তত্বজ্ঞান বৰ্ণনা কৰি শুনোৱা কাৰণে কবি উপাধি প্ৰাপ্ত কৰে অৰ্থাৎ তেখেতক ঋষি, সাধু বা কবি কবলৈ ধৰে, কিন্তু বাস্তৱত তেওঁ পূৰ্ণ পৰমাত্মা কবীৰ দেব। তাৰ দ্বাৰা ৰচিত অমৃত বাণীক কবীৰ বাণী বুলি কোৱা হয়। যি ভকত বা প্ৰভু প্ৰেমীৰ বাবে স্বৰ্গতুল্য সুখদায়ী। সিজন পৰমাত্মা তৃতীয় মুক্তিধাম অৰ্থাৎ সত্যলোকৰ স্থাপনা কৰি গম্বুজৰ ভিতৰত সিংহাসনৰ ওপৰত জ্যোতিৰ্ময় মানৱ সদৃশ শৰীৰ আকাৰত বিৰাজমান হয়।**

**এই মন্ত্ৰ তৃতীয় ধামক সৎলোক বুলি কৈছে। যেনে এক ব্ৰহ্মৰ লোক যি একৈশ ব্ৰহ্মাণ্ডৰ ক্ষেত্ৰ, দ্বিতীয় পৰব্ৰহ্মৰ লোক যি সাত সংখ্য ব্ৰহ্মাণ্ডৰ ক্ষেত্ৰ, তৃতীয় পৰম অক্ষৰ ব্ৰহ্ম অৰ্থাৎ পূৰ্ণব্ৰহ্মৰ সৎলোক। পূৰ্ণ পৰমাত্মাই সত্যলোকত সত্যপুৰুষৰ ৰূপত বিৰাজমান হৈ নিচত থকা লোক বা ধাম বিলাকৰ সৃষ্টি কৰিছে। এইবাবে নিচৰ লোক বা ধামকো গননা কৰা হৈছে।**

**এইবোৰ চকুৰে দেখা প্ৰমান সন্ত গৰীবদাস মহাৰাজে বৰ্ণনা কৰিছে অৰ্স কুৰ্স পৰ সফেদ গুম্বজ হ্যায় জহাঁ সৎগুৰু কা ডেৰা। ভাবাৰ্থ যে আকাশৰ সৰ্বোপৰি স্থানৰ ওপৰত কবীৰ পৰমেশ্বৰে এক বগা গম্বুজৰ ভিতৰত সিংহাসনৰ ওপৰত বিৰাজমান হৈ থাকে।**

**ঋগবেদ মণ্ডল ৯, সুক্ত ৯৬ মন্ত্ৰ ১৯**

**চমুষচ্চেছয়ন ঃ শকুনো বিভ্ৰত্বা গোবিন্দুৰ্দ্ৰপস আয়ু ধানি বিভ্ৰত্।**
**অপামূৰ্ভি সচমানা ঃ সমূদ্ৰং তুৰীয়ং ধাম মহিযো বিৱক্তি।। ১৯।।**

চমুসত্ শ্বেনঃ শকুনঃ বিভ্ৰত্বা গোবিন্দুঃ দ্ৰপস আয়ুধানি বিভ্ৰত্।
অপামুৰ্ভি সচমানঃ সমুদ্ৰম্ তুৰীয়ম ধাম মহিষঃ বিৱক্তি।।

অনুবাদ ঃ- (চমূসত্) পবিত্ৰ (গোবিন্দঃ) কাম ধেনু ৰূপী সৰ্ব মনোকামনা পূৰন কৰোতা পূৰ্ণ পৰমাত্মা কবীৰদেব (বিভ্ৰত্বা) সকলোৰে পালন কৰ্তা (শ্বেনঃ) বগা ৰঙৰ (শকুনঃ) শুভ লক্ষন যুক্ত (চমুসত্) সৰ্ব শক্তিমান। (দ্ৰপসঃ) যেনেকৈ গাখীৰৰ পৰা দৈ বনোৱা বিধি আছে ঠিক তেনেকৈ শাস্ত্ৰানুকুল সাধনা দ্বাৰা দৈ ৰূপী পূৰ্ণ মুক্তিদাতা (আয়ুধানি) তত্বজ্ঞান ৰূপী কালৰ জাল বিনাশক ধনুৰ্ধাৰী সাৰঙ্গপানী প্ৰভু। (সচমানঃ) বাস্তবিক (বিভ্ৰত্) সৰ্ব পালন পোষন কৰ্তা। (অপামুৰ্ভিঃ) গভীৰ পানী যুক্ত (সমুদ্ৰম্) সাগৰৰ দৰে গভীৰ গম্ভীৰ অৰ্থাৎ বিশাল (তুৰীয়ম্) চতুৰ্থ (ধাম) লোক অৰ্থাৎ অনামী লোকত (মহিষঃ) উজ্জল সুদৃঢ় পৃথিৱীৰ ওপৰত (বিৱক্তি) বেলেগ স্থানৰ ওপৰত ভিন্নও থাকে এই সুচনা কবীৰদেব স্বয়ং ভিন ভিন কৰি বিস্তাৰ ৰূপে দিয়ে।

**ভাবাৰ্থ ঃ- মন্ত্ৰ ১৮ কৈছে যে পূৰ্ণ পৰমাত্মা কবীৰদেব (কবীৰ পৰমেশ্বৰ তৃতীয় মুক্তিধাম অৰ্থাৎ সত্‌লোকত এক গম্বুজৰ ভিতৰত সিংহাসনৰ ওপৰত বিৰাজমান হৈ থাকে। এই মন্ত্ৰ ১৯ নং কৈছে যে অত্যাধিক বগা ৰঙৰ পূৰ্ণ প্ৰভূ যি কাম ধেনুৰ দৰে সৰ্ব মনোকামনা পূৰ্ণ কাৰী সিজনে বাস্তৱত সকলোৰে পালন কৰ্তা। তেওঁৰে কবীৰ্দেব যিয়ে**

**মৃত্যু লোকত শিশুৰূপ ধাৰণ কৰি আহে আৰু যেনেকৈ গাখীৰৰ পৰা দৈ বনোৱা নিয়ম আছে ঠিক তেনেকৈ পূৰ্ণ মোক্ষ পোৱাৰ বাবে শাস্ত্ৰবিধি অনুসৰি ভক্তি সাধনাৰ জ্ঞান প্ৰদান কৰি পূৰ্ণ মোক্ষ ৰূপী দৈ প্ৰদান কাৰী তত্বজ্ঞান ৰূপী শাস্ত্ৰ অৰ্থাৎ ধনুৰ্ধাৰী হোৱা সাৰঙ্গপানী তথা সাগৰ যেনে সকলো পানীৰ উৎস বা স্ৰোত তেনেকৈ পূৰ্ণ পৰমাত্মাৰ পৰা সকলোৰে উৎপত্তি হৈছে। গীতা অধ্যায় ১৬, মন্ত্ৰ ৩ নং কৈছে যে সংসাৰ ৰূপী বৃক্ষক তত্ব জ্ঞান ৰূপী অস্ত্ৰৰ দ্বাৰা কাটি বা ছেদন কৰি অৰ্থাৎ তত্বজ্ঞানৰ দ্বাৰা সংশয় সমাপ্ত কৰি তাৰ পিছত সেই পৰম পদ পৰমেশ্বৰৰ খোজ কৰিব লাগে যত গৈ পিছত সাধক কেতিয়াও জন্ম-মৃত্যুৰ সংসাৰলৈ উভতি নাহে অৰ্থাৎ পূৰ্ণ মুক্তি হয়। যি পৰমেশ্বৰৰ দ্বাৰা সৰ্ব সংসাৰ ৰূপী বৃক্ষৰ প্ৰবৃত্তি বিস্তাৰ প্ৰাপ্ত হৈছে। সিজন পূৰ্ণ প্ৰভু চতুৰ্থ ধাম অৰ্থাৎ অনামী লোকত বিৰাজিত হৈ থাকে। যেনে প্ৰথমে সৎলোক দ্বিতীয়তে অলখ লোক, তৃতীয় অগম লোক, চতুৰ্থ অনামী লোক। এই বাবে মন্ত্ৰ নং ১০ স্পষ্ট কৰিছে যে কবীৰদেব (কবীৰ পৰমেশ্বৰ) ই অনামী পুৰুষ ৰূপত চতুৰ্থ ধাম অৰ্থাৎ অনামী লোকতো অন্য জ্যোতিৰ্ময় ৰূপ ধাৰণ কৰি থাকে।**

**ঋগবেদ মণ্ডল ৯, সুক্ত ৯৬, মন্ত্ৰ ২০**

**মৰ্যো ন শুভ্ৰস্তম্বং মৃজানোয়েত্যো ন সৃত্ব্যা সনয়ে ধনানাম্।**
**বৃষেব যুথা পৰি কোশমৰ্ষন কনিক্ৰদচ্চম্বো ইৰা বিৰেশ।। ২০।।**

মৰ্য্যঃ ন শুভ্ৰস্তন্যম্ মৃজানঃ অত্যঃ সৃত্বা সনয়ে ধনানাম্
বৃষেব যুথা পৰিকোশম্ অৰ্যন্ কনিক্ৰদত্ চম্বোঃ ইৰা বিৰেশ।

অনুবাদ ঃ- পূৰ্ণ পৰমাত্মা যি চতুৰ্থ ধাম অৰ্থাৎ অনামী লোকত তথা তৃতীয় ধাম অৰ্থাৎ সত্যলোকত অৱস্থান কৰে সেইজন পৰমাত্মা (ন মৰ্যঃ) মানুহৰ নিচিনা কিন্তু অবিনাশী, অৰ্থাৎ অমৰ (মৃজনঃ) নিৰ্মল মুখমণ্ডল যুক্ত আকাৰত (অত্যঃ) বহুত (শুভ্ৰস্তন্যম্) বিশাল বগা শৰীৰ ধাৰণ কৰা ওপৰৰ লোকত বিদ্যমান তথা তাৰে পৰাই (সৃত্বা) গতি কৰি অৰ্থাৎ চলয়মান হৈ যাৰ কোনোৱে উৰদিহ নেপাই সেইজন সমৰূপী পৰমাত্মা (ইৰা) পৃথিৱীৰ ওপৰত (বিৰেশ) অন্য বেশ ভূষা অৰ্থাৎ ভিন্য ৰূপ (চম্বোঃ) ধাৰন কৰি আহে। সত্লোক তথা পৃথিৱী লোকৰ ওপৰত লীলা কৰে (যথা) বৰ বিশাল সমূহ জনতাক বাস্তৱিক (সনয়ে) সনাতন পূজাৰ (বৃষেব) বৰিষন কৰি (ন ধনানাম্) সেই ৰাম নামৰ পূণ্যফলৰ দ্বাৰা নিৰ্ধনীক (কনিক্ৰদত্) মন্দ স্বৰত অৰ্থাৎ উশাহ-নিশাহত মনে মনে উচ্চাৰণ কৰি পূজা কৰোৱায়, যৰ পৰা অসংখ্য অনুগত অনুসৰণ কাৰীৰ গোটেই সংঘ পূৰ্ব্বৰ সুখ সাগৰ ৰূপী অমৃত খাজানা অৰ্থাৎ সত্যলোকক (অৰ্ষন) ভক্তি সাধন কৰি প্ৰাপ্ত কৰে।

**ভাবাৰ্থ ঃ- পূৰ্ণ পৰমাত্মা কবীৰ্দেব (কবীৰ পৰমেশ্বৰ ওপৰৰ তৃতীয় ধাম অৰ্থাৎ সত্যলোকত বিৰাজমান হৈ থাকে তথা পৰমেশ্বৰ অইন মনুষ্য ৰূপ ধাৰণ কৰি চতুৰ্থ ধাম অৰ্থাৎ অনামী লোকতো বিদ্যমান হৈ থাকে। সিজন পৰমাত্মা মানুহৰ নিচিনা সমৰূপ সুন্দৰ মুখমণ্ডল**

**যুক্ত বগা শৰীৰৰ আকাৰ ধাৰণ কৰি এই পৃথিৱী লোকৰ ওপৰত আহি তথা নিজৰ বাস্তৱিক পূজাৰ বিধি বিধান জ্ঞান প্ৰদান কৰি গোটেই সমূহ অনুগত শিষ্য ভকতক সত্য ভক্তিৰ দ্বাৰা পূন্যবান বনায়, অসংখ্য অনুগত অনুসৰন কাৰীৰ সত্য ভক্তিৰ পুণ্যফলৰ দ্বাৰা পূবৰ্বৰ সুঃখময় লোক পূৰ্ণ মুক্তিৰ স্থান অৰ্থাৎ সত্যলোক প্ৰাপ্ত কৰোৱায়।**

অথৰ্ববেদ কাণ্ড নং ৪, অনুবাক নং ১, মন্ত্ৰ নং ৭ **(সন্ত ৰামপাল দাস দ্বাৰা ভাষা ভাষ্য)**ঃ-

যোঅথৰ্ৱানং পিত্তৰং দেববন্ধুং বৃহস্পতিং নমসাৱ চ গচ্ছাত্।

ত্বং বিশ্বেষাং জনিতা যথাসঃ কবিৰ্দেবো ন দভায়ত্ স্বধাৱান্।। ৭।।

যঃ— অথৰ্ৱার্নম্—পিত্তৰম্—দেৱবন্ধুম্—বৃহস্পতিম্—নমসা—অৱ—চ—গচ্ছাত্—ত্বম্—বিশ্বেষাম্—জনিতা—যথা—সঃ- কবিৰ্দেৱঃ- ন—দভায়ত্—স্বধাৱান্।

অনুবাদ ঃ- (যঃ) যি (অথৰ্ৱার্নম্) অচল অৰ্থাৎ অবিনাশী (পিত্তৰম্) জগত পিতা (দেব বন্ধুম্) ভকতৰ বাস্তৱিক সাথী অৰ্থাৎ আত্মাৰ আধাৰ (বৃহস্পতিম্) সকলোতকৈ ডাঙৰ গৰাকী জ্ঞান দাতা জগতগুৰু (চ) তথা (নমসা) বিনম্ৰ পুজাৰী অৰ্থাৎ বিধিবত্ ভক্তি সাধন কৰা সাধকক (অৱ) সুৰক্ষাৰে সৈতে (গচ্ছাত্) যি সতলোকলৈ গৈছে সিহঁতক লৈ যোৱা (বিশ্বেষাম্) সৰ্ব ব্ৰহ্মাণ্ডৰ (জনিতা) স্ৰষ্টা (ন দভায়ত্) কালৰ দৰে নঠগোৱা (স্বধাৱান্) স্বভাৱ অৰ্থাৎ গুনৰ (যথা) যেনেকুৱা তেনেকুৱা অৰ্থাৎ তেনেকুৱাই (সঃ) তেওঁ (ত্বম) আপুনি (কবীৰ্দেবঃ/কবিৰ/ দেবঃ) কবীৰ পৰমেশ্বৰ অৰ্থাৎ কবীৰদেব।

**ভাবাৰ্থ ঃ- যি পৰমেশ্বৰৰ বিষয়ে কোৱা হয় যে ত্বমেব মাতা চ পিতা ত্বমেব, ত্বমেব বন্ধু চ সখা ত্বমেব, ত্বমেব বিদ্যা চ দ্ৰবিনম্, ত্বমেব সৰ্বম্ মম্ দেব দেব।। সিজনে অবিনাশী সকলোৰে মাতা-পিতা তথা ভাই, সখা, জগত গুৰু ৰূপে সকলোকে সত্য ভক্তি প্ৰদান কৰোতা সত্লোকলৈ লৈ যোৱা কাল ব্ৰহ্মৰ দৰে বঞ্চনা নকৰা সৰ্ব ব্ৰহ্মাণ্ডৰ স্ৰষ্টা তেওঁ কবীৰদেব (কবীৰ পৰমেশ্বৰ)।**

# কবীৰ সাহেব চাৰিও যুগত আহে

**সৎগুৰু পুৰুষ কবীৰ হ্যাঁয়, চাৰোঁ যুগ প্ৰৱান।**

**ঝুঠে গুৰুৱা মৰ গয়ে, হো গয়ে ভূত মসান।।**

## "সত্য যুগত কবীৰদেব (কবীৰ পৰমেশ্বৰ) সত্সুকৃত নামেৰে অৱতৰন।"

তত্বজ্ঞানৰ অভাৱত শ্ৰদ্ধালু শংকা ব্যাক্ত কৰে যে তাঁতীৰ ৰূপত থকা কবীৰদেব তো বি. সন ১৪৫৫ (সন্ ১৩৯৮) কাশীত আহে। বেদত এই কাশী বাসী কবীৰ দেব তাঁতী (বস্ত্ৰ বনোৱা শিপিনি) কেনেকৈ পূৰ্ণ পৰমাত্মা হব পাৰে?

এই বিষয়ে দাস (সাধু ৰামপাল দাস)ৰ প্ৰাৰ্থনা এইটোৱে যে এই জন পূৰ্ণ পৰমাত্মা কবীৰদেব (কবীৰ পৰমেশ্বৰ) বেদৰ জ্ঞানৰ অতি আগেয়ে সত্লোকত বিদ্যমান আছিল তথা নিজৰ বাস্তবিক জ্ঞান (তত্বজ্ঞান) দিবৰ বাবে চাৰিও যুগত স্বয়ং অৱতাৰিত হৈছিল। সত্য যুগত সত্ সুকৃত নামেৰে, ত্ৰেতাযুগত মুনিন্দ্ৰ নামেৰে, দ্বাপৰত কৰুনাময় নামেৰে আৰু কলিযুগত বাস্তবিক কবীৰদেব (কবীৰ প্ৰভূ) নামেৰে প্ৰকট হৈছিল। ইয়াৰ বাহিৰেও কেতিয়াবা অন্য ৰূপ ধাৰণ কৰি প্ৰকট হৈ নিজৰ লীলা কৰি অন্তৰ্ধ্যান হৈ যায়। সেই সময়ত লীলা কৰিবলৈ আহোতে ঈশ্বৰক বিচৰা প্ৰভূ প্ৰেমী শ্ৰদ্ধালু ভকতে চিনিব পৰা নাছিল, কাৰণ সেই সময়ৰ ঋষি, মুনি, সাধু, সন্ত, পণ্ডিত, গুৰু আদি সবে ঈশ্বৰক নিৰাকাৰ বুলি প্ৰচাৰ কৰিছিল। কিন্তু বাস্তৱত পৰমাত্মাৰ আকাৰ আছে মনুষ্য সদৃশ শৰীৰৰ নিচিনা। পৰন্তু পৰমেশ্বৰৰ শৰীৰ পঞ্চভূতৰ দ্বাৰা তৈৰি নহয়। এক জ্যোতি তত্বৰ দ্বাৰা নিৰ্মিত শৰীৰ। পূৰ্ণ পৰমাত্মা যেতিয়াই বিচাৰে তেতিয়াই প্ৰকট হব পাৰে। তেখেতে কেতিয়াও মাকৰ গৰ্ভৰ পৰা জন্ম নলয় কাৰণ সিজন সৰ্ব ব্ৰহ্মাণ্ডৰ সৃষ্টিকৰ্তা।

পূৰ্ণ ব্ৰহ্ম কবীৰদেব সত্যযুগত সত্সুকৃত নামেৰে স্বয়ং প্ৰকট হৈছিল। সেই সময় গৰুড়দেব, শ্ৰী ব্ৰহ্মাদেৱ, শ্ৰীবিষ্ণুদেৱ, শ্ৰীশিৱ দেৱক সত্জ্ঞান বুঝাইছিল। শ্ৰীমনু মহৰ্ষিকো তত্বজ্ঞান বুজাব বিচাৰিছিল কিন্তু মনুদেবে পৰমেশ্বৰৰ জ্ঞানৰ সত্যতা নেজানি শ্ৰীব্ৰহ্মাদেৱৰ পৰা শুনা বেদৰ জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰি তথা নিজৰ অভিজ্ঞতাৰে লিখা মনুস্মৃতিৰ ওপৰতে আৰুষ্ট হৈ থাকে। ইয়াৰ বিপৰীতে পৰমেশ্বৰ সত্সুকৃত দেৱক উপহাস কৰিবলৈ ধৰে যে আপুনী তো সব ওলোটা জ্ঞান প্ৰচাৰ কৰি আছে। এই কাৰণে পৰমেশ্বৰ সতসুকৃতৰ উপলুঙা নাম বামদেব ৰাখিলে। (বামদেবৰ অৰ্থ উল্টা বা বিপৰীত)

এইদৰে সত্যযুগত পৰমেশ্বৰ কবীৰদেব সত সুকৃত নামেৰে আহিছিল আৰু সেই সময়ত ঋষি মুনি, সাধকক বাস্তৱিক জ্ঞান বুজাইছিল। কিন্তু সিবিলাকে স্বীকাৰ কৰা নাছিল। ইয়াৰ পৰিবৰ্তে সত্সুকৃত নামৰ ঠাইত পৰমেশ্বৰক বামদেব উপলুঙা নাম কবলৈ ধৰিলে।

এই বাবে যজুৰ্বেদ অধ্যায় ১২, মন্ত্ৰ ৪ বৰ্ণিত আছে যে যজুৰ্বেদৰ বাস্তৱিক জ্ঞানক বামদেৱ ঋষিৰ শুদ্ধ জনা আছে তথা অইনকো বুজায়। পবিত্ৰ বেদৰ জ্ঞান বুজিবলৈ বিচাৰ বিবেচনা কৰক — যেনেকুৱা যজুৰ্বেদ এইখন এখন পবিত্ৰ গ্ৰন্থ। ইয়াৰ বিষয়ে

**সংস্কৃতত যতেই বৰ্ণনা কৰক যজুঃ অথবা যজুম্ আদি শব্দ লিখিলেও পবিত্ৰ কিতাপ যজুৰ্বেদকে বুজাব। এইদৰে পূৰ্ণ পৰমাত্মাৰ বাস্তবিক নাম কবীৰদেব। ইয়াক বিভিন্ন ভাষাত কবীৰ সাহেব, কবীৰ পৰমেশ্বৰ কবলৈ ললে। কোনো শ্ৰদ্ধালুই শংকা ব্যাক্ত কৰে যে কৱিৰক কেনেকৈ কবীৰ সিদ্ধ কৰিলে? ব্যাকৰণৰ দৃষ্টিকোনৰ পৰা কবিঃৰ অৰ্থ সৰ্ব্বজ্ঞ বুজায়। দাসৰ প্ৰাৰ্থনা এই যে যিকোনো শব্দ এটাৰ অৰ্থ আছে। আৰু ৰল ব্যাকৰণৰ প্ৰসঙ্গ। ভাষা প্ৰথমে উৎপত্তি হৈছে কিয়নো বেদৰ বাণী প্ৰভূৰ দ্বাৰা উচ্চাৰণ হৈছে, তথা পিছত সাধু, মুনি, ঋষিৰ দ্বাৰা ব্যাকৰণ তৈয়াৰ হৈছে। এইটো ত্ৰুটী পূৰ্ণ হবও পাৰে। বেদৰ অনুবাদ (ভাষা-ভাষ্য) ব্যাকৰণ ব্যাতিৰিক অৰ্থাৎ অসংগত তথা বিৰুদ্ধ ভাব আছে। কিয়নো বেদৰ বাণী মন্ত্ৰৰ দ্বাৰা পদত ৰচিত আছে যেনেকুৱা পলৱল শহৰক ওচৰ চুবুৰীয়া ব্যক্তি পলৱলৰ সলনি পৰবৰ বোলে। যদি কোনোৱাই কয় পলৱলক কেনেকৈ পৰবৰ সিদ্ধ কৰিলে? এইটোও কৱিৰ কেনেকৈ কবীৰ সিদ্ধ হল কোৱা কথা মাথোন হে। যেনেকুৱা ক্ষেত্ৰীয় ভাষা পলৱল শহৰক পৰবৰ কয়। এইদৰে কৱিৰক কবীৰ বোলে, পৰমেশ্বৰ প্ৰভূ তেওঁৱেই। মহৰ্ষি দয়ানন্দ দেৱে "সত্যাৰ্থ প্ৰকাশ" পৰিচ্ছেদ ৪, পৃষ্ঠা ১০০ৰ ভিতৰত (দয়ানন্দ মঠ দীনানগৰ পঞ্জাৱৰ পৰা প্ৰকাশিত) "দেবৃকামা"ৰ অৰ্থ দেবৰৰ কামনা কৰা দেবৃ শব্দক পূৰা কৰিছে ৰ লগাই দেৱৰ কৰিছে। ঠিক তেনেকৈ কৱিৰক কবীৰ ভাষা ভিন্ন কওঁতে বা লিখোতে ব্যাকৰণৰ দৃষ্টি কোনৰ পৰা কোনো ত্ৰুটি নাই। পূৰ্ণ পৰমাত্মা কবীৰদেব, এই প্ৰমান যজুৰ্বেদ অধ্যায় ২৯, মন্ত্ৰ ২৫ তথা সামবেদ সংখ্যা ১৪০০ৰ ভিতৰতো আছে যি নিম্ন বৰ্ণিত —**

যজুৰ্বেদ অধ্যায় নং ২৯, শ্লোক নং ২৫ **(সন্ত ৰাম পাল দাসৰ ভাষা ভাষ্য) ঃ-**

সমিদ্ধো অদ্য মনুষো দুৰোনে দেবো দেবান্যযসি জাতবেদঃ।

আ-চ ৱহ মিত্ৰমহশ্চি কিত্বান্ত্যং দুতঃ কবিৰসি প্ৰচেতাঃ।। ২৫।।

সমিদ্ধ ঃ- অদ্য—মনুষঃ— দুৰোনে—দেবঃ—দেবান্—যজ্—অসি—জাতবেদঃ— আ—চ—ৱহ—মিত্ৰমহঃ—চিকিত্বান্—ত্বম্—দূতঃ—কবিৰ্—অসি—প্ৰচেতাঃ

অনুবাদ ঃ- (অদ্য) আজি অৰ্থাৎ বৰ্তমানে (দুৰোনে) দেহ ৰূপ গৃহত দুৰাচাৰ পূৰ্বক (মনুষঃ) ভণ্ড পূজাত লীন হোৱা আগ্ৰহ শীল ব্যাক্তিৰ (সমিদ্ধঃ) দগ্ধ, জ্বলন অৰ্থাৎ শাস্ত্ৰ বিধি বিৰুদ্ধ বৰ্তমানৰ পূজা, ভক্তি সাধন যি হানিকাৰক হৈ আছে, তাৰ ঠাইত (দেবান্) দেবতা বিলাকৰ (দেবঃ) দেবতা (জাতবেদঃ) পূৰ্ণ পৰমাত্মা সত্ পুৰুষৰ বাস্তবিক (যজ) পূজা (অসি) আছে। (আ) দয়ালু (মিত্ৰমহঃ) জীৱৰ বাস্তবিক সাথী পূৰ্ণ পৰমাত্মাই নিজৰ (চিকিত্বান্) সুস্থ জ্ঞান অৰ্থাৎ যথাৰ্থ ভক্তিৰ (দুতঃ) বাৰ্তাবাহক ৰূপত (ৱহ) লৈ অহা (চ) তথা (প্ৰচেতাঃ) জ্ঞান দিওঁতা (ত্বম) আপুনী (কবিৰসি) কবীৰদেব অৰ্থাৎ কবীৰ পৰমেশ্বৰ।

**ভাবাৰ্থ ঃ- যি সময়ত পূৰ্ণ পৰমাত্মাই প্ৰকট হয় সেই সময়ত সাধু, মুনি, ঋষি, গুৰু, সকলে শাস্ত্ৰবিধি ত্যাগ কৰি মন খুশী আচৰণ অৰ্থাৎ ভণ্ড পূজাৰ দ্বাৰা সৰ্ব ভক্ত সমাজক মাৰ্গ দৰ্শন কৰাই থাকে। তেতিয়া নিজৰ তত্বজ্ঞান অৰ্থাৎ সুস্থ জ্ঞানৰ বাৰ্তাবাহক সাজি স্বয়ং কবীৰ দেব অৰ্থাৎ কবীৰ প্ৰভূই আহে।**

সংখ্যা নং ১৪০০ সামবেদ উতাৰ্চিক অধ্যায় নং ১২, খণ্ড নং ৩, শ্লোক নং ৫ ঃ-

**(সন্ত ৰামপাল দাস দ্বাৰা ভাষা ভাষ্য) ঃ-**

ভদ্রা বস্ত্রা সমন্যাউৰসানো মহান্ কবিনির্বচনানি শংসন্।
আ বচ্যস্ব চম্বোঃ পুয়মানো বিচক্ষনো জাগৃবির্দেববীতৌ।। ৫।।

ভদ্রা — বস্ত্রা — সমন্যা—বসানঃ—মহান্—কবিৰ্—নিৰচনানি—শংসন্ — আৰচ্যস্ব — চম্বো ঃ— পুয়মানঃ — বিচক্ষণ ঃ — জাগৃবিঃ — দেব — বীতৌ।

অনুবাদ ঃ- (বিচক্ষণঃ) চতুৰ ব্যাক্তিয়ে (আৰচ্যস্ব) নিজৰ বচনৰ দ্বাৰা কয় যে আমি যি প্রবচন কৰো তাকে অনুসৰণ কৰা। সেই চতুৰ ব্যাক্তি বিলাকে পূর্ণ ব্রহ্মৰ পূজাৰ কথা নকৈ আন উপাসনাৰ মার্গ দর্শন কৰোৱাই অমৃতৰ সলনি (পুয়মানঃ) অইন উপাসনা ৰূপী মচলা (যেনে ভূত-প্রেত, স্মশান-মশান, পিত্র পূজা, তিনি গুনৰ (ৰজগুন-ব্রহ্মা, সত্গুন-বিষ্ণু, তমগুন-শিব শংকৰ) তথা কাল/ব্রহ্মৰ পূজা  আদিক (চম্বোঃ) বৰ আদৰ সৈতে গা ধুৱায় বা সেৱা ভক্তি কৰে। শাস্ত্র বিৰুদ্ধ ভূল জ্ঞানক সমাপ্ত কৰিবৰ বাবে (ভদ্রা) পৰম সুখদায়ক (মহান কবিৰ) মহান কবিৰ্ অর্থাৎ পূর্ণ পৰমাত্মা কবীৰ (বস্ত্রা) স্বশৰীৰ সাধাৰণ বেশ ভূযাৰে “অর্থাৎ বস্ত্রৰ অর্থ হল বেশ-ভূযা, সাধু-সন্তৰ ভাষাত ইয়াক চোলা বুলিও কয়, চোলাৰ অর্থ হল শৰীৰ। যদি কোনো সাধু-সন্তৰ দেহান্ত হৈ যায় তেন্তে কোৱা হয় যে চোলা এৰি গল” (সসন্যা) নিজৰ সত্লোকৰ শৰীৰ সদৃশ অন্য শৰীৰ হালকা জ্যোতি ধাৰণ কৰি (বসানঃ) সাধাৰণ ব্যাক্তিৰ দৰে জীৱন যাপন কৰি, কিছুদিন অতিথিৰ দৰে সংসাৰত বাস কৰি (নিৰচনানি) নিজৰ শব্দাৱলী কবীৰ বাণী আদিৰ মাধ্যমত সৎজ্ঞান (শংসন) বর্ণনা কৰি (দেব) পূর্ণ পৰমাত্মাৰ (বিতৌ) লুকাই থকা সর্গুন-নির্গুন জ্ঞান ৰূপী ধনক (জাগৃবিঃ) উজাগৰ কৰে।

**ভাবার্থ ঃ- যেনেকুৱা যজুর্বেদ অধ্যায় ৫, মন্ত্র ১ কৈছে যে ‘অগ্নে তনঃ অসি=পৰমেশ্বৰ স্বশৰীৰ বিদ্যমান। বিষ্ণয়ে ত্বা সোমস্য তনুঃ অসি =সেই অমৰ প্রভূৰ পালন পোষন কৰিবৰ বাবে অন্য শৰীৰ আছে যি অতিথি ৰূপত কিছু দিন সংসাৰত আহি থাকে। তত্বজ্ঞানৰ দ্বাৰা অজ্ঞান টোপনীত শুই থকা প্রভূ প্রেমী ভকতক জগাই তোলে। সেইটো প্রমান এই মন্ত্রত আছে যে কিছু সময়ৰ বাবে পূর্ণ পৰমাত্মা কবীৰদেব অর্থাৎ কবীৰ পৰমেশ্বৰ নিজৰ ৰূপ সলনি কৰি সামান্য ব্যক্তিৰ নিচিনা ৰূপ বনাই পৃথিবী মণ্ডলৰ ওপৰত প্রকট হয় তথা কৱিনির্ৱচনানি শংসন অর্থাৎ কবীৰ বাণী প্রচাৰ কৰে যাৰ মাধ্যমত তত্বজ্ঞানক জগায় তথা সেই সময় সাধু, গুৰু, বৈষ্ণৱ বোলা চতুৰ প্রাণী সকলে মিথ্যা জ্ঞানৰ আধাৰৰ ওপৰত শাস্ত্র বিধি অনুসৰি সত্য সাধনা ৰূপী অমৃতৰ ঠাইত শাস্ত্র বিধি বিৰুদ্ধ পূজা ৰূপী মচলা বা আড়ম্বৰক শ্রদ্ধাৰে সৈতে স্নান কৰায় অর্থাৎ পূজা সেৱা শান্তি কৰে। সেই সময় পূর্ণ পৰমাত্মা স্বয়ং প্রকট হৈ তত্বজ্ঞানৰ দ্বাৰা শাস্ত্র বিধি অনুযাৰ পূজা, ভক্তি সাধনাৰ জ্ঞান প্রদান কৰে।**

**পবিত্র ঋগবেদৰ নিম্ন মন্ত্রইয়ো পৰিচয় বর্ণাইছে যে যেতিয়া সেই পূর্ণ পৰমাত্মা কিছু সময় সংসাৰত লীলা কৰিবলৈ আহে তেতিয়া শিশুৰূপ ধাৰণ কৰে। সেই সময় পূর্ণ পৰমাত্মাৰ পেয় খাদ্য (অধন্য ধেনবঃ) কুমাৰী দামুৰী পোৱালীৰ দ্বাৰা হয়। আকৌ লীলা কৰি ডাঙৰ হয় আৰু নিজক পোৱাৰ আৰু সৎলোক যোৱাৰ অর্থাৎ পুর্ণ মোক্ষ মার্গৰ তত্বজ্ঞান (কবির্গির্ভিঃ) কবীৰ বাণী কবিতাৰ দ্বাৰা প্রকাশ কৰে, যি কাৰণে তাক প্রসিদ্ধ কবি বোলা হয়, পৰন্তু তেওঁ স্বয়ং কবীৰদেব পূর্ণ পৰমাত্মাহে যিয়ে তৃতীয় মুক্তি ধাম**

**অৰ্থাৎ সৎলোকত থাকে।**

**ঋগবেদ মণ্ডল ৯, শুক্ত ১, মন্ত্র ৯, তথা শুক্ত ৯৬, মন্ত্র ১৭-১৮**

ঋগবেদ মণ্ডল ৯, শুক্ত ১, মন্ত্র ৯

অভী ইমং অধন্যা উত শ্ৰীনন্তি ধেনৱঃ শিশুম্। সোমমিন্দ্ৰায় পাতৱে।। ৯।।

অভী-ইমম্-অধন্যা উত শ্ৰীনন্তি ধেনবঃ শিশুম্ সোমম্ ইন্দ্ৰায় পাতৱে।

অনুবাদ ঃ- (উত্) বিশেষ কৰি (ইমম্) এই (শিশুম্) শিশু ৰূপত প্ৰকট (সোমম) পূৰ্ণ পৰমাত্মা অমৰ প্ৰভুৰ (ইন্দ্ৰায়) সুখ সুবিধাৰ বাবে অৰ্থাৎ খোৱা বোৱাৰ দ্বাৰা শৰীৰৰ যি শ্ৰীবৃদ্ধি প্ৰাপ্ত হয় সেইখিনি (পাতৱে) বৃদ্ধিৰ বাবে (অভি) পূৰ্ণ ৰূপে (অধন্যা ধেনবঃ) যি গাই ষাড়ৰ দ্বাৰা উপদ্ৰুবিত হোৱা নাই অৰ্থাৎ কুমাৰী দামুৰী গৰুৰ দ্বাৰা (শ্ৰীণন্তি) পেয় খাদ্যৰ পোষন হয়।

**ভাবাৰ্থ ঃ- পূৰ্ণ পৰমাত্মা অমৰ পুৰুষ যেতিয়া লীলা কৰিবৰ বাবে শিশু ৰূপ ধাৰন কৰি স্বয়ং প্ৰকট হয় সেই সময় কুমাৰী দামুৰী গৰু আপোনা আপুনি গাখীৰ দিয়ে যাৰ দ্বাৰা সেই পূৰ্ণ প্ৰভুৰ পালন পোষন হয়।**

ঋগবেদ মণ্ডল ৯, শুক্ত ৯৬, মন্ত্র ১৭

শিশুম্ জজ্ঞানম্ হৰ্য তম্ মৃজন্তি শুম্ভন্তি বহিন মৰুতঃ গনেন। কবি গীৰ্ভি কাব্যেনা কবিৰ্ সন্ত্ সোমঃ পবিত্ৰম, অত্যেতি ৰেভন্ ।। ১৭ ।।

অনুবাদ ঃ- পূৰ্ণ পৰমাত্মা (হৰ্য শিশুম) মানুহৰ পোৱালিৰ ৰূপত (জজ্ঞানম্) জানি বুজি উদ্ভৱ হয় তথা নিজৰ তত্বজ্ঞানক (তম্) সেই সময় (মৃজন্তি) নিৰ্মলতাৰ সৈতে (শুভন্তি) উচ্চাৰণ কৰে। (বহিন) প্ৰভু প্ৰাপ্তিৰ বাবে বিৰহ জ্বালা (মৰুতঃ) বায়ুৰ দৰে শীতল ভকত (গনেন) সমূহৰ বাবে (কাব্যেনা) কবিতাৰ দ্বাৰা কবিত্ব ভাৱেৰে (পবিত্ৰম অত্যেতি) অত্যাধিক নিৰ্মলতাৰ সৈতে (কবিৰ গীৰ্ভি) কবিৰ বানী অৰ্থাৎ কবীৰ বানীৰ দ্বাৰা (ৰেভন্) উচ্চ স্বৰেৰে সম্বোধন কৰি কয়, (কবিৰ সন্ত সোমঃ) সিজন অমৰ পুৰুষ অৰ্থাৎ সতপুৰুষেই সন্ত অৰ্থাৎ ঋষি ৰূপত স্বয়ং কবীৰদেব। কিন্তু সেই পৰমাত্মক চিনিব নোৱাৰি কবি কবলৈ ধৰে।

**ভাবাৰ্থ ঃ- বেদ কওঁতা ব্ৰহ্মাই কৈ আছে যে হুবহু মানুহৰ পোৱালিৰ ৰূপত অৱতাৰিত হোৱা পূৰ্ণ পৰমাত্মা কবীৰদেব নিজৰ বাস্তৱিক জ্ঞানক নিজৰ কবিৰ্গিৰ্ভিঃ অৰ্থাৎ কবীৰ বানী দ্বাৰা নিৰ্মল জ্ঞান নিজৰ হংসাত্মা বিলাকক অৰ্থাৎ পুন্যাত্মা অনুগামী সকলক কবি ৰূপত কবিতাৰ, লোক উক্তিৰ জৰিয়তে সম্বোধন কৰি অৰ্থাৎ উচ্চাৰণ কৰি বৰ্ণনা কৰে। তেওঁ স্বয়ং সত্ পুৰুষ কবীৰেই হয়।**

ঋগবেদ মণ্ডল ৯, শুক্ত ৯৬, মন্ত্র ১৮

ঋষিমনা য ঋষিকৃত স্বৰ্ষাঃ সহাস্ৰানিথঃ পদবীঃ কবীনাম্। তৃতীয়ম্ ধাম মহিষঃ সিষা সন্ত সোমঃ বিৰাজমানু ৰাজতি ষ্টুপ্ ।। ১৮।।

অনুবাদ ঃ- বেদ কওঁতা ব্ৰহ্ম কৈছে যে (য) যি পূৰ্ণ পৰমাত্মা বিলক্ষণ শিশু ৰূপত আহি (কবীনাম্) প্ৰসিদ্ধ কবিৰ (পদবীঃ) উপাধি প্ৰাপ্ত কৰি অৰ্থাৎ এজন সাধু বা ঋষিৰ ভূমিকা পালন কৰে সেই (ঋষিকৃত) সাধু ৰূপত প্ৰকট হোৱা প্ৰভুৰ দ্বাৰা ৰচিত (সহস্ৰানিথঃ) হেজাৰ বানী (ঋষিমনা) সাধু স্বভাৱৰ ব্যক্তিৰ অৰ্থাৎ ভকতৰ বাবে (স্বষাঃ) স্বৰ্গ তুল্য আনন্দদায়ক হয়। (সন্ত সোমঃ) ঋষি সন্তৰ ৰূপত প্ৰকট সিজন অমৰ পুৰুষ অৰ্থাৎ সৎপুৰুষ। তেওঁ পূৰ্ণ প্ৰভু (তৃতীয়া) তৃতীয় (ধাম্) মুক্তি লোক অৰ্থাৎ সত্লোকত (মহিষঃ) সুদৃঢ় পৃথিবীৰ নিচিনা (সিষা) স্থাপিত কৰি (অনু) পিছত

মানৱ সদৃশ সন্ত ৰূপত (ষ্টুপ) গম্বুজ উচ্চ টিলা ৰূপী সিংহাসনৰ ওপৰত (বিৰাজমনু ৰাজতি) উজ্জল স্থূল আকাৰত অৰ্থাৎ মানৱ সদৃশ শৰীৰত বিৰাজমান থাকে।

**ভাবাৰ্থ ঃ- মন্ত্ৰ ১৭ কৈছে যে কবীৰদেব শিশু ৰূপ ধাৰণ কৰি লয়। লীলা কৰি ডাঙৰ হয়। কবীৰ বানী কবিতাৰ দ্বাৰা তত্বজ্ঞান বৰ্ণনা কৰা কাৰণে কবি পদবী প্ৰাপ্ত কৰে অৰ্থাৎ তাকে কবি কবলৈ লাগি যায়, বাস্তৱত তেওঁ পূৰ্ণ পৰমাত্মা কবীৰ (কবীৰ পৰমেশ্বৰ)। তেখেতৰ দ্বাৰা ৰচিত অমৃতবানীক কবীৰ বানী (কবিৰ্গিৰঃ অৰ্থাৎ কবীৰ বাণী) কোৱা হয়; যি ভকতৰ বাবে স্বৰ্গতুল্য সুখদায়ী। সেইজন পৰমাত্মা তৃতীয় মুক্তি ধাম অৰ্থাৎ সৎলোকৰ স্থাপনা কৰি এটা গম্বুজৰ সিংহাসনৰ ওপৰত জ্যোতিৰ্ময় মানৱ সদৃশ শৰীৰ আকাৰত বিৰাজমান হৈ থাকে।**

**এই মন্ত্ৰত তৃতীয় ধামক সৎলোক কোৱা হৈছে। যেনেকুৱা এক ব্ৰহ্মৰ লোক যি একৈশ ব্ৰহ্মাণ্ডৰ ক্ষেত্ৰ দ্বিতীয় পৰব্ৰহ্মৰ লোক যি সাত সংখ্য ব্ৰহ্মাণ্ডৰ ক্ষেত্ৰ, তৃতীয় পৰম অক্ষৰ ব্ৰহ্ম অৰ্থাৎ পুৰ্ণ ব্ৰহ্মৰ ঋত ধাম অৰ্থাৎ সত্‌লোক।**

## “ত্ৰেতাযুগত কবিৰ্দেব (কবীৰ সাহেব) ৰ মুনিন্দ্ৰ নামেৰে অৱতৰন”

## “নল তথা নীলক শৰনত লোৱা”

**ত্ৰেতা যুগত স্বয়ম্ভু (স্বয়ং প্ৰকট হোৱা) কবীৰ্দেৱ (কবীৰ পৰমেশ্বৰ) ৰূপান্তৰ হৈ মুনিন্দ্ৰ ঋষি নামেৰে অৱতাৰিত হৈছিল। অনল অৰ্থাৎ নল তথা অনীল অৰ্থাৎ নীল। দুয়ো একে মাহীৰ পুতেক আছিল। আই দেউতা পৰলোক গমন কৰিছিল। নল তথা নীল দুয়ো শাৰীৰিক মানসিক ৰোগ কষ্টেৰে জৰ্জৰ আছিল। সকলো ঋষি, মুনি, সাধু, গুৰু, বৈষ্ণৱক দুঃখ কষ্ট নিবাৰণৰ কাৰণে প্ৰাৰ্থনা কৰি আমুৱাই গৈছিল। সকলো সাধুয়ে কৈছিল এইবোৰ তঁহতৰ প্ৰাৰব্দ অৰ্থাৎ পাপ কৰ্মৰ শাস্তি, এইবিলাক তহঁতে ভুগিবই লাগিব। ইয়াৰ কোনো সমাধান নাই। দুয়ো ভাই জীৱনৰ লগত নিৰাশ হৈ মৃত্যুৰ বাবে অপেক্ষা কৰি আছিল।**

**এদিন দুয়ো মুনিন্দ্ৰ ঋষি নামে প্ৰকট পূৰ্ণ পৰমাত্মাৰ সৎসঙ্গ শুনিবলৈ অৱসৰ পালে। সৎসঙ্গৰ অন্তত যেতিয়া দুয়ো পৰমেশ্বৰ কবীৰ দেৱৰ (ঋষি মুনিন্দ্ৰৰ) ভৰি ছুই প্ৰণাম কৰিলে তথা পৰমেশ্বৰ মুনিন্দ্ৰ ঋষিয়ে মূৰত হাত ৰাখিলে দুয়োৰে অসাধ্য ৰোগ ছুঃমন্তৰ হৈ গল অৰ্থাৎ দুয়ো সুস্থ হৈ গ’ল। এই অদ্ভুত চমৎকাৰ নল আৰু নীলে পাই প্ৰভূৰ চৰণত ঘণ্টা ধৰি কান্দিলে আৰু কলে যে আজি আমি প্ৰভূৰ সাক্ষাৎ পাইছো যাক আমি ইমান দিনে খুজি আছিলো তথা তাৰ পৰা প্ৰভাৱিত হৈ নাম দীক্ষা ললে তথা মুনিন্দ্ৰ দেৱৰ সেৱা যত্নত লাগি গ’ল। আগেয়ে সাধু সন্তৰ সমাগম পানীৰ ব্যবস্থা দেখি নদীৰ পাৰত হৈছিল। নল আৰু নীল বহুত প্ৰভূ প্ৰেমী আৰু সৰল আত্মাৰ আছিল। পৰমাত্মাৰ ওপৰত বহুত শ্ৰদ্ধা আছিল। সেৱা যতন বহুত কৰিছিল। সমাগমত ৰোগী, বৃদ্ধ, বিকলাঙ্গ ভকত আহিলে সিহঁতৰ কাপোৰ আৰু থালী বাটি ধুই দিছিল। সিহঁতৰ লোটা গিলাচো সাফ কৰি দিছিল। কিন্তু পাহৰি যোৱা বিধৰ মানুহ আছিল। কাপোৰ ধুই থাকোতে প্ৰভুৰ সৎসঙ্গ মনযোগেৰে শুনিছিল আৰু চৰ্চা কৰিছিল। দুয়ো প্ৰভু চৰ্চাত ইমান নিমগ্ন হৈ থাকিছিল যে কেতিয়া হাতৰ বস্তু নদীত পৰি গৈছিল গমেই পোৱা নাছিল। কাৰো যদি চাৰিখন বস্তু লৈ ছাফা কৰিবলৈ গৈছিল তো**

ওভোতাবৰ সময়ত মাথোন দুখন হে দিছিল। ভক্তজন কৈছিল যে ভাই আপোনালোকে সেৱা তো বহুত কৰে কিন্তু আমালোকৰ কাম তো গৰবড় কৰি দিয়া। এইবোৰ হেৰোৱা বস্তু আমি কৰ পৰা আনি দিওঁ? আপোনালোক আমাৰ সেৱা কৰা এৰি দিয়ক। আমি নিজৰ সেৱা নিজেই কৰি লম। নল আৰু নীল কান্দিবলৈ লৈছিল যে আমাৰ সেৱা বন্ধ কৰি নিদিয়া। এতিয়া আৰু বস্তু নেহেৰাম। কিন্তু আকৌ একে ঘটনা। ছাফাই কাম কৰোতে প্ৰভু চৰ্চাত লাগি যায় আৰু বস্তু নদীত পৰি ডুবি যায়। ভক্তজনে ঋষি মুনিন্দ্ৰক প্ৰাৰ্থনা কৰিলে যে কৃপা কৰি আপুনি নল তথা নীলক বুজাওক। ইহঁত দুজন নামানে আৰু কামত বাধা দিলে কন্দাত লাগি যায়। আমাৰ তো আধা বস্তু ওভোতাই লৈ নাহে। এই দুজনে নদীৰ পাৰত সৎসঙ্গ শুনি ভগৱানৰ চৰ্চাত লাগি যায় আৰু ইমানে মগ্ন হয় যে হাতৰ বস্তু পানীত পৰি ডুবি যায়। ঋষি মুনিন্দ্ৰই এবাৰ দুবাৰ বুজালে। সিহঁতে কান্দিবলৈ ধৰে আৰু কয় যে প্ৰভু আমাৰ সেৱা কাঢ়ি নলবা। সৎগুৰু মুনিন্দ্ৰ ঋষিয়ে কলে যে বোপাই নল আৰু নীল খুব সেৱা যতন কৰা আজিৰ পৰা তহঁতৰ হাতৰ পৰা যি কোনো বস্তু পাথৰেই নহওক কিয় নাইবা লোহা পানীত নুডুবিব। ঋষি মুনিন্দ্ৰই সিহঁতক এই বৰ দিলে।

আপোনালোকে নিশ্চয় ৰামায়ন শুনিছে। এসময়ৰ কথা সীতাক ৰাৱণে হৰণ কৰি লৈ গল। ভগৱান ৰাম গমেই নাপালে সীতাক কোনে অপহৰণ কৰিলে? শ্ৰীৰামচন্দ্ৰ ইফালে খোজ বিচাৰ কৰিবলৈ ধৰিলে। বীৰ হনুমানে খোজ বিচাৰ কৰি জনালে যে আই সীতাক লংকাধীপতি ৰাবণে (ৰাক্ষস) হৰণ কৰি আৱদ্ধ কৰি ৰাখিছে। খবৰ পোৱাৰ পিছত ভগৱান ৰামে ৰাৱণৰ ওচৰত শান্তি দুত পঠালে তথা সীতাক ঘুৰাই দিবলৈ বিনম্ৰ বিনতী কৰিলে। কিন্তু ৰাৱণ নামানিলে। যুদ্ধৰ ডংকা বাজিল। তেতিয়া সমস্যা পালে যে সমুদ্ৰত কেনেকৈ সেনা পাৰ কৰা যায়?

ভগৱান শ্ৰী ৰামচন্দ্ৰই তিনিদিন এক আঠু পানীত থিয় হৈ সমুদ্ৰক হাত জোড় কৰি প্ৰাৰ্থনা জনালে ৰাস্তা দিবলৈ। কিন্তু সাগৰৰ পৰা একো সহাঁৰি নেপালে। তেতিয়া ৰামে সাগৰক জলাবলৈ অগ্নি বাণ তুলিলে। ভয়ভীত সমুদ্ৰ এক ব্ৰাহ্মণৰ ৰূপ ধৰি ৰামৰ সমুখত থিয় হল আৰু কবলৈ ধৰিলে হে ভগৱান সকলোৰে নিজা[২] এটা মৰ্য্যাদা আছে। মোক নজলাব। মোৰ ভিতৰত নাজানো কিমান জীৱ-জন্তুৰ সংসাৰ আছে। যদি আপুনি মোক জ্বলাইয়ো দিয়ে তথাপিও আপুনি মোক পাৰ কৰিব নোৱাৰে, কিয়নো ইয়াত গভীৰ গাঁত ৰৈ যাব, যিটো আপুনি কেতিয়াও পাৰ কৰিব নোৱাৰে।

সমুদ্ৰই কলে প্ৰভু এনে কাম কৰক যাতে সাপো মৰে লাঠীও নিছিঙে। মোৰ মৰ্য্যাদাও ৰৈ যাব আৰু আপোনাৰ দলংও হৈ যাব। তেতিয়া ভগৱান শ্ৰীৰামচন্দ্ৰই পুছিলে সেইটো কেনে উপায়? ব্ৰাহ্মণ ৰূপত থিয় সমুদ্ৰই কলে আপোনাৰ সৈনিকৰ ভিতৰত নল তথা নীল নামে দুইজন সৈনিক আছে। তাঁহাতৰ ওচৰত গুৰুদেৱ প্ৰদত্ত এনে শক্তি আছে যে সিহঁতৰ হাতৰ স্পৰ্শ পোৱা পাথৰো পানীত ভাঁহি থাকিব। যি বস্তুৱেই হওঁক বা লোহাই হওঁক পানীত নুডুবে। শ্ৰীৰাম চন্দ্ৰই নল তথা নীলক মাতিলে আৰু পুছিলে যে সঁচাই তোমালোকৰ ওচৰত এনেকুৱা অদ্ভুত শক্তি আছে নে? নল তথা নীলে কলে হয় প্ৰভু, আমাৰ হাতৰ পৰশ পালে শিলো পানীত নুডুবে শ্ৰীৰামে কলে পৰীক্ষা কৰি দেখুৱা।

নিৰ্বোধ নল-নীলে ভাবিলে যে আজি সকলোৰে সমুখত সিহঁতৰ বহুত মহিমা

**হব। সেইদিন সিহঁতে নিজৰ গুৰুদেৱ ভগৱান মুনিন্দ্ৰক (কবীৰ পৰমেশ্বৰ) এইটো ভাবি স্মৰণ নকৰিলে যে যদি আমি গুৰুদেৱক স্মৰণ কৰো তেহে যদি শ্ৰীৰামচন্দ্ৰই ভাবে ইহঁতৰ ওচৰত নিজা কোনো শক্তি নাই, এইবোৰে তো বেলেগৰ পৰা ধাৰ কৰা শক্তিহে। সিহঁত দুজনে শিল উঠাই পানীত পেলাই দিলে তো শিল পানীত ডুবি গল। নল তথা নীলে বহুত বহুত চেষ্টা কৰিলে কিন্তু শিল পানীত ভাঁহি নুঠিল। তেতিয়া ভগৱান ৰাম সমুদ্ৰৰ ফালে এনেকৈ চালে যে আপুনি (সমুদ্ৰ দেবতা) মিছাই কৈছে। ইহঁতৰ তো কোনো শক্তি নাই। সমুদ্ৰই কলে হে নল আৰু নীল আজি তোমালোক দুজনে ইষ্ট গুৰুক স্মৰণ কৰা নাই। নিৰ্বোধ নিজ গুৰু দেৱক স্মৰণ কৰা। সিহঁত দুজনে বুজিলে যে আজি তো আমি ভুল কৰি পেলালো। তেওঁলোকে সৎগুৰু মুন্দ্ৰি দেৱক স্মৰণ কৰিলে। সৎগুৰু মুনিন্দ্ৰ (কবীৰদেব) তাত উপস্থিত হৈ গ'ল। ভগৱান ৰামচন্দ্ৰই কলে হে ঋষিবৰ! মোৰ দুৰ্ভাগ্য যে আজি আপোনাৰ সেৱকৰ হাতৰ পৰশত শিল পানীত ভাহি নুঠে। ঋষি মুনিন্দ্ৰই কলে এতিয়া ইহঁতৰ হাতৰ দ্বাৰাই শিল পানীত ভাঁহি নুঠিব কাৰণ এওঁলোকৰ অভিমান হৈ গৈছে। সৎগুৰুৰ বানী প্ৰমাণ কৰে যে ঃ-**

গৰীব, জৈসে মাতা গৰ্ভ কো, ৰাখে জতন বনায়।
ঠেস লগে তো ক্ষীন হোৱে, তেৰী এয়সে ভক্তি যায়।

**সেই দিনৰ পৰা নল আৰু নীলৰ সেই অদ্ভুত ক্ষমতা সমাপ্ত হৈ গ'ল। শ্ৰী ৰামচন্দ্ৰই ঋষি মুনিন্দ্ৰ দেবক কলে যে হে ঋষিবৰ! মোৰ ওপৰত ডাঙৰ আপদ আহিছে দয়া কৰক যাতে সৈনীকে প্ৰথমে সমুদ্ৰ পাৰহৈ যাব পাৰে। আপুনি যেতিয়া আপোনাৰ সেৱকক শক্তি প্ৰদান কৰিব পাৰে তেন্তে প্ৰভূ কৃপা কৰি মোক অলপ সহায় কৰক। পৰমেশ্বৰ মুনিন্দ্ৰই কলে যে সমুখত থকা পাহাৰখনৰ চাৰিওফালে মই এডাল ৰেখা টানি দিছোঁ। ইয়াৰ মাজত থকা শিলবোৰ উঠাই লোৱা সিবোৰ পানীত নুডুবে। শ্ৰীৰামে পৰীক্ষাৰ বাবে পাহাৰৰ পৰা শিল অনালে। তাক পানীত এৰি দিলে তো নুডুবে। নল তথা নীল শিল্পীকাৰো আছিল। বীৰ হনুমান প্ৰতিদিন ভগৱানক স্মৰণ কৰিছিল। তেওঁ দৈনিক ক্ৰিয়াৰ লগত শিলত ৰাম নাম লিখি পাহাৰৰ ওপৰত পাহাৰ উঠাই আনি দিছিল। নল আৰু নীলে তাক ভাঙি চিঙি সমুদ্ৰৰ ওপৰত দলং বনাই লৈছিল। এইদৰে দলং বনোৱা হৈ গৈছিল। ধৰ্মদাস মহাৰাজে কয় যে ঃ-**

ৰহে নল নীল জতন কৰ হাৰ, তব সৎগুৰু সে কৰী পুকাৰ।
জা সত ৰেখা লিখি অপাৰ, সিন্ধু পৰ শিলা তিৰানে ওৱালে।
ধন-ধন সৎগুৰু সত কবীৰ, ভক্ত কী পীৰ মিটানে ওৱালে।

**কিছুমানে কয় যে বীৰ হনুমানে শিলৰ ওপৰত ৰাম-নাম লিখি দিয়া কাৰণে শিলবোৰ পানীত ভাঁহি উঠে। কিছুমানে কয় যে নল-নীলে পূল বনাই দিছিল। কিছুমান কয় শ্ৰীৰামে পুল বনাইছিল। কিন্তু সত্য কথা এনেকুৱাই যি আপোনাক ওপৰত বৰ্নোৱা হৈছে।**

**(সত্ কবীৰৰ সাক্ষী পৃষ্ঠা ১৭৯ পৰা ১৮২ লৈ)**

**-ঃ পিৱ পিছান কো অঙ্গ ঃ-**

কবীৰ- তিন দেৱ কো সব কোই ধাওৱে, চৌথে দেব কা মৰম না পাওৱে।
চৌথা ছাড় পঞ্চম কো ধাওৱে, কহে কবীৰ সো হম পৰ আওৱে।। ৩।।

কবীৰ- ওঁকাৰ নিশ্চয় ভয়া, ইয় কর্তা মত জান।
সাচা শব্দ কবীৰ কা, পর্দে মাঁহী পহচান।। ৫।।
কবীৰ- ৰাম কৃষ্ণ অৱতাৰ হ্যায়, ইনকা নাঁহী সংসাৰ।
জিন সাহেব সংসাৰ কিয়া, সো কিনহুঁ ন জন্ময়া নাৰ ।। ৭।।
কবীৰ- চাৰ ভূজা কে ভজন মেঁ ভূলি পৰে সব সন্ত।
কবিৰা সুমিৰো তাসু কো, জাকে ভূজা অনন্ত ।। ২৩।।
কবীৰ- সমুদ্র পাট লংকা গয়ে, সীতা কো ভৰতাৰ।
তাহি অগস্ত মুনি পিয়ে গয়ো, ইনমে কো কৰতাৰ ।। ৩৬।।
কবীৰ- গোৱৰ্ধনগিৰি ধাৰৱো কৃষ্ণ জী, দ্রোনা গিৰি হনুমন্ত।
শেষ নাগ সব সৃষ্টি সহাৰি, ইনমেঁ কো ভগবন্ত ।। ২৭।।
কবীৰ- কাটে বন্ধন বিপত্তি মেঁ, কঠিন কিয়া সংগ্রাম।
চিনহোৰে নৰ প্রাণীয়া, গৰুড় বড়ো কী ৰাম ।। ২৮।।
কবীৰ- কহ কবীৰ চিত চেতহুঁ, শব্দ কৰৌ নিৰুৱাৰ।
শ্রীৰাম হি কর্তা কহত হ্যাঁয়, ভূলি পৰয়ো সংসাৰ ।। ২৯।।
কবীৰ- জিন ৰাম কৃষ্ণ ৱ নিৰঞ্জন কিয়ো, সো তো কৰতা নেয়াৰ।
অন্ধা জ্ঞান ন বুঝই, কহে, কবীৰ বিচাৰ ।। ৩০।।

## “দ্বাপৰ যুগত কবির্দেব (কবীৰ পৰমেশ্বৰ) কৰুণাময় নামেৰে অৱতৰণ।”

**পৰমেশ্বৰ কবীৰ (কবির্দেব) দ্বাপৰ যুগত কৰুণাময় নামেৰে অৱতৰণ হৈছিল। সেই সময় এজন বাল্মিক জাতিৰ পৰা উৎপন্ন ভক্ত সুদৰ্শন সুপচ (অনুসচিত জাতিৰ) তেখেতৰ শিষ্য হৈছিল। এই সুদৰ্শন মহাশয়ে পাণ্ডৱৰ যজ্ঞ সফল কৰিছিল। না তো শ্ৰীকৃষ্ণক ভোজন কৰাই সফল হৈছিল, না তেত্রিশ কোটী দেৱতা, আঠাইশ হেজাৰ ঋষি, বাৰো কোটী ব্ৰাহ্মণ, নয় নাথ, চৌৰাশী সিদ্ধীবান আদিয়ে ভোজন খাই সফল হৈছিল। ভক্ত সুদৰ্শন বাল্মীক পূৰ্ণ গুৰুৰ পৰা বাস্তৱিক তিন মন্ত্ৰ প্ৰাপ্ত কৰি গুৰু মৰ্য্যাদা বজাই ৰাখি সত্য সাধনা কৰি আছিল।**

## “দ্বাপৰ যুগত ইন্দ্ৰমতীক শৰণত লোৱা”

**দ্বাপৰ যুগত চন্দ্ৰ বিজয় নামে এজন ৰজা আছিল। তেওঁৰ পত্নী ইন্দ্ৰমতী বৰ ধাৰ্মিক প্ৰবৃত্তিৰ তিৰোতা আছিল। সাধু-মহাত্মাক বৰ সেৱা যতন কৰিছিল। তাইৰ এজন গুৰুদেৱ আছিল। তাইৰ গুৰুদেৱে উপদেশ দিছিল যে পুত্ৰী সাধু-সন্তৰ সেৱা কৰা উচিত। সাধু-সন্তক ভোজন খুৱালে বৰ লাভ হয়। একাদশী ব্ৰত, সাধনাৰ জপ, তপ আদি যি গুৰুদেৱে উপদেশ দিছিল সেইবোৰ বৰ ভগৱত ভক্তি দৃঢ়তাৰে পালন কৰিছিল। গুৰুদেৱে কৈছিল যে যদি সাধু-সন্তক ভোজন কৰোৱা তেন্তে তাই আগলৈ ৰাণী হব পাৰিব আৰু স্বৰ্গও প্ৰাপ্তি হব। ৰাণীয়ে ভাবিছিল যে তাই প্ৰতিদিন এজন সন্তক অৱশ্য ভোজন খুওৱাব। তাই এনে প্ৰতিজ্ঞা কৰিছিল যে প্ৰথমে এজন সাধুক ভোজন খুৱাই পিছতহে আহাৰ গ্ৰহণ কৰিব। ইয়াৰ দ্বাৰা তাইৰ এই কৰ্তব্য মনত ৰৈ যাব। যাতে তাই পাহৰি নেযায়। ৰাণী প্ৰতিদিন এজন সাধুক ভোজন কৰোৱাই পিছত স্বয়ং আহাৰ কৰিছিল। বছৰলৈ এই ক্ৰম চলি আছিল।**

এবাৰ হৰিদ্বাৰত কুম্ভ মেলাৰ সমাগম হল। যিমান সাধু ত্ৰিগুন মায়াৰ উপাসক আছিল সকলোৱে গঙ্গা স্নান কৰিবৰ বাবে প্ৰস্থান কৰিছিল। এই কাৰণে কেবা দিনো ৰাণী ভোজন কৰাবলৈ সাধু-সন্ত মিলা নাছিল। ৰাণীৰ প্ৰতিজ্ঞা থকা কাৰণে নিজেও ভোজন কৰা নাছিল। ৪ৰ্থ দিনা ৰাণী ইন্দ্ৰমতীয়ে নিজৰ দাসীক কলে যে হে দাসী ! সাধু-সন্ত বিচৰাচোন ? নহলে আজি তোমাৰ ৰাণী জীয়াই নেথাকে। আজি মোৰ প্ৰাণ ওলাই গলেও মই আহাৰ গ্ৰহণ নকৰো। তেওঁ দীন দয়াল পৰমেশ্বৰ কবীৰ নিজৰ পূৰ্বৰ ভকতক শৰণ লোৱাৰ কাৰণে নেজানো কিমান কাৰণ বনাই দিয়ে ? দাসীয়ে ওপৰৰ ছাদত উঠি দেখিবলৈ ধৰিলে যে সমুখত এজন সাধু আহি আছে। বগা কাপোৰ আছিল। দ্বাপৰ যুগত পৰমেশ্বৰ কবীৰ কৰুণাময় নামেৰে আহিছিল। দাসী নীচত নামি আহিলে আৰু কলে যে এজন ব্যক্তি আহি আছে যাক সাধু যেন লাগিছে। ৰাণীয়ে কলে সোনকালে মাতি লৈ আহ বুলি কলে। দাসী ৰাজবাৰীৰ পৰা বাহিৰ ওলাই গল আৰু সাধুক বিনতি কৰি কলে - হে মহাত্মন! আপোনাক আমাৰ ৰাণীয়ে স্মৰণ কৰিছে। কৰুণাময় পৰমেশ্বৰে কলে - ৰাণীয়ে নো মোক কেলেই স্মৰণ কৰিলে, ৰাণী আৰু মোৰ লগত কি সম্বন্ধ? দাসীয়ে গোটেই কথা খুলি কলে। কৰুণাময় (কবীৰ) পৰমেশ্বৰে কলে যে ৰাণীৰ আৱশ্যকতা থাকিলে ইয়ালৈ আহিবলৈ কোৱা, মই ইয়াতে থিয় হৈ আছো। তই দাসী আৰু তাই ৰাণী। মই তাত যাওঁ যদি তাই কয় তোমাক কোনে মাতিছে? আৰু ৰজাই কিবা কৈ দিয়ক আৰু পুত্ৰী সন্তৰ অনাদৰ বহুত পাপদায়ক। দাসী আকৌ উভতি আহিলে আৰু সকলো খবৰ শুনাই দিলে। তেতিয়া ৰাণীয়ে কলে দাসী মোৰ হাতখন ধৰা আৰু সাধুৰ ওচৰলৈ বলা। ৰাণী ওচৰত গৈ দণ্ডৱত প্ৰণাম কৰি বিনতি কৰি কলে, হে ঈশ্বৰ মই ইচ্ছা কৰো আপোনাক কান্ধত তুলি লওঁ। কৰুণাময় পৰমেশ্বৰে কলে পুত্ৰী! মই এইটোৱে দেখিব বিচাৰিছো যে তোমাৰ ভিতৰত আচলে শ্ৰদ্ধা আছেনে নাইবা এনেই ভোকত মৰি আছা। ৰাণীয়ে নিজ হাতেৰে আহাৰ বনালে। কৰুণাময় ৰূপত অহা কবীৰদেবে কলে মই আহাৰ নেখাওঁ। মোৰ শৰীৰ আহাৰ খোৱাৰ বাবে নহয়। তেতিয়া ৰাণীয়ে কলে মইওঁ আহাৰ নাখাওঁ। কৰুণাময় ঈশ্বৰে কলে, ঠিক আছে পুত্ৰী লৈ আহা আহাৰ খাওঁ, কিয়নো সমৰ্থ তাকে কোৱা হয়, যিয়ে যি বিচাৰে তাকেই কৰিব পাৰে। কৰুণাময় ঈশ্বৰে আহাৰ খালে, কৰুণাময় ৰূপত প্ৰকট কবিৰগ্নিয়ে (পৰমেশ্বৰ কবীৰদেব) ৰাণীক সুধিলে যে এইবোৰ যি ভক্তি সাধনা তই কৰি আছা সেইবোৰ তোমাক কোনে উপদেশ কৰিছে? ৰাণীয়ে কলে মোৰ গুৰুদেৱে আদেশ কৰিছে। কবীৰদেবে কলে তোমাৰ গুৰুদেৱে কি আদেশ কৰিছে? ইন্দ্ৰমতীয়ে কলে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰৰ পূজা, একাদশী ব্ৰত, তীৰ্থ ভ্ৰমন, দেবী পুজা, শ্ৰাদ্ধ কৰ্ম কাণ্ড, মন্দিৰত যোৱা, সাধু-সন্তৰ সেৱা ইত্যাদি। কৰুণাময় (কবীৰ) ইশ্বৰে কলে যি ভক্তি সাধনা তোমাৰ গুৰুদেৱে তোমাক দিছে সেইটো জন্ম-মৃত্যু তথা স্বৰ্গ-নৰকৰ চক্ৰত ৰাখিব আৰু চৌৰাশী লাখ যোনী ভ্ৰমনৰ কষ্টৰ পৰা মুক্তি হবলৈ নিদিব। ৰাণীয়ে কলে মহাৰাজ যিমান সাধু-সন্ত আছে সকলোৱে নিজৰ নিজৰ প্ৰভূতা নিজেই বনাই আহে। মোৰ গুৰুদেৱৰ বিষয়ে একো কিছু নকব। লাগিলে মই মুক্ত হওঁ বা নহওঁ।

এতিয়া কৰুণাময় (কবীৰদেব) ঈশ্বৰে চিন্তিলে এই সৰল জীৱক কেনেকৈ বুজাওঁ? এওঁ যাৰ নেজত ধৰিছে তাক এৰিব নোৱাৰে, মৰিব পাৰে। কৰুণাময় ঈশ্বৰে কলে পুত্ৰী

তোমাৰ যেনে ইচ্ছা, মই নিন্দা নকৰো। মই কি তোমাৰ গুৰুদেৱৰ বেয়া কোৱা নাইবা গালি দিছো নেকি? মইতো ভক্তি পথৰ কথা কৈ আছো যে এই ভক্তি পথ শাস্ত্ৰ বিৰুদ্ধ। তোমাক পাৰ হবলৈ নিদিব আৰু নাইবা তোমাৰ আগন্তুক কৰ্মদণ্ড কাটিব পাৰিব আৰু শুনা আজিৰ পৰা তিনিদিন পিছত তোমাৰ মৃত্যু হব। না তোমাৰ গুৰু নাইবা তোমাৰ এই নকলী ভক্তি সাধনা তোমাক বচাব পাৰিব। (যেতিয়া মৃত্যুৰ সময় আহে তেতিয়া জীৱৰ ভয় লাগে। এনেয়ে তো নেমানে।) ৰাণীয়ে ভাবিলে সাধু-সন্ত মিছা নকয়। সঁচাই এনে নহওঁক যে অহা পৰহি মই মৰি যাওঁ। এই ভয়ৰ কাৰণে কৰুণাময় ঈশ্বৰক পুছিলে যে হে ঈশ্বৰ! মোৰ প্ৰাণটো কি বাচিব পাৰিব? পৰমেশ্বৰ কবীৰ (কৰুণাময়) কলে যে বাচিব পাৰিব। যদি তুমি মোৰ পৰা নাম উপদেশ লোৱা, মোৰ শিষ্যা হব লাগিব, আগৰ সাধন, পূজা পদ্ধতি ত্যাগ কৰিব লাগিব, তেতিয়া তোমাৰ প্ৰাণ বাচিব। ইন্দ্ৰমতিয়ে কলে মই শুনিছো যে গুৰু সলনি কৰা অনুচিত, পাপ লাগে। কবীৰদেবে (কৰুণাময়) কলে নহয় বেটী এইটো তোমাৰ ভ্ৰম। এক বেজৰ (ডক্টৰ) ঔষধে কাম নকৰিলে দোসৰা বেজৰ পৰা নলয় নে? এজন পঞ্চম শ্ৰেণীৰ শিক্ষক আছে। আকৌ আন এজন উচ্চ শ্ৰেণীৰ শিক্ষক আছে। বেটী এটা শ্ৰেণীৰ পৰা আন এটা শ্ৰেণীলৈ আগুৱাই যাব লাগে। তুমি কি গোটেই জীৱন পঞ্চম শ্ৰেণীতে বহি কটাই দিবা। ইয়াক এৰিব লাগিব। তই আগলৈ পঢ়ি আগুৱাই যোৱা, মই পঢ়াবলৈ আহিছো। এনেইতো নামানি কিন্তু মৃত্যু দেখিবলৈ ধৰাত, যেন এনে লাগিল যে সাধু কোৱা কথা যাতে ঘটি নাযায়। এনে চিন্তা চৰ্চা কৰি ইন্দ্ৰমতীয়ে কলে যে আপুনী যেনেকৈ কব মই তেনেকৈ পালন কৰিম। পিছত কৰুণাময় (কবীৰদেব) উপদেশ দিলে যে আজিৰ পৰা তৃতীয় দিনৰ দিনা মোৰ ৰূপত কাল আহিব, তই তাক একো নকবি। মই তোমাক যি নাম উপদেশ দিলো তাক দুই মিনিট জপ কৰিবা। দুই মিনিট পিছত তাক দেখিবা। তাৰ পিছত তাক সৎকাৰ কৰিবা। এনেয়ে তো গুৰুদেব আহিলে অতী শ্ৰীঘ্ৰে চৰণত পৰি দণ্ডৱত প্ৰণাম কৰিব লাগে। এইটো মোৰ কেৱল এইবাৰৰ উপদেশ। ৰাণীয়ে কলে ঠিক আছে গুৰুদেব।

এতিয়া ৰাণীৰ চিন্তা লাগি গল। শ্ৰদ্ধাৰে নাম জপ কৰিবলৈ ধৰিলে। (কবীৰ পৰমেশ্বৰ) কৰুণাময় ঈশ্বৰৰ ৰূপ ধাৰণ কৰি গুৰুদেৱৰ ভেশত কালে ইন্দ্ৰমতীৰ কাষলৈ আহিলে আৰু মাত লগালে ইন্দ্ৰমতী, ইন্দ্ৰমতী। এতিয়া তাইৰ আগৰে পৰাই ভয় আছিল, নাম স্মৰণ কৰিলে। কালৰ ফালে নেদেখিলে। দুই মিনিট পিছত যেতিয়া দেখিলে তেতিয়া কালৰ স্বৰূপ বদল হৈ গল। কালৰ যি আসল চেহেৰা তেনেকুৱা দেখাবলৈ ধৰিলে। কৰুণাময়ৰ স্বৰূপ নাই। যেতিয়া কালে দেখিলে যে তাৰ স্বৰূপ বদল হৈ গল তেওঁ জানি পালে, নিশ্চয় ইয়াৰ কাষত কিবা শক্তিযুক্ত মন্ত্ৰ আছে। তোক পিছত চাই লম, এই কথা কৈ কাল গুচি গল। এতিয়া ৰক্ষা পালো। ৰাণী বহুত আনন্দিত হল কিন্তু ফুলি নুঠিল। কেতিয়াবা নিজৰ দাসীক কবলৈ ধৰিলে, মোৰ তো মৃত্যু হব লগা আছিল, মোৰ গুৰুদেবে মোক বচাই দিলে। ৰজাৰ ওচৰত গল আৰু কলে যে আজি মোৰ মৃত্যু হব লগা আছিল, মোৰ গুৰুদেৱে মোক ৰক্ষা কৰি দিলে। মোক লবলৈ কাল আহিছিল। ৰজাই কলে তই এনেয়ে এইবোৰ ড্ৰামা কৰিছা। কাল আহিলে তোমাক কি এৰি গলহেঁতেন? এনেকা সাধু তেনেকা ফচহু কথা কৈ দিয়ে। ৰজাৰ কথা ৰাণী কেনেকৈ মানি লয়? আনন্দমনে ৰাণী গৈ

**নিজৰ শোৱনী কোঠাত শুই পৰিল। কিছু সময় পিছত কালে সৰ্প সাজি আকৌ আহিল আৰু ৰাণীক দংশন কৰিলে। যেতিয়া সৰ্পই দংশিলে ৰাণীয়ে গম পালে। ৰাণী জোৰেৰে চিঞৰিলে। মোক সৰ্পই দংশিলে। দাসী ভাগিল। চাওঁতে চাওঁতে কোঠালীৰ পানী ওলোৱা ফুটাৰে সাপ ওলাই গল। ৰাণীয়ে নিজ গুৰুদেৱক স্মৰি চিঞৰি চিঞৰি বেহুঁচ হৈ গল। কৰুণাময় (কবীৰদেব) পৰমেশ্বৰ তাত প্ৰকট হৈ গল। মানুহক দেখুৱাৰ বাবে মন্ত্ৰ কলে। (তেওঁতো বিনা মন্ত্ৰই জীৱিত কৰিব পাৰে, কোনো যন্ত্ৰ-মন্ত্ৰৰ আৱশ্যকতা নাই।) ইন্দ্ৰমতীক জীৱিত কৰি দিলে। ৰাণীয়ে বৰ কৃতজ্ঞতা যাঁচিলে আৰু কলে যে হে মুক্তি দাতা যদি আজি মই আপোনাৰ শৰণত নেথাকিলোহেঁতেন তেন্তে মোৰ মৃত্যু হৈ গলহেঁতেন। কবীৰ পৰমেশ্বৰে কলে যে ইন্দ্ৰমতী এই কালক মই তোমাৰ ঘৰত সোমাবলৈ নিদিলোহেঁতেন। তোমাৰ ওপৰত আক্ৰমণো নকৰিলেহেঁতেন। কিন্তু তোমাৰ বিশ্বাস নহলহেঁতেন। তই ইয়াকে চিন্তিলেহেঁতেন যে মোৰ ওপৰত কোনো আপদ আহিব লগা নাছিল। গুৰুদেবে মোক ফুচুলাই নাম দীক্ষা দিলে। এই বাবে তোমাক অলপ ঝটকা দেখুৱালো। নহলে বেটীৰ বিশ্বাস নহলহেঁতেন।**

ধৰ্মদাস ইহাঁ ঘনা অন্ধেৰা, বিন পৰচয় জীব জমকা চেৰা।

**কবীৰ পৰমেশ্বৰে (কৰুণাময়) কলে যে এতিয়া মই যেতিয়াই বিচাৰিম তেতিয়াই তোমাৰ মৃত্যু হব। গৰীব দাস মহাৰাজে কয় যে ঃ-**

গৰীব, কাল ডৰে কৰতাৰ সে, জয় জয় জয় জগদীশ। জৌৰা জৌৰী ঝাড়তী, পগ ৰজ ডাৰে শীশ।।

**এই কাল, কবীৰ (কবীৰ পৰমেশ্বৰ) ভগৱানক ভয় কৰে আৰু এই যমৰাজ (মৃত্যু) কবীৰ দেৱৰ জোতা পৰিস্কাৰ কৰে অৰ্থাৎ চাকৰ তুল্য। আকৌ তাৰ ধুলি মূৰত লগাই কয় যে মই আপোনাৰ ভকতৰ ওচৰত নেযাম।**

গৰীব, কাল যো পিসৈ পিসনা, জৌৰা হ্যায় পনীহাৰ। এ দো আসল মজুৰ হ্যাঁয়, মেৰে সাহেব কে দৰবাৰ।।

**এই কাল যি ইয়াত ২১ ব্ৰহ্মাণ্ডৰ ভগৱান (ব্ৰহ্ম) তথা ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰৰ পিতা। এওঁতো মোৰ ঈশ্বৰ কবীৰদেবৰ আটা পিহে অৰ্থাৎ আচল চাকৰ আৰু জৌৰা (মৃত্যু) মোৰ কবীৰ পৰমেশ্বৰৰ সভাত পানী কঢ়িওৱা এক বিশেষ চাকৰাণী। এই দুই আসল মজদুৰ মোৰ কবীৰ পৰমেশ্বৰৰ সভাত আছে। কিছু দিনৰ পিছত কবীৰদেব আকৌ আহিল আৰু ৰাণী ইন্দ্ৰমতীক সত্‌নাম প্ৰদান কৰিলে।**

**আকৌ কিছু দিনৰ পিছত ৰাণী ইন্দ্ৰমতীৰ অতি শ্ৰদ্ধা দেখি কবীৰ পৰমেশ্বৰে সাৰনাম দিলে। শব্দৰ উপলব্ধি কৰোৱালে। কবীৰ পৰমেশ্বৰে ৰাণী ইন্দ্ৰমতীক সময় সময় দৰ্শন দিবলৈ গৈছিল তো ইন্দ্ৰমতী প্ৰাৰ্থনা কৰিছিল যে হে গুৰুদেব ঈশ্বৰ মোৰ পতী ৰজাক বুজাওক যাতে তেখেতে মানে। আপোনাৰ চৰণত শৰণ লওক আৰু মোৰ জীৱন সফল হওক। ৰজা চন্দ্ৰ বিজয়ক কবীৰ পৰমেশ্বৰে প্ৰাৰ্থনা কৰিলে যে চন্দ্ৰবিজয় আপুনিও নাম দীক্ষা লওক এই দুই দিনৰ ৰাজপাট আৰু ঠাট বাট। পিছত আকৌ প্ৰাণী চৌৰাশী লাখ যোনীত গুচি যাব। চন্দ্ৰ বিজয়ে কলে ভগৱান মই নাম দীক্ষা নলও আৰু আপোনাৰ শিষ্যাকো মানা নকৰো, লাগিলে গোটেই ৰাজ ভড়াল উদং কৰি দিয়ক, যি প্ৰকাৰৰ সৎসঙ্গ কৰে কৰাওক, মই আপত্তি নকৰো। কবীৰদেৱে (কৰুণাময়) কলে আপুনী কিয় নাম দীক্ষা নলয়? ৰজা চন্দ্ৰ বিজয় কলে মইতো ডাঙৰ ডাঙৰ ৰজাৰ পাৰ্টিত যাব লগা**

হয়। করুণাময় (কবীৰদেৱ) কলে পাৰ্টিলৈ যোৱাত নামে কি বাধা? সভাত যোৱা, তাত কাজু খোৱা, গাখীৰ পান কৰা, চৰবত চুহি লোৱা, মদ্যপান নকৰিব। মদ্যপান কৰা মহাপাপ। কিন্তু ৰজা নেমানিলে।

ৰাণীৰ আকৌ প্ৰাৰ্থনা শুনাত করুণাময় (কবীৰ) ঈশ্বৰে ৰজাক আকৌ বুজালে যে নাম বিনা জীৱৰ জীৱন এনেয়ে ব্যৰ্থ হৈ যায়। আপুনী নাম দীক্ষা লওক। ৰজাই আকৌ কলে গুৰুদেৱ মোক নাম লবলৈ নকব। আপোনাৰ শিষ্যাক মই বাধা নকৰো। লাগিলে যিমানেই দান কৰক, কিমান সৎসঙ্গ কৰে কৰক। পৰমেশ্বৰে কলে বেটী এই দুই দিনিয়া সুখ দেখি ইয়াৰ বুদ্ধি ভ্ৰষ্ট হৈ গৈছে। তই প্ৰভুৰ চৰণত লাগি থকা। নিজৰ আত্ম কল্যাণ কৰা। ইয়াত কোনেও কাৰো পতি নহয়, কোনেও কাৰো পত্নী নহয়। পূৰ্ব জন্মৰ সংস্কাৰৰ কাৰণে দুই দিনৰ সম্বন্ধ। নিজৰ পূণ্য অৰ্জন কৰা বেটী। এতিয়া ইন্দ্ৰমতী ৮০ বছৰীয়া বৃদ্ধা হৈ গল, কত ৪০ বছৰ বয়সতে মৰিব লগা আছিল। যেতিয়া তাইৰ শৰীৰ থৰক-বৰক কৰিবলৈ ধৰিলে তেতিয়া করুণাময় ঈশ্বৰে কলে ইন্দ্ৰমতী এতিয়া কি বিচৰা?সৎলোকলৈ যাবানে? ইন্দ্ৰমতীয়ে কলে যে প্ৰভু মই প্ৰস্তুত আছো। একদম যাবলৈ ইচ্ছুক হে ভগৱান। করুণাময় ঈশ্বৰে কলে তোমাৰ নাতি-নাতিনীয়েকৰ মোহ-মায়া নাইতো? ৰাণীয়ে কলে একদম নাই পৰমেশ্বৰ। আপুনী এনেকা নিৰ্মল জ্ঞান দিছে যে এই জ্বালাময় মৃত্যু সংসাৰত কি ইচ্ছা কৰো। কবীৰদেব (করুণাময়) পৰমেশ্বৰে কলে যে পুত্ৰী বলা (তথাস্থ)। ৰাণীয়ে প্ৰাণ ত্যাগিলে। পৰমেশ্বৰ কবীৰ (করুণাময়) মুক্তিদাতা ৰাণী ইন্দ্ৰমতীৰ আত্মাক ওপৰ লৈ গল। এই ব্ৰহ্মাণ্ডৰ ভিতৰত এক মান সৰোবৰ আছে। সেই মান সৰোবৰত যাই এই আত্মাৰ স্নান কৰিব লাগে। এই প্ৰাণীক কবীৰ পৰমেশ্বৰে পূৰ্ণ গুৰুৰ স্বৰূপত প্ৰকট হৈ কিছু সময় ধৰি মান সৰোবৰত ৰাখে। মুক্তিদাতা কবীৰ পৰমেশ্বৰে আকৌ ইন্দ্ৰমতীক পুছিলে এই সংসাৰত যদি কিবা ইচ্ছা আছে তেন্তে পুনঃৰাই জন্ম লব লাগিব। যদি মনত কিবা ইচ্ছা ৰৈ গল তেন্তে সৎলোক যাব নোৱাৰি। ইন্দ্ৰমতীয়ে কলে হে ভগৱান আপুনীতো অন্তৰ্যামী, কোনো ইচ্ছা নাই। আপোনাৰ চৰণৰ শৰণ ইচ্ছা। কিন্তু মনত মোৰ এটা শংকা লাগি আছে যে, যিজন মোৰ পতি আছিল, তেওঁ মোক কেতিয়াও ধাৰ্মিক কৰ্মৰ বাবে বাধা দিয়া নাছিল। নহলেতো আজি কালিৰ পতি নিজৰ পত্নিক বাধা দিয়ে। যদি তেওঁ মোক বাধা কৰিলেহেঁতেন তেন্তে মই আপোনাৰ চৰণৰ লগ নাপালোহেঁতেন। মোৰ কল্যাণ নহলহেঁতেন। তাৰ এই শুভ কৰ্মত যোগদানৰ বাবে যদি কিবা লাভ মিলে তো তাক কেতিয়াবা দয়া কৰিব হে মোৰ ঈশ্বৰ। পৰমেশ্বৰ কবীৰে দেখিলে যে এই নিৰ্বোধ এতিয়াও তাৰ মোহত আবদ্ধ। পৰমেশ্বৰে কলে ঠিক আছে পুত্ৰী এতিয়া তই দুই চাৰি বছৰ ইয়াতে ৰৈ যা।

দুই বছৰ পিছত ৰজাইয়ো মৰিবলৈ ললে। কিয়নো নাম উপদেশ লৈ ৰখা নাই। যমদুত আহিলে। ৰজাই চমক খাই মূৰ ঘুৰণি খাই পৰি গ'ল। যমদুতে তাৰ কান্ধত উঠি হেচিলে। ৰজাই পাইখানা আৰু পেচাৱ কৰি পেলালে। করুণাময় (কবীৰ পৰমেশ্বৰ) ঈশ্বৰে ৰাণীক কলে দেখা তোমাৰ ৰজাৰ কি দশা হৈ আছে? তাত মান সৰোবৰৰ পৰাই কবীৰ পৰমেশ্বৰে দেখুৱালে। এই সব কৌতুক দেখি ৰাণীয়ে কলে হে প্ৰভু যদি তাৰ ভক্তিৰ সহযোগৰ ফল থাকিব পাৰে তেন্তে অলপ দয়া কৰক দয়ালু। ৰাণীৰ তেতিয়াও

**অলপ মোহ মমতা আছিল। কবীৰদেবে (কৰুণাময়) চিন্তিলে যে এই আকৌ কালৰ জালত বন্দী হব। ইয়াকে ভাবি মান সৰোবৰৰ পৰা তালৈ গল য'ত চন্দ্ৰ বিজয় মহলৰ ভিতৰত অচেতন হৈ পৰি আছিল। যমদুতে তাৰ প্ৰাণ বাহিৰ কৰিব ধৰিছিল। কবীৰদেব অহাৰ লগে লগে যমদুত বিলাক এনেভাবে আকাশত উৰি গল যেনেকৈ মৰা শৱৰ পৰা শগুণ উৰি যায়। চন্দ্ৰ বিজয় চেতন পালে। সমুখত পৰমেশ্বৰ কৰুণাময় থিয় হৈ আছে। মাথোন ৰজা চন্দ্ৰ বিজয়ে দেখা পাইছিল আৰু অইন কোনেও দেখা পোৱা নাছিল। চন্দ্ৰ বিজয়ে ভৰিত পৰি কবলৈ ধৰিলে প্ৰভু মোক ক্ষমা কৰক, মোৰ জীৱন ৰক্ষা কৰক। কিয়নো এতিয়া তেওঁ দেখিলে যে তাৰ প্ৰাণ গুচি যায়। (যেতিয়া জীৱৰ চকু খুলে তেতিয়া গম পায় যে কথা তো বিষম) মোক ক্ষমা কৰি দিয়ক প্ৰভু, মোৰ প্ৰাণ ৰক্ষা কৰি দিয়ক মালীক। কবীৰদেৱে কলে ৰজা আজিও তোমাৰ সেই কথা, সেই দিনাও সেই কথা আছিল, নাম দীক্ষা লব লাগিব। ৰজাই কলে মই নাম দীক্ষা লম, এতিয়াই লম। কবীৰদেবে নাম উপদেশ দিলে তথা কলে যে এতিয়া মই তোমাক দুই বছৰ আয়ু দিম, যদি ইয়াতে তোমাৰ এটা উশাহ খালী পৰি যায় তেন্তে আকৌ কৰ্মদণ্ড ৰৈ যাব।**

কবীৰ, জীৱন তো থোড়া ভলা, যো সত সুমিৰণ হো। লাখ বৰ্ষ কা জীৱনা, লেখে ধৰে না কো।।

**শুভ কৰ্মত সহযোগ দিয়া আৰু পিছৰ কৰ্ম আৰু শ্ৰদ্ধাৰে দুই বছৰ নাম স্মৰণ তথা তিনিও নাম প্ৰদান কৰি কবিৰদেবে চন্দ্ৰ বিজয়কো পাৰ কৰি দিলে। জোৰে কওঁক কীবৰদেব কী জয়, জয় "বন্দী ছোড় কী জয়" (মুক্তিদাতা)।**

**পৰমেশ্বৰ কবীৰদেব সচ্চা শ্ৰদ্ধালুৰ আয়ুও বঢ়াই দিয়ে তথা তাৰ পৰিয়ালকো ৰক্ষা কৰে ওপৰৰ বিবৰণৰ পৰা সিদ্ধ হল। এই প্ৰমাণ বহুত পুৰণি। বৰ্তমানৰ সাধাৰণ ব্যক্তিয়ে বিশ্বাস নকৰে। বৰ্তমান পূজ্য কবীৰদেৱ পৰমেশ্বৰৰ শক্তিৰে সত্‌গুৰু ৰামপাল দাস গুৰুমহাৰাজৰ দ্বাৰা কষ্ট নিবাৰণ তথা আয়ু বৃদ্ধিৰ অনেক প্ৰমাণ পঢ়ক এই পুস্তকত "ভটকো কো মাৰ্গ বিষয়" নামৰ লিখনী আৰু পুথি "পৰমেশ্বৰ কা সাৰ সন্দেশ"।**

## "কবীৰ পৰমেশ্বৰ (কবীৰ্দেব) কলিযুগত অৱতৰণ"

**বিক্ৰমী সন ১৪৫৫ (সন ১৩৯৮) জেঠ মাহৰ পূৰ্ণিমা পূৱা পূৱা ব্ৰহ্ম মুৰ্হুতত সিজন পূৰ্ণ পৰমেশ্বৰ (কবীৰ্দেব) স্বয়ং নিজে মূল স্থান সৎলোকৰ পৰা আগত হয়। কাশী নগৰৰ অলপ দুৰত লহৰতাৰা নামক বিলৰ মাজত এটা পদুম ফুলৰ ওপৰত এজন শিশুৰ ৰূপ ধাৰণ কৰি অৱতাৰিত হয়। প্ৰথমে মই আপোনালোকক নীৰু নীমাৰ বিষয়ে কবলৈ বিচাৰো যে এওঁলোক কোন আছিল? দ্বাপৰ যুগত নীৰু নীমা সুপচ সুদৰ্শনৰ পিতা মাতা আছিল। এওঁলোকে কবীৰদেবৰ কথা সেই সময় বিশ্বাস কৰা নাছিল। শেষত সুদৰ্শনে, কৰুণাময় ৰূপত অহা কবীৰদেবক প্ৰাৰ্থনা কৰিছিল যে প্ৰভু আপুনি মোক নাম দীক্ষা দিছে যেতিয়া সকলো দিছে। আজিলৈ আপোনাৰ পৰা মাগিবলৈ মোৰ একো আৱশ্যকতা হোৱা নাই। কিয়নো আপুনী সকলো মনো কামনা পূৰ্ণ কৰি দিছে তথা যি বাস্তৱিক ভক্তি ধন আছে তাৰে দ্বাৰাই সব পৰিপূৰ্ণ কৰি দিছে। এটা বিনতী আছে দাসৰ যদি উচিত বুজে তেন্তে স্বীকাৰ কৰি লব। মোৰ আই দেউতাই যদি কেতিয়াবা মনুষ্য শৰীৰ প্ৰাপ্ত কৰে তেন্তে চম্ভালি লব মোৰ প্ৰভূ। এওঁ বহুত পুন্যাত্মা, কিন্তু আজি ইয়াৰ বুদ্ধি**

বিপৰীত হৈ গৈছে। এওঁ পৰমাত্মাৰ বাণীক নমনা হৈছে। কবীৰদেবে কলে তই চিন্তা নকৰ, এতিয়া তই কি তোৰ আই দেউতাৰ চক্কৰত ইয়াত বেমেজালিত পৰিবি। সময় আহিব দিয়া মই ইয়াকো চম্ভালিম। কালৰ জালৰ পৰা মুক্ত কৰিম। তই নিশ্চিত হৈ সৎলোক যোৱা। পুন্যাত্মা সুদৰ্শন সৎলোকলৈ গুচি গল।

সুদৰ্শনৰ আই দেউতা কলিযুগত নীৰু-নীমা হৈ জন্ম লোৱাৰ আগেয়ে ব্ৰাহ্মনৰ ঘৰত দুই বাৰ জনম লৈছিল। সেই সময়তো নিঃসন্তান আছিল। আকৌ তৃতীয় জনম কাশীত পালে। সেই সময়তো তেওঁলোক ব্ৰাহ্মণ আৰু ব্ৰাহ্মণী (গৌৰী শংকৰ আৰু স্বৰস্বতী নামেৰে) আৰু নিঃসন্তান আছিল।

নীৰু তথা নীমা দুয়ো গৌৰী শংকৰ আৰু স্বৰস্বতী নামেৰে ব্ৰাহ্মণ জাতিৰ আছিল। এওঁলোক শিৱৰ পূজাৰী আছিল। ভগৱান শিৱৰ মহিমা শিৱ পুৰাণৰ পৰা ভক্তাত্মাক নিস্বাৰ্থ ভাবে শুনাইছিল। কাৰো পৰা পয়চা নলৈছিল। ইমান পবিত্ৰ আত্মা আছিল যে কোনোবাই সিহঁতক দান-দক্ষিণা নিজে নিজে দি গৈছিল, তাৰ পৰা নিজৰ ভোজন যোগ্য খিনি ৰাখি আৰু যি বাচি গৈছিল তাৰে ভণ্ডাৰা কৰি দিছিল।

অইন স্বাৰ্থান্ধ ব্ৰাহ্মন গৌৰীশংকৰ আৰু স্বৰস্বতীৰ ওপৰত ইৰ্ষা কৰিছিল কিয়নো গৌৰী শংকৰ নিঃস্বাৰ্থ কথা প্ৰৱচন কৰি ফুৰিছিল। পইচাৰ লোভত ভকতক ঠগোৱা নাছিল যি কাৰণে সমাজত তেওঁ প্ৰসংশাৰ পাত্ৰ আছিল। আনফালে মুছলমান জানি পাইছিল যে ইয়াৰ লগত কোনো হিন্দু, আৰু ব্ৰাহ্মণৰ লগত একতা নাই। তেওঁলোকে ইয়াৰ লাভ উঠালে আৰু বল পূৰ্ব্বক মুছলমান বনাই দিলে। মুছলমানে নিজৰ পানী সিহঁতৰ গোটেই ঘৰত ছটিয়াই দিলে তথা তাৰ মুখৰ ওপৰতো ঢালি দিলে, গোটেই কাপোৰ ছিঙাই দিলে। তাক হিন্দু ব্ৰাহ্মণ বিলাকে কৈ দিলে যে এতিয়াৰ পৰা এওঁ মুছলমান হৈ গল। আজিৰ পৰা ইয়াৰ লগত আমাৰ কোনো ভাতৃত্ব নাথাকে।

## "নীৰু-নীমাৰ তাঁতী (কাপোৰ বনোৱা) উপাধি তথা পৰমেশ্বৰ প্ৰাপ্তি"

নিৰীহ গৌৰী শংকৰ তথা স্বৰস্বতী বিবশ হৈ গল। মুছলমানে পুৰুষৰ নাম নীৰু তথা স্ত্ৰীৰ নাম নীমা ৰাখিলে। আগেয়ে সিহঁতৰ ওচৰত যি পূজা আহিছিল তাৰেই জীৱিকা নিৰ্বাহ চলিছিল আৰু যি অলপ অচৰপ পইচা ৰাহি হৈছিল তাৰ দুৰুপযোগ নকৰিছিল। সেই ৰাহি ধনেৰে ধৰ্ম ভণ্ডাৰা কৰি দিছিল। লোকৰ পূজা (যজমানি) অহাও বন্ধ হৈ গল। তেওঁলোকে ভাবিলে এতিয়া কি কাম কৰে? তেওঁলোকে এখন কাপোৰ বনোৱা তাত লগাই ললে আৰু তাঁতীৰ কাম আৰম্ভ কৰি দিলে। কাপোৰ বনাই জীৱন নিৰ্বাহ কৰিবলৈ ধৰিলে। কাপোৰ বনাই বিক্ৰী কৰি ঘৰৰ খৰচ উলিওৱাৰ পিচত যি পইচা ৰাহি হয় তাকো ধৰ্ম ভণ্ডাৰাত লগাই দিছিল। হিন্দু ব্ৰাহ্মণ সকলে নীৰু-নীমাক গঙ্গা ঘাটত গৈ স্নান কৰাও বন্ধ কৰি দিছিল। কৈছিল যে এতিয়া তুমি মুছলমান হৈ গৈছা।

গঙ্গা নদীৰ পানী নলাৰে উপচি পৰি কাশীত এক লহৰতাৰা নামে ডাঙৰ বিল পানীৰে ভৰাই ৰাখিছিল। বহুত নিৰ্মল পানীৰে ভৰা আছিল। তাত পদুম ফুলে ভৰি পৰিছিল। সন ১৩৯৮ (বিক্ৰমী সন ১৪৫৫) জেঠ মাহৰ শুদ্ধ পূৰ্ণিমাৰ ব্ৰহ্মমুহূৰ্তত (সূৰ্য্যোদয়ৰ প্ৰায় দেৰ ঘণ্টা আগতে) নিজৰ সত্যলোক (ঋত ধাম)ৰ পৰা স্বশৰীৰে আহি

পৰমেশ্বৰ কবীৰ (কবীৰ্দেব) শিশু ৰূপ ধাৰণ কৰি লহৰ তাৰা বিলত পদুম ফুলৰ ওপৰত বিৰাজমান হৈছিল। সেই লহৰ তাৰা বিলত নীৰু-নীমাই পুৱাই পুৱাই ব্ৰহ্মমুহূৰ্তত গা ধুবলৈ প্ৰতিদিন গৈছিল। (সূৰ্য্যোদয়ৰ দেৰ ঘন্টা আগৰ সময়খিনিক ব্ৰহ্মমুহূৰ্ত বোলে) এক বৰ জ্যোতিৰ্ময় জকমকীয়া অগ্নিপিণ্ড (শিশু ৰূপত অহা পৰমেশ্বৰ কবীৰ্দেব শৰীৰ যুক্ত হৈ আহিছিল, দূৰত্বৰ কাৰণে দীপ্ত আভাযুক্ত দৃষ্টি গোচৰ হৈছিল।) আকাশৰ পৰা (সত্যলোকৰ পৰা) আহি পদুম ফুল ওপৰত অৱস্থান হৈ গল। যাৰ দ্বাৰা গোটেই লহৰতাৰা বিলখন জকমকীয়া হৈ গল আকৌ পিছত এক চুকত গৈ সিটো অদৃশ্য হৈ গল। এই দৃশ্য স্বামী ৰামানন্দৰ এজন শিষ্য ঋষি অষ্টানন্দই চকুৰে দেখি আছিল। অষ্টানন্দইয়ো প্ৰাতঃ স্নান কৰিবৰ বাবে একান্ত স্থানত সেই লহৰতাৰা বিলত প্ৰতিদিন গৈছিল। তাত বহি নিজৰ সাধনা গুৰুদেৱে যি মন্ত্ৰ দিছিল তাক জপ কৰিছিল আৰু প্ৰকৃতিৰ আনন্দ উপভোগ কৰিছিল। স্বামী অষ্টানন্দই যেতিয়া দেখিলে যে ইমান পোহৰ যিটো চকুৰে মনিব নোৱাৰি অৰ্থাৎ ছাট্ মাৰি গল। ঋষিয়ে ভাবিলে যে ই মোৰ ভক্তি সাধনাৰ উপলব্ধি নে প্ৰহসন? ইয়াকে ভাবি কাৰণ সুধিবৰ বাবে নিজৰ গুৰুদেৱৰ ওচৰলৈ গল।

আদৰণীয় ৰামানন্দ দেৱক অষ্টানন্দই পুছিলে হে গুৰুদেৱ! মই আজি এনেকুৱা দীপ্ত আভা দেখিছো যিটো কেতিয়াও জীৱনত দেখা নাই। গোটেই ঘটনা বৰ্ণালে যে আকাশৰ পৰা এটা জলন্ত অগ্নি পিণ্ড আহি আছিল। মই দেখি থাকোতেই মোৰ চকুৰে ছাট্ মাৰি ধৰিলে। ইমান পোহৰ মোৰ চকুৱে সহিব নোৱাৰিলে। চকু মুদিলো, মুদা চকুৰেই এক শিশু ৰূপ দেখা দিলে। (যেনেকুৱা সূৰ্য্যৰ ফালে দেখাৰ পিছত চকু বন্ধ অৱস্থাত সূৰ্য্যৰ গোলা পিণ্ড চকুত ভাহি উঠে, এনেকৈ শিশু দেখা দিলে।) এইটো কি মোৰ কোনো ভক্তিৰ উপলব্ধি নে দৃষ্টি দোষ আছিল? স্বামী ৰামানন্দ দেৱে কলে, বোলে বোপাই এনে লক্ষণ তেতিয়াই হয় যেতিয়া ওপৰ লোকৰ পৰা কোনো অৱতাৰিত হয়। তেওঁ ইয়াত নহয় কৰবাত আবিৰ্ভাব হব, কোনোবা মাতৃৰ পৰা জনম লব পিছত লীলা কৰিব। (কিয়নো ইবিলাক সাধুৰ জ্ঞান ইমানেই যে জনম মাতৃৰ পৰা হয়) যিমান খিনি সাধুৰ জ্ঞান আছিল সেই খিনিৰে নিজৰ শিষ্যৰ শংকা সমিধান দিলে।

নীৰু আৰু নীমাই প্ৰতিদিনৰ দৰে সেই দিনাও স্নান কৰিবলৈ গৈ আছিল। বাটতে নীমাই প্ৰভূৰ প্ৰতি প্ৰাৰ্থনা কৰিলে হে ভগবান শিব (যদিও সিহঁতে মুছলমান হৈছিল কিন্তু নিজৰ অন্তৰৰ ভক্তি সাধনা পাহৰা নাছিল যিটো ইমান বছৰৰ পৰা অভ্যস্থ আছিল।) আমাৰ বাবে এটা শিশু তোমাৰ ঘৰত কম পৰিল নে? আমাক যদি এটা পোৱালী দিলেহেতেন আমাৰ জীৱন সফল হলহেতেন। এনেকৈ কৈ উচুপি বিননিবলৈ ধৰিলে। তাইৰ গিৰিয়েক নীৰুই কলে যে নীমা ঈশ্বৰৰ ইচ্ছাৰ ওপৰত প্ৰসন্ন থাকিব পাৰিলেই হিত বুলি জানিবা। যদি এনেকৈ কান্দি থাকা তোমাৰ শৰীৰ কমজোৰ হৈ যাব, চকুৰে দেখা বন্ধ হৈ যাব। আমাৰ ভাগ্যত সন্তান নাই। এনেকৈ কৈ কৈ লহৰ তাৰা বিলৰ পাৰত উপস্থিত হল। অলপ অলপ এন্ধাৰ আছিল। নীমা গা ধুই পাৰত উঠিল আৰু কাপোৰ সলালে। নীৰুই গা ধুবৰ বাবে পানীত নামি সাতুৰিবলৈ ধৰিলে। নীমাই গা ধোৱাৰ সময় পিন্ধা কাপোৰ পুনৰায় ধুবৰ বাবে বিলৰ পাৰত গল, তেতিয়া এন্ধাৰ নোহোৱা হল। সূৰ্য্য উদয় হবৰ হল। নীমাই দেখিলে যে বিলত সমুখত থকা পদুম ফুলৰ ওপৰত কিবা বস্তু

হালি জালি আছে। কবীৰদেবে শিশু ৰূপত এটা ভৰিৰ আঙুলী মুখত ৰাখি আন এটা ভৰি হিলাই আছিল। প্ৰথমে নীমাই যেন সাপকে ভাবিছিল যে তাইৰ গিৰিয়েকৰ ফালে আগবাঢ়ি আছে। পিছত ভালকৈ দেখাত বুজিবলৈ দেৰি নহল যে ইতো কোনোৱা শিশু পোৱালী হে। কেচুৱা পোৱালী আৰু পদুম ফুলৰ ওপৰত। একদম নিজৰ পতিক সম্বোধিলে চাওক চাওক পোৱালীটো ডুবিব ডুবিব। নীমাই কলে তই নিৰ্বোধ পোৱালীৰ হেপাহত পাগল হৈ গৈছ। পানীতো তই পোৱালী দেখিবলৈ লৈছ। নীমাই কলে, সৌটো সমুখৰ পদুম ফুলৰ ওপৰত ভালকৈ দেখক। নীমাই জোৰকৈ কোৱাত প্ৰভাৱিত হৈ যিফালে আঙুলীৰে সংকেত দিলে নীৰুই সেইফালে চোৱাত এটা পদুম ফুলৰ ওপৰত নবজাত শিশুক শুই থকা অৱস্থাত দেখিলে। নীৰুই সেই নবজাত শিশুক ফুলেৰে সৈতে উঠাই আনি নীমাক দিলে। স্বয়ং গা ধুবলৈ ললে। নীৰুই গা ধুই পাৰত উঠিল। নীমাৰ কোলাত শিশু ৰূপত অহা পৰমেশ্বৰক বৰ মৰম কৰিবলৈ ধৰিলে তথা শিবক প্ৰশংসা আৰু স্তুতিৰে সৈতে কবলৈ ধৰিলে হে প্ৰভূ! আপুনী মোৰ দীৰ্ঘ দিনীয়া মনোবাঞ্চা পূৰণ কৰিলে। (কিয়নো তাই শিবৰ পুজাৰিনী আছিল।) আজিয়ো বিনতী কৰাত হে ভোলেনাথ অন্তৰৰ কাতৰ বিননী আজিহে শুনিলা।

সিজন কবীৰ পৰমেশ্বৰ যাৰ নাম নিলেই হৃদয়ত এক খলক উঠে, যাৰ প্ৰেমত ৰোম ৰোম থিয় হৈ যায়, আত্মাত প্ৰসন্নই ভৰি পৰে, আৰু যি ভাই-ভণীয়ে বুকুত আকোৱালি লৈ পুত্ৰবত মৰম কৰিছিলে সেই আইজনীৰ নো কিমান আনন্দ? সিটো অবৰ্ণনীয়। যেনেকুৱা কোনোবাই মধু খাই তাৰ আনন্দ অইনক কব নোৱাৰে খাওঁতাই হে জানে। যেনেকৈ মাকে শিশুক মৰম কৰে এনে শিশু ৰূপ ধাৰী পৰমেশ্বৰক কেতিয়াবা মুখত চুমা খাই, কেতিয়াবা বুকুত আকোৱালি লয় আৰু বাৰে বাৰে শিশুৰ মুখলৈ চাই বিভোৰ হৈ ৰয়। ইমানতে নীৰু গা ধুই পাৰত উঠি আহিল। (কিয়নো মানুহ সমাজৰ প্ৰতি বেচি লক্ষ্য ৰাখে) তেওঁ বিচাৰ বিবেচনা কৰিবলৈ ধৰিলে যে মুছলমানৰ লগতো এটা সদভাৱ হোৱা নাই আনহাতে আমাক হিন্দু ব্ৰাহ্মন সকলে ঈৰ্ষা কৰে। প্ৰথমে এই সুযোগ লৈ মুছলমানে আমাক মুছলমান বনাই দিলে। আমাৰ কোনো সাথী নাই। যদি আমি এই শিশুক লৈ যাওঁ তেন্তে মানুহে পুছিব যে কোৱা এই শিশুটিৰ মাতা পিতা কোন? তুমি কাৰ পোৱালী উঠাই লৈ আহিছা? ইয়াৰ মাকে কান্দি ৰৈ আছে হবলা। আমি কি উত্তৰ দিম, কেনেকৈ কম? পদুম ফুলৰ ওপৰত পোৱা বুলি, কলেও মানুহে নেমানে। এই সকলো চিন্তা চৰ্চা কৰি নীৰুই কলে যে নীমা এই শিশুটিক ইয়াতে এৰি দিয়া। নীমাই কলে মই কেতিয়াও এই পোৱালীক এৰি দিব নোৱাৰো। মোৰ প্ৰাণ যাব পাৰে, মই ছট্ ফটাই মৰি যাম। নেজানো এই মইনাই মোক কি যাদু কৰি পেলাইছে? মই ইয়াক এৰিব নোৱাৰো। নীৰুয়ে চিন্তা কৰা গোটেই কথাখিনি ভালকৈ বুজালে আৰু কলে আমাৰ লগত এনে হব পাৰে। নীমাই কলে এই শিশুক লৈ মই দেশ এৰিব পাৰিম কিন্তু ইয়াক এৰিব নোৱাৰিম। নীৰুয়ে তাইৰ নিৰ্বুদ্ধিতা দেখি ভাবিলে যে এইতো পাগলী হোৱাৰ নিচিনাই সমাজকো নেদেখে। নীৰুৱে নীমাক কলে, আজিলৈ মই তোমাৰ কোনো কথা অবজ্ঞা কৰা নাই, কিয়নো আমাৰ পোৱালী নাই। তুমি যি কৈছা তাকেই মানি লৈছো। কিন্তু আজি তোমাৰ কথা মানি নলওঁ। হয়তো এই শিশুক ইয়াতে এৰি দে

**নহলে মই তোমাক এতিয়াই দুই চৰ শোধাই দিওঁ। সেই মহাপুৰুষে প্ৰথমবাৰ নিজ পত্নীক চওৰাবলৈ হাত তুলিলে। সেই সময়তে শিশুৰূপী কবীৰদেৱে (কবীৰ পৰমেশ্বৰ) কলে যে হে নীৰুমোক তোমাৰ ঘৰত লৈ বলা। তোমাৰ কোনো আপদ নাহিব। শিশুৰূপী পৰমেশ্বৰৰ বাণী শুনি নীৰুই ঘবৰাই গল, যদি এই বালক কোনো দেবদুত নাইবা সিদ্ধ পুৰুষ হৈ থাকে আৰু তোমাৰ ওপৰত কোনো আপদ আহি নেযায়। চুপচাপ ঘৰলৈ বুলি ৰওনা দিলে।**

**যেতিয়াই শিশুটিক লৈ ঘৰলৈ গল তো সকলোৱে এইটো পুছা পাহৰি গল যে কৰ পৰা শিশুটি লৈ আহিছা? কাশীৰ স্ত্ৰী-পুৰুষ সকলোৱে লৰাটিক চাবলৈ আহিল তথা কবলৈ ধৰিলে এওঁতো কোনোবা দেবতাই হব। ইমান ধুনীয়া শৰীৰ, এনে জ্যোতিষমান শিশু প্ৰথমে কেতিয়াও আমি দেখা পোৱা নাই। কিছুমানে কয় ই নিশ্চয় ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ তিনিওৰ ভিতৰত কোনোবা এজন প্ৰভূ হয়। ব্ৰহ্মা, বিষ্ণু, মহেশ কৈ দিয়াৰ পিছত এইবোৰ তো ওপৰ লোকৰ পৰা অহা শক্তি হে। সকলোৱে এনেকুৱা নিজৰ নিজৰ মন্তব্য কৰি আছিল।**

গৰীব, চৌৰাশী বন্ধন কাটন, কীনী কলপ কবীৰ। ভূবন চতুৰ্দশ লোক সব, টুটে জম জঞ্জীৰ।।৩৭৬।।
গৰীব, অনন্ত কোটী ব্ৰহ্মাণ্ড মেঁ, বন্দী ছোড় কহায়। সো তো এক কবীৰ হ্যাঁয় জননী জন্ম্যা ন মায়।।৩৭৭।।
গৰীব, শব্দ স্বৰূপ সাহিব ধনী, শব্দ সিন্ধ সব মাঁহি। বাহৰ ভিতৰ ৰমি ৰম্যা, জঁহা তঁহা সব ঠাঁহি।।৩৭৮।।
গৰীব, জল থল পৃথিবী গগন মেঁ, বাহৰ ভিতৰ এক। পূৰ্ণব্ৰহ্ম কবীৰ হ্যাঁয়, অবিগত পুৰুষ অলেখ।।৩৭৯।।
গৰীব, সেবক হোয় কৰি উতৰে, ইস পৃথিবী কে মাঁহি। জীব উধাৰণ জগত গুৰু, বাৰ বাৰ বলি জাঁহি।।৩৮০।।
গৰীব, কাশীপুৰী কস্ত কিয়া, উতৰে অধৰ অধাৰ। মোমন কুঁ মুজৰা হুৱা, জঙ্গল মেঁ দীদাৰ।।৩৮১।।
গৰীব, কোটী কিৰণ শশী ভান সুধি, আসন অধৰ বিমান। পৰশত পূৰ্ণব্ৰহ্ম কুঁ, শীতল পিণ্ডৰু প্ৰাণ।।৩৮২।।
গৰীব, গোদ লিয়া মুখ চুম্বি কৰি, হেম ৰূপ ঝলকন্ত। জগৰ মগৰ কায়া কৰৈ, দমকৈঁ পদম অনন্ত।।৩৮৩।।
গৰীব, কাশী উমটি গুল ভয়া, মোমন কা ঘৰ ঘেৰ। কোইকহেব্ৰহ্মা বিষ্ণু হ্যাঁয়, কোইকহেইন্দ্ৰ কুবেৰ।।৩৮৪।।
গৰীব, কোইকহেছল ঈশ্বৰ নঁহী, কোইকিন্নৰ কহলায়। কোইকহেগন ঈশ কা, জিয়ুঁ জিয়ুঁ মাত ৰিসায়।।৩৮৮।।

গৰীব, কোই কহৈ বৰুণ ধৰ্মৰায় হ্যায়, কোই কোই কহতে ঈশ।
যোলহ কলা সুভান্ত গতি, কোই কহৈ জগদীশ।।৩৮৫।।

গৰীব, ভক্তি মুক্তি লে উতৰে, মেঁটন তিনু তাপ। মোমন কে ডেৰা লিয়া, কহৈ কবীৰা বাপ।।৩৮৬।।
গৰীব, দুধ ন পীৱৈ ন অন্ন ভূখৈ, নঁহী পলনে ঝুলন্ত। অধৰ অমান ধিয়ান মেঁ, কমল কলা ফুলন্ত।।৩৮৭।।
গৰীব, কাশী মেঁ অচৰজ ভয়া, গই জগত কী নীন্দ। এয়সে দুলহে উতৰে, যেয়ুঁ কন্যা বৰ বীন্দ।।৩৮৯।।
গৰীব, খলক মুলক দেখন গয়া, ৰাজা প্ৰজা ৰীত। জম্বু দ্বীপ জিঁহান মেঁ, উতৰে শব্দ অতীত।।৩৯০।।
গৰীব, দুনী কহৈ য়েহ দেব হ্যায়, দেব কঁহত হ্যাঁয় ঈশ। ঈশ কহে পাৰব্ৰহ্ম হ্যায়, পূৰণ বিশৱে বীস।।৩৯১।।

**পৰমেশ্বৰ কবীৰ দেবেই অনাদি পৰম গুৰু। তেওঁৱে ৰূপান্তৰ হৈ সাধু বা ঋষিৰ বেশত সময়ে সময়ে ধৰাতলত স্বয়ং প্ৰকট হয়। কালৰ দূত (সাধু গুৰু)ৰ দ্বাৰা গোলমাল লগোৱা তত্ত্ব জ্ঞানক সুস্থ কৰে। কবীৰদেবে ব্ৰহ্মা, বিষ্ণু, শিব আদি দেৱতা বিলাক আৰু ঋষি, মুনি, সাধু-সন্তক সময় সময় সৎলোকৰ পৰা আহি সকলোকে নাম উপদেশ দিয়ে। আদৰণীয় গৰীবদাস মহাৰাজে নিজৰ বাণীত স্বয়ং কবীৰ দেৱে কোৱা কথা বৰ্ণাইছে ঃ-**

আদি অন্ত হমাৰা নঁহী, মধ্য মিলৱা মূল। ব্ৰহ্মা জ্ঞান সুনাইয়া, ধৰ পিণ্ডা অস্থুল।।

শ্বেত ভূমিকা হম গয়ে, জহা বিশ্বম্ভৰ নাথ। হৰিয়ম্ হীৰা নাম দে, অষ্ট কমল দল যান্তি।।
হম বৈৰাগী ব্ৰহ্ম পদ, সন্যাসী মহাদেব। সোহংমন্ত্ৰ দিয়া শংকৰ কুঁ কৰত হমাৰী সেব।।
হম সুলতানী নানক তাৰে, দাদু কুঁ উপদেশ দিয়া।
জাতি জুলাহা ভেদ ন পায়া, কাশী মাহে কবীৰ হুয়া।।
সত্‌যুগ মেঁ সত সুকৃত কহ টেৰা, ত্ৰেতা নাম মুনিন্দ্ৰ মেৰা।
দ্বাপৰ মেঁ কৰুণাময় কহলায়া, কলিযুগ মেঁ নাম কবীৰ ধৰায়া।।
চাঁৰো যুগোঁ মেঁ হম পুঁকাৰে, কূক কহৈ হম হেল ৰে।
হীৰে মানিক মোতী বৰষেঁ, এ যুগ চুগতা ঢেলৰে।।

**ওপৰোক্ত বাণীৰ পৰা সিদ্ধ হল যে কবীৰ পৰমেশ্বৰেই অবিনাশী পৰমাত্মা। ই অজৰ অমৰ। এই পৰমাত্মা চাৰিও যুগত স্বয়ং অতিথি ৰূপত কিছু দিনৰ বাবে এই সংসাৰত আহি নিজৰ সত্ মাৰ্গৰ ভক্তি অৰ্থাৎ সত্যভক্তি দেখুৱাই দিয়ে।**



# পূৰ্ণ সন্তৰ পৰিচয়

**(পবিত্ৰ সদগ্ৰন্থৰ পৰা পূৰ্ণ সন্তৰ পৰিচয়)**

**বেদ, গীতা আদি পবিত্ৰ সদ্‌গ্ৰন্থত প্ৰমান পোৱা যায় যে যেতিয়াই যেতিয়াই ধৰ্মৰ হানি হয় আৰু অধৰ্ম বৃদ্ধি হয় তথা বৰ্তমানৰ নকলী গুৰু, সাধু, মহন্তৰ দ্বাৰা ভক্তি মাৰ্গৰ স্বৰূপ ওলট পালট কৰি দিয়া হয়। পিছত পৰমেশ্বৰ স্বয়ং আহি অথবা নিজৰ পৰম জ্ঞানী সন্তক পঠাই সত্য জ্ঞানৰ দ্বাৰা ধৰ্মৰ পুণঃ স্থাপনা কৰে। তেওঁ ভক্তি মাৰ্গ শাস্ত্ৰ অনুসৰি বুজায়। তেওঁৰ পৰিচয় এনেদৰে হয়, বৰ্তমানৰ ধৰ্মীয় গুৰু তাৰ বিৰুদ্ধে থিয় দিব আৰু ৰজা প্ৰজাক ছল চাতুৰী কৰি তাৰ ওপৰত অত্যাচাৰ কৰিব। কবীৰ দেৱে নিজৰ বাণীত কয় কয় যে —**

জো মম সন্ত সত উপদেশ দৃঢ়াৱৈ (কব), বাকে সঙ্গ সভি ৰাড় বঢ়াৱৈ।
এয়া সব সন্ত মহন্তন কী কৰণী, ধৰ্মদাস ম্যাঁয় তো সে বৰ্ণী।।

**কবীৰদেৱে নিজৰ প্ৰিয় শিষ্য ধৰ্মদাসক এই বাণীৰ দ্বাৰা বুজাই আছে যে যি সাধু-সন্তই মোৰ ভক্তি মাৰ্গ কব তাৰ লগত অইন সাধু মহন্তই কাজিয়া কৰিব। এইটোৱে তাৰ পৰিচয় হব।**

**দ্বিতীয় পৰিচয় সিজন সন্তৰ সকলো ধৰ্ম গ্ৰন্থৰ পূৰ্ণ জ্ঞান থাকিব। প্ৰমান সৎগুৰু গৰীবদাস মহাৰাজৰ বাণীত —**

"সৎগুৰু কে লক্ষন কহুঁ, মধুৰে বেন বিনোদ। চাৰ বেদ ষট শাস্ত্ৰ, কহৈ অঠাৰা বোধ"।।

**সৎগুৰু গৰীবদাস জী মহাৰাজে নিজৰ বাণীত পূৰ্ণ সন্তৰ পৰিচয় বৰ্ণাইছে যে যিয়ে চাৰি বেদ, ছয় শাস্ত্ৰ, আঠাৰ পুৰাণ আদি সকলো গ্ৰন্থৰ পূৰ্ণ জ্ঞান থাকিব অৰ্থাৎ যিয়ে সাৰমৰ্ম প্ৰকাশ কৰিব পাৰিব তেওঁৱেই পূৰ্ণ সন্ত বা পূৰ্ণ গুৰু। যজুৰ্বেদ অধ্যায় ১৯, মন্ত্ৰ ২৫, ২৬ লিখিত আছে যে বেদৰ অধুৰা বাক্য অৰ্থাৎ সাংকেতিক শব্দবোৰ আৰু এক চতুৰ্থাংশ শ্লোক পুৰা কৰি বিস্তাৰিত ভাবে বৰ্ণাব পাৰিব আৰু তিন সময়ৰ পূজা উপদেশ কৰিব, পুৱা পূৰ্ণ পৰমাত্মাৰ পূজা, দুপৰীয়া বিশ্বৰ দেৱতাৰ সৎকাৰ আৰু সন্ধ্যা আৰতী আলাদা ভাবে কব তেওঁৱে জগতৰ উপকাৰী সন্ত।**

**যজুৰ্বেদ অধ্যায় ১৯, মন্ত্ৰ ২৫।**

সন্ধিচ্ছেদ ঃ- অৰ্দ্ধ ঋচৈঃ উৱথানাম্ ৰূপম্ পদৈঃ আপ্নোতি নিবিদঃ।
প্ৰনবৈঃ শস্ত্ৰানাম্ ৰূপম্ পয়সা সোমঃ আপ্যতে। (২৫)

অনুবাদ ঃ- যি সাধু (অৰ্দ্ধ ঋচৈঃ) বেদৰ আধা বাক্য অৰ্থাৎ সাংকেতিক শব্দক পূৰ্ণ কৰি (নিবিদঃ) যোগান ধৰে (পদৈঃ) শ্লোকৰ চতুৰ্থ ভাগৰ অৰ্থাৎ আংশিক বাক্যৰ (উৱথানম্) স্তোত্ৰৰ (ৰূপম্) ৰূপত (আপ্নোতি) প্ৰাপ্ত কৰায় অৰ্থাৎ আংশিক বিৱৰণক পূৰ্ণ ৰূপেৰে বুজে আৰু বুজায় (শস্ত্ৰানাম্) যেনে অস্ত্ৰ চলাব পৰা তাকে (ৰূপম্) পূৰ্ণ ৰুপে প্ৰয়োগ কৰিব পাৰে এনে পূৰ্ণ সাধু (প্ৰণৱৈঃ) ওঁকাৰ অৰ্থাৎ ওম্-তত্-সত্ মন্ত্ৰক পূৰ্ণ ৰূপে বুজে আৰু বুজাই (পয়সা) গাখীৰ পানীক ছেকনী কৰিব পাৰে অৰ্থাৎ পানী বিহীন গাখীৰ যেনেকুৱা তত্বজ্ঞান প্ৰদান কৰে যাৰ দ্বাৰা (সোমঃ) অমৰ পুৰুষ অৰ্থাৎ অবিনাশী পৰমাত্মাক (আপ্যাতে) প্ৰাপ্ত কৰিব পাৰে। তেওঁক পূৰ্ণ সাধু সৰ্ব বেদবিৎ বুলি কোৱা হয়।

**ভাবাৰ্থ ঃ- তত্বদৰ্শী সাধু সেইজন যিয়ে বেদৰ সাংকেতিক শব্দক পূৰ্ণ ৰূপে বিস্তাৰিত ভাবে বৰ্ণনা কৰিব পাৰে যাৰ দ্বাৰা পূৰ্ণ পৰমাত্মা প্ৰাপ্তি হয় তেওঁকেই বেদ জ্ঞানী বুলি কোৱা হয়।**

যজুৰ্বেদ অধ্যায় ১৯ মন্ত্ৰ ২৬

সন্ধিচ্ছেদ ঃ- অশ্বিভ্যাম্ প্ৰাতঃ সবনম্ ইন্দ্ৰেন এন্দ্ৰোম্ মাধ্যন্দিনম্
বৈশ্বদৈৱম্ সৰস্বত্যা তৃতীয়ম্ আপ্তম্ সৱনম্ (২৬)

অনুবাদ ঃ- সেই জন পূৰ্ণ গুৰু বা সাধুই তিনি সময়ৰ ভক্তি সাধনা উপদেশ দিয়ে। (অশ্বিভ্যাম্) সূৰ্য্য উদয়ৰ পৰা অস্তলৈকে এক দিনৰ আধাৰত (ইন্দ্ৰেণ) প্ৰথম শ্ৰেষ্ঠতা হিসাবে সকলো দেৱতাৰ মালীক পূৰ্ণ পৰমাত্মাৰ (প্ৰাত-সৱনম্) পূজা তো পুৱাতেই কৰিবলৈ কয় যি (এন্দ্ৰম্) পূৰ্ণ পৰমাত্মাৰ বাবে নিৰ্দ্ধাৰিত হয়। দ্বিতীয় (মাধ্যন্দিনম্) দিনৰ মাজ সময়ত পূজা কৰিবলৈ কয় যি (বৈশ্বদৈৱম্) সকলো দেৱতাৰ সৎকাৰ সম্বোধিত (সৰস্বত্যয়া) অমৃত বাণীৰ দ্বাৰা সাধনা কৰিবলৈ কয় তথা (তৃতীয়ম্) তৃতীয় (সৱনম্) পূজা সন্ধিয়া (আপ্তম্) প্ৰাপ্ত হয় যি তিনি সময়ৰ সাধনা ভক্তি ভিন ভিন ভাবে কৰিবলৈ কয় তেওঁৱেই জগতৰ উপকাৰী সাধু বা গুৰু।

**ভাবাৰ্থ ঃ- যি পূৰ্ণ সাধু গুৰুৰ বিষয়ে মন্ত্ৰ ২৫ত কোৱা হৈছে তেওঁ দিনত ৩ বাৰ (পুৱা দুপৰীয়া তথা সন্ধিয়া) ভক্তি সাধনা কৰিবলৈ কয়। ৰাতিপুৱা পূৰ্ণ পৰমাত্মাৰ পূজা, দুপৰীয়া সৰ্ব দেবতাৰ সৎকাৰ তথা সন্ধিয়াৰ বাবে সন্ধ্যা আৰতী আদি অমৃত বাণীৰে কৰিবলৈ কয় তেওঁ সৰ্ব সংসাৰৰ উপকাৰক সাধু গুৰু হয়।**

যজুৰ্বেদ অধ্যায় ১৯, মন্ত্ৰ ৩০।

সন্ধিচ্ছেদ ঃ- ব্ৰতেন দীক্ষাম্ আপ্নোতি দীক্ষয়া আপ্নোতি দক্ষিনাম্।
দক্ষিণা শ্ৰদ্ধাম্ আপ্নোতি শ্ৰদ্ধয়া সত্যম্ আপ্যতে (৩০)

অনুবাদ ঃ- (ব্ৰতেন) দুৰ্বাসনাৰে ব্ৰত ৰখা অৰ্থাৎ মদ, মঙহ, গাঞ্জা, তামুক আদি সেবনেৰে সংযম ৰখা সাধক (দীক্ষাম্) পূৰ্ণসন্তৰ পৰা দীক্ষা (আপ্নোতি) প্ৰাপ্ত কৰি অৰ্থাৎ পূৰ্ণ গুৰুৰ শিষ্য হলে (দীক্ষয়া) পূৰ্ণ গুৰু দীক্ষিত শিষ্যৰ পৰা (দক্ষিণাম্) দান (আপ্নোতি) প্ৰাপ্ত হয় অৰ্থাৎ সাধু বা গুৰু তাৰে পৰাই দক্ষিণা লয় যিয়ে তাৰ পৰা দীক্ষা লয়। এই দৰে বিধিবত্ (দক্ষিণা) গুৰুদেবৰ দ্বাৰা উপদেশিত অনুসৰি যি দান-দক্ষিণাৰে ধৰ্ম কৰে তাৰ পৰা (শ্ৰদ্ধাম্) শ্ৰদ্ধা (আপ্নোতি) প্ৰাপ্ত হয় (শ্ৰদ্ধয়া) শ্ৰদ্ধাৰে ভক্তি কৰিলে (সত্যম্) চিৰদিন থকা সুখ আৰু পৰমাত্মা অৰ্থাৎ অবিনাশী পৰমাত্মাক (আপ্যতে) প্ৰাপ্ত হয়।

**ভাবাৰ্থ ঃ- পূৰ্ণ সন্ত বা গুৰুই সেই ব্যক্তিক শিষ্য বনায় যি সদাচাৰ পালন কৰে। অভক্ষ্য পদাৰ্থৰ ভক্ষণ আৰু নিশাজাতীয় বস্তুৰ সেৱন নকৰাৰ আশ্বাষ দিয়ে। পূৰ্ণ গুৰু তাৰে পৰাই দান-দক্ষিণা গ্ৰহণ কৰে যি তাৰ শিষ্য হয়। পিছত গুৰুদেৱৰ পৰা দীক্ষা প্ৰাপ্ত কৰি দান-দক্ষিণা কৰে যাৰ দ্বাৰা শ্ৰদ্ধা বাঢ়ে। শ্ৰদ্ধাৰে সত্য ভক্তি কৰিলেহে অবিনাশী পৰমাত্মা প্ৰাপ্তি হয় অৰ্থাৎ পূৰ্ণ মোক্ষ হয়। পূৰ্ণ সাধু বা গুৰুই ভিক্ষা বা বৰঙণী মাগি নুফুৰে।**

কবীৰ, গুৰু বিন মালা ফেৰতে গুৰু বিন দেতে দান।
গুৰু বিন দোনো নিস্ফল হ্যায় পুছো বেদ পুৰাণ।।

**তৃতীয় পৰিচয় তিন প্ৰকাৰ মন্ত্ৰ (নাম)ৰ দ্বাৰা তিনবাৰ উপদেশ কৰিব যাৰ বৰ্ণনা কবীৰ সাগৰ গ্ৰন্থ পৃষ্ঠা নং ২৬৫ বোধ সাগৰত আছে আৰু গীতা অধ্যায় নং ১৭, শ্লোক**

**২৩, সামবেদ সংখ্যা নং ৮২২ৰ ভিতৰত আছে।**

**কবীৰ সাগৰত অমৰ মূল বোধ সাগৰ ২৬৫ —**

তব কবীৰ অস কহৱে লীনহা, জ্ঞানভেদ সকল কহ্ দীনহা।।
ধৰ্ম দাস ম্যাঁয় কহো বিচাৰী, জিহিতে নিবহেঁ সব সংসাৰী।।
প্ৰথমহি শিষ্য হোয় যো আই, তা কহেঁ পান দেহু তুম ভাই।। ১।।
জব দেখহু তুম দৃঢ়তা জ্ঞানা, তা কহেঁ কহু শব্দ প্ৰবানা।। ২।।
শব্দ মাঁহি জব নিশ্চয় আৱে, তা কহেঁ জ্ঞান অগাধ সুনাৱৈ।। ৩।।

**আকৌ পুনৰায় বুজালে —**

বালক সম জাকৰ হ্যায় জ্ঞানা। তাসোঁ কহুঁ বচন প্ৰৱানা।। ১।।
জা কো সুক্ষ্ম জ্ঞান হ্যায় ভাই। তাকো স্মৰণ দেহু লখাই।। ২।।
জ্ঞান গম্য জাকো পুনি হোই। সাৰ শব্দ জা কো কহ্ সোই।। ৩।।
জা কো হোয়ে দিব্য জ্ঞান পৰবেশা, তাকো কহে তত্ব জ্ঞান উপদেশা।। ৪।।

**ওপৰোক্ত বাণীৰ পৰা স্পষ্ট যে উদ্ধাৰ কৰোতা গুৰু (পূৰ্ণ সন্ত) তিনি স্থিতিত সাৰনাম প্ৰদান কৰে তথা চতুৰ্থ স্থিতিত সাৰ শব্দ প্ৰদান কৰিবলগীয়া হয়। কিয়নো কবীৰ সাগৰত তো প্ৰমান পিছত দেখা হৈছে কিন্তু উপদেশ বিধি প্ৰথমেই পূজনীয় দাদা গুৰুদেব তথা পৰমেশ্বৰ কবীৰ দেবে আমাৰ পূজ্য গুৰুদেবক প্ৰদান কৰিছিল যিটো আমাৰ গুৰুই আৰম্ভনীৰ পৰাই তিনি বাৰতে নাম দানৰ দীক্ষা কৰি আহিছে।**

**আমাৰ গুৰুদেব ৰামপাল দাস মহাৰাজ প্ৰথম বাৰ শ্ৰীগনেশ দেব, শ্ৰীব্ৰহ্মা আৰু সাবিত্ৰী দেবী, শ্ৰীলক্ষ্মী বিষ্ণুদেব, শ্ৰীশংকৰ পাৰ্ব্বতী দেবী আৰু আই জগধাত্ৰীৰ (শেঁৰাৱালী) নাম জপ দিয়ে। যি সকলৰ বাস আমাৰ মানৱ শৰীৰৰ ভিতৰত থকা চক্ৰৰ ভিতৰত আছে। মূলাধাৰ চক্ৰত শ্ৰীগণেশ দেবতাৰ বাস, স্বাদ চক্ৰত ব্ৰহ্মা সাবিত্ৰী দেবীৰ বাস, নাভি চক্ৰত লক্ষ্মী বিষ্ণুদেৱৰ বাস, হৃদয় চক্ৰত শংকৰ পাৰ্ব্বতী দেবীৰ বাস, কণ্ঠ চক্ৰত আই জগধাত্ৰীৰ বাস আৰু এই সকল দেবী-দেৱতাৰ আদি অনাদি মন্ত্ৰ আছে যি বৰ্তমানৰ গুৰু সকলৰ জ্ঞান নাই। এই মন্ত্ৰৰ জপৰ দ্বাৰা শৰীৰৰ পাঁচ চক্ৰ খুলি যায়। এই চক্ৰ খুলি যোৱাৰ পিছত মানুহ ভক্তি যোগ্য হৈ যায়। সৎগুৰু গৰীবদাস মহাৰাজ নিজৰ বাণীত প্ৰমাণ দিছে যে —**

পাঁচ নাম গুহ্য গায়ত্ৰী আত্ম তত্ব জগাও। ওঁ কিলিয়ম, হৰিয়ম্ শ্ৰীয়ম্ সোহং ধ্যাও।

**ভাবাৰ্থ ঃ- পাঁচ নাম হল গুহ্য গায়ত্ৰী। ইয়াক জপ কৰি আত্মাক জাগৃত কৰা।**

**দ্বিতীয় বাৰত দুই অক্ষৰৰ জপ দিয়ে যাৰ এটা ওম আনটো তত্ (যি গুপ্ত মাথোন উপদেশীক হে কোৱা হয়) যাক উশাহ নিশাহৰ লগত জপ কৰিব লাগে।**

**তৃতীয় বাৰত সাৰ নাম প্ৰদান কৰে যি পূৰ্ণ ৰূপে গোপনীয়।**

## "তিনি বাৰহে নাম জপ দিয়াৰ প্ৰমাণ"

**অধ্যায় ১৭, শ্লোক ২৩।**

**ওঁ, তত্ সত্, ইতি, নিৰ্দেশঃ, ব্ৰহ্মণঃ, ত্ৰিবিধঃ, স্মৃতঃ,**
**ব্ৰাহ্মণাঃ, তেন, বেদাঃ, চ, যজ্ঞাঃ, চ, বিহিতাঃ, পুৰা।। ২৩।।**

**অনুবাদ ঃ- (ওঁ) ব্ৰহ্মৰ (তত্) এইটো সাংকেতিক পৰব্ৰহ্মৰ (সত্) পূৰ্ণ ব্ৰহ্মৰ (ইতি) এনেকুৱা এই (ত্ৰিবিধঃ) তিন প্ৰকাৰৰ (ব্ৰহ্মণঃ) পূৰ্ণ পৰমাত্মাৰ নাম স্মৰণৰ (নিৰ্দেশঃ) সংকেত (স্মৃতঃ) কৈছে (চ) আৰু (পুৰা) সৃষ্টিৰ আদি কালত (ব্ৰাহ্মণাঃ) বিদ্ধান বিলাকে কৈছে যে (তেন) সেই পৰমাত্মাই (বেদাঃ) বেদ (চ) তথা (যজ্ঞাঃ) যজ্ঞাদি (বিহিতাঃ) ৰচনা কৰিছে।**

**সংখ্যা নং ৮২২ সামবেদ উতাৰ্চিক অধ্যায় ৩, খণ্ড নং ৫, শ্লোক নং ৮ (সন্ত ৰামপাল দাস দ্বাৰা ভাষা ভাষ্য) ঃ-**

মনিষিভিঃ পৱতে পূৰ্বয় কবিৰ্নৃভিৰ্য়তঃ পৰি কোশাং অসিষ্যদত্।
ত্ৰিতস্য নাম জনয়ন্মধু ক্ষৰন্নিন্দ্ৰস্য বায়ুং সখ্যায় বৰ্ধয়ন্।। ৮।।

মনিষিভি ঃ—পৱতে—পূৰ্বয়ঃ—কবিৰ্—নৃভিঃ—যতঃ—পৰি—কোশান্—অশিষ্যদত্—ত্ৰি—তস্য—নাম—জনয়ন্—মধু—ক্ষৰনঃ—ন—ইন্দ্ৰস্য—বায়ুম্—সখ্যায়—বৰ্ধয়ন্।

শব্দাৰ্থ ঃ- (পূৰ্বয়ঃ) সনাতন অৰ্থাৎ অবিনাশী (কবিৰ নৃভিঃ) পৰমেশ্বৰ কবীৰ মানব ৰূপ ধাৰণ কৰি অৰ্থাৎ গুৰু ৰূপত প্ৰকট হৈ (মনিষিভিঃ) হৃদয়েৰে বিচৰা শ্ৰদ্ধাযুক্ত ভক্তাত্মাক (ত্ৰি) তিনি (নাম) মন্ত্ৰ অৰ্থাৎ নাম উপদেশ দি (পবতে) পবিত্ৰ কৰি (জনয়ন্) জন্ম আৰু (ক্ষৰনঃ) মৃত্যুৰ পৰা (ন) ৰহিত কৰে তথা (তস্য) তাৰ (বায়ুম্) প্ৰাণ অৰ্থাৎ জীৱন বায়ু যি সংস্কাৰ বশ গণনা কৰি পেলোৱা হৈছে (কোশান্) নিজ ভাণ্ডাৰৰ পৰা (সখ্যায়) মিত্ৰতাৰ আধাৰত (পৰি) পূৰ্ণ ৰূপে (বৰ্দ্ধয়ন) বঢ়ায়। (যতঃ) যি কাৰণে (ইন্দ্ৰস্য) পৰমেশ্বৰৰ (মধু) বাস্তৱিক আনন্দক (অসিষ্যদত্) নিজৰ আশীৰ্বাদ প্ৰসাদ স্বৰূপ প্ৰাপ্ত কৰোৱায়।

**ভাবাৰ্থ ঃ- এই মন্ত্ৰই স্পষ্ট কৰিছে যে পূৰ্ণ পৰমাত্মা কবীৰদেৱ মানব শৰীৰত গুৰু ৰূপে প্ৰকট হৈ প্ৰভূ প্ৰেমী সকলক তিন নামৰ জপ দি সত্যভক্তি কৰোৱায় তথা সেই বান্ধৱ ভকতক পবিত্ৰ কৰি নিজৰ আশীৰ্বাদৰ দ্বাৰা পূৰ্ণ পৰমাত্মাক প্ৰাপ্ত কৰাই পূৰ্ণ সুখ প্ৰাপ্ত কৰোৱায়। সাধকৰ আয়ু বঢ়াই দিয়ে। এই প্ৰমান গীতা অধ্যায় ১৭, শ্লোক ২৩ বৰ্ণিত ওম্-তত্-সত্ ইতি নিৰ্দেশঃ ব্ৰহ্মনঃ ত্ৰিবিদ্য স্মৃতঃ ভাবাৰ্থ যে পূৰ্ণ পৰমাত্মাক প্ৰাপ্তি কৰিবৰ ওঁ (১) তত্ (২) সত্ (৩) এই মন্ত্ৰ জপ স্মৰণ কৰিবলৈ নিৰ্দেশ আছে। এই নাম তত্বদৰ্শী সাধু সন্তৰ পৰা প্ৰাপ্ত কৰা। তত্বদৰ্শী সন্ত বা সদ্গুৰুৰ বিষয়ে গীতা অধ্যায় ৪, শ্লোক নং ৩৪ কৈছে তথা গীতা অধ্যায় নং ১৫, শ্লোক নং ১—৪ৰ ভিতৰত তত্বদৰ্শী সন্তৰ পৰিচয় বৰ্ণনা কৰিছে তথা কৈছে যে তত্বদৰ্শী সন্ত (পূৰ্ণ গুৰু)ৰ পৰা তত্বজ্ঞান জনাৰ পিছত সেই পৰম পদ পৰমেশ্বৰৰ খোজ কৰা উচিত যত যোৱাৰ পিচত সাধক পুনৰাই সংসাৰলৈ উভতি নাহে। অৰ্থাৎ তাৰ পূৰ্ণ মুক্তি হৈ যায়। সেই পূৰ্ণ পৰমাত্মাৰ দ্বাৰাই সৰ্ব সংসাৰ ৰচিত হৈছে।**

**বিশেষ ঃ- ওপৰোক্ত বিৱৰণৰ পৰা স্পষ্ট হল যে পবিত্ৰ চাৰিও বেদ সাক্ষী যে পূৰ্ণ পৰমাত্মাই পূজাৰ যোগ্য তাৰ বাস্তৱিক নাম কবিৰ্দেৱ (কবীৰ পৰমেশ্বৰ) তথা তিন মন্ত্ৰ জপ কৰিলেহে পূৰ্ণ মোক্ষ প্ৰাপ্ত হয়।**

**ধৰ্মদাস জীক পৰমেশ্বৰ কবীৰদেৱে সাৰ শব্দ প্ৰদান কৰিবলৈ মানা কৰি দিছিল তথা কৈছিল যদি সাৰ শব্দ কোনো কালৰ দূতৰ হাতত পৰি যায় তেন্তে কলি যুগৰ মধ্যম পুৰুষ (বিচলী পীঢ়ী) যি হংসাত্মা পাৰ হব নাপাব। যেনে কলী যুগৰ আৰম্ভনীৰ প্ৰথম**

**পুৰুষ ভক্তাত্মা অশিক্ষিত আছিল তথা কলি যুগৰ অন্তত শেষ পুৰুষ (অন্তিম পীঢ়ী) ভক্তাত্মা বিলাক কৃতঘ্ন (খাই পাত ফলা বা বেইমান) হৈ যাব তথা বৰ্তমান সন ১৯৪৭ৰ পৰা ভাৰত স্বাধীন হোৱাৰ পিছত মধ্যম পিঢ়ী বা মধ্যম পুৰুষ আৰম্ভ হৈ গৈছে। সন ১৯৫১ ত সদগুৰু ৰামপাল দাস মহাৰাজক পৰমেশ্বৰে পঠাইছে। এতিয়া সকলো ভকত সমাজ শিক্ষিত হৈছে। শাস্ত্ৰ নিজৰ লগতে আছে। এতিয়া এই সত্য মাৰ্গৰ সত্য ভক্তি সাধনা গোটেই সংসাৰত বিয়পিব তথা নকলী গুৰু তথা সাধু, মহন্ত লুকাই ফুৰিব। এই বাবে কবীৰ সাগৰ, জীৱধৰ্ম বোধ, বোধ সাগৰ, পৃষ্ঠ ১৯৩৭ ত বৰ্ণিত আছে ঃ-**

ধৰ্মদাস তোহি লাখ দুহাই, সাৰ শব্দ কঁহী বাহৰ নহীঁ যাই।
সাৰ শব্দ বাহৰ যো পৰি হ্যায়, বিচলী পীঢ়ী হংস নহীঁ তৰি হ্যায়।।

**পুস্তক "ধনী ধৰ্মদাস জীৱন দৰ্শন আৰু বংশ পৰিচয়"ৰ পৃষ্ঠ নং ৪৬ লিখা আছে যে ১১ পীঢ়ী গদী পোৱা নাই। যি মহন্তৰ নাম "ধীৰজ নাম সাহেব" কোৱাৰ্ধাত আছিল। ইয়াৰ পিছত ১২ নং মহন্ত উগ্ৰ নাম সাহেবে দামা খেড়াত মহন্তৰ গদী স্থাপন কৰিলে আৰু স্বয়ং মহন্ত হৈ বহিল। ইয়াৰ আগেয়ে দামাখেড়া গদী নাছিল। ইয়াৰ দ্বাৰা স্পষ্ট হয় যে গোটেই বিশ্বত সদ্গুৰু ৰামপাল দাস মহাৰাজৰ অতিৰিক্ত বাস্তবিক ভক্তি মাৰ্গ কাৰো নাই। সন্ত ৰাম পাল দাস মহাৰাজে নিজৰ প্ৰবচনত বাৰে বাৰে কয় "সকলো প্ৰভূ প্ৰেমী ভক্ত বৃন্দক বিনতী কৰি কওঁ যে মোক ঈশ্বৰে পঠোৱা দাস বুলি জানি নিজৰ আত্ম কল্যান কৰাওক"।**

ইয় সংসাৰ সমঝদা নাহীঁ, কহন্দা শাম দোপহৰ নুঁ।
গৰীবদাস ইয় বকত্ জাত হ্যায়, ৰোৱোগে ইস পহৰে নুঁ।।

**বাৰো নং পন্থ (গৰীবদাস পন্থ বাৰ নং লিখিছে কবীৰ সাগৰ, কবীৰ চৰিত্ৰ বোধ পৃষ্ঠা ১৮৭০ৰ ভিতৰত) বিষয়ে কবীৰ সাগৰ কবীৰ বাণী পৃষ্ঠ নং ১৩৬-১৩৭) বাণীত লিখা আছে যে—**

সম্বত্ সত্ৰাসে পচহত্তৰ হোই, তাদিন প্ৰেম প্ৰকটেঁ জগ সোই।
সাখী হমাৰী লে জীব সমঝাৱৈ, অসংখ্য জনম ঠৌৰ নহীঁ পাৱৈ।
বাৰৱেঁ পন্থ প্ৰগট হ্যায় বাণী, শব্দ হমাৰে কী নিৰ্ণয় ঠানী।
অস্থিৰ ঘৰ কা মৰম না পাৱৈঁ, এ বাৰা পন্থ হম হী কো ধাওৱেঁ।
বাৰৱেঁ পন্থ হম হী চলি আৱেঁ, সব পন্থ মেটি এক হী পন্থ চলাওৱেঁ।
ধৰ্মদাস মেৰি লাখ দোহাই, সাৰ শব্দ বাহৰ নহীঁ যাই।
সাৰ শব্দ বাহৰ জো পৰহী, বিচলী পীঢ়ী হংস নহীঁ তৰহীঁ।
তেতিস অৰ্ব জ্ঞান হম ভাখা, সাৰ শব্দ গুপ্ত হম ৰাখা।
মূল জ্ঞান তব তক ছুপাই, জব লগ দ্বাদশ পন্থ মিট জাই।

**ইয়াত কবীৰদেবে নিজৰ শিষ্য ধৰ্মদাসক বুজাই আছে যে সন ১৭৭৫ ৰ ভিতৰতমোৰ জ্ঞান প্ৰচাৰ হব যি বাৰো পন্থ হব। বাৰো পন্থতে আমাৰ বাণী প্ৰচাৰ হব ঠিকেই কিন্তু শুদ্ধ ভক্তি পথ নহব। পিচত আকৌ বাৰ পন্থত মইয়ে সৎলোকৰ পৰা গতি কৰি আহিম আৰু সকলো পথ পৰিস্কাৰ কৰি মাথোন এক পথ (পন্থ) চলাম। কিন্তু ধৰ্মদাস তোমাক লাখ লাখ শপথ দিছো এই সাৰ শব্দ কোনো কুপাত্ৰক নিদিবা নহলে কলিযুগৰ**

**মধ্যম পুৰুষৰ হংসাত্মাই পাৰ হব নোৱাৰিব। যেতিয়ালৈকে বাৰ পন্থ মিলি এটা পন্থ নচলে তেতিয়ালৈকে এই মূল জ্ঞান লুকাই ৰাখিম।**

**সন্ত গৰীব দাস মহাৰাজৰ বাণীত নাম মহাত্ম ঃ-**

নাম অ'ভেপদ ঊচাঁ সন্তো, নাম অভেপদ ঊঁচা।
ৰাম দুহাই সচ কহত হুঁ, সৎগুৰু সে পুছা।।
কহৈ কবীৰ পুৰুষ বৰিয়াঁম, গৰীবদাস এক নৌকা নামঁ।।।
নাম নিৰঞ্জন নিঁকা সন্তোঁ, নাম নিৰঞ্জন নীকা।।
তীৰ্থ ব্ৰত থোথৰে লাগে, জপ তপ সঞ্জম ফীকা।।
গজ তুৰক পালকী অৰ্থা, নাম বিনা সব দাঁন ব্যৰ্থা।
কবীৰ নাম গহে সো সন্ত সুজানা, নাম বিনা জগ উৰঝানা
তাহি না জানে এ সংসাৰা, নাম বিনা সব জম কে চাৰা।।

**সন্ত নানক সাহেবজীৰ বাণীত নামৰ মহত্ব ঃ-**

নানক নাম চঢ়দী কলাঁ, তেৰে ভানে সবদা ভলা।
নানক দুঃখীয়া সব সংসাৰ, সুখিয়া সোয় নাম আধাৰ।
জাপ তাপ জ্ঞান সব ধ্যান, ষট শাস্ত্ৰ সিমৰত ব্যাখ্যান।
যোগ অভ্যাস কৰ্ম ধৰ্ম সব ক্ৰিয়া, সগল ত্যাগৰণ মধ্য ফিৰিয়া।
অনেক প্ৰকাৰ কিয়ে বহুত যত্না, দান পুণ্য হোমে বহু ৰত্না।
শীশ কটায়ে হোমে কৰ ৰাতি, ব্ৰত নেম কৰে বহু ভাঁতি।।
নহীঁ তুল্য ৰাম নাম বিচাৰ, নানক গুৰু মুখ নাম জপিয়ে একবাৰ।।

**(পৰম পূজ্য কবীৰ দেৱৰ অমৃত বাণী) ঃ-**

সতোঁ শব্দই শব্দ বখানা।। টেক।। শব্দ ফাঁস ফঁসা সব কোই শব্দ নহীঁ পহচানা।। প্ৰথমহি ব্ৰহ্ম স্বয়ং ইচ্ছা তে পাচোঁ শব্দ উচাৰা। সোহং, নিৰঞ্জন, ৰৰংকাৰ, শক্তি অউৰ ওমকাৰা। পাঁচো তত্ব প্ৰকৃতি তিনোঁ গুণ উপযায়া। লোক দ্বীপ চাৰোঁ খান চৌৰাশী লাখ বনায়া। শব্দই কাল কলন্দৰ কহিয়ে শব্দই ভৰ্ম ভুলায়া। পাঁচ শব্দ কী আশা মেঁ সৰ্বস মূল গৱাঁয়া। শব্দই ব্ৰহ্ম প্ৰকাশ মেন্ট কে বৈঠে মূঁদে দ্বাৰা। শব্দই নিৰ্গুন শব্দই সৰ্গুন শব্দই বেদ পুকাৰা। শুদ্ধ ব্ৰহ্ম কায়া কে ভীতৰ বৈঠ কৰে স্থানা। জ্ঞানী যোগী পণ্ডিত অউৰ সিদ্ধ শব্দ মেঁ উৰঝানা।। পাঁচই শব্দ পাঁচ হ্যাঁয় মুদ্ৰা কায়া বীচ ঠিকানা। জো জি হংসক আৰাধন কৰতা সো তিহি কৰত বখানা।। শব্দ নিৰঞ্জন চাঁচৰী মুদ্ৰা হ্যায় নৈনন কে মাঁহী।। তাকো জানে গোৰখ যোগী মহা তেজ তপ মাঁহী।। শব্দ ওঁকাৰ ভূচৰী মুদ্ৰা ত্ৰিকুটী হ্যায় স্থানা। ব্যাস দেব তাহী পহিচানা চাঁদ সূৰ্য্য তিহি জানা। সোহং শব্দ আগোচৰী মুদ্ৰা ভবঁৰ গুফা স্থানা। শুকদেব মুনি তাহি পহিচানা সুন অনহদ কো কানা।। শব্দ ৰৰংকাৰ খেচৰী মুদ্ৰা দসৱেঁ দ্বাৰ ঠিকানা। ব্ৰহ্মা, বিষ্ণু, মহেশ আদি লো ৰৰংকাৰ পহিচানা।। শক্তি শব্দ ধ্যান উনমুনি মুদ্ৰা বসে আকাশ সনেহী। ঝিলমিল মিলমিল জোত দিখাৱে জানে জনক বিদেহী।। পাঁচ শব্দ পাঁচ হ্যায় মুদ্ৰা সো নিশ্চয় কৰ জানা। আগে পুৰুষ পুৰাণ নিঃঅক্ষৰ তিনকী খবৰ ন জানা।। নৌ নাথ চোৰাশী সিদ্ধি লো পাঁচ শব্দ মেঁ অটকে। মুদ্ৰা সাধ ৰহে ঘট ভিতৰ ওঁদে মখু লটকে।। পাঁচ শব্দ পাঁচ হ্যাঁয় মুদ্ৰা লোক দ্বীপ যমজালা। কহৈ কবীৰ অক্ষৰ কে আগে নিঃঅক্ষৰ কা উজিয়ালা।।

**যেনেকুৱা এই শব্দটো "সন্তো শব্দই শব্দ বখানা" লিখা আছে যে সকলো সাধু**

**সন্তই শব্দ (নাম)ৰ মহিমা শুনায়। পূৰ্ণব্ৰহ্ম কবীৰদেৱ উপদেশ দিছে যে শব্দ (মন্ত্ৰ) সত্ পুৰুষৰো আছে যি সত্ পুৰুষৰ প্ৰতীক আৰু জ্যোতি নিৰঞ্জন (কাল) ৰো প্ৰতীক হল শব্দ। যেনেকুৱা শব্দ জ্যোতি নিৰঞ্জনৰ আছে সেইটো চাঁচৰী মুদ্ৰাক প্ৰাপ্ত কৰায়। ইয়াক গোৰখ যোগীয়ে অধিক তপ কৰি প্ৰাপ্ত কৰিছে যিটো সাধাৰণ মানুহৰ পক্ষে সাধ্যৰ বাহিৰত আৰু গোৰক্ষ নাথ কালৰ সাধনা কৰি সিদ্ধ হৈ গল। মুক্তি হবলৈ নাপালে। যেতিয়া কবীৰদেৱে সত্যনাম তথা সাৰ নাম দিলে তেতিয়াহে গোৰক্ষ নাথৰ কাল বন্ধনৰ পৰা মুক্তি পালে। এই বাবে জ্যোতি নিৰঞ্জনৰ নাম জপ কৰোতাই কালৰ জালৰ পৰা বাচিব নোৱাৰে অৰ্থাৎ সত্লোকলৈ যাব নোৱাৰে। শব্দ ওঁ কাৰ (ওম) মন্ত্ৰৰ জপ কৰিলে ভূঁচৰী মুদ্ৰাৰ স্থিতিত সাধক আহি যায়। যিটো বেদ ব্যাসে সাধনা কৰিছিল আৰু কালৰ জালতে আবদ্ধ হৈ ৰৈ গৈছিল। সোহং নাম জপৰ দ্বাৰা অগোচৰী মুদ্ৰাৰ স্থিতি হৈ যায় আৰু কাল লোকত তৈয়াৰ হোৱা ভঁৱৰ গুহাত উপস্থিত হৈ যায়। যাৰ সাধনা সুখদেৱ ঋষিয়ে কৰিছিল আৰু মাথোন শ্ৰীবিষ্ণুদেৱৰ লোকত বনোৱা স্বৰ্গত উপস্থিত হৈছিল। শব্দ ৰৰংকাৰ জপেৰে খেঁচৰী মুদ্ৰা প্ৰাপ্ত হৈ দশম দ্বাৰত (সুস্মনা) পহুঁচি যায়। ব্ৰহ্মা, বিষ্ণু, মহেশ তিনিও ৰৰংকাৰক সত্য মানি কালৰ জালত পৰি আবদ্ধ হৈ বিমোৰত পৰি ৰল। শক্তি (প্ৰকৃতি/দুৰ্গা) (শ্ৰীয়ম) শব্দৰে উনমুনী মুদ্ৰাক প্ৰাপ্ত কৰাই দিয়ে, যিটো ৰজা জনকে প্ৰাপ্ত কৰিছিল কিন্তু তাৰ আত্মাৰ মুক্তি নহল। কিছুমান সাধু সন্তই পাঁচ নামৰ ভিতৰত শক্তিৰ ঠাইত সত্যনাম জোড় দিয়ে যিটো সত্যনাম কোনো জপে নহয়। এইটো তো সত্য নামৰ প্ৰতি ইঙ্গিত হে। যেনেকুৱা সত্যলোকক সচ্চ খণ্ড বুলিও কয় ঠিক তেনে সত্যনাম বা সচ্চা নাম। কেবল সত্যনাম সত্যনাম জপ কৰিবলৈ নহয়। এই পাঁচ শব্দৰ সাধনা কৰা বিলাকে নয় নাথ তথা চৌৰাশী সিদ্ধ লৈ সীমিত থাকে তথা শৰীৰৰ ভিতৰত (ঘটত) ধুনি শুনি আনন্দ পায়। বাস্তৱিক সত্যলোকৰ স্থান তো শৰীৰ (পিণ্ড)ৰ পৰা (অণ্ড) ব্ৰহ্মাণ্ডৰ সিপাৰত। এই বাবে আকৌ মাতৃৰ গৰ্ভত আহিব লাগে (ওলোটাকৈ ওলোমে) অৰ্থাৎ জন্ম মৃত্যুৰ কষ্টৰ সমাপ্ত নহয়। যি উপলব্ধি শৰীৰ (ঘট)ৰ ভিতৰত হয় সেইটো তো কালব্ৰহ্ম তক লৈহে, কিয়নো পূৰ্ণ ব্ৰহ্মাৰ নিজ স্থান সত্যলোক তথা তাৰ শৰীৰৰ প্ৰকাশ তো পৰব্ৰহ্ম আদিতকৈ অধিক তথা বহু দূৰত। তাৰ বাবে মাথোন পূৰ্ণ সন্ত বা পূৰ্ণ গুৰুই পুৱা উপদেশ দিব যি পাঁচ নামতকৈ ভিন্ন।**

সন্তো সতগুৰু মোহে ভাৱৈ, জো নৈনন অলখ লখাৱৈ। ঢোলত ঢিগে না বোলত বিসৰৈ, সৎ উপদেশ দৃঢ়াৱৈ।।
আঁখ না মূঁদে কান না ৰূদৈঁ না অনহদ উৰ ঝাৱৈঁ। প্ৰাণ পুঞ্জ ক্ৰিয়াওঁ সে নেয়াৰা, সহজ সমাধি বতাওৱে।।

**ঘট ৰামায়নৰ ৰচয়িতা আদৰণীয় তুলসী দাস দেৱে স্বয়ং কয় যে — (ঘট ৰামায়ন প্ৰথম ভাগ পৃষ্ঠা নং ২৭)**

পাঁচো নাম কাল কে জানো তব দানী মন শংকা আনো। সুৰত নিৰত লৈ লোক সি ধাউঁ আদি নাম লে কাল গিৰাউঁ। সত্নাম লে জীৱ উবাৰী, অস চল যাউঁ পুৰুষ দৰবাৰী।। কবীৰ, কোটী নাম সংসাৰ মেঁ, ইনসে মুক্তি ন হো। সাৰ নাম মুক্তি কা দাতা, বাকো জানে না কোৱে।।

**গুৰু নানক দেৱৰ অমৃত বাণীত তিন নামৰ প্ৰমাণ ঃ-**

পুৱা সৎগুৰু সোৱে কহাৱৈ, দোয় অক্ষৰ কা ভেদ বতাৱৈ।
এক ছুড়াৱৈ এক লখাৱৈ, তো প্ৰাণী নিজ ঘৰ জাওৱে।।

জৈ পণ্ডিত তু পঢ়িয়া, বিনা দুউ অখৰ দুউ নামা।
পৰণৰত নানক এক লঙ্গাৰে, জে কৰ সচ সমাৰা।
বেদ কতেব সিমৰিত সব সাঁসত, ইন পঢ়ি মুক্তি ন হোই।।
এক অক্ষৰ জো গুৰুমুখ জাপৈ, তিস কী নিৰমল হোই।।

**ভাবাৰ্থ ঃ- গুৰু নানকদেব মহাৰাজে নিজৰ বাণীৰ দ্বাৰা বুজাব বিচাৰিছে যে পূৰা সতগুৰু সেইজন যি দুই অক্ষৰৰ জপৰ বিষয়ে জানে। যাৰ এটা কাল আৰু মায়াৰ বন্ধন এৰাব পাৰে আৰু আনটো পৰমাত্মাক দেখুৱাই দিয়ে আৰু তৃতীয়টো যি অক্ষৰ সেইটো পৰমাত্মাক মিলাই দিয়ে।**

**সন্ত গৰীব দাস মহাৰাজৰ অমৃত বাণীত শ্বাষ নামৰ প্ৰমান ঃ-**

গৰীব, স্বাসাঁ পাৰস ভেদ হমাৰা, জো খোজে সো উতৰে পাৰা।
স্বাঁসা পাৰা আদি নিশানী, জো খোজে সো হোয়ে দৰবানী।
স্বাঁসা হী মেঁ সাৰ পদ, পদ মেঁ স্বাসা সাৰ। দম দেহী কা খোজ কৰো, আৱাগমন নীৱাৰ।।
গৰীব, স্বাঁস সুৰতি কে মধ্য হ্যায়, ন্যাৰা কদে নহীঁ হোয়।
সত গুৰু সাক্ষী ভূত কুঁ, ৰাখো সুৰতি সমোয়।
গৰীব, চাৰ পদাৰ্থ উৰ মেঁ জোৱৈ, সুৰতি নিৰতি মন পবন সমোৱৈ।
সুৰতি নিৰতি মন পবন পদাৰ্থ (নাম) কৰো ইকতৰ এয়াৰ।
দ্বাদশ অন্দৰ সমোয় লে, দিল অন্দৰ দীদাৰ।
কবীৰ, কহতা হুঁ কহি যাত হুঁ, কহুঁ বজা কৰ ঢোল।
শ্বাঁস যো খালী যাত হ্যায়, তীন লোক কা মোল।।
কবীৰ, মালা শ্বাস উশ্বাঁস কী, ফেৰেঙ্গে নীজ দাস।
চৌৰাশী ভ্ৰমে নাহীঁ, কটৈ কৰ্ম কী ফাঁস।।

**গুৰু নানক দেৱৰ বাণীত প্ৰমাণ ঃ-**

চহউঁ, কা সঙ্গ, চহউঁ কা মীত, জামৈ চাৰি হটাৱৈ নিত।
মন পবন কো ৰাখৈ বন্ধ, লহে ত্ৰিকুটী ত্ৰিবেণী সন্ধ।।
অখণ্ড মণ্ডল মেঁ সুন্ন সমানা, মন পবন সচ্চ খণ্ড ঠিকানা।।

**পূৰ্ণ গুৰু সেইজন যিয়ে তিন বাৰ নাম দিয়ে আৰু আমাৰ উশাহ-নিশাহ ক্ৰিয়াৰ লগত স্মৰণৰ প্ৰণালী উপদেশ দিয়ে। তেতিয়াহে জীৱৰ মোক্ষ প্ৰাপ্তি সম্ভব হব। যেনে পৰমাত্মা সত্য। ঠিক সেইদৰে পৰমাত্মাৰ সাক্ষাৎকাৰ আৰু মোক্ষ প্ৰাপ্তি কৰিবৰ প্ৰণালী, আদি অনাদি ও সত্য যি কেতিয়াও সলনি নহয়। গৰীব দাস মহাৰাজ নিজৰ বাণীত কয় যে —**

ভক্তি বীজ পল্টে নহীঁ, যুগ জাঁহী অসংখ্য। সাঁই সিৰ পৰ ৰাখিও, চৌৰাশী নাহীঁ শংক।।
ঘীসা আয়ে একো দেশ সে, উতৰে একো ঘাট। সমঝো কা মাৰ্গ এক হ্যায়, মূৰ্খ বাৰহ বাট।।
কবীৰ ভক্তি বীজ পল্টে নহীঁ, আন পড়ে বহু ঝোল। জৈ কাঞ্চন বিষ্ঠা পৰৈ, ঘটৈ ন তাকা মোল।।

**বহুত বহুত মহাপুৰুষে সঁচা নামৰ বিষয়ে নেজানে। সিহঁতে মনমুখী নাম দিয়ে যাৰ দ্বাৰা না সুখ আৰু না জন্ম-মৃত্যু ৰূপি কষ্টৰ পৰা মুক্তি পোৱা যায়। কোনোবাই কয় তপ, হোম, যজ্ঞ আদি কৰা আৰু কিছু মহাপুৰুষ চকু, কান আৰু মুখ বন্ধ কৰি ভিতৰি ভিতৰি ধ্যান কৰাৰ কথা কয় যিটো সিহঁতৰ মনমুখী সাধনাৰ চিহ্ন। আনহাতে কবীৰদেব,**

সন্ত গৰীব দাস মহাৰাজ, গুৰু নানক দেব আদি পৰম সাধু সন্তই সকলো ক্ৰিয়া বাধা কৰিছে কেৱল এক নাম জপ কৰিববলৈ উপদেশ দিছে।

এজন নৈসত্ৰে দমস নামক গনক আছিল। যাৰ সকলো ভৱিষ্যৎ বাণী সঁচা ফলিছিল যিবোৰ মোটামুটি চাৰি শ বছৰ পুৰ্বে লিখিত আছিল বা কোৱা হৈছিল। তেওঁ কৈছে যে সন ২০০৬ৰ ভিতৰত এজন সাধু প্ৰকট হব অৰ্থাৎ জগতত তাৰ চৰ্চা হব। সেইজন সাধু, না মুসলমান হব, না তেওঁ খ্ৰীষ্টান হব, তেওঁ কেবল হিন্দু হব। তাৰ দ্বাৰা উপদেশিত ভক্তি মাৰ্গ সকলোতকৈ ভিন্ন তথা তথ্যৰ ওপৰত আধাৰিত হব। তাৰ জ্ঞানক কোনেও পৰাজিত কৰিব নোৱাৰিব। ২০০৬ত তাৰ আয়ু ৫০ বা ৬০ বছৰৰ ভিতৰত হব। (সন্ত ৰাম পাল দাসৰ জন্ম ৮ চেপ্তেম্বৰ ইং ১৯৫১ চনত হৈছিল। ২০০৬ চনত তেখেতৰ বয়স ৫৫ বছৰ হয় যিটো ভবিষ্য বাণী মতে শুদ্ধ হয়) সেই হিন্দু সাধুৰ দ্বাৰা উপদেশিত জ্ঞানক গোটেই জগতে স্বীকাৰ কৰিব। সেই হিন্দু সন্তৰ অধ্যক্ষতাত গোটেই জগতত ভাৰতবৰ্ষৰ শাষন হব তথা সেই সাধুৰ আজ্ঞাৰ দ্বাৰা সকলো কাৰ্য্য হব। তাৰ মহিমা আকাশৰ ওপৰত হব। নষ্ট্ৰা দ্ৰমসৰ দ্বাৰা বৰ্ণিত সাংকেতিক সাধু ৰাম পাল দাস মহাৰাজ হয় যি ২০০৬ চনত বিখ্যাত হৈছে। যিয়ে নহওক অজ্ঞই বেয়া কৰিও প্ৰসিদ্ধ কৰিছে কিন্তু সাধুৰ কোনো দোষ নাই।

ওপৰোক্ত লক্ষণবোৰ যি বৰ্ণিত হৈছে এই সকলোবোৰ তত্বদৰ্শী সাধু ৰাম পাল দাস মহাৰাজৰ ভিতৰত বিদ্যমান।



# সাধু সন্তক দুঃখ দিয়াৰ শাস্তি

আদৰণীয় গৰীব দাস মহাৰাজৰ জন্ম পবিত্ৰ গাওঁ ছুড়ানী জিলা - ঝজ্জৰ শ্ৰীবলৰাম ধনখড় (জাট সম্প্ৰদায়)ৰ ঘৰত হৈছিল তেখেতে কাশীত ১২০ বছৰ জীয়াই সন ১৫১৮ ত সৎলোকলৈ গমন কৰে। পূৰ্ণ ব্ৰহ্ম কবীৰ পৰমেশ্বৰ (কবীৰ্দেব) সত্‌লোক (ঋতধাম)ৰ পৰা ইং ১৭২৭ চনত স্বশৰীৰে আহি তেখেতক লগ কৰে তথা তেখেতৰ আত্মাক সৎলোকলৈ লৈ যায়। পিছত গৰীব দাস মহাৰাজৰ পৰিয়ালৰ মানুহ খিনী তেখেতক মৃত বুলি জানি পাই চিতাৰ ওপৰত ৰাখি দিয়ে। সেই সময়ত পৰমেশ্বৰ কবীৰদেৱে তেখেতৰ আত্মাক পুনৰাই শৰীৰত ওভোতাই প্ৰবেশ কৰাই দিয়ে। তাৰ পিছত আদৰণীয় গৰীব দাস মহাৰাজৰ পৰম পূজ্য কবীৰ দেৱ (কবীৰ পৰমেশ্বৰ)ৰ নিজ চকুৰে দেখা মহিমা প্ৰত্যেক জন-জন মানুহক শুনাবলৈ ধৰিলে। যি কোনো দুঃখী প্ৰাণী তেখেতৰ পৰা উপদেশ প্ৰাপ্ত হলে সুখী হৈ যায়। তেখেতৰ বৰ্দ্ধিত মহিমা তথা তত্বজ্ঞানৰ সমুখত অইন অইন গুৰু (আচাৰ্য্যৰ) পণ্ডিতৰ অধুৰা জ্ঞানৰ সত্যতা ওলাবলৈ ধৰাত ওচৰ চুবুৰীয়া অধুৰা জ্ঞান যুক্ত পণ্ডিত গুৰু সকলে তেখেতক ঈৰ্ষা কৰিবলৈ ধৰিলে। দাতি কাষৰিয়া গাঁৱৰ ময় মূৰব্বী সকলক তেখেতৰ বিৰুদ্ধে উচুটনি মূলক কথা কবলৈ ধৰিলে। যাৰ ফলত ওচৰ চুবুৰীয়া গাঁৱৰ হোজা সৰল মানুহে প্ৰভূ প্ৰেমী কবীৰ সন্তান আদৰণীয় গৰীবদাস মহাৰাজক ঘৃনা কৰিবলৈ ধৰিলে।

দিল্লীৰ বাজীদ পুৰ গাঁৱত তেখেতৰ এজন শিষ্য আছিল। তাকো গাঁৱৰ মানুহে ইৰ্ষা কৰিছিল। তাৰ বিনতিত তেখেতে (গৰীবদাস) কিছুদিন বাজীদ পুৰত ৰলে। সেই সময়ত এক প্ৰকাৰ হানিকাৰক পতঙ্গই কাষৰীয়া গাঁৱৰ খেতিৰ বজৰা ফচল নষ্ট কৰি দিলে। কিন্তু তেখেতৰ শিষ্যৰ খেতিৰ ফচল একো হানি নহল। সকলো গাঁৱৰ মানুহে সাধু গৰীব দাস মহাৰাজৰ মহিমাত প্ৰভাবিত হৈ তথা তেখেতৰ জ্ঞান স্বীকাৰ কৰি নিজৰ আত্ম কল্যান কৰিলে।

গৰীব দাস মহাৰাজৰ আদেশত তেখেতৰ শিষ্যই নিজৰ খেতিৰ বজৰা খিনি গোটেই গাঁৱত বিলাই দিলে তথা মহাৰাজে বাৰ বাৰ মানা কৰাতেও কিছু বজৰা তেখেতৰ গৰু গাড়ীত উঠাই দিলে তথা কলে যে আপুনী প্ৰত্যেক পূৰ্ণীমাত ভণ্ডাৰা কৰে, কিছু দান আপোনাৰ সেৱকৰো হৈ যাব। শিষ্যৰ শ্ৰদ্ধা দেখি তেখেতে অনুমতি প্ৰদান কৰিলে। (আদৰণীয় গৰীব দাস মহাৰাজৰ চাৰিজন লৰা তথা দুজনী ছোৱালী আছিল তথা মোটামুটি ৩৯০০ বিঘা জমিনৰ গৰাকী আছিল) তেখেতে গৰু গাড়ীত উঠি নিজ গাঁৱ ছুড়ানী বুলি ৰওনা দিলে। কাষৰীয়া গাওঁ কানৌদাঁ পোৱাৰ লগে লগেই আগৰে পৰা সুনিয়োজিত ষড়যন্ত্ৰ ৰচা স্বাৰ্থান্বেষী ব্ৰাহ্মণ পণ্ডিত গুৰু সকলে সাধু গৰীব দাস মহাৰাজক আগুৰি ধৰিলে। গাড়ীত থকা সকলো বজৰা লুটী নিলে তথা সেই গাঁৱৰ জোতদাৰ চৌধুৰী ছাজুৰাম ছিকাৰাক সুচনা দিলে যে হিন্দু ধৰ্ম দ্ৰোহীক কড়ায়ত্ব কৰা হৈছে। চৌধুৰী ছাজুৰামৰ আদেশত গৰীবদাস মহাৰজ চকীত বান্ধি থলে। চৌধুৰী ছাজুৰাম চৰকাৰৰ তৰপৰ পৰা কিছু আইনী অধিকাৰ পাইছিল যেনে ছয় মাহৰ কাৰাদণ্ড বিহা

৫০০/- টকাৰ জৰিমনা কৰা তথা মহাদোষীক কাঠৰ গৰালত ভৰাই ৰখা আদি সন্মিলিত আছিল।

সেইবিলাক ধৰ্মৰ অজ্ঞানী ঠিকাদাৰ বিলাকে (পণ্ডিত, গুৰু, ব্ৰাহ্মন) আগৰে পৰাই চৌধুৰী ছাজুৰাম ছিকাৰাক উচুটনি দি সেই পৰম আদৰণীয় গৰীব দাস মহাৰাজক কাঠেৰে সৈতে বান্ধি বন্দী কৰি ৰাখিলে। (কাঠেৰে বান্ধি ৰখা এক প্ৰকাৰ কঠিন কাৰাগাৰৰ শাস্তি আছিল, দুয়ো ভৰিৰ আঠুৰ ওপৰত দুখন কাঠৰ মোটা ডাণ্ডা বান্ধি দি দুয়ো হাত পাচফালে বান্ধি ৰখা হৈছিল যি কাৰণে ব্যক্তি বহিব পৰা নাছিল তথা বহুত বেদনা হৈছিল আৰু ভৰি বিষাই গৈছিল।) গাৰোৱানে খালী গৰু গাড়ী বাজীদপুৰলৈ ওভোতাই লৈ গৈছিল যি গাওঁ কানৌদা গাঁৱৰ পৰা মোটা মুটি ১০ কিঃ মিঃ দূৰত আছিল। খবৰ পোৱাৰ লগে লগেই বাজীদ পুৰ গাওঁৰ মুখীয়াল ময় মুৰব্বী সকলে কানৌদা গাওঁত উপস্থিত হল তথা চৌধুৰী ছাজুৰাম মহাশয়ক বিনতী কৰিলে তথা বহুত বুজালে যে এইজন সাধাৰণ ব্যক্তি নহয়, এওঁ পৰম শক্তি সম্পন্ন। আপুনী ক্ষমা যাচনা কৰক। চৌধুৰী ছাজুৰাম বহুত শুদ্ধ আত্মা তথা দয়ালু আৰু নম্ৰ হৃদয়ৰ ব্যক্তি আছিল। কিন্তু সেই স্বাৰ্থলোভী, সামাজিক প্ৰভূত্ব লোভী সেই পুন্যাত্মা ছাজুৰাম ছিকাৰা মহাশয়ক মিছা কাহিনী শুনাই আৰু উচ্‌টাই প্ৰভূ প্ৰেমী সন্তান আদৰণীয় গৰীব দাস মহাৰাজৰ প্ৰতি বেচিকৈ ঘৃনাই তুলিছিল। যি কাৰণে চৌধুৰী ছাজুৰাম মহাশয়ে কোনো কাৰণ নুশুনাকৈয়ে শাস্তি আৰম্ভ কৰি দিছিল। বাজীদ পুৰ গাওঁৰ ভকত সকলৰ প্ৰাৰ্থনা শুনি আদৰণীয় গৰীব দাস মহাৰাজক এৰি দিলে। আদৰণীয় গৰীব দাস মহাৰাজে একো নকলে তথা নিজৰ গাওঁ ছুড়ানীলৈ আহিল। কিছু দিন পিছত চৌধুৰী ছাজুৰাম ৰাতিপুৱা শৌচ কৰ্ম কৰিবলৈ জোহড় পুখুৰীৰ পাৰলৈ যোৱাত তাত কৰবাৰ পৰা অহা দুই অশ্বাৰোহীয়ে তেখেতৰ দুই হাত কাটি দি তেখেতৰ সমুখতে অদৃশ্য হৈ গৈছিল। এই দৃশ্য পুখুৰীৰ পাৰত থকা কিছু উপস্থিত ব্যক্তিয়ো দেখিছিল। বহুত চিকিৎসা কৰিও বিষ আৰু তেজ ওলোৱা বন্ধ নহল। কেবাদিন ধৰি চিঞৰি থাকিল। পিছত এজন ব্যক্তিয়ে কলে, সিজন সাধু গৰীব দাসৰ ওচৰলৈ যোৱা আৰু ক্ষমা বিচাৰি লোৱা, তেখেত দয়ালু, পৰিয়ালৰ মানুহে চৌধুৰীক ঘোড়াৰ পিঠিত উঠাই লৈ চুড়ানী লৈ গল। শ্ৰীছাজুৰামে আদৰণীয় গৰীব দাস মহাৰাজৰ ভৰিত দীঘল হৈ পৰিল আৰু ক্ষমা যাচনা কৰিলে। সন্ত গৰীবদাস মহাৰাজে আশীৰ্বাদ, নাম উপদেশ আৰু আজীৱন ভক্তি কৰিবলৈ কলে। চৌধুৰী ছাজুৰাম মহাশয়ে কলে দাতা আপোনাৰ বিষয়ে মোক অত্যাধিক ভ্ৰমিত কৰি ৰাখিছিল।

মই জ্ঞাত নাছিলো যে আপুনী পুৰ্ণ পৰমাত্মা হৈ আহিছে। আদৰণীয় গৰীবদাস মহাৰাজে কলে মই পূৰ্ণ পৰমাত্মা কবীৰদেব তাঁতী প্ৰেৰিত তাৰ এজন দাস। তাৰে শক্তিৰ দ্বাৰাই আপুনী সুস্থ হৈছে। মই আপোনাক কোনো অভিশাপ দিয়া নাই। আপোনাৰ কৰ্ম ফল আপুনী পাইছে। যদি আপুনী ইয়াত নাহিলেহেঁতেন তো আপোনাৰ পৰিয়ালৰ ওপৰত আৰু পাপৰ প্ৰভাব আছিল। এতিয়া সিবোৰ নাথাকিব, কিয়নো আপুনী নাম উপদেশ প্ৰাপ্ত কৰি লৈছে। চৌধুৰী ছাজুৰামে নিজৰ পৰিয়ালৰ সকলোকে নাম উপদেশ কৰোৱাই দিলে। আজিও সেই পুণ্যাত্মা ছাজুৰামৰ বংশধৰ সকলে আদৰণীয় গৰীব দাস মহাৰাজৰ পৰম্পৰাগত পূজা কৰি আহিছে। মোটামুটি হেজাৰ পৰিয়াল আছে সিহঁতক

**ছাজুৰাৰা বুলি কয়। কিয়নো ঃ—**

তুমনে উস দৰগাহ কা মহল না দেখ্যা। ধৰ্মৰায় কে তিল তিল কা লেখ।। ৰাম কহে মেৰে সাধ কো, দুঃখ না দিজো কোয়ে। সাধ দুখায় ম্যাঁয় দুঃখী মেৰা আপা ভী দুঃখী হোয়।। হিৰণ্যকশিপু উদৰ (পেট) বিদাৰিয়া, ম্যাঁয় হী মাৰয়া কংশ। জো মেৰে সাধু কো সতাৱৈ, ৰাকা খো-দুঁ বংশ।। সাধ সতাৱন কোটী পাপ হ্যায় অনগিন হত্যা অপঁৰাধ। দুৰ্বাসা কী কল্প কাল সে, প্ৰলয় হো গয়ে যাদব।।

**ওপৰোক্ত বাণীত সৎগুৰু গৰীবদাস মহাৰাজে প্ৰমান দি আছে যে পৰমেশ্বৰে কয় মোৰ সাধু সন্তক দুঃখ নিদিবা। যি মোৰ সন্তক দুঃখী কৰে তেন্তে বুজিবা মোকো দুঃখ দিয়ে। যেতিয়া মোৰ ভক্ত প্ৰহ্লাদক দুঃখী কৰিলে তেতিয়া মই হিৰণ্যকশিপুৰ পেট ফাৰি দিলো আৰু মইয়ে কংশকো বধিলো আৰু যি মোৰ সাধুক দুঃখ দিব মই তাৰ বংশ ধংশ কৰি দিম। এই কাৰণে সাধু-সন্তক কষ্ট দিলে কোটী পাপ লাগে। যেনে অগনিত (অন্তহীন) হত্যা কৰি দিলা। এইবিলাক অজানা মানুহ পৰমাত্মাৰ সংবিধানৰ লগত পৰিচয় নাই। এই বাবে ভয়ংকৰ ভূল কৰি পেলায়, আকৌ পিছত দণ্ডৰ ভাগী হয়। সাধুক কষ্ট দিলে নিম্ন দণ্ডবোৰ মিলে।**

**যদি এজন মানুহে অইন এজন মানুহক হত্যা কৰি দিয়ে তেন্তে তাৰ অহা জনমত তাক হত্যা কৰি পূৰ্ণ হৈ যায়। কিন্তু সাধুক কষ্ট দিলে বহুত ডাঙৰ শাস্তি আছে যি অনন্ত জনম ধাৰণ কৰিও পূৰ্ণ নহয়। সৎগুৰু নিজৰ বাণীত কয় যে ঃ-**

অৰ্ধমুখী গৰ্ভবাস মেঁ হৰদম বাৰম্বাৰ, জুনী ভূত পিচাশ কী, জব লগ সৃষ্টী সংহাৰ।

**এনে ভূল কৰোতাজনক পৰমেশ্বৰে বিভিন্ন প্ৰাণীৰ যোনীত বাৰাম্বাৰ মাকৰ গৰ্ভত পেলাই দিয়ে অৰ্থাৎ সিজন বাৰে বাৰে জন্ম আৰু মৃত্যু হবলগীয়া হয় আৰু যেতিয়ালৈ সৃষ্টিৰ প্ৰলয় নহয় তেতিয়ালৈ ভূত পিচাশৰ যোনীত মাকৰ গৰ্ভত বহুত কষ্টত ৰাখে যি বৰ কষ্টদায়ক আৰু তেতিয়ালৈ ক্ষমা নিমিলে যেতিয়ালৈ কষ্ট পোৱা সাধু মহাত্মাই ক্ষমা কৰি নিদিয়ে।**

**এবাৰ দুৰ্বাসা ঋষিয়ে অভিমান বশ অম্বৰীষ ঋষিক বধিবলৈ নিজৰ তপ শক্তিৰে এক সুদৰ্শন চক্ৰ এৰি দিয়ে। সুদৰ্শন চক্ৰই অম্বৰীষ ঋষিক বধিবলৈ গৈ তাৰ ভৰি চুই ওলোটাই দুৰ্বাসা ঋষিকে মাৰিবলৈ ৰওনা দিলে। দুৰ্বাসা ঋষিয়ে চিন্তিলে যে বৰ ডাঙৰ ভূল হৈ গল। বিলম্ব নকৰি প্ৰাণ বচাবলৈ সুদৰ্শন চক্ৰৰ আগে আগে পলাবলৈ ধৰিলে। ভাগি ভাগি শ্ৰী ব্ৰহ্মাদেৱৰ ওচৰত গল আৰু কলে হে প্ৰভূ! কৃপা কৰি আপুনী এই সুদৰ্শন চক্ৰৰ পৰা মোক ৰক্ষা কৰক। ইয়াকে শুনি ব্ৰহ্মাই কলে ঋষিবৰ এইটো চম্ভালা মোৰ সমৰ্থৰ বাহিৰত। নিজৰ মূৰৰ পৰা আপদ এৰাবলৈ কলে আপুনী ভগৱান শংকৰৰ ওচৰলৈ যাওক। তেওঁৰে আপোনাক বচাব পাৰে। ইয়াকে শুনি দুৰ্বাসা মুনি ভগৱান শংকৰৰ ওচৰলৈ গল আৰু কলে যে হে ভগৱান! কৃপা কৰি আপুনী এই সুদৰ্শন চক্ৰৰ পৰা মোক ৰক্ষা কৰক। অৱস্থা দেখি ব্ৰহ্মাৰ দৰে আপদ এৰাবলৈ শিবে কলে, আপুনী ভগৱান শ্ৰীবিষ্ণুৰ ওচৰলৈ যাওক তেওঁৰে আপোনাক ৰক্ষা কৰিব পাৰিব। এইটো শুনি দুৰ্বাসা মুনি ভগৱান বিষ্ণুৰ ওচৰলৈ গল আৰু কলে, হে ভগবান! আপুনীয়ে মোক এই সুদৰ্শন চক্ৰৰ পৰা ৰক্ষা কৰিব পাৰে। নহলে ই মোক কাটি মাৰি তহিলং কৰে। ইয়াকে শুনি ভগৱান বিষ্ণুই কলে, ঋষিবৰ! এই সুদৰ্শন চক্ৰ আপোনাক কি কাৰণে মাৰিব বিচাৰে?**

**দুৰ্বাসাই ওপৰোক্ত গোটেই ঘটনা বিতংকৈ কলে। তেতিয়া বিষ্ণুৱে কলে, হে দুৰ্বাসা ঋষি! যদি আপুনী সিজন অম্বৰীষ ঋষিৰ ভৰিত পৰি ক্ষমা বিচাৰে তেন্তে এই সুদৰ্শন চক্ৰ আপোনাৰ প্ৰাণ বচাব পাৰে অন্যথা মই কিয় কোনো দেৱতাই আপোনাৰৰ প্ৰাণ বচাব নোৱাৰে। ইয়াৰ বাহিৰে আন কোনো বিকল্প নাই। মেকুৰী এনেয়ে গছত নুঠে? তেতিয়া দুৰ্বাসা ঋষি উভতি গৈ অম্বৰীষ ঋষিৰ ভৰিত দীঘল দি পৰি কান্দিবলৈ ধৰিলে আৰু ক্ষমা বিচাৰিলে। তেতিয়া অম্বৰীষ ঋষিয়ে নিজ হাতেৰে সুদৰ্শন চক্ৰক ধৰি দুৰ্বাসা ঋষিক দিলে আৰু কলে সাধু/ঋষি-মুনিৰ লগত কেতিয়াও অভদ্ৰামি কৰিব নেলাগে। তাৰ পৰিনাম অতি বেয়া।**

"শ্ৰী কৃষ্ণ গুৰু কসনী হুই অউৰ বচেগা কৌন"

**যেতিয়া শ্ৰীকৃষ্ণদেৱৰ গুৰু শ্ৰীদুৰ্বাসা নিচিনা মুনিৰ এনে অৱস্থা তেন্তে সাধাৰণ মানুহৰ কিনো দশা হব?**



# দিশা হীনৰ মাৰ্গ বিষয়

## "ভক্ত সমাজ প্ৰভূৰ বাস্তৱিক ভক্তিৰ পৰা দুই মাইল দূৰ"

**সতলোক আশ্ৰম ক্ৰুন্থা, জিলা-ৰোহতক, হৰিয়ানাত কবিৰ্দেৱ (কবীৰ পৰমেশ্বৰ)ৰ উদ্ভৱ দিবস চলি থকা ৫ দিবসীয় (১৮ৰ পৰা ২২ জুন, ২০০৫ লৈ) সৎসঙ্গ সমাৰোহত ভকত বসন্ত সিংহ সৈনীয়ে নিজৰ কাহিনী শুনালে যি নিম্ন বৰ্ণিত কৃপা কৰি পঢ়ক ঃ-**

## "ঈশ্বৰ আতুৰ ভকত বসন্ত সিংহ সৈনীৰ মাৰ্গ দৰ্শন"

মই বসন্ত সিংহ সৈনী গাওঁ গান্ধৰা, জিলা-ৰোহতক, হৰিয়ানাৰ বাসিন্দা তথা পুৰণা ঠিকনা মহল্লা নং এচ ১৬১ পাণ্ডৱ নগৰ, মাদাৰ ডেয়ৰীৰ ওচৰত, যমুনা পাৰ দিল্লীত আছিলো। আমাৰ পৰিয়ালৰ ওপৰত ধৰি লওক দুঃখৰ পাহাৰ ভাঙি পৰিছিল। ইয়াৰ উপৰিও পৰমাত্মাক পোৱাৰ আশাত তথা দুঃখ-কষ্ট নিবৃত্তিৰ বাবে সাধু মহন্তৰ কাষলৈ অহা যোৱা কৰি আছিলো। কিন্তু কোনো ঠাইতে দুঃখ নিবাৰণ নহল। পিছত এক বিখ্যাত সাধু শ্ৰী আসাৰাম বাপুক লগ পাওঁ। সেই সময় বাপুৰ শিষ্য দিল্লীত প্ৰায় এহেজাৰ আছিল। যি কাৰণে বাপুক বহুত ওচৰলৈ লগ কৰিবৰ সুবিধা পালো। আমি নিজৰ দুঃখ নিবাৰণ আৰু পৰমাত্মাক পোৱাৰ হেপাহ তেখেতক জনালো। তেওঁ (আসাৰাম বাপু) আমাক ৭ মন্ত্ৰ (ওঁ, গুৰু, হৰি ওঁ, ওঁ এং নমঃ, ওঁ নমঃ শিবায়, ওঁ নমঃ ভগবতে বাসু দেবায়, হ্ৰীং ৰামায় নমঃ আৰু গায়ত্ৰী মন্ত্ৰ ইত্যাদি) উপদেশ দিলে। যাৰ এটাক এৰিবলৈ কলে আৰু এটা "সোহং" মন্ত্ৰ যি শ্বাষৰ দ্বাৰা "সো" ভিতৰলৈ আৰু "হং" বাহিৰলৈ জপ কৰিবলৈ কলে। একাদশী আৰু পূৰ্ণিমাৰ ব্ৰত, সোমবাৰ তথা অষ্টমীৰ ব্ৰত কৰিবলৈ কলে, বেচিকৈ বেচিকৈ ত্ৰিবন্ধ প্ৰাণায়াম, সিদ্ধাসনত বহি ধ্যান কৰা আৰু অনুষ্ঠান কৰিবলৈ উপদেশ দিলে। আমি নাম মন্ত্ৰ নিলো তথা নিজৰ দুঃখ তেখেতৰ সমুখত প্ৰকাশি কান্দিলো তথা কলো যে আমাৰ জেঠা যি আজি মৰিবৰ ৪০ বছৰ হৈ গৈছে তেওঁ ডাঙৰ প্ৰেত হৈছে। তেওঁ আমাৰ দুই ভাইক মাৰিছে, আঠ দহোটা মহ মাৰিছে, পাঁচ ছয়টা গাইক মাৰিছে, পশুবিলাকৰ কাৰো পোৱালী জীৱিত নাথাকে। ঘৰৰ সকলো সদস্যই বেমাৰত পৰি থাকে। দুঃখৰ কাৰণে দুৰ্দশা তথা কোনো কাম-কাজ ভালদৰে চলিবলৈ নিদিয়ে। এতিয়া কৈ আছে আমাৰ দেউতাকো লৈ যাব। আমি বাপুজীক বিনতী কৰিছো যে আমাক ৰক্ষা কৰক। কিন্তু ছয় মাহ পিছত আমাৰ দেউতাকো লৈ গল। বাপুজীয়ে কলে যি ঘটিছে সেইটো হব লগা আছিল, পশু আদি আৰু ধনৰ হানি তথা শাৰীৰিক বেমাৰ তো পাপৰ ভোগ যি জীৱৰ প্ৰাৰব্দত লিখিত আছে, সেইটো তো ভূগিবই লাগিব। আপুনী ভক্তি কৰক। আমি পৰমাত্মা প্ৰাপ্তিৰ বাবে ভক্তি সাধনাত লাগি পৰিলো। বাপুজী বুজোৱাৰ পিছত আমি পৰমাত্মা প্ৰাপ্তিৰ বাবে গভীৰ শ্ৰদ্ধাৰে লাগি পৰিলো তথা মই (বসন্ত দাস) সৰ্ব প্ৰথমে শ্ৰীআসাৰাম বাপু আশ্ৰম দিল্লীত চল্লিশ দিনৰ অনুষ্ঠান মহন্ত নৰেন্দ্ৰ ব্ৰহ্মচাৰীৰ পৰামৰ্শত সমাপন কৰিলো। ইয়াৰ পিছত ৪০ দিনৰ ছয় অনুষ্ঠান আশাৰাম বাপু আশ্ৰম

পঞ্চেড় ৰতলাম, মধ্যপ্ৰদেশ মহন্ত কাকাজীৰ চোৰা চিতাত সমাপন কৰিলো। তাৰ পিছত দুই অনুষ্ঠান আশাৰাম আশ্ৰম সাবৰমতী আহমদাবাদ গুজৰাটৰ মৌন মন্দিৰত কৰিলো। যত শ্ৰী আশাৰাম বাপুৰ লগত ভালদৰে কথাবাৰ্তা হবলৈ সুবিধা পালো। তেতিয়া মই বাপুজীক সুধিলো বাপুজী যি পৰমাত্মাক পাবৰ বাবে মই তথা ভক্ত সমাজ শ্ৰদ্ধাৰে ৰত হৈ আছো সেইজন পৰমাত্মা কোন? তেওঁ কেনেকুৱা? তথা কত থাকে? কৃপা কৰি কওঁক।

এই কথা শুনি বাপুজীয়ে কলে সাধনাত লাগি থকা সব গম পাই যাবি আৰু কলে যে প্ৰতিদিন গীতা এক অধ্যায় পাঠ কৰিবা আৰু কেতিয়াবা মোক দৰ্শন কৰিবলৈ ইচ্ছা হলে এটা ক্ৰিয়া কৈ দিওঁ তিনি দিন এটা বন্ধ কোঠালীত যাপন কৰিবা। বন্ধ কোঠালীত প্ৰবেশ কৰাৰ আগৰ দিনাই খোৱা বোৱা এৰি দিবা যাতে সন্ধিয়ালৈ লেট্ৰিন আৰু বাথৰূম নিবৃতি হৈ যায়। তাৰ পিছত তিনি দিন লৈ একো খোৱা বোৱা নাই, বাহিৰলৈ ওলোৱা নাই। কোঠালীৰ ভিতৰত থকা আৰু ত্ৰাটক কৰা। ঘৰত গৈ এই সাধন ক্ৰিয়া মই তিন বাৰ কৰিলো কিন্তু বাপুৰ দৰ্শন নহল। অনুষ্ঠানৰ সময়ত জীৱন মৃত্যুৰ লগত যুজি শেষত বেমাৰৰ সমুখীন হলোঁ। উপৰন্তু আকৌ পৰমাত্মা পোৱাৰ বাবে ভক্তি সাধনাত লাগি ৰলোঁ।

চেপ্তেম্বৰ ২০০০ চনত সাধু ৰামপাল দাস মহাৰাজৰ সৎসঙ্গ কাঠমণ্ডী ৰোহতকত শুনিলোঁ, তেখেতে তত্ব জ্ঞানৰ আধাৰত গীতাৰ ব্যাখ্যা শুনালে তাৰ পিছত গীতাৰ পাঠ শুনি মনত ভাব আহিবলৈ ধৰিলে যে গীতাত ভগৱানে কি কৈ আছে আৰু বাপুজী কি বৰ্নায়? সঁচাই আমি ভগৱানৰ বিৰুদ্ধে ভক্তি কৰা নাই তো? সাধু ৰামপাল দাস দ্বাৰা বৰ্ণিত গীতাৰ অনুবাদ বুজি অন্তৰাত্মাই কান্দিবলৈ ললে তথা বাপুজীক লগ ধৰি এই শংকা সুধিবলৈ ইচ্ছা কৰিলোঁ। মই বাপুজীৰ ওচৰত গীতা লৈ গলো তথা গীতাক দেখুৱাই সকলো সংশয় পুছিলো। কিন্তু বাপুজীয়ে কোনো সংশয়ৰ সমাধান নিদিলে। মই বাপুজীক কলো আপোনাৰ যদি পৰমাত্মাৰ বিষয়ে জনা নাই তেন্তে আপুনী ভক্ত সমাজক কিয় নিজৰ ওচৰত বিমোৰত পেলাই আছা, ইয়াতে বাপুজীয়ে মোলৈ ঘুৰি চাই কলে তই ভক্তিৰ বিষয়ে কি জান? মই কান্দি তাৰ পৰা উঠি ঘৰলৈ আহিলো।

পৰমাত্মাক নোপোৱাৰ বেদনা আৰু বিমোৰত পৰা জীৱনটোক দেখি তথা ভগুৰূপী অনুষ্ঠান আৰু ব্ৰত কৰি শৰীৰটো বেচি দুৰ্ব্বল হৈ গল আৰু মৃত্যু ওচৰত দেখিবলৈ ধৰিলো। আকৌ অন্য সাধু (ৰাধাস্বামী পন্থ, ধন-ধন সৎগুৰু, শ্ৰীসত্‌পাল জী মহাৰাজ, শ্ৰীবাল যোগেশ্বৰ জী মহাৰাজ, দিব্য জ্যোতি, ব্ৰহ্মাকুমাৰী, নিৰংকাৰী মিশ্বন, জয় গুৰুদেব মথুৰাৱালা আদি)ৰ ওচৰত ঘুৰি ফুৰিলো কিন্তু যি নিৰ্নায়ক জ্ঞান সাধু ৰাম পাল দাস মহাৰাজে বৰ্ণালে সেইটো ওপৰোক্ত কোনো সাধু সন্ত নাইবা পন্থৰ ওচৰত নাই। মই আফছোচ কৰিবলৈ ধৰিলো যে বোধ হয় এই সময়ত পৃথিবীৰ ওপৰত এনে কোনো সধু সন্ত নাই যাৰ পৰমাত্মা প্ৰাপ্তি হৈছে আৰু যি এইটো কব পাৰে সেইজন পৰমাত্মা কোন? কেনেকুৱা? আৰু কত অৱস্থান কৰি থাকে? ইয়াকে বিচাৰ কৰি মই উচুপিবলৈ ধৰিলো, সাধু সন্তৰ পৰা বিশ্বাস উঠি গল। মনত আহিবলৈ ধৰিলে যে যদি শ্ৰী আসাৰাম বাপুৰ নিচিনা সুপ্ৰসিদ্ধ সাধুই শাস্ত্ৰ বিধি ত্যাগ কৰি মনমানা আচৰণ কৰে তথা কৰোৱায় তেন্তে

কোন সাধুৰ ওপৰত বিশ্বাস কৰা যায়। সন্ত ৰামপাল দাসৰ জ্ঞান তো শ্ৰেষ্ঠ জ্ঞান প্ৰচাৰ কৰিব লাগিছে কিন্তু এখেতৰ ওচৰত তো জন সমুহৰ ভিৰ একো নাই। এওঁ পূৰ্ণ সন্ত বা গুৰু কেনেকৈ হ্ব পাৰে? এই শংকা মনত আহিল। কিছু দিনৰ পিছত সন্ত ৰামপাল দাস মহাৰাজৰ এজন শিষ্য আমাৰ গাওঁৰ লগ হ্ল তথা মোৰ কাহিনী শুনি তেওঁ মোক আকৌ পৰমাত্মা স্বৰূপ সন্ত ৰামপাল জী মহাৰাজৰ সৎসঙ্গত পুনৰায় লৈ বহাই দিলে। মই এক ঘন্টা সৎসঙ্গ শুনিলো আৰু সৎসঙ্গৰ শেষত চকুলো পানীৰে মহাৰাজৰ লগত দেখা কৰিলো। মহাৰাজে মোক বুকুত আকোৱালি লৈ কলে যি সাধুৰ ওচৰলৈ আপোনালোক যোৱা তেওঁ শাস্ত্ৰ বিধি ত্যাগ কৰি মনমানা আচৰণ কৰে আৰু কৰোৱায়। যি হ্ওক মোৰ এই সব ঘটনা তেখেতে আগৰে পৰাই জানে আৰু মই কি বিচৰো, মোৰ শংকাৰ সমাধান তেখেতৰ চৰণত বহাই সন্ত ৰামপাল দাস মহাৰাজে এনেদৰে কৰিলে।

তত্বদৰ্শী ৰাম পাল দাস মহাৰাজে কলে যে পবিত্ৰ গীতা অধ্যায় ৯, মন্ত্ৰ ২৫ ৰ ভিতৰত পিতৰ পূজা অৰ্থাৎ শ্ৰাদ্ধ কৰোৱা মানা আছে। অইন্য দেবী দেবতাৰ পূজা কৰা সকলোকো মন্দ বুদ্ধি বুলি লিখা আছে (গীতা অধ্যায় ৭ মন্ত্ৰ ১২ ৰ পৰা ১৫ তথা ২০ ৰ পৰা ২৩ লৈ)। কিন্তু শ্ৰী আশাৰাম জী “শ্ৰাদ্ধ মহিমা” নামক পুথি লিখি শ্ৰাদ্ধ কৰোৱা শ্ৰেষ্ঠ বিধি বুলি লিখিছে। সাধু শ্ৰী আশাৰাম বাপুৰ সাৱৰমতি আহমদাবাদ আশ্ৰমৰ পৰা প্ৰকাশিত পত্ৰিকা ঋষি প্ৰসাদ সংখ্যা ১৩৫ মাৰ্চ ২০০৪ লিখিত আছে যে ভূত পূজা কৰা বিলাকে তথা পিত্ৰৰ পূজা কৰা বিলাকে তথা অইন দেব-দেবী পূজা কৰা বিলাকে কি হ্ব, পঢ়ক পত্ৰিকা অহা সংখ্যাত.............। অহা সংখ্যাৰ পত্ৰিকা ঋষি প্ৰসাদ সংখ্যা ১৩৬ এপ্ৰিল ২০০৪ পৃষ্ঠা ১৯ ত লিখিত আছিল যে ভূত পূজা কৰা বিলাকে ভূত লোক প্ৰাপ্তি হ্ব তথা পিত্ৰৰ পূজা কৰা বিলাকে প্ৰেত লোক প্ৰাপ্ত হ্ব তথা শ্ৰীকৃষ্ণৰ পূজাৰী ভগৱান শ্ৰীকৃষ্ণ দেৱৰ বৈকুণ্ঠ লোক প্ৰাপ্ত হ্ব।

এতিয়া বিচাৰ কৰক শ্ৰী আশাৰাম বাপুৰ দ্বাৰা প্ৰকাশিত “শ্ৰাদ্ধ মহিমা” নামক পুথিত পিত্ৰৰ পূজাক ভাল বিধি বুলি লিখিছে।

কৃপা কৰি চিন্তা কৰক — কোনো ব্যক্তি এইটো কয় যে নাদ (কুৱা)ত পৰি যোৱা জনৰ মৃত্যু প্ৰাপ্ত হয়। আকৌ স্বয়ং নাদত পৰি মৰি যোৱাৰ পৰামৰ্শ দি আছে তথা কৈ আছে যে কুঁৱাত পৰি মৰি যোৱাৰ ভাল বিধি উপদেশ দিওঁ যে দুয়ো ভৰি ওপৰত উঠাই লৈ একদম জাঁপ মাৰি দিয়ক। এইটো কুঁৱাত পৰি মৰি যোৱাৰ শ্ৰেষ্ঠ বিধি। যিয়ে এনে নকৰে সিজন দোষী।

সঁচাই সেইজন ব্যক্তি ভাল নে? এই ভূমিকা শ্ৰী আসাৰাম বাপুই কৰি আছে। তেওঁ এফালে কৈ আছে ভূত-প্ৰেতৰ পূজা কৰা সকলে ভূত প্ৰেত সাজি ভূত লোক আৰু প্ৰেতলোকলৈ যাব, যত সিবিলাকে ভোক পিয়াহত কটাব লাগে। পিছত সিবিলাকক শ্ৰাদ্ধৰ দ্বাৰা তৃপ্ত কৰা হয়। আৰু এটা বিচাৰ কৰিবলগীয়া বিষয় যেতিয়া নিজৰ পিতা-মাতা জীৱিত আছিল তেতিয়া সিহঁতে প্ৰতিদিন কমেও দুবাৰকৈ ভোজন কৰিছিল। এতিয়া মৃত্যুৰ পিছত সিবিলাকে শ্ৰী গীতা ভাগৱতৰ বিৰুদ্ধ ভক্তি সাধনা কৰি দুঃখদায়ক ভূত-প্ৰেতৰ যোনী প্ৰাপ্ত কৰিছে। এতিয়া এদিনৰ শ্ৰাদ্ধত সিহঁতে কেনেকৈ তৃপ্ত হ্ব পাৰে? বছৰৰ ৩৬৪ দিন কি খাব? যাৰ বাবে ভণ্ড সাধু গুৰুজন দোষী, যি সকলে সৰল হোজা

আত্মাক বঞ্চনা কৰি আছে। শাস্ত্ৰ জ্ঞানৰ লগত অপৰিচিত সাধু গুৰু-মহন্ত-বৈষ্ণৱে এই জীৱক শাস্ত্ৰ বিধি ৰহিত ভক্তি সাধনা কৰোৱাই দুঃখদায়ক যোনীত পৰিভ্ৰমণ কৰায়।

শ্ৰীআশাৰাম বাপুয়ে শ্ৰী শিব দেৱৰ উপাসনা মন্ত্ৰ (ওঁ নমঃ শিবায়) আৰু শ্ৰী বিষ্ণু দেবৰ মন্ত্ৰ (ওঁ নমঃ ভগৱতে বাসুদেবায়) উপদেশ দিয়ে। ইয়াৰ উপৰিও হৰি ওঁ, ওঁ গুৰু আদি নামেৰে কোনো এক মন্ত্ৰ নিজৰ ইচ্ছা অনুসৰি বাছি লবলৈ কয় তথা 'সোহং' মন্ত্ৰক দুই ভাগত ভাগ কৰি শ্বাষ প্ৰশ্বাষৰ দ্বাৰা স্মৰণ কৰা আদি মন্ত্ৰ দিয়ে যিবোৰ কোনো শাস্ত্ৰত প্ৰমাণ নাই।

বিচাৰ কৰক ঃ- কোনো ৰোগীৰ পেটৰ বিষ হৈছে তেওঁ চিকিৎসাৰ বাবে বেজৰ (ডক্টৰ) ওচৰত গল আৰু জনালে। বেজে ৰোগীৰ সমুখত ছয় প্ৰকাৰৰ ঔষধ (টেবলেট) দিলে আৰু কলে যিটো তোমাৰ পচন্দ লাগে সেইটো উঠাই লৈ খোৱা। সেই জন কি বেজ বা ডাক্টৰ হব পাৰে জানো?

পবিত্ৰ গীতা অধ্যায় ৮, মন্ত্ৰ ১৩ কৈছে যে —

ওম্ ইতি একাক্ষৰম্ ব্ৰহ্ম, ব্যাহৰণ্ মাম্ অনুস্মৰণ্ যঃ প্ৰয়াতি ত্যাজন্ দেহম্ সঃ যাতি পৰমাম্ গতিম্।। ১৩।।

ইয়াৰ শব্দাৰ্থ হল যে গীতা কওঁতা ব্ৰহ্ম অৰ্থাৎ কাল কৈ আছে যে (মাম্ ব্ৰহ্ম) মোক ব্ৰহ্মক তো (ইতি) এইটো এটা (ওম্ একাক্ষৰম্) এক ওম অক্ষৰৰ (ব্যাহৰন্) উচ্চাৰণ কৰি (অনুস্মৰন্) স্মৰণ কৰি (যঃ) যি সাধক (ত্যাজন্ দেহম্) শৰীৰ ত্যাগ কৰাৰ আগলৈকে অৰ্থাৎ অন্তিম শ্বাষলৈ (প্ৰয়াতি) স্মৰণ সাধনা কৰে (সঃ) সেই সাধক মোৰেই (পৰমাম্ গতিম্) পৰম গতি (যাতি) প্ৰাপ্ত হয়।

ভাবাৰ্থ হল যে শ্ৰীকৃষ্ণ দেবৰ শৰীৰত ব্ৰহ্মাই প্ৰেতবত প্ৰৱেশ কৰি ব্ৰহ্ম অৰ্থাৎ হেজাৰ বাহু থকা জ্যোতি নিৰঞ্জন কাল কৈ আছে যে মই ব্ৰহ্মাৰ সাধনা কেবল এক ওম (ওঁ) নামেৰে মৃত্যু পৰ্য্যন্ত কৰা সাধক মোকেই পোৱা লাভ প্ৰাপ্ত হয়। অন্য কোনো মন্ত্ৰ মোৰ ভক্তিৰ নাই তথা নিজৰ গতিকো গীতা অধ্যায় ৭, মন্ত্ৰ ১৮ বৰ্ণিত অনুত্তম অৰ্থাৎ অতি বেয়া বুলি কৈছে। ইয়াৰ প্ৰমান গীতা অধ্যায় ৯, মন্ত্ৰ ২০ৰ পৰা ২৫ লৈ কৈছে যে যি তিনি বেদ (ঋগবেদ, যজুৰ্বেদ তথা সামবেদ)ত বৰ্ণিত বিধি দ্বাৰা মোৰ সাধনা কৰে তথা অন্য দেৱতা সকলকো পূজা কৰে তাৰ জন্ম মৃত্যু তথা স্বৰ্গ-নৰক আদি ভূগিব লাগে তথা পিত্ৰৰ পূজা কৰা সকলে (শ্ৰাদ্ধ কৰা সকলে) প্ৰেত হৈ প্ৰেতত্ব প্ৰাপ্ত হয়। ভূত পূজা কৰা বিলাকে (তেৰদিনীয়া, সোতৰ দিনীয়া, বছৰী, অস্থি উঠাই লৈ গঙ্গা আদিত ক্ৰিয়া কৰোৱাই ভহাই দিয়ে, পিণ্ড দিয়া আদি ভূত পূজা।) ভূত সাজি ভূতলোকলৈ গুচি যাব, আৰু পৃথিবীত দিশাহীন হৈ ভ্ৰমিব লাগিব। এই পূজা শাস্ত্ৰ বিধি বিৰুদ্ধ, অজ্ঞান পূৰ্বক মনমানা আচৰণ। এইবোৰ আসলে অৰ্থহীন। প্ৰমান গীতা অধ্যায় ১৬, মন্ত্ৰ ২৩-২৪।

বিশেষ ঃ- ইয়াত চতুৰ্থ অথৰ্ববেদৰ বিবৰণ এই বাবে নাই যে ইয়াৰ ভিতৰত পূজা বিধি কম তথা সৃষ্টি ৰচনা অধিক। এই কাৰণে গীতা অধ্যায় ১৮, মন্ত্ৰ ৬২ উল্লেখ কৰিছে যে সেইজন পৰমাত্মাৰ শৰণত যোৱা যাৰ দ্বাৰাতোমাৰ পূৰ্ণ মুক্তি হব তথা পৰম শান্তি তথা শ্বাশত্ স্থান অৰ্থাৎ সত্যলোক প্ৰাপ্ত হব তথা গীতা অধ্যায় ১৫, মন্ত্ৰ ৪ কৈছে

যে তত্বদৰ্শী সাধুৰ সাক্ষাৎকাৰ পোৱাৰ পিছত তাৰ উপদেশ অনুসৰি শাস্ত্ৰ বিধি মতে পূজা-উপাসনা সাধনা আদি কৰিব লাগে। আকৌ পিছত সিজন পৰম পদ পৰমেশ্বৰৰ খোজ কৰিব লাগে যত যোৱাৰ পিছত সাধকৰ কেতিয়াও জন্ম-মৃত্যু নহয় অৰ্থাৎ অনাদি মোক্ষ প্ৰাপ্তি হৈ যায়। (গীতা কওঁতা কাল অৰ্থাৎ ক্ষৰ পুৰুষ-ব্ৰহ্ম কৈ আছে যে) মইও সেই আদি পুৰুষ পূৰ্ণ পৰমেশ্বৰৰ শৰণত আছো।

সন্ত ৰামপাল দাস মহাৰাজ উল্লেখ কৰিছে যে অইন সকলো সাধু সন্তই কয় যে পাপৰ ভোগ তো প্ৰাৰব্দত লিখা আছে কাৰণে জীৱৰ ভূগিব লগা হয়। ভক্তি কৰি থাকিব লাগে তেহে অহা জীৱন সুখময় হব।

অনুগ্ৰহ কৰি বিচাৰ বিবেচনা কৰক — কাৰো ভৰিৰ তলুৱাত কাঁটা সোমাইছে যি কাৰণে তাৰ বহুত বেদনা হৈ আছে। সেই কাঁটাৰ বেদনা দূৰ কৰাৰ কাৰণে কাৰোবাক প্ৰাৰ্থনা কৰিলে নিৰাময় কৰিবলৈ, উত্তৰ পালে কাটা থাকিবলৈ দিয়া, জোতা পিন্ধি লোৱা ভবিষ্যতে কাঁটা নালাগিব। সেইজন ব্যক্তি শুদ্ধ উপদেশ দিলে নে? কিয়নো কাঁটা বিন্ধা ভৰিত জোতা পিন্ধিবই নোৱাৰি। কাঁটা ওলোৱাৰ পিছত ভয়তেহে জোতা পিন্ধিব যাতে আকৌ কাঁটা নিবিন্ধে। ঠিক এইদৰে পূৰ্ণ পৰমাত্মাৰ পূৰ্ণ গুৰুৰ শৰণত আহিলে পাপ ৰূপী কাঁটাৰ কষ্টৰ পৰা নিবৃত্তি পোৱা যায়। পিছত সাধকে পূৰ্ণ প্ৰভূৰ শাস্ত্ৰ বিধি অনুসৰি সাধনা ৰূপী জোতা এই ভয়ত পিন্ধিব যে যাতে কোনো পাপ ৰূপী কাঁটা বিন্ধিব নোৱাৰে।

সকলো সাধু-গুৰু বৈষ্ণৱে পবিত্ৰ গীতা ভাগৱতৰ অনুবাদৰ মূল অৰ্থৰ অনৰ্থ কৰি পেলাইছে। গীতা অধ্যায় ৭, মন্ত্ৰ ১৮, ৰ পৰা ২৪ লৈ অনুত্তমাম্‌ৰ অৰ্থ উত্তম কৰিছে তথা অধ্যায় ১৮, মন্ত্ৰ ৬৬ ব্ৰজ শব্দৰ অৰ্থ আহা বুলি লিখিছে। বাস্তবত অনুত্তমৰ অৰ্থ অতি বেয়া তথা ব্ৰজ শব্দৰ অৰ্থ যোৱা। তত্বজ্ঞানৰ অভাব তথা জ্ঞানহীন সাধু গুৰু বৈষ্ণব সকলৰ কাৰণে সকলো ভক্ত সমাজ শাস্ত্ৰ বিধি বিৰুদ্ধ ভক্তি সাধনা কৰি দুৰ্লভ মনুষ্য জনম ব্যাৰ্থ কৰিব লাগিছে (পবিত্ৰ গীতা অধ্যায় ১৬, মন্ত্ৰ ২৩-২৪)। সকলো পবিত্ৰ ধৰ্মৰ পবিত্ৰ আত্মা বিলাক তত্ব জ্ঞানৰ পৰা অপৰিচিত হৈ আছে। যি কাৰণে নকলী সাধু, গুৰু, বৈষ্ণৱ ব্ৰাহ্মন ঋষি, মুনি সকলে নিজ প্ৰভাব চলাই আছে। যি সময়ত পবিত্ৰ ভকত সমাজ আধ্যাত্মিক তত্ব জ্ঞানৰ লগত পৰিচিত হৈ যাব সেই সময় এই নকলী সাধু, গুৰু, ব্ৰাহ্মন, বৈষ্ণৱ, ঋষি, মুনী, মহন্ত, পণ্ডিত, আচাৰ্য্য লুকাই থকাৰ স্থান নেপাব।

ওপৰোক্ত সত্যতা নিজ চকুৰে দেখা পাই মই তথা অন্য পৰিয়ালৰ সদস্যই সন্ত ৰাম পাল দাস মহাৰাজৰ চৰণত শৰণ নিলো। গোটেই পৰিয়ালত কোনো বেমাৰ-আজাৰ নোহোৱা হল আৰু যি ভূত আমাৰ পৰিয়ালৰ সদস্যক অকালত মাৰি পেলাইছিল, ঘৰৰ পোহনীয়া জন্তুক মাৰি দিছিল, কাম ধান্ধা ভালকৈ চলিব নিদিছিল, তেওঁ আমাৰ ঘৰৰ পৰাই নহয় গোটেই গাঁৱৰ পৰা ভাগি গল তথা তাৰ দুৰৰ কুটুম্বৰ ঘৰত গুচি গল, যি সকলে এতিয়াও শ্ৰী আশাৰাম বাপুৰ পুজাৰী হৈ আছে। তাত গৈ ভূতে কয় যে সিহঁতৰ বসন্ত সিংহ আদিৰ ঘৰ তো পৰমাত্মাৰ নিৱাস হৈ গল সিহঁতে পৰমাত্মা স্বৰূপ পূৰ্ণ সাধু গুৰু পাই গল, আমি এতিয়া সিবিলাকৰ কাষ চাপিব নোৱাৰা হলোঁ। সাধু ৰামপাল দাস মহাৰাজৰ পৰা উপদেশ লোৱাৰ পিছত আমি সম্পূৰ্ণ ৰূপে সুস্থ আৰু সুখী জীৱন যাপন কৰি আছো। আমাৰ পৰিয়াল তথা আমাৰ আত্মীয় স্বজনে মোটা-মুটি ২০০ জন সদস্যই

**সাধু ৰামপাল দাস মহাৰাজৰ পৰা নাম দীক্ষা প্ৰাপ্ত কৰিছে যিয়ে আগেয়ে শ্ৰীআশাৰাম বাপুৰ শিষ্য আছিল। সাধু ৰামপাল দাস দ্বাৰা প্ৰচাৰিত তত্ব জ্ঞানক বুজি পাই মোটামুটি দশ হেজাৰ শ্ৰীআশাৰাম বাপুৰ শিষ্যই সৎগুৰু ৰাম পাল দাস মহাৰাজৰ শৰণত আহি পাইছে। তেওঁ লোকেও মোৰ দৰে আফছোচ্ কৰে। মোৰ ভক্ত সমাজলৈ প্ৰাৰ্থনা যে যি সকলৰ পৰমাত্মা পাবলৈ হাবিয়াস আছে, বিচাৰি আছে, অনুগ্ৰহ কৰি বিলম্ব নকৰি পৰমাত্মা স্বৰূপ পূৰ্ণগুৰু ৰামপাল দাস মহাৰাজৰ চৰণত আহি শৰণ লৈ মনুষ্য জীৱন সুখী কৰক তথা পৰমাত্মা প্ৰাপ্তি কৰক।**

**ভক্ত বসন্ত দাস,**
**মোবাইল নং - ৯৮১২১৫১০৮৮**

## “অদ্ভুত চমৎকাৰ”

**পূজনীয় গুৰুদেৱলৈ দণ্ডৱত প্ৰনাম,**

**মই নিজ পৰিয়ালৰ আনন্দ অতি বিনয়ৰে আপোনাক অৱগত কৰো যে যোৱা জানুৱাৰী ২০০০ চনৰ আৰম্ভনীত আপোনাৰ সৎসঙ্গৰ প্ৰৱচন তাজ পুৰ গাওঁ দিল্লীত শ্ৰী মুৰাৰী ভকতৰ ঘৰত চলি আছিল। চুবুৰীয়া অইন এজন ভকতৰ ছোৱালীয়ে মোৰ পত্নী শ্ৰীমতি বিমলা দেবী (চাওলা)ক কলে যে খুৰী ওচৰৰ গাওঁত যি সৎসঙ্গ চলি আছে যদি আপুনী সেই মহাৰাজৰ পৰা নাম দীক্ষা লয় তেন্তে আপোনাৰ অসাধ্য ৰোগ (মেৰুদণ্ডৰ হাড় এক ইঞ্চি ভাঁজ হোৱা) ঠীক হব পাৰে। তেতিয়া মোৰ পত্নীয়ে সেই ছোৱালী জনীক কলে যে অল ইণ্ডিয়া মেডিকেল ইনষ্টিটিউট অফ্ ৰিছাৰ্চ ছেন্টাৰ অফ ছাইন্স দিল্লীত যাৰ আঢ়ৈ বছৰ চিকিৎসা চলি অসফল হৈছে তো সেই এক নাম বা শব্দৰ কোন শক্তি আছে যে মোৰ অসাধ্য বেমাৰ ভাল হৈ যাব? বহু সময় ধৰি দুয়ো বিতৰ্ক কৰি অৱশেষত, লাহে লাহে সেই সৎসঙ্গত যাবলৈ নিৰ্ণয় কৰিলে। পৰম পূজনীয় সন্ত ৰাম পাল দাস মহাৰাজৰ শাস্ত্ৰ প্ৰবচন/অমৃত বাণী শুনি অধুৰা খণ্ডিত হোৱা ভক্তিৰ তাৰ পুনঃ মুক্তি দাতাৰ দ্বাৰাই জোড়া লাগি গল আৰু আঢ়ৈ বছৰ চিকিৎসা কৰিও সুফল নোপোৱা কেৱল নাম সুমিৰণ কৰিয়েই পাঁচ দিনৰ ভিতৰত অসাধ্য বেমাৰ ঠীক হৈ গল। ইয়াৰ আগেয়ে পূৰ্বৰ ডাক্টৰে তাইক থিয় হোৱা বা বহা মানা কৰি দিছিল যিটো আজিও ট্ৰিটমেন্ট স্লিপত লিখা আছে তথা এক ইঞ্চিৰ সেই ফাসলেৰ এক্সৰেৰ ফটোও আছে। সবতকৈ ডাঙৰ সমস্যা মোৰ পত্নীৰ আছিল যে তাই বহি পাইখানা কৰিব নোৱাৰিছিল আৰু হাত ধোৱাৰ সময়ত দহ পোন্ধৰ মিনিট কান্দিব লগা হৈছিল। কিয়নো হালিলে বেচি বেদনা হৈছিল। তাই পৰম পূজনীয় সদগুৰু ৰামপাল মহাৰাজৰ আশীৰ্বাদত ৫০ কেঃ জিঃ ওজনৰ বস্তু নিজে নিজে উঠাব পাৰে আৰু পূৰ্ণ সুস্থ আছে। মোৰ সৰ্ব্ব পাঠকক বিনম্ৰ প্ৰাৰ্থনা যে ঈশ্বৰ তুল্য সাধু ৰামপাল দাস মহাৰাজ যি কবীৰদেব (পৰমেশ্বৰ কবীৰ)ৰ পূৰ্ণ কৃপা পাত্ৰ তাৰ পৰা অতি শীঘ্ৰ নাম দীক্ষা লৈ স্বপৰিয়ালৰ আত্ম কল্যান কৰোৱাওক তথা পূৰ্ণ মোক্ষ তথা সত্‌লোক (শাশ্বতম্ স্থানম্) প্ৰাপ্ত কৰক।**

**আপোনাৰ সেৱক ভকত নাথুৰাম,**

গাওঁ ছাৱলা, দিল্লী,
দুৰভাষ - ২০৯১৩৯৩৬

## "পৰমেশ্বৰে অসম্ভৱক সম্ভৱ কৰিলে"

**মই ভক্ত সুৰেন্দ্ৰ দাস গাওঁ - গাঁধৰা, তহসিল- সাঁপলা, জিলা - ৰোহতকৰ নিবাসী। মোৰ বয়স ৩১ বছৰ তথা সৰুৰে পৰাই পৰমাত্মাৰ খোজত লাগি আছো তথা মনমুখী পূজা (মন্দিৰত যোৱা, ব্ৰত পালন কৰা, শ্ৰাদ্ধ, পিণ্ড কৰা আদি)ও কৰিছিলো। কিন্তু শাৰীৰিক কষ্ট আৰু মানষিক অশান্তি নিৰন্তৰ চলি আছিল। আকৌ কিন্তু পৰমাত্মাৰ ওপৰত বিশ্বাস তথা পৰমাত্মাক প্ৰাপ্তি কৰিবৰ চেষ্টা চলি আছিল। এই তাড়নাই মোক ইং ১৯৯৫ চনত সাধু আসাৰাম বাপুৰ ওচৰত লৈ গৈছিল। মই তেখেতৰ পৰা নাম উপদেশ নিলো আৰু তেখেতে যেনে ভক্তি মাৰ্গ উপদেশ দিলে তেনেদৰে ডাঠ হৈ সাধনা কৰিলো, কিন্তু শৰীৰৰ কোনো কষ্ট দূৰ নহল নাইবা কোনো আধ্যাত্মিক উন্নতি হল, উপৰন্তু কষ্ট বাঢ়িবলৈ ধৰিল। মই আশাৰাম বাপুৰ নিৰ্দেশ অনুসৰি সাধনা কৰিছিলো। যেনে ২৫০ গ্ৰাম গাখীৰ পুৱা আৰু সন্ধিয়া ২৫০ গ্ৰাম পি খাইছিলো আৰু মোৰ মন্ত্ৰত যিমান অক্ষৰ আছিল সিমান লাখ মন্ত্ৰ আৰু সমাধি কৰিছিলো। ৪০ দিনৰ এই ক্ৰিয়া আছিল, যি এক প্ৰকাৰ অনুষ্ঠানে হৈছিল। এনেকুৱা মই ১৪ অনুষ্ঠান কৰিছিলো।**

**এবাৰ মই বাপুজীৰ সৎসঙ্গ শুনিলো যে সাতদিনলৈ অনাহাৰ থাকি মন্ত্ৰ জপি, সমাধি লগাই তথা প্ৰাণায়াম কৰিলে ঈশ্বৰ প্ৰাপ্তি হয়। আকৌ মই এই বচনকে সত্য মানি এনেকুৱাই কৰিলো। কিন্তু ঈশ্বৰ প্ৰাপ্তিৰ বিপৰীতে অনাহাৰ থকা কাৰণে মৃত্যুৰ কাষ চাপিলো তথা প্ৰাণায়াম কৰা কাৰণে মগজুৰ ভাৰসাম্যৰ বিকৃতি ঘটিল আৰু মই পগলাৰ দৰে হৈ গলো।**

**সেই সময়চোৱাত মোৰ ওপৰত সদ্‌গুৰু পূৰ্ণ সাধু ৰাম পাল দাস মহাৰাজৰ কৃপাদৃষ্টি হোৱাত তথা মোক চেপ্তেম্বৰ ইং ২০০০ চনত পূজ্য গুৰুদেব সাধু ৰামপাল দাস মহাৰাজৰ দ্বাৰা নাম উপদেশ প্ৰাপ্ত হলো। নাম উপদেশ পোৱাত এনে লাগিল যেন কোনোবাই বহ্নিত ঘি ঢালি দিলে তথা মোৰ জীৱন শান্ত সুস্থ হবলৈ ধৰিলে।**

**পূৰ্ণ সাধু সন্তই পাপ কৰ্মক সমাপ্ত কৰিব পাৰে। ইয়াৰ প্ৰমান মোৰ জীৱনত স্পষ্ট ৰূপে ঘটিত হৈছিল যেতিয়া মই মে মাহত ইং ২০০৪ চনত মহাৰাষ্ট্ৰৰ ঔৰঙ্গাবাদত সন্ত ৰামপাল দাস মহাৰাজৰ সৎসঙ্গৰ তাম্বু লগোৱা কামত নিয়োজিত থকা অৱস্থাত ২৫ ফুট ওপৰৰ পৰা শিলাময় মাটিৰ ওপৰত পৰি গলো। ইয়াত কালৰ আন কিছু মঞ্জুৰ আছিল তথা মোৰ ৰাজহাড় ভাগিল তথা শৰীৰৰ আধা অংশ অৰ্দ্ধাঙ্গ (পেৰালাইচিচ) বেমাৰত পৰিল। সেই সময় মই নিজ গুৰু ৰাম পাল দাস মহাৰাজক স্মৰণ কৰিলো।**

গৰীব, কাল ডৰে কৰতাৰ সে, জৈ জৈ জগদীশ। জৌৰা জৌৰী ঝাড়তী, পগ ৰাজ ডাৰৈ শীশ।।

**তাৰ পিছত মোক ঔৰঙ্গাবাদৰ প্ৰাইভেট হচপিটেল (পটবৰ্দ্ধন হস্পিটেল)ত লৈ গল। তাত ডাঃ ডি. জি. পটবৰ্দ্ধন মোৰ শৰীৰ চোৱা চিতা কৰিলে আৰু মোৰ ৰাজহাড়ৰ এক্সৰে ৰিপৰ্ট নিলে। ৰিপৰ্টত গম পালে যে ৰাজহাড় ভাঙিছে। ডাক্তৰে ৰিপৰ্ট চাই বহুত ঘবড়াই কবলৈ ধৰিলে আপোনাৰ মেৰুদণ্ডৰ হাড় ছিঙিছে আৰু তাৰে এটুকুৰা ছিঙি**

আলাদা হৈ গৈছে। ডাক্তাৰে বাৰে-বাৰে মোৰ ভৰিত হাত লগাই দেখি কলে যে আপোনাৰ ওপৰত পৰমাত্মাৰ বিশেষ কৃপা আছে যে আপোনাৰ ভৰি দুখনে কাম কৰি আছে। কিয়নো এই ৰিপৰ্ট মতে আপোনাৰ অৰ্দ্ধাঙ্গ (পেৰালাইচিচ) হব লগা আছিল। তাত সেই হস্পিটেলত তিন দিন আছিলো। তাৰ পিছত তাৰ পৰা ছুটি লৈ উভতি নিজ ঘৰ হৰিয়ানালৈ আহিলো। ইয়াত মই ৰোহতকৰ হাড় বিশেষজ্ঞ প্ৰসিদ্ধ ডাঃ চাড্ডাৰ ওচৰত চিকিৎসা নিলো। ডক্তৰ চাড্ডাই মোৰ ৰিপোৰ্ট চাই ঘবড়াই গৈ কলে আপুনী কেনেকৈ চলা-ফিৰা কৰি আছে? আপোনাৰ ৰিপোৰ্ট মতে পেৰালাইচিচ হব লগা আছিল। ডক্তৰ চাড্ডাই আকৌ ৰঙীন এক্সৰে কৰোৱালে তথা কলে যে ইয়াৰ চিকিৎসা সম্ভৱ নহয় তথা অপাৰেশ্বনৰ দ্বাৰা এইটো যি স্থিতিত আছে তাতেই ৰাখিব পৰা যায়, যাতে হাড় আৰু নাভাঙে। তেওঁ হাড়ক মজবুত কৰিবলৈ বেজি দিয়া আৰম্ভ কৰিলে আৰু তিনি মাহলৈ বেজি দিয়া চলিল। আকৌ তেওঁ কলে অপাৰেশন অৱশ্যই কৰিব লাগিব। নহলে বাকী থকা হাড়খিনী ভাঙি যাব পাৰে আৰু কলে অপাৰেশনৰ খৰচ ২ লাখ টকা লাগিব। আকৌ সেই সময়ত ডক্তৰে কলে ৰিপোৰ্ট অনুসৰি আপোনাৰ তিনি মাহৰ ভিতৰত মৃত্যু হব লগা আছিল। আজি আপুনী পৰমাত্মাৰ দয়াতেই জীৱিত আছে। অপাৰেশনৰ খৰচ বাবদ ২ লাখ টকা দিবলৈ মই অসমৰ্থ আছিলো এই বাবে চিকিৎসাৰ কাৰণে মই অইন ডক্তৰৰ ওচৰলৈ গলো। তেওঁৰো মোৰ ৰিপৰ্ট চাই আচৰিত হৈ গল আৰু কলে যদি অপাৰেশনৰ কাৰণে বিলম্ব কৰে তেন্তে আৰু হাড় ভাঙিব পাৰে। তেওঁ কলে ৰিপোৰ্ট অনুসৰি আপোনাৰ অৰ্দ্ধাঙ্গ (পেৰালাইচিচ) বেমাৰ হব লাগিছিল, আপুনী কেনেকৈ চলা-ফিৰা কৰি আছে?

শেষত পৰাজিত হৈ মই নিজ গুৰুদেব সাধু ৰাম পাল দাস মহাৰাজৰ চৰনত প্ৰাৰ্থনা কৰিলো। তেতিয়া মোৰ পূজ্য গুৰুদেব মোৰ ওপৰত দয়া কৰিলে আৰু মূৰত হাত ৰাখি কলে "বোপা তুমি এক দম ঠিক হৈ যাবি, যদি আজি পৰমেশ্বৰ কবীৰদেৱৰ শৰণত না থাকিলেহেঁতেন তেন্তে তোমাৰ যাতনা ভূগি মৃত্যু হব লগা আছিল। তোমাৰ আয়ু শেষ হোৱা নাই। তুমি আকৌ এবাৰ ডক্তৰক দেখুৱাই লোৱা। মই গুৰুদেবৰ আদেশ অনুসৰি অহা দিনাই ডক্তৰক দেখুৱালো, যিয়ে মোৰ এক্সৰে কৰিছিল আৰু এক্সৰে চাই ডক্তৰ আচৰিত হৈ গল আৰু কলে যি হাড় ভাঙি-চিঙি আলাদা হৈ গৈছিল, সেইটো আপোনা-আপুনী কেনেকৈ ওপৰত উঠি জোড়া লাগিল। ডক্তৰে আকৌ কলে যে এই হাড় এনে অৱস্থাত আছিল যেনেকুৱা কোনো গাড়ী বৰ এঢলীয়া ঠাইত উঠি আছে যদি তাৰ ইঞ্জিন বেয়া হৈ যায়, সেইটো পিছুৱাই আহিব পাৰে অথবা প্ৰথম গিয়েৰত লগাই ডাঙৰ শিল চকাৰ পাচফালে লগাই তাৰে গাৰীখন ৰাখিব পৰা যায় কিন্তু আগলৈ উঠি যাব নোৱাৰে। আপোনাৰ হাড়ো এনেকৈ ওপৰত উঠি গৈ জোড়া লাগিছে যি ডাক্তৰী ইতিহাসৰ বাহিৰৰ ঘটনা। ইয়াৰ দ্বাৰা মই অনুভব কৰিব পাৰো যে কোনো ঈশ্বৰী ক্ষমতা আছে যিয়ে অসম্ভৱক সম্ভব কৰিব পাৰে। এইটো তো অপাৰেশন কৰিও ঠিক নহলহেতেন। অপাৰেশন কৰিও ইয়াৰ ভিতৰত কোনো পদাৰ্থ সোমোৱাই সেই খালী ঠাইখিনি পূৰণ কৰা গলহেতেন। আকৌ যদি আপুনী কোনো ভাৰি বস্তু উঠাবলৈ যত্ন কৰিলেহেতেন তেন্তে আকৌ হাড় খুলি গলহেতেন আৰু আপুনী বিছনাত যাতনাত

**ভুগি মৰিব লাগিলেহেতেন। ডাক্তৰে বুজিব পৰা নাছিল ইয়াৰ আঁৰত কোনে এনে আচৰিত চিকিৎসা কৰি আছে? মই কলো যে পূৰ্ণব্ৰহ্ম কবীৰদেবৰ স্বৰূপত মোৰ পূজ্য গুৰুদেব সন্ত ৰামপাল দাস মহাৰাজে মোৰ পাপ কৰ্ম খণ্ডন কৰি তথা মৃত্যুকো এৰাই নিজৰ কোটাৰ পৰা মোক জীৱন দিছে। পৰমেশ্বৰ কবীৰদেৱৰ বাণীত আছে —**

"জো মেৰী ভক্তি পিছোড়ী হোই, তো হমাৰা নাম ন লেৱে কোই।"

**এতিয়া মই সম্পূৰ্ণ সুস্থ তথা সদ্গুৰুৰ চৰণত আত্ম কল্যান হেতু নিঃস্বাৰ্থ সেৱা কৰি আছো। ৫০ কিঃ গ্ৰাম ওজন নিজে নিজেই উঠাই চলিব পাৰো। আমাৰ গুৰুদেৱৰ বাস্তৱিক উদ্দেশ্য হৈছে শাস্ত্ৰ সন্মত ভক্তি সাধনা কৰোৱাই জীৱক বিকাৰ ৰহিত কৰাই নিজৰ পৰম ধাম সত্লোকলৈ লৈ যোৱা, ইয়াৰ সৰু-সুৰা সুঃখতো আমাৰ গুৰুদেব নিজৰ খাজানাৰ পৰাই দিয়ে, যাতে জীব ভক্তি মাৰ্গত লাগি থাকিব পাৰে। অতয়েব সৰ্ব সমাজক বিনম্ৰ প্ৰাৰ্থনা কৰো যে আমাৰ গুৰুদেবৰ চৰণত আহি শৰণ লৈ সত্য ভক্তি সাধনা কৰক তথা সাংসাৰিক সুখৰ লগে লগে আত্ম কল্যানৰ ৰাস্তাও প্ৰাপ্ত কৰক। সত্ সাহিব।।**

**বিশেষ ঃ- ঋগবেদ মণ্ডল ১০, শুক্ত নং ১৬১, মন্ত্ৰ ২ পূৰ্ণ পৰমাত্মাই কৈছে যে শাস্ত্ৰানুকুল ভক্তি সাধনা কৰা সাধক তই সম্পূৰ্ণ ভাবেৰে মোৰ শৰণ গ্ৰহণ কৰ অৰ্থাৎ সংশয় ৰহিত হৈ মোৰ ভক্তি কৰা মই তোমাৰ অসাধ্য ৰোগক সমাপ্ত কৰি দিম, যদি তোমাৰ আয়ুও বাকী নাই তো তোমাৰ শ্বাস বঢ়াই এশ বছৰ কৰাই দিম। ওপৰোক্ত কথা প্ৰভূৰ অসীম ক্ষমতাক প্ৰমাণ কৰে।**

**ভক্ত সুৰেন্দ্ৰ দাস**
**মোবাইল নং ৯৯৯২৬০০৮২৬**

# "প্ৰভূয়ে দূঃখীৰ দূঃখ শুনিলে"

**মই কৰ্মবীৰ সন্তান শ্ৰী ঘাসীৰাম পুত্ৰ শ্ৰীছোটুৰাম , গাওঁ - ভৰান, জিলা- ৰোহতকৰ স্থায়ী বাসিন্দা। সৰ্ব প্ৰথমে মই আৰু গোটেই পৰিয়ালে ১৯৮৬ চনত নিৰংকাৰী বাবা হৰদেব সিং জী মহাৰাজৰ পৰা নাম লৈছিলো। সেই সময়ত মই ভনী সকলক চুৰি পিন্ধোৱা কাম কৰিছিলো। আৰ্থিক অৱস্থা ভালে আছিল। লাহে লাহে স্থিতি সলনি হল। কিছু দিনৰ পিছত মোৰ ঘৈণীয়েকৰ শৰীৰত নানা ধৰণৰ বেমাৰে বাহ নিলে। তাইৰ অৰ্শ বেমাৰ আৰু পিত্তৰ থলীত পাথৰী আছিল। ডাক্তৰে অপাৰেশনৰ খৰচ বাবদ বিশ হেজাৰ টকাৰ কথা কলে। মোৰ নিচিনা দাসৰ সেই সময়ত বিশ হেজাৰ টকা দিয়াৰ সমৰ্থ নাছিল আৰু মোৰো হাপানী বেমাৰ আছিল। মই তথা মোৰ পত্নী কষ্টৰ কথা মনত কৰি দুঃখেৰে অবস্থা চৰ্চা কৰি এখন অটো ৰিক্সাত উঠি বাচ্ ষ্টেশনৰ ফালে গৈ আছিলো আৰু এতিয়াতো টকা পইচা নাই অপাৰেশন কেনেকৈ হব? আমিতো মৰি যাম। সেই অটোত এজনী ভনী বহি আছিল। তাই আমাৰ সকলো কথা শুনি কলে আপোনালোক ক্ৰুন্থা যাওক। তাত এজন মহাৰাজ আছে আৰু বেমাৰীক বিনামূল্যে ঔষধ দিয়ে। মোৰ পত্নী ভক্তমতী সেৱা দেবী তাং ২৭-০৭-২০০৩ সত্লোক আশ্ৰম ক্ৰুন্থাত গল তথা মুক্তিদাতা সতগুৰু ৰাম পাল দাস মহাৰাজক নিজৰ বেমাৰ আৰু ঘৰৰ অৱস্থা বিৱৰী কলে। সত্ গুৰুদেৱে সকলো কথা অতি আগ্ৰহেৰে শুনিলে তথা কলে পুত্ৰী ইয়াত কোনো ঔষধ**

আদি দিয়া নহয়, মাথোন আত্ম কল্যানৰ মাৰ্গ বুজোৱা হয় তথা ভক্তি কৰা বিধি পবিত্ৰ বেদ আৰু পবিত্ৰ গীতাৰ আধাৰৰ ওপৰত শাস্ত্ৰ অনুসৰি উপদেশ দিয়া হয়। পূৰ্ণ পৰমাত্মা কবীৰদেবৰ অসীম কৃপাত মন্ত্ৰ জপ কৰা মাত্ৰ সকলো কষ্ট দূৰ হৈ যায় আৰু আসল লাভ হল জন্ম-মৃত্যু কষ্টৰ পৰা জীৱক এৰাই দিয়া, সমাজ সংস্কাৰ আৰু আন আন সুখ মুকলি কৈ অৰ্থাৎ নিঃশুল্ক মিলি যায়। ৰাম নাম ঔষধ দি মোৰ গোটেই পৰিয়ালক কৃতাৰ্থ কৰিলে। এতিয়া আমি প্ৰেম পূৰ্বক জীৱন জীয়াই আছো। সকলো বেমাৰ নাম স্মৰণৰ দ্বাৰা আৰু গুৰুদেৱৰ আশীৰ্বাদ মাত্ৰ সমাপ্ত হৈ গৈছে। আমি মুক্তি দাতাক বিনতী কৰো যেনে সুখী জীৱন আমাক দিছে তেনেকুৱা সকলোকে কৃপা কৰক।

ভক্ত কৰ্মবীৰ দাস পুত্ৰ শ্ৰীঘাসীৰাম<br>
গাওঁ ঃ- ভৰান, তহসিল - মহম<br>
জিলা- ৰোহতক।

## "ভগৱান এনেকুৱা হব লাগে"

মই ভক্ত মহাবীৰ সিংহ পুত্ৰ শ্ৰী কেহৰ সিংহ, গাওঁ - ঢৰানা, জিলা - ঝজ্জৰ (হৰিয়ানা) নিবাসী। আগেয়ে মই কট্টৰ শিব ভক্ত আছিলো মোৰ শৰীৰৰ যকৃত আৰু মুত্ৰাশয়ৰ ভিতৰত ঘা আৰু পুঁজ হৈছিল আৰু মোক মোৰ ভাই ভকত মহেন্দ্ৰ সিংহ মেডিকেলত চিকিৎসা কৰোৱাবলৈ লৈ গৈছিল, তাৰ আগেয়ে বহুত টকা খৰচ হৈছিল। কিন্তু কোনো আৰাম নহল। মেডিকেলৰ ভিতৰত আল্ট্ৰাছাউণ্ড কৰাৰ পিছত তিনিটা অপাৰেশন কৰিব লাগিব বুলি কৈ দিলে। মই ঘবড়াই গলো। মই অপাৰেশন হবলৈ বাধা কৰি দিলো। আহাৰ খাব পৰা নাছিলো। শৰীৰৰ অৱস্থা একেবাৰে দুৰ্ব্বল হৈ গৈছিল। মোৰ ডাঙৰ ভাই মহেন্দ্ৰ কৈছিল যে তুমি সাধু ৰাম পাল দাস মহাৰাজৰ পৰা নাম উপদেশ লৈ লোৱা, তেখেত পূৰ্ণ পৰমাত্মাৰ অৱতাৰ আহিছে। কবীৰ পৰমেশ্বৰ পূৰ্ণ ব্ৰহ্ম। মই কৈছিলো যে ভগৱান শিৱৰ সমুখত তোমাৰ কবীৰ তাঁতী (কাপোৰ বনোৱা মানুহ)ৰ কি ক্ষমতা আছে? কবীৰ তো এজন কবী আছিল, তেওঁ ভগৱান হব নোৱাৰে। মোৰ ডাঙৰ ভাই মহেন্দ্ৰ সিংহ পুত্ৰ শ্ৰী কেহৰ সিংহৰ পৰিয়ালো দুৰ্ৱস্থা আছিল। সাধু ৰাম পাল দাস মহাৰাজৰ চৰণত শৰণ লোৱাৰ পিছত এতিয়া সিহঁতে পূৰ্ণ সুখী। তেওঁ সকলো পূজা-পাতাল ত্যাগ কৰিছে। আকৌ তেওঁ বহুত সুখী। মইও মানিছিলো, কিন্তু আকৌ মই নিজৰ ভগৱান শিবতকৈ অধিক কাকো মনা নাছিলো। মোৰ ডাঙৰ ভাই মহেন্দ্ৰই মোক কৈছিল যে হে মহাবীৰ এই ভূল সকলোকে লাগিছে। পূৰ্ণ ব্ৰহ্ম কবীৰদেব (কবীৰ পৰমেশ্বৰ) ই হয়। ইয়াৰ শক্তিৰ আগত ব্ৰহ্মা, বিষ্ণু, শিব, ব্ৰহ্ম তথা পৰব্ৰহ্ম তো বহুত নিম্ন শক্তি যুক্ত। যেনেকুৱা দেশৰ প্ৰধান মন্ত্ৰী বা ৰাষ্ট্ৰপতিৰ সমুখত প্ৰান্তীয় ৰাজ্যৰ মন্ত্ৰীৰ ক্ষমতা যিমান খিনি হয়, ইমান পাৰ্থক্য পৰমেশ্বৰ কবীৰদেব (ৰাষ্ট্ৰপতি বা প্ৰধানমন্ত্ৰী জানিবা) তথা শিবদেব (এক বিভাগীয় মন্ত্ৰী জানিবা)ৰ ক্ষমতা। এতিয়া আপুনী বিচাৰ কৰক কত সিংহৰ গৰজনি আৰু কত মেকুৰীৰ মিউঁ-মিউঁ (সিংহৰ লগত কবীৰ পৰমেশ্বৰৰ তুলনা আৰু মেকুৰীৰ লগত শিবৰ তুলনা।) সাধু ৰাম পাল দাস মহাৰাজে সৰ্ব সদ্ গ্ৰন্থক গভীৰ ভাবে অধ্যয়ন কৰিছে তথা ভক্তি শক্তিৰ দ্বাৰা নিজস্ব অনুভৱৰে শুদ্ধ

জ্ঞান পাইছে তেতিয়া জুনিয়ৰ ইনজিনিয়াৰ চাকৰি ত্যাগ কৰি ভক্তি পথাৰত জপিয়াই পৰিছে। আজি সকলো সাধু মহন্ত তথা পণ্ডিত, আচাৰ্য্যক পিচুৱাই পেলাইছে। সৰ্ব পন্থ আৰু মহৰ্ষি দয়ানন্দৰ নিচিনা তাকো তাৰে লিখনীৰ দ্বাৰাই ফেল কৰাই দিছে। বাতৰি কাকত যোগে সকলোকে মুকলিকৈ জ্ঞান চৰ্চাত চেলেঞ্জ কৰিছে। কোনেও নকয় আৰ্য্য সমাজৰ কিছু নিৰ্বোধে বিৰোধ কৰিছে আৰু সিহঁতৰ মুখত চুন কালি লাগিছে। কিয়নো ৰাম পাল দাস মহাৰাজে প্ৰমানৰ সৈতে কথা কয়। অইন বিলাকে কেবল নিৰাধাৰ দন্ত কথাৰ আধাৰৰ ওপৰত মাৰ্গ দৰ্শন কৰোৱাই আছে। সত্যৰ সমুখত অসত্য কেতিয়াও নিটিকে।

ডাঙৰ ভাই মহেন্দ্ৰৰ ওপৰোক্ত কথা শুনি ভিতৰি ভিতৰি খঙে পালে ভাবিলো যুজো নেকি? কিন্তু ডাঙৰ ভাই হোৱা কাৰণে একো নকলো। অইন কোনোবাই যদি কলেহেতেন (কবীৰৰ) সিহংৰ গৰ্জন আৰু (শিবৰ) মেকুৰীৰ মিউ-মিউ তো মই (মহাবীৰ) অবশ্য যুজিলো হেতেন। কিন্তু এতিয়া গম পাইছো সচাই কবীৰদেব পূৰ্ণ পৰমেশ্বৰ। মেকুৰী এনেয়ে গছত নুঠে আৰু মৃত্যুমুখী বাচিবলৈ কিনো নকৰে? সেই দিন মই নিজৰ ভাই মহেন্দ্ৰক কলো যে মোক যেনি তেনি বচোৱা। মোৰ ভাই মহেন্দ্ৰই কলে যে ক্ৰস্থা আশ্ৰমত বলা তাতে তোমাৰ প্ৰাণ ৰক্ষা পাব। মোক অপাৰেশন থিয়েটাৰলৈ লৈ যাবৰ বাবে ট্ৰলিত শুৱাই দিছিল তথা অপাৰেশনৰ কাপোৰ পিন্ধাই দিছিল। মই উঠিলো আৰু কাপোৰ বিলাক খুলি পেলালো আৰু নিজৰ বস্ত্ৰ পিন্ধি ভাই মহেন্দ্ৰক কলো যে মই নাম দীক্ষা লম। আমি মেডিকেল ৰোহতকৰ পৰা সীধা গাড়ীৰে মুক্তিদাতা সদ্ গুৰু ৰামপাল দাস মহাৰাজৰ চৰণত আহি শৰণ নিলো। পিছত আশ্ৰমত মই ভোজন কৰিলো। মই আকৌ মেডিকেল গলো আৰু চেক আপ কৰোৱালো। ডাক্তৰ আচৰিত হৈ গল আৰু মোৰ কোনো অসুবিধা নাপালে। মই সুস্থ হৈ গলো। মোৰ আশ্ৰমত একো খৰচ নহল। নাম তথা মন্ত্ৰ জপৰ কিতাপ বিনা মুলিয়া পালো। মোৰ গোটেই পৰিয়াল অন্য দেব-দেবীক পূজা কৰিছিল কিন্তু নাম দীক্ষা লোৱাৰ পিছত সকলো ত্যাগ কৰিছে আৰু আগৰ তুলনাত অধিক সুখী আৰু সুস্থ হৈ গলো। মুক্তিদাতা পূৰ্ণ পৰমাত্মা সদ গুৰু ৰামপাল দাস মহাৰাজৰ দিন-ৰাতি গুন গান কৰো।

সদ গুৰু ৰামপাল দাস মহাৰাজৰ মুখ্য উদ্দেশ্য হৈছে নাম উপদেশ দি ভক্তি সাধনা কৰোৱাই কালৰ জালৰ পৰা জীৱক মুক্ত কৰা, সমাজ সংস্কাৰ আৰু অইন সাংসাৰিক সুখ তো আপোনা আপুনি আহে। "সত সাহেব"।

ভক্ত মহাবীৰ

## "সৰ্ব্বস্ব হীনৰ আশ্ৰয়দাতা"

মই ভক্ত জীয়াৰাম (ৰাজু) পুত্ৰ শ্ৰী গণেশী ৰাম, গাওঁ - ঢৰাণা বাসীন্দা। মোৰ আৰু ঘৈণীয়েকৰ অসাধ্য বেমাৰ আছিল, কিছুমানে উপৰি হাওৱা কৈছিল। ডাক্তৰে টি. বি. বেমাৰ বুলি কলে। আমি ডাক্তাৰৰ দ্বাৰাই বহুত চিকিৎসা কৰালো আৰু দেবী-দেবতাৰো পূজা বহুত কৰিলো। ইয়াৰ উপৰিও ইউ, পি, হৰিয়ানা, ৰাজস্থানৰ বালাজী আদিত চিকিৎসাৰ কাৰণে গৈ বহুত পইচা ব্যয় কৰিলো। দহ-বাৰ বছৰলৈ এনেয়ে হৈৰান

হৈ ফুৰিলো। আমি কমেও ২ লাখ টকা খৰচ কৰিলো, কিন্তু একো আৰাম নহ'ল। আমি বহুত বিব্রত হৈ গলো। মই বহুত নিৰ্ধন হৈ গলো, ৫০ টকা অৰ্জন কৰো কিন্তু ১০০ টকা খৰচ হৈ যায়। কেতিয়াবা আত্ম হত্যা কৰিবলৈ ও চিন্তা কৰো। হোম কৰালো। হোম কৰাৰ সময় পণ্ডিতে ভয় খালে আৰু কলে ইয়াৰ ভিতৰত বহুত ডাঙৰ জিন (পুৰুষ ভূত) আছে। পণ্ডিতে কলে যে মই আকৌ হোম কৰিম তাৰ পিছত কম। ভকত মহেন্দ্ৰ সিংহ পিতা শ্ৰী কেহৰ সিংহ (যি মোৰ গাওঁৰ প্ৰতিবেশী) সাধু ৰামপাল দাস মহাৰাজৰ পৰা আগেয়ে নাম দীক্ষা লৈ শিষ্য হৈছে। মোক কেবা বাৰ কৈছিল যে জীয়াৰাম ঘুৰি ফুৰি হৈৰান হোৱা আৰু পইচা পাতি ফুৰাই নিঃস্ব হোৱা তেহে বুজিবা। সাধু ৰাম পাল দাস মহাৰাজ বিনা কোনেও দুঃখ কষ্ট নিবাৰণ কৰিব নোৱাৰে। ভক্ত মহেন্দ্ৰ সিং কৈছিল যে মইয়ো বহুত ঘুৰি ফুৰি হৈৰান আৰু নিঃস্ব হৈ শেষত গুৰুদেৱ ৰামপালৰ আশীৰ্বাদ পাই ঘৰ গৃহস্থী স্বাভাবিক হল। মই ভকত মহেন্দ্ৰক কৈছিলো যে ক্ৰন্থা আশ্ৰমতো এতিয়াহে হৈছে, মইতো বহুত ডাঙৰ মন্দিৰত গৈছো। শেষত নিৰাশ হৈ ভক্ত মহেন্দ্ৰৰ লগ ধৰিলো আৰু অহা দিনাই মহেন্দ্ৰৰ সৈতে আশ্ৰমত গৈ ৰামপাল মহাৰাজৰ পৰা মুকলি নাম উপদেশ নিলো আৰু উপদেশ লোৱাৰ পিছত বহুত সুস্থ যেন লাগিল। আমি নাম উপদেশ লোৱা ২০০৫ চনৰ পৰা মোটামুটি ২ বছৰ হৈ গল। এতিয়া আমাৰ গোটেই পৰিয়াল সুস্থ আৰু স্বাভাৱিক। আমি দিন-ৰাতি মুক্তিদাতা পূৰ্ণ পৰমাত্মা স্বৰূপ সদ্‌গুৰু ৰামপাল দাস মহাৰাজৰ গুণ কীৰ্তন কৰো।

সাধু ৰামপাল দাস মহাৰাজৰ মূখ্য উদ্দেশ্য হৈছে নাম উপদেশ দি ভক্তি সাধন কৰোৱাই কালৰ জালৰ পৰা মুক্ত কৰা। ঈশ্বৰৰ নাম উপদেশ নিলে বাকী সাংসাৰিক সুখ আপোনা-আপুনি আহি যায়। হাবাথুৰি খাব নেলাগে। "সত্‌ সাহেব"।

ভকত জীয়াৰাম।

## "সাধু এনেকুৱা হব লাগে"

মই শশীপ্ৰভা প্ৰধান শিক্ষয়িত্ৰী (প্ৰিন্সিপাল) ৰাজকীয় বৰিষ্ঠ মাধ্যমিক বিদ্যালয় ডিগানা, জিলা জীন্দত কাৰ্য্যৰত হৈ আছো। মই নিজৰ ঘৰৰ কাজিয়া, কোৰ্হাল, মানষিক কষ্ট আদিৰ কাৰণে মোটামুটি ৩৫ বছৰৰ পৰা অশান্তিত আছিলো। স্বামীয়েও মোক মাৰপিট কৰিছিল। গোটেই বেতন কাঢ়ি লৈছিল তথা যিমান কষ্ট দিব পাৰে দিছিল। ৩২ একৰ জমিনৰ মালীক হোৱা স্বত্তেও আমাক কুকুৰৰ দৰে আহাৰ দিছিল। মই তাৰ সকলো আত্মীয় স্বজ্জনৰ পৰা সহায় বিচাৰিছিলো। মই আকৌ সমাজৰ মুখিয়াল তথা পঞ্চায়তৰ মানুহৰ পৰাও সহায় বিচাৰিছিলো কিন্তু কোনেও মোৰ লগ নিদিলে। শেষত চিন্তা কৰিলো যে সাধু সন্তই গোল-মাল হোৱা কাৰ্য্যক ঠিক-ঠাক কৰি দিয়ে। মই আনন্দপুৰ (বীনা) মধ্য প্ৰদেশীক গুৰু বনালো। কিন্তু ঘৰৰ অশান্তি দূৰ নহ'ল। ছোৱালীটো ঈশ্বৰৰ কৃপাত নিজ ইচ্ছা শক্তিৰ ওপৰত পঢ়া-শুনা কৰিছে। এতিয়া বিয়া হবলৈ পোৱা নাই। বাপেকে জোৱাঁই বিচৰা বাদ দিছে। এই সমস্যাৰ কাৰণে মই বালাজী গলো, বগড় (ৰাজস্থান) ধৌলী ধাৰ হিমাচল প্ৰদেশলৈও গলো। পীৰ, ফকীৰ, গুৰুদুৱাৰ আদিৰ সহায় নিলো। একো কাম নহ'ল। ঘৰত যেতিয়া অকলে থাকো তেতিয়া কান্দিছিলো আৰু ভাবিছিলো

এই পৃথিবীত পৰমাত্মা নাই। জুলুম, অন্যায় অত্যাচাৰ সহ্য কৰি কৰি মোৰ শাৰিৰীক অৱস্থা পাগলীৰ দৰে হৈ গৈছিল।

একদিন এই দুঃখী আত্মা সেই পৰমাত্মাৰ সভাত পহুঁচিলে যিয়ে দুঃখ নিবাৰণ কৰে। মোৰ চুবুৰীয়াৰ ঘৰত সৎসঙ্গ হৈছিল। মোৰ প্ৰতিবেশী মোক প্ৰসাদ দিবলৈ আমাৰ ঘৰত আহিল। আলাপ আলোচনা হল। সৎসঙ্গৰ বিষয়ে কলে যে এই কথা প্ৰবচন পৰমাত্মাৰ সঁচা বাণী, যাৰ দ্বাৰা দুঃখ দূৰ হয়। কিন্তু এই পাঠ কেবল সাধু ৰাম পাল দাসৰ আজ্ঞা অনুসৰি কৰালেহে লাভ হয়। অন্য কাৰো দ্বাৰাই পাঠ কৰালে কোনো লাভ নহয়। যেনেকুৱা ৰজা পৰিক্ষীতক ভাগবত শুনাবলৈ কোনো ঋষিয়েও সাহস কৰা নাছিল। কিয়নো সিবিলাক অনাধিকাৰী আছিল তথা সপ্তম দিনৰ দিনা পৰিণাম আহিব লগা আছিল। এইবাবে স্বৰ্গৰ পৰা ঋষি সুখদেব আহি ৰজা পৰিক্ষীতক নাম দীক্ষা দি শিষ্য বনাই সাত দিনলৈ ভগৱত প্ৰবচন শুনাইছিল। তেতিয়াহে ৰজাই কিছু ৰেহাই পালে। বৰ্তমানে কোনেও বাস্তবিক জ্ঞান আৰু সত্য ভক্তিৰ লগত পৰিচয় নাই। এইবাবে যি কোনোৱে ভগৱত পাঠ কৰাই দিয়ে। যি কাৰণে সাধকৰ কোনো লাভ নহয়। সিজন ভনী যাৰ লগত মোৰ চৰ্চা হৈছিল, তাই সাধু ৰাম পাল মহাৰাজৰ বিচাৰ প্ৰায়ে শুনিছিল, অশিক্ষিত হৈও শাস্ত্ৰৰ গুঢ় ৰহস্য সাধু ৰামপালৰ পৰা শুনি তাকে শুনাইছিল। মই প্ৰধান শিক্ষয়িত্ৰী হৈয়ো আচৰিত হৈ গৈছিলো। মোক এনে লাগিছিল যেন পৰমাত্মা হাত বাউল দি মাতি আছে। ভনী জনীয়ে কলে আমাৰ গুৰু দেব দুঃখ নিবাৰণ কৰে। মই তাক কলো আপুনী মোক গুৰুদেৱৰ দৰ্শন কৰাব পাৰিব জানো? ঈশ্বৰ কৃপাত অহা দিনাই মই গুৰুদেব ৰামপাল দাস মহাৰাজক এখন সাধাৰণ চকিত বহি থকা দেখা পালো। মই জনা নাছিলো সাধু-সন্ত কেনে ধৰণৰ হয় আৰু তেওঁলোকৰ মহিমা কেনেকুৱা? যি যিমানেই ওখ হয় তেওঁ সিমানেই সাধাৰণ দেখুৱায়। আমাৰ স্থান তো একেবাৰে পৃথিবীৰ তলত আমি পৰমাত্মাৰ মহিমা কি বুজো? গুৰু দেবে মোৰ বেদনা শুনি কলে পুত্ৰী আগে নাম দীক্ষা লৈ লোৱা সব ঠিক হৈ যাব। অহা দিনা মোক নাম দীক্ষা দিলে। এক মাহৰ ভিতৰত ছোৱালীটোৰ বিয়াৰ প্ৰস্তাব আহিল আৰু বিয়াখন হৈ গল। মোক এনে লাগিল যেন কিবা অলৌকিক হৈ গল। সেইজন স্বামী যিজন জোঁৱাই বিচৰা নাছিল আজি তেওঁ কন্যা দান কৰি আছে। কিছু দিন পিছত ছোৱালীটোৰ পেটত কিবা বেমাৰে দেখা দিলে। পেটত যদিও পোৱালী নাই কিন্তু দুঃচিন্তা লাগিল। মই নিজৰ লৰাটোক কলো যে তুমি দেখা নাই জানো। যেতিয়া আমি ফিল্ম দেখো, এফালে ঈশ্বৰ পৰমাত্মাৰ প্ৰাৰ্থনা আৰু আনফালে কোনো ব্যক্তিৰ অপাৰেশ্বন চলি থাকে তো ৰোগীজন ভাল হৈ যায়। তেওঁ মোৰ কথাত ৰাজী হল আৰু মই তাজপুৰ (দিল্লী) সদগুৰু দেৱৰ সৎসঙ্গ সেৱাত গুচি গলো। তাৰ পৰা ছোৱালীক লৈ ওচৰৰ হস্পিটেলত গলো। অপাৰেশন ঠিক ভাবে হল। যি শংকা কেন্সাৰৰ আছিল সেইটোও ভাল হল। পিছত ছোৱালীজনী গৰ্ভৱতী হল। ইমানতে জোঁৱাইৰ লগত ট্ৰেক্টৰ আৰু মটৰ সাইকেলৰ দুৰ্ঘটনাৰ খবৰ মিলিল। মইতো মোৰ পূজ্য গুৰুদেৱৰ বাহিৰে একো নুবুজো, ঈশ্বৰৰ মহিমা যিমানে কওঁ কমে হয়। এই জিহ্বাৰে যিমান গুৰুদেৱৰ প্ৰশংসা মানুহক শুনাওঁ সেয়া কমেহে হয়। দেৰ মাহ পিছত জোঁৱাই সুস্থ, হৈ ঘৰত আহিল। জগতে কি বুজে বুজক মোৰ প্ৰাৰ্থনা পৰমাত্মাই শুনে।

যিদিনাখন মই নাম উপদেশ লৈছিলো তাৰ পিছত নিজা ঘৰত থকা নকলী সাধুৰ ফটো চোতালত পেলাই জ্বলাই দিলো। সেই দিনৰ পৰাই মোৰ এই জীৱন গাড়ী সুস্থ ভাবে চলিবলৈ ধৰিলে। ২৩ চেপ্তেম্বৰ ২০০৩ মই নিজৰ জাগতিক চকুৰে ৪-৫ বজাত এক ভয়ানক আকৃতি দেখো। ইমান ভয়ানক আকৃতিৰ ব্যক্তি আছিল যদি মই নাম দীক্ষিত নহলোহেতেন তেন্তে মোৰ হিয়াই ফাটি গলহেতেন কিজানি। সেই সময়ত মোৰ ভয় লগা নাছিল কিন্তু গম পাইছিলো সেইটো যমদূত। তাৰ পিচ দিনা মই গুৰুদেবক ঘটনাটো কলো, তেখেতে স্পষ্ট কৰি দিলে যে উক্ত দিনাই মোৰ আয়ু শেষ হৈ গৈছিল। এতিয়া মই নিজৰ পৰমাত্মা স্বৰূপ গুৰুদেবৰ দয়াত জীয়াই আছো। তেখেতৰ কৃপাতেই মোৰ সৰু ছোৱালীটোৰ বিয়া এজন ইনজিনিয়াৰ লৰাৰ লগত যোৱা বছৰ বিয়া হৈ যায়। দুই-তিন বাৰ মোৰ চাকৰী যোৱাৰ আশংকা আছিল। কিন্তু মোৰ পৰমাত্মাই মোক ৰক্ষা কৰিলে আৰু মোক দুটা পদোন্নতি দিলে। সাধু ৰামপাল দাস মহাৰাজে কয় যে ৰজাইয়ো প্ৰভূৰ সন্তান। তাৰ ওপৰতো প্ৰভূৰ শক্তিয়ে কাম কৰে। পৰমেশ্বৰে নিজৰ সাধকৰ বাবে ৰজাক প্ৰেৰণা দি সকলো প্ৰকাৰৰ ৰদল বদল কৰিব পাৰে। কাম কৰোতা ৰজাকে দেখায় কিন্তু, কৰোৱায় পৰমাত্মাই। কোনোবাই মোৰ গুৰুদেবৰ আশ্ৰয় লৈ দেখক, লোৱাজনৰ এনেকৈ কাটা ওলাই যাব যেনেদৰে মোৰ ওলাই গৈছে। পৰমাত্মা সঁচাই নিৰাশ্ৰয়ক আশ্ৰয় দিয়ে। আত্মাৰ চিঞৰ শুনে। মোৰ লগত বিগত বছৰত যি ঘটিছিলি তাক কেবল পৰমাত্মাইহে চম্ভালিব পাৰে। মোৰ গুৰুদেবৰ মহিমা বৰ্ণনা কৰিবলৈ মোৰ ওচৰত শব্দ নাই। এওঁ স্বয়ং পৰমাত্মা কবীৰ দেবৰ অৱতাৰ। যি পৰমাত্মাৰ আশীশ ধন্য হব বিচাৰে সিবিলাকে ক্ৰস্থা আহিবলৈ নেপাহৰে যেন। মোৰ নিচিনা তুচ্ছ জীবক ইমান কৃপা। মই আপোনাৰ কৃতজ্ঞ কোন শব্দত মই আপোনাৰ গৌৰব, অখণ্ড মহিমা বৰ্ণাও? এইখিনি শব্দকে পাঠকে হৃদয়ঙ্গম কৰক আৰু আত্ম কল্যান কৰাওক।

বৰ তুচ্ছ প্ৰাণী<br>
ভক্তমতী শশী।

## "নিজৰ ভকতক যমৰাজৰ সভাৰ পৰা মুক্ত কৰি অনা"

মই ভক্ত ওমপ্ৰকাশ সুপুত্ৰ শ্ৰী মাতাদীন, নজফগড়, দিল্লীৰ বাসিন্দা। মোৰ পূজ্য সন্ত ৰামপাল দাস মহাৰাজৰ পৰা নাম দীক্ষিত হোৱা আজি দেৰ বছৰ হল। মোৰ নজফগড়ত মিঠাইৰ দোকান আছে। ১৯মে ২০০৫ চনত ৰাতি ৯-৩০ বজাত দোকানত মোৰ বহুত পেটৰ বিষ হৈছিল। বিষৰ কাৰণে মোৰ শৰীৰৰ অৱস্থা একেবাৰে বেয়া হৈ গৈছিল। মই নাম জপি জপি ঘৰত গলো। ঘৰত সোমাই গুৰুদেবৰ ফটোৰ সমুখত দণ্ডৱত প্ৰনাম কৰিলো। দণ্ডৱত প্ৰনাম কৰি থিয় হলো আৰু মোৰ পেটৰ বিষ অনুভৱ নহল। পিছত মই বিছনাত বাগৰ দিলো। বিছনাত বাগৰ দিওঁতেই মই অচেতন হৈ গলো। মোৰ চাৰিওফালে যমদূতে ঘুৰিবলৈ ধৰিলে আৰু মোক ভয় খুওৱাবলৈ ধৰিলে। মই ভয়তে বেহুঁচ হৈ গলো। তেতিয়া যমদূত বিলাকে মোৰ ওপৰত বগা চাদৰ পেলাই দিলে আৰু মোক উঠাই যমৰাজৰ সভাত লৈ গল। তাত গৈ দেখিলো আগৰে পৰাই শাৰী পাতি থিয় হৈ আছে। যেতিয়া মোৰ নম্বৰ আহিল তো যমৰাজে কলে ইয়াক পুখুৰীত পেলাই

দিয়া। মই পুখুৰীৰ ফালে চাই দেখো বহুত কুম্ভীৰ। মই কুম্ভীৰক দেখি ভয় খাই গলো। তেতিয়া মই পূজ্য গুৰুদেব সন্ত ৰামপাল মহাৰাজক স্মৰণ কৰিলো, সেই সময় যমদুতে মোক পুখুৰীত পেলাবলৈ সাজু হৈছিল। মই গুৰুদেৱক চিএৰী কলো — “হে গুৰুদেব ৰক্ষা কৰা”। তেতিয়া মই দেখিলো যে মোৰ গুৰুদেব কবীৰ পৰমেশ্বৰৰ ৰূপত আহিল আৰু মোক পুখুৰীত পেলোৱাৰ আগতেই বাহিৰত ওলাই আনিলে। যমৰাজে কবীৰ দেবৰ চৰণত পৰি দণ্ডৱৎ প্ৰণাম কৰিলে। পিছত গুৰুদেবে নিজৰ ৰূপত আহিলে আৰু মোক কবলৈ ধৰিলে এতিয়া তই কি কাৰণে ভয় কৰি আছা? মই তোমাৰ লগতে আছো। তেতিয়া মোৰ ভয় দূৰ হৈ গল। যমৰাজে গুৰুদেবৰ লগত তৰ্ক কৰিলে যে আপুনী ইয়াক কিয় বাৰে বাৰে বচায়? ই তো মোৰ ভোজন। ইয়াক আপুনী আগেয়েও মৰোতে মৰোতে দুই বাৰ বচাইছিল। প্ৰথমবাৰ স্কুটাৰ আৰু জীপ মুখামুখি খুন্দা খোৱাতো মোৰ একো হোৱা নাছিল। আৰু দ্বিতীয়বাৰ মটৰ সাইকেল পিচল খাই ট্ৰাকৰ তলত পৰি গৈছিলো। গুৰুদেৱে সিবাৰো ট্ৰাকৰ তলৰ পৰা বচালে। তেতিয়া গুৰুদেবে যমৰাজক কলে — ই পিছৰ জনমত মোৰ ভক্তি কৰিছিল, সেই কাৰণে ইয়াক বচালো। আকৌ যমৰাজে কলে এইবাৰ কিয় বচালে? কিয়নো মই ইয়াৰ নাম খণ্ডিত কৰাইছো। আকৌ গুৰুদেবে কলে ইয়াৰ নাম আপুনী ভঙ্গ কৰাইছে, ই নিজৰ ইচ্ছাত ভঙ্গ কৰা নাই। এইবাবে মই ইয়াক বচালো, ই মোক ভক্তি কৰে। তেতিয়া কালে কলে, চাওঁ ইয়াক আপুনী কিমান বাৰ বচায়? পিছত গুৰুদেবে কলে মই সকলো সময়তে ইয়াৰ লগত আছো তুমি ইয়াৰ একো হানি কৰিব নোৱাৰা।

আকৌ সদগুৰুদেবে যমৰাজক কলে ইয়াৰ পিছত যদি ইয়াক কোনো প্ৰকাৰে কষ্ট দিয়া যেনেকৈ তই লোকক যাতনা দিয়া, তাতকৈ বেয়া অৱস্থা তোমাৰ কৰিম।

তাৰ পিছত সদ গুৰুদেবে মোক তলত লৈ আহিল আৰু মোক কলে যে তই সোনকালে ঘৰৰ মানুহ খিনিক কৈ দে যে মই একেবাৰে সুস্থ হৈছো। মোক ঘৰলৈ লৈ বলা। দুই ডাক্তৰে মানা কৰিছিল যে আমাৰ সাধ্য নাই। মোৰ ঘৰৰ মানুহে মোক হস্পিটেল লৈ গৈ আছিল। মই ঘৰৰ মানুহ খিনিক কলো মোক সোনকালে ঘৰলৈ লৈ বলা, মই বিল্কুল ঠীক আছো। যিবিলাক মোৰ লগত আছিল তেওঁলোকে একেবাৰে আচৰিত হৈ গৈছিল যে এওঁৰতো মৃত্যু হৈ গৈছে। ই কেনেকৈ হুঁচ পালে? এওঁ এনেকুৱা কথা কেনেদৰে কৈ আছে? যেতিয়া মোক ঘৰৰ মানুহে ৰাস্তাৰ পৰা ওভোতাই ঘৰলৈ বুলি আনিব ধৰিলে তেতিয়া মই সদগুৰু দেৱক পদুম ফুলৰ ওপৰত বহি থকা দেখিবলৈ পালো। কেতিয়াবা গুৰুদেবৰ ৰূপত আৰু কেতিয়াবা কবীৰ পৰমেশ্বৰৰ ৰূপত মোক দেখা দিবলৈ ধৰিলে আৰু মোৰ ফালে হাত বাউল দি যোৱা দেখিবলৈ পালো। আৰু পিছত মই জোৰে জোৰে কান্দিবলৈ ধৰিলো আৰু কলো যে মোৰ গুৰুদেব গুচি গল, মোৰ গুৰুদেব গুচি গল। আমাৰ ঘৰৰ মানুহখিনি ঘবড়াই গল যে এওঁ কেলেই নো এনে কৰিব লাগিছে? আকৌ মেডিকেলৰ ফালে যাবলৈ ললে। তেতিয়া গুৰুদেবে জোৰকৈ কব ধৰিলে ভগত তই কি কৰি আছা? মই তোমাক কৈ দিছো যে সোনকালে ঘৰলৈ যোৱা। মই পিছত সকলোকে কলো যে মই একেবাৰে ঠীক হৈছো, মোক মোৰ গুৰুদেব দেখা দিছিল। তেতিয়া আমাৰ ঘৰৰ মানুহে মোক ঘৰলৈ আনিলে আৰু সকলো আচৰিত হৈ গল যে

**এওঁতো মৰিছিল ই কেনেকৈ জীৱিত হল? মই নিজৰ মানুহ খিনীক সকলো ঘটনা বিতংকৈ কৈ দিলো যে গুৰুদেবে মোক ৰক্ষা কৰি গুচি গল।**

**ভক্ত ওমপ্ৰকাশ দাস,**
**RZ. 15, B. Block গলী নং ২ মকসুদা**
**কলোনী, নজফগড়, নই দিল্লী**
**মোবাইল নং - ০৯৮১২১৬৬০৪৪**

## "পূৰ্ণ পৰমাত্মা সাধকক ভয়ংকৰ ৰোগৰ পৰা মুক্ত কৰি আয়ু বঢ়াই দিয়ে।"

## ভক্ত ডাঃ ওম প্ৰকাশ হুড্ডা (C.M.O.)ৰ প্ৰমান।

**প্ৰমান ঋগবেদ মণ্ডল ১০, সুক্ত নং ১৬১, মন্ত্ৰ ১, ২ তথা ৫ যত পৰমেশ্বৰে কয় যে যদি কাৰো প্ৰত্যক্ষ বা গুপ্ত ক্ষয় ৰোগ, কুষ্ঠ ৰোগ হৈছে তাকো মই ঠিক কৰি দিওঁ তথা যদি কোনো ৰোগী ব্যক্তিৰ জীৱনী শক্তি কমি গৈছে তাকো সুস্থ কৰি দিওঁ। যাৰ আয়ু বাকী নাই তাৰো প্ৰাণ ৰক্ষা কৰো তথা তাৰ আয়ু ১০০ বছৰ প্ৰদান কৰি দিওঁ, সকলো সুখ প্ৰদান কৰি দিওঁ। মন্ত্ৰ ৫ কৈছে যে হে পুনৰ্জীৱন প্ৰাপ্ত প্ৰাণী! তই সৰ্বতোভাবে মোৰ শৰণ গ্ৰহণ কৰ। যদি পাপ কৰ্ম দণ্ডৰ কাৰণে তোমাৰ চকুৰ দৃষ্টি শক্তি কমিছে তেন্তে মই তোমাক পুনৰ আজীৱন চকুৰ দৃষ্টি শক্তি দান কৰিম। তোমাক ৰোগ মুক্ত কৰি সৰ্ব অঙ্গ প্ৰদান কৰিম তথা তুমি মোক প্ৰাপ্ত হবা অৰ্থাৎ মিলিম।**

জম জৌৰা জাসে ডৰৈঁ, মিটেঁ কৰ্ম কে লেখ। অদলী অসল কবীৰ হ্যাঁয়, কুল কে সৎগুৰু এক।।

**ভাবাৰ্থ ঃ- সদগুৰু কবীৰ দেবেই কুলৰ মালীক যাক দেখি ধৰ্মৰাজ আৰু মৃত্যুও ভয় কৰে আৰু যিয়ে কৰ্ম বন্ধনো বিনাশ কৰে।**

**ওপৰোক্ত পদাৱলী মোৰ জীৱনত আখৰে আখৰে পূৰ্ণ ৰূপে সত্য বুলি প্ৰমাণিত হল।**

**মই ভক্ত ডাঃ ওম প্ৰকাশ হুড্ডা (C.M.O. - M.B.B.S., M.S. Eye Specialist) 18A, সৰকুলৰ ৰোড ৰোহতকত বাস কৰো। মোৰ মোবাইল নং ৯৮১৩০৪৫০৫০। মোৰ জন্ম ১২ এপ্ৰিল ইং ১৯৫৩ চন গাওঁ কিলোই, জিলা ৰোহতকত হৈছিল। মোৰ প্ৰাথমিক আৰু উচ্চতৰ মাধ্যমিক শিক্ষা D.A.V. স্কুল আৰু D.A.V. কলেজ অমৃতসৰত হৈছিল। অমৃতসৰত D.A.V. বিদ্যালয়ত মোৰ ডাঙৰ ভাই লাইব্ৰেৰীয়ান (Librarian) পদত কাৰ্য্যৰত আছিল। সেই ঠাইৰ পৰিচিত মানুহে তেখেতক মাষ্টাৰ বাবু আৰু মোক মৰমতে সৰু মাষ্টাৰ বাবু বুলি মাতিছিল। যেতিয়া মই ষষ্টম শ্ৰেণীত পঢ়ি আছিলো তেতিয়াই মোক এজন গনক যি অমৃতসৰৰ দুৰ্গা মন্দিৰৰ সেৱক আছিল, তেখেতে মোৰ হাতৰ ৰেখা চাই কৈছিল যে সৰু মাষ্টাৰ বাবু আপুনী এদিন ডাক্তৰ হব আৰু আপোনাৰ আয়ু কেবল ৫০ বছৰ। এইটো কৈ তাৰ ভয় হল যে, সৰু লৰা সত্য কথা কৈ ভুল কৰি পেলালো। কিন্তু মই সৰু লৰাৰ দৰে শুনা-নুশুনা দৰে হলো। মই ডাঙৰ হৈ ডাক্তৰ হলো তথা মই M.B.B.S তথা M.S. (Eye Specialist) P.G.I. M.S. ৰোহতকৰ পৰা সম্পূৰ্ণ কৰিলো।**

**ঠিক ৫০ বছৰ যেতিয়া হবলৈ পালে অৰ্থাৎ ১০/১১ এপ্ৰিল ২০০৩ ৰাতি বাৰ**

বজাত সেই দিনা মই সপৰিয়ালে ৰোহতকতে আছিলো তো মোৰ দুয়ো হাততে বিষ তথা বুকুত কিবা যেন হেচা দিয়া আৰম্ভনী হল। আমি চিকিৎসাৰ বাবে P.G.I.M.S. লৈ ৰওনা দিলো। ইয়াৰ আগেয়ে মোৰ কোনো ৰক্ত চাপ নাইবা ছুগাৰ আদি বেমাৰ আছিল। মই নাম দীক্ষা লোৱাৰ আগেয়ে ২৫ বছৰলৈ ধুম্ৰ পান অৰশ্য কৰিছিলো।

তাত কৰ্তব্যৰত থকা ডক্তৰক মই পৰিচয় দিলো যে H.C.M.S.I. (Group A) শ্ৰেণীত মই এস. এম. ও.ৰ পদত কাৰ্য্যৰত আছো। (সেই সময় S.M.O. বৰ্তমান (M.O.) পৰিচয় দিয়াৰ পিচত ডাক্তৰে অনতিপলমে উচিত নিৰীক্ষন কৰাৰ পিছত মোৰ চিকিৎসা আৰম্ভ কৰি দিলে আৰু Intensive case unit শিফট্ কৰালৈকে মই সকলো গতি বিধিৰ উমান পাইছিলো। কিন্তু I.C.U. শিফট্ কৰাৰ কিছু সময় পিছত মই একো গম নেপালো আগলৈ কি হল? মোটা মুটি দেৰ কী দুই ঘন্টা পিছত মোৰ অনুভৱ হল যে মোৰ চাৰিওফালে যমদূতে ঘেৰি ধৰি থিয় হৈ আছে আৰু কলে যে বলা তোমাৰ সময় সম্পূৰ্ণ হৈছে, আমি তোমাক লবলৈ আহিছো। মই সিহঁতক একো কব পৰা নাছিলো তেতিয়াই পূৰ্ণ পৰমেশ্বৰ কবীৰদেব মোৰ সদ্‌গুৰু তত্বদৰ্শী সাধু ৰামপাল দাস মহাৰাজৰ ৰূপত মোৰ বিছনাৰ কাষত উদ্ভৱ হল তো যমদুত বিলাক যাৰ চেহেৰা ভয়ানক তথা শৰীৰ কিম্ভূত কিমাকাৰ আছিল, মহাৰাজক দেখাৰ লগে লগেই অদৃশ্য হৈ গল।

মোৰ গুৰুদেৱে মোক আশীৰ্বাদ দিলে তথা কলে যে কবীৰ পৰমেশ্বৰে আপোনাৰ আয়ু নিজ কোটাৰ পৰা (নিজ শক্তি) বঢ়াই দিছে যাতে বাকী জীৱন ভক্তি কৰি সৎলোকলৈ যাব পাৰে। মই কান্দি কান্দি কলো হে মালীক আপুনীয়ে স্বয়ং পৰমেশ্বৰ, আপুনী এই শৰীৰত নিজকে লুকাই ৰাখিছে, পৰমেশ্বৰৰ ভক্তি কৰোৱা আপুনীয়ে। মইনো ভক্তি কৰোতা কোন? এইখিনি কৈ মই চকু মেলিলো আৰু মোৰ চকুত চকুৰ পানীৰ বাহিৰে একো নাছিল। তিন দিন পিছত যেতিয়া I.C.U.ৰ পৰা মোক ৱাৰ্ডত লৈ গৈ আছিল তো মই থিয় হৈ উঠি খোজ কাঢ়িবলৈ ধৰিলো, তেনেতে এজন ডক্তৰে দৌৰী আহি মোক ধৰি পেলালে আৰু কলে এয়া আপুনী কি কৰি আছে? আপুনী খোজ কাঢ়িব নেলাগে, আপোনাৰ হৃদয় বিকল হৈছে (Heat Fail)।

স্পেশাল ৱাৰ্ডত ভৰ্ত্তি কৰাৰ পিছত ডাক্তৰে মোক কলে যে আমি আচৰিত হৈছো ১০/১১ তাৰিখৰ ৰাতি আপোনাৰ E.C.G./B.P. ইত্যাদি ৰিপোৰ্ট জনাইছে যে আপুনী নাবাচে, কিন্তু পুৱা আপোনাৰ E.C.G. আদি আকৌ সামান্য চালু হৈ গৈছিল।

মই ২৫-১২-১৯৯৯ চন তাৰিখত তত্বদৰ্শী সত্‌গুৰু ৰাম পাল দাস মহাৰাজৰ পৰা নাম দীক্ষা লৈছিলো। ইয়াৰ আগেয়ে মই ব্ৰহ্মা কুমাৰী, জৈনী, ৰাধা স্বামীৰ শিষ্য আছিলো তথা D.A.V. স্কুল/কলেজৰ ছাত্ৰ হোৱা কাৰণে আৰ্য্য সমাজৰ গভীৰ ছাপ মোৰ ওপৰত পৰিছিল। গায়ত্ৰী মন্ত্ৰৰ জপ কেবা লাখ বাৰো কৰিছিলো। ঘৰত মোটা-মুটি কেবা শ ফটো দেবী-দেবতাৰ আছিল। নাম দীক্ষা লোৱাৰ পিছত সকলো দেবী-দেৱতাৰ ফটো পানীত ভহাই দিলো তথা অন্য উপাসনা বন্ধ কৰি দিলো তথা সত্ গুৰু ৰামপাল দাস মহাৰাজৰ আদেশ অনুসৰি পূৰ্ণ পৰমাত্মা কবীৰ পৰমেশ্বৰ (কবীৰ দেব)ৰ ভক্তি সাধনা আৰম্ভ কৰি দিলো। কিয়নো সত্‌গুৰুৱে কৈছে যে—

"এৰৈ সাধৈ সব সধৈ, সব সাধৈ সব জায়ে। মালী সীচৈঁ মূল কো, ফলে-ফুলে অঘায়ে।।"

এক কবীৰ পৰমেশ্বৰৰ ভক্তিত নিবিষ্ট হোৱাত তথা কেবল তত্বদৰ্শী সাধুৰ পৰা নাম দীক্ষা লোৱাত এইটো লাভ হল যে সাধু ৰামপাল দাস মহাৰাজে নিজ কোটাৰ পৰা মোৰ আয়ু বঢ়াই দিলে। এই কথা মই তথা মোৰ পৰিয়ালৰ সদস্যই P.G.I.M.S.ত কাৰ্য্যৰত ডাক্তৰ তথা অইন ষ্টাফৰ সদস্য সকলক কৈ দিলো, কিন্তু সিবিলাকে বুজিব নাপালে। কিয়নো এই কথা সিবিলাকে বুজিব পাৰিব যাৰ ভক্তি চেনেল পৰমেশ্বৰে অন কৰিব, অন্যথা সম্ভব নহয় যে এই জ্ঞানক বুজিব পাৰিব।

মই ২৫-১২-১৯৯৯ চনত তত্ত্বদৰ্শী সাধু ৰাম পাল দাস মহাৰাজৰ পৰা নাম দীক্ষা লৈছিলো কিন্তু মই গম পোৱা নাছিলো যে এখেতেই পূৰ্ণ ব্ৰহ্ম কবীৰদেব যেনে তেনে অৱতাৰ হৈ আহিছে। কিন্তু যেতিয়া মোৰ লগত উক্ত ঘটনা সংঘটিত হৈছিল তেতিয়া মোৰ পূৰ্ণ বিশ্বাস হৈছিল যে —

মাঁসা ঘটে ন তিল বঢ়ে, বিধনা লিখে জো লেখ। সাচা সত্গুৰু মেট কৰ ঊপৰ মাৰেঁ মেখ।।

কবীৰ পৰমেশ্বৰ স্বশৰীৰ সাধু ৰামপাল দাস মহাৰাজৰ ৰূপত আহিছে যি সঁচা সদ্গুৰু আৰু বিধি (ভাগ্য)ৰ পাপ কৰ্মৰূপী হিচাবক মিটাই দি নিজৰ শক্তিৰ দ্বাৰা নতুন ভাগ্য লিপি লিখি দিয়ে।

## “ভক্তমতী শুশীলাৰ চকু ঠীক কৰি দিয়া”

এই দৰে মোৰ ধৰ্ম পত্নী শ্ৰীমতি শুশীলা হুড্ডাৰ ৬-১২-২০০৪ সোঁফালৰ চকুৰে দুটা দুটা বস্তুৰ নজৰ অহা আৰম্ভ হৈ গৈছিল। P.G.I.M.S. ৰোহতকত সকলো ধৰণৰ টেষ্ট M.R.I. তথা M.R.I. Angio graphy ইত্যাদি কৰোৱা তথা বৰিষ্ঠ ডাক্তৰক দেখুৱাইছিলো তথা চিকিৎসাও কৰাইছিলো কিন্তু কোনো লাভ হোৱা নাছিল। প্ৰাইভেট ডাক্তৰ ঈশ্বৰ সিংহ ইত্যাদি আদিক দেখুৱাইছিলো কিন্তু একো লাভ নহল। এই সকলো আমি সৎগুৰুৰ পৰা আজ্ঞা লোৱাৰ পিছত কৰিছিলো, যেতিয়া ঔষধৰ দ্বাৰা কোনো লাভ নহল তো আমি সদ্গুৰুক প্ৰাৰ্থনা কৰিলো যে হে পৰমেশ্বৰ আপুনী যদি আয়ু বঢ়াই দিব পাৰে তেন্তে আপোনাৰ কাৰণে ই নো কি কঠীন? দয়া কৰি আপুনী আপোনাৰ সন্তানক এইটো কৃপাও কৰি দিয়ক। সদ্গুৰুদেবে কৃপা কৰিলে আৰু মূৰৰ ওপৰত হাত ৰাখোতেই সোঁফালৰ চকু একেবাৰে ঠীক হৈ গল আৰু দুটা দুটা বস্তুৰ নজৰ অহাটোও বন্ধ হৈ গল। যেনেকুৱা আগেয়ে আছিল তেনেকুৱা হৈ গল। এতিয়া এখেতক পূৰ্ণ পৰমাত্মা, যি পাপ কৰ্মক জ্বলাই নষ্ট কৰি দিওঁতা ভগৱান নকৈ কিনো কওঁ? অনুগ্ৰহ কৰি স্বয়ং পাঠকে পঢ়ি বিচাৰ বিবেচনা কৰক আৰু নিৰ্ণয় লওক। আপুনীও অতি সোনকালে নিজৰ অভিমান এৰি শাস্ত্ৰ বিধি বিৰুদ্ধ ভক্তি সাধনা ত্যাগ কৰি সৎলোক আশ্ৰম বৰৱালাত আহি পৰম পূজ্য পাদ সদগুৰু ৰাম পাল দাস মহাৰাজৰ পৰা নাম উপদেশ লৈ নিজৰ আৰু পৰিয়ালৰ আত্ম কল্যান কৰাওক।

“সত্ সাহেব”

প্ৰাৰ্থী

ভক্ত ডাঃ ওমপ্ৰকাশ হুড্ডা

# "তিনি তাপক পূৰ্ণ পৰমাত্মাই সমাপ্ত কৰিব পাৰে"

**ভক্ত ৰাম কুমাৰ ঢাকা (Ex. Headmaster M.A. B.Ed.)ৰ প্ৰমাণ**

মই শ্ৰীৰাম কুমাৰ ঢাকা ৰিটায়াৰ প্ৰধান শিক্ষক দিল্লী (M.A.B.Ed.) গাওঁ সুঁড়ানা, জিলা ৰোহতক, বৰ্তমান ঠিকনা আজাদ নগৰ, ৰোহতক (Mobile No. 9813844747)ৰ বাসীন্দা। সন ১৯৯৬ত মোৰ পত্নী আৰু দুই ল'ৰাৰ এক বহুত ভয়ংকৰ বেমাৰ আছিল। এই বেমাৰত ইমান অসস্থি হৈছিল যে দুয়ো লৰাই কবলৈ ধৰিলে আমাৰ কেতিয়াও চাকৰি নহব কাৰণ এই বেমাৰে গলা বন্ধ কৰে আৰু শ্বাষ অহাও বন্ধ হৈ যায় তেতিয়াই ডাক্তৰ মাতি আনো আৰু নিশা জাতীয় বেজি দিয়ে। কিন্তু ৰাতি ডিউটি হলেতেতিয়া কত লৈ যাওঁ? বহুত কষ্ট হৈ গৈছিল, অফিচাৰে মোক মাতি লৈ গৈছিল, মই তেখেতক কৈছিলো, তেতিয়া কয় যে চিকিৎসা কৰাওক, যেতিয়া ঘৰত থাকো তো ডাক্তৰক দুই দুই বাৰকৈ মাতি আনিব লাগিছিল, কিয়নো কেতিয়াবা এজনৰ কেতিয়াবা আনজনৰ। যদি কাৰোবাৰ সন্দেহ হয় তেন্তে দুখন দুৱাৰ থকা ডাঃ সচ দেৱাৰ দোকান আছে, সচ দেবক সুধি চাব পাৰে মাষ্টাৰৰ ঘৰৰ কি দশা চলি আছে?

যিয়ে যি কৈছিল মই তালৈকে গৈছিলো — উত্তৰ প্ৰদেশৰ কৰানা শামলীৰ ওচৰত, উত্তৰ প্ৰদেশত থকা খেকড়া,ৰাজস্থানৰ বালাজী কেবা বাৰ, খাটু শ্যাম জীৰ কাষত তথা কেবা ঠাইত, যন্তৰ মন্ত্ৰৰ কাৰণে, হৰিয়ানাৰ কোনো ঠাই এৰা নাই, কিন্তু কোনো পৰিবৰ্তন নাই, কৰেলাৰ ওচৰৰ খেড়া কঞ্চনী, বোহতাবালা, গোহানাৰ কাষৰ নগৰ, সমচানা, সিকন্দৰপুৰ, খিড়ৱালী আদি অনেক ঠাই গলো আৰু মোটামুটি তিনি লাখ টকা ব্যয় হল কোনো কামত নালাগিল।

মই বিবশ হৈ গলো আৰু পৰিয়ালো নিঃস্ব হৈ গল। মোৰ পত্নীয়ে মোক কলে যে মোৰ জীবন সমাপ্ত হব লগীয়া হৈছে তথা ভক্ত সুভাষ পুত্ৰ পুলিস মহেন্দ্ৰ যি সাধু ৰামপাল দাস মহাৰাজৰ মহিমা শুনায় মোক সেই সাধুৰ পৰা নাম দীক্ষা লৈ দিয়া। আগেয়ে মই কোনো কথা বিশ্বাস কৰা নাছিলো তথা গুৰু সেৱা কৰা বহুত হেয় বুলি বুজিছিলো। কৈছিলো যে তোমাৰ গুৰু মইয়ে হওঁ মই, মই এম, এ, বি, এড. মোতকৈ কোন গুৰু ডাঙৰ হব? কিন্তু পৰিস্থিতিয়ে মোক বাধ্য কৰালে তথা মই এইটোও স্বীকৃতী নিজৰ স্ত্ৰীক দিলো যে তুমি নাম দীক্ষা লোৱা। তোমাৰ জীৱন শেষ হোৱা নাই। কিয়নো সেই সময়ত মোৰ পত্নীৰ ওজন ৫০ কিঃ গ্ৰাম আছিল, আগেয়ে ৮০ কিঃ গ্ৰাম আছিল। খালী উঠিব বহিব পাৰিছিল, চলা ফিৰা কৰা তো বহুত দূৰৰ কথা।

মই কলো মৰি তো গৈছোৱে, নাম দীক্ষা লৈ চাওঁ, নিজে মনে মনে এইটো ভাবি, এতিয়া মই তোমাক বাধা নকৰো, নাম লৈ লোৱা, ঠীক আছে, কিয়নো সাধু ৰাম পাল দাস মহাৰাজৰ পৰা নাম নিবৰ বাবে কবলৈ দুই তিন মাহ ধৰি আমাৰ ভতিজা সুভাষ আহিছিল। কৈছিল জেঠীমা নাম দীক্ষা লোৱা নহলে মৰিবা। মই কৈছিলো যে কোনো ডাক্তাৰ বাদ দিয়া নাই এনেকি আমি বালাজী আদি সকলো তান্ত্ৰিকৰ ওচৰলৈ মাথা মাৰিছো তো তোমাৰ সাধু নো কি ৰাখিছে?

অধিকন্তু নিৰাশ হৈ, কোনো ঠাইতে কথা নিমিলাত তেতিয়া নাম দীক্ষা লবলৈ

পঠাই দিলো। কিয়নো মইও নিজৰ স্ত্ৰী আশ্ৰমলৈ যোৱাৰ ঘোৰ বিৰুদ্ধ আছিলো। ১৬ জানুৱাৰী ২০০৩ তাই নাম দীক্ষা নিলে আৰু "গহৰী নজৰ গীতা মেঁ" নামক কিতাপ খন লগত লৈ আনিলে। এক মাহত যেনেকুৱা বহ্নিত তেল ঢালি দিলে ঠিক এইদৰে আলোকিত হৈ গল, প্ৰতি মাহতে ৩ কেজি ওজন বাঢ়িবলৈ ধৰিলে।

তেতিয়া ডাঙৰ লৰাৰো নাম দীক্ষা নোলোৱাকৈয়ে ইয়াৰ মাকে নাম দীক্ষা লোৱা কাৰণে ভালদৰে টোপনী আহিব ধৰিলে। তেতিয়া তেওঁও নিজৰ পত্নীকো নাম দীক্ষা দিয়ালে। আকৌ মই "গহৰী নজৰ গীতা মেঁ" পুথিখন পঢ়িলো, যেতিয়া মই গভীৰতাত গলো তো পালো যে এনেকুৱা জ্ঞান তো আমি কেতিয়াও পঢ়া বা শুনা নাছিলো, আৰু মইও ইং ২০০৩ ৰ এপ্ৰিলত নাম দীক্ষা ললো। আজি মোৰ ঘৰৰ ডাঙৰ ল'ৰাৰ পৰা সকলোৱে নাম লৈছে।

যেতিয়া তেওঁৰ বেমাৰ হৈছিল তেতিয়া গোটেই বাৰীখন কপি উঠিছিল, কাজিয়া মাৰা-মাৰি, চাকৰীৰ বিবাদ, ডক্তৰৰ অহা-যোৱা অথবা মেডিকেলত ইমাৰজেন্সিত লৈ পহুঁছা হৈছিল। আজি আমাৰ ঘৰ স্বৰ্গৰ সমান হৈছে আৰু সৎলোক যোৱাৰো ইচ্ছা আছে।

এক মাহ আগতে স্বপোনত কবীৰদেবে (কবীৰ পৰমেশ্বৰ) গুড়গাওঁ ছেক্টৰ ৫৭ত ফ্লাট বুক কৰি গৈছিল যেতিয়া ড্ৰ ওলালে তো সেই ফ্লাট নম্বৰ পালো যিটো স্বপোনত কবীৰ পৰমেশ্বৰে কৈ দিছিল। ৰাতিপুৱা বাতৰি কাকত পঢ়ি চালো সেই ফ্লাট নম্বৰ এলোট আছিল।

আমাৰ ইয়াত এনেকুৱা বেমাৰ আছিল যে কোনোবাইও ইমান দুঃখী নাছিল যিটো আমি আছিলো। এতিয়া সাধু ৰাম পাল দাস মহাৰাজৰ পৰা নাম দীক্ষা লোৱাৰ পিছত বহুত কম দিনৰ ভিতৰতে আমি সুখী হবলৈ পাইছো।

মোৰ ঘৰত ভূতৰ (জিন্ন) পাদুৰ্ভব হল, তেওঁ কলে যে মই আপোনাৰ আশ্ৰমত যাওঁ, সকলো কিছু দেখি আহো কিন্তু আইনাৰ ভিতৰেদি যাব নোৱাৰো যত সাধু মহাৰাজ সৎসঙ্গ কৰে, কিয়নো মোৰ সকলো জনা আছে, যদি মই তাত যাওঁ মোৰ মাৰ পিট খাব লাগিব এইবাবে উভতি বাহিৰত আহো। তুমি যি তান্ত্ৰিকৰ ওচৰত নোযোৱা কিয় লাগিলে বালাজী যোৱা, মই ভিতৰত নেযাওঁ, বাহিৰত ৰৈ থাকো, মোক কোনেও বান্ধিব নোৱাৰে। মোৰ লগৰীয়া বিলাক ভয়াতুৰ আছিল সিবিলাক গুচি গল, মই নেযাওঁ মোক ঝাৰ-ফুক কৰি ৰাখি দিছে, মই তোমাৰ ঘৰ আৰু তোমাৰ ছোৱালীৰ ঘৰখন থান বান কৰিব লাগে। মই এনেদৰে জৰা ফুকা কৰি আছো যে এটাৰ পিছত এটা সকলোৰে বিনাশ নম্বৰ আহিব, লাগিলে যলৈ ভাগি নোযোৱা কিয় ?

কিছু দিনৰ পিছত সেই প্ৰেতটো আকৌ ঘৰৰ ভিতৰত পাৰ্দুভাব হল আৰু কবলৈ ধৰিলে কত তোমাৰ ৰাম পাল ? কত তোমাৰ মালীক কবীৰ্দেব (কবীৰ পৰমেশ্বৰ) ? যেতিয়াই ভূতটো পাদুৰ্ভাব হৈছিল মানুহৰ দৰে কথা-বাৰ্তা কৈছিল। তেতিয়াই মোৰ পত্নী ঘৰত থকা পূজা স্থললৈ গৈছিল আৰু দণ্ডৱত প্ৰনাম কৰিছিল লগে লগে ভূতৰ ওপৰত মাৰপিট আৰম্ভ হৈছিল আৰু কবলৈ লৈছিল মোক কিয় মাৰপিট কৰা, এই বেৰ, দুৱাৰ সকলো ভাঙি দিম। তাৰ জুলুম এসেকা পিটনী হল আৰু কবলৈ ধৰিলে হায় হায় এইখনতো বেৰা নহয় লোহাৰ জাল। এই মালীক ৰামপাল মহাৰাজ কৰ পৰা আহিল, এওঁতো

বৰৱালালৈ সৎসঙ্গ কৰিবলৈ গৈছিল (সেই দিন সাধু ৰামপাল মহাৰাজ বৰবালা, জিলা-হিসাৰত সৎসঙ্গ কৰিবলৈ গৈছিল) মইতো এই সুযোগতে আহিছো যে ইয়াত মালীক নাই।

ভূতে কলে মই আহিছো তোমাৰ থান-বান কৰিবলৈ কিন্তু ওলোটা মোৰেহে পিঠীৰ চাম চিগিল। মোক নৰকত পেলাব, মই গুচি যাম, মোক এৰি দিয়া। ক্রন্থা আশ্রমত সাধু ৰাম পাল মহাৰাজ বহি আছে এখেতক সাধাৰণ মানুহ নেভাবিবা এওঁ সাক্ষাৎ পূর্ণ পৰমাত্মা আহিছে। এওঁৰ লগ নেৰিবা নহলে বৰবাদ হৈ যাবা। এনেকৈয়ে খেড়া কঞ্চনীৱালা পণ্ডিতে চিকিৎসা কৰিছিল।

যেতিয়া মই খেড়া কঞ্চনী গৈছিলো তো সেই পণ্ডিতে কৈছিল আপোনাৰ পৰিয়ালৰ এজনৰ পিছত এজন শেষ হৈ যাব। মই মনা নাছিলো, কিন্তু শাহপুৰত সৰু ভাইটীৰ ছোৱালীক বিয়া দিছিলো তথা সেই পণ্ডিতো সেই গাওঁৰে আছিল। আকৌ সেই পণ্ডিতে আমাৰ চৌধুৰীক কৈছিল যে ৰোহতকত থকা চৌধুৰী ৰাম কুমাৰ ইয়াত বৰ ভয়ংকৰ বেমাৰ আছে আৰু গোটেই পৰিয়ালটো নষ্ট হৈ যাব। তেতিয়া আমাৰ ডাঙৰ জেঠা মোৰ ওচৰত পঠালে। আমাৰ ডাঙৰ জেঠা জিলে সিংহে কলে আৰু লগত লৈ গৈছে। মাতি আনাতো সহজ আছিল কিন্তু চিকিৎসা মুস্কিল হৈ গৈছিল। তেওঁ দমন কৰিব নোৱাৰিলে। মঙ্গলবাৰ আৰু শনিবাৰ ৰাতিৰ সময় পাচটা পাচটা চকী আহিছিল। সিহঁতক নমাইছিল লগে লগে পুখুৰীত পেলাই দিছিল। এই কাৰ্য্যক্রম চাৰি বছৰলৈ চলি আছিল পিছত হাত দাঙি দিলে।

মই বোহুতাৱালা (জিন্দবাসী) এজন ওস্তাদৰ ওচৰত গলো। তেওঁ কলে তোমাৰ বেমাৰ ভাল কৰি দিম। আপোনাৰ বেমাৰ মোৰ জনা আছে। তেওঁ আমাক কেবা বাৰো বালাজী লৈ গল, সেই ওস্তাদে নিজেও দমন কৰিব নোৱাৰিলে আৰু মন্দিৰেও নোৱাৰিলে। কিয়নো মঙ্গলবাৰ আৰু শনিবাৰ চকীবোৰ আহোতে তাক ইমান দিগদাৰ কৰিছিল যে তেওঁ হাত দাঙিলে, কিয়নো চকীবোৰ যেতিয়া আহিছিল তো মোৰো ওচৰত খবৰ আহি গৈছিল যে ৰাতি ৯ বজাৰ পৰা ২ বজালৈ জুই জ্বলাই পানীৰ লোটা আৰু লাঠী লৈ উজাগৰে থাকিব লাগে। এই কাৰ্য্যক্রম সন ১৯৯৬ চনৰ পৰা ২০০২ চনলৈ চলিছিল। বোহতাৱালাৰ ওচৰত যেতিয়া চকীবোৰ আহিছিল তেতিয়া তাত এটা চিঠী পোৱা হৈছিল আৰু বোহতাৱালা ওস্তাদক কৈছিল যে ইয়াৰ পৰা গুচি যোৱা আৰু ৫০ হেজাৰ টকা দি দিম, নহলে তোমাৰো ৰক্ষা নাই। তেওঁ ভয়ৰ কাৰণে মোক অস্বীকাৰ কৰিলে। মই দিনত চাকৰী কৰিবৰ বাবে দিল্লীলৈ গৈছিলো আৰু ৰাতি পহৰা দিছিলো। কেতিয়াবা ৰাতি ডক্তৰক মাতি আনিছিলো। মোৰ বহুত দুৰ্দশা আছিল। মোৰ ওপৰত কামৰ চাপ আৰু আনহাতে গোটেই পৰিয়ালৰ বেমাৰৰ বিপত্তিৰ বাবে অশান্তিত আছিলো। কাৰোবাক কলে তামাচা কৰিছিল, কোনেও লগ দিয়া নাছিল। বহুত টকা (মোটামুটি ৩ লাখ) খৰচ হৈছিল।

মোৰ পত্নী চান্দকৌৰৰ থাইৰাইড বেমাৰ হৈ গৈছিল। ২০০৩ ৰ জানুৱাৰীত ডাক্তাৰ ও. পি. গুপ্তাই থাইৰাইডৰ বাবে তিমাপুৰ, দিল্লী হস্পিটেলত ভৰ্ত্তি কৰাবৰ বাবে পৰমাৰ্শ দিছিল। কিন্তু তাত নগৈ মই মেডিকেলত গৈছিলো। ডাক্তাৰ চুগ ইয়াৰ স্পেচিয়েলিষ্ট আছিল তাৰে দ্বাৰাই চিকিৎসা কৰোৱালো, তেওঁ কলে গোটেই জীৱন ঔষধ খাব লাগিব।

কিন্তু এতিয়া ২০০৩ত নাম লোৱাৰ পিছত ঔষধ সমুলি সমাপ্ত হল। মই ডাক্তাৰ চুগৰ দ্বাৰাই চেক আপ কৰোৱালো, তো আচৰিত হৈ গল, ই কেনেকৈ হল, গোটেই ঘটনা কৈ দিলো।

এতিয়া মোৰ লৰা আৰু মোৰ পত্নীৰ সকলো বেমাৰ মুক্তি দাতাই ঠীক কৰি দিছে। ডাঙৰ লৰাৰ নাম সুৰেন্দ্ৰ তথা সৰু লৰাৰ নাম মনোজ কুমাৰ, দুয়ো হৰিয়ানা পুলিশত চাকৰি কৰে। যেতিয়া দুয়ো ভূতগ্ৰস্থ আছিল আৰু সেই ভূতটো সিহঁতৰ ওপৰত কেবা বাৰ আক্ৰমণ কৰিছিল, কিন্তু নাম উপদেশ লৈ ৰাখিছিল এইবাবে সিহঁতক কবীৰ পৰমাত্মাই ৰক্ষা কৰিছিল।

জগত গুৰু তত্বদৰ্শী ৰামপাল দাস মহাৰাজ আমাৰ বাবে অবতাৰিত হৈ আহিছে। কিয়নো যি পৰিয়ালত দুজন চাকৰী কৰা লৰা ভূতগ্ৰস্থ তেন্তে সেইখন ঘৰৰ কি অৱস্থা হব। যি তিৰোতাৰ দুই পুতেকৰ এনে অৱস্থা আৰু নিজেও ভূতগ্ৰস্থ তেন্তে জীৱন কি হব? যি মানুহ ক্ৰস্থা আশ্ৰমৰ বিষয়ে জ্ঞান অৰ্জন নকৰে তেওঁলোক এন্ধাৰত পৰি আছে। কিয়নো পঢ়িবৰ বাবে মগজু দিছে, সেয়ে পঢ়ক আৰু চিন্তা কৰক বাস্তবিকতা কি?

আমাৰ পৰিয়াল বৰ্বাদ হৈ গৈছিল। মোৰ সন্তান আৰু মোৰ পত্নী যেতিয়া ভাল হৈ গল তেতিয়া মই নিজকে সদ্‌গুৰু ৰামপাল দাস মহাৰাজৰ চৰণত সমৰ্পণ কৰি দিলো। মোৰ কিছু নাই এই দেহ, মন, ধন সকলো গুৰু চৰণত সমৰ্পন কৰো।

মোৰ জী জোঁৱাইয়ো নাম দীক্ষা লৈছে। আজি মোৰ জীয়েকৰ ঘৰখনো স্বৰ্গৰ নিচিনা হৈছে। মোৰ জোঁৱাই মদ্যপান কৰিছিল, তেওঁও মদ্য পান এৰিছে। মোৰ ছোৱালীৰ প্ৰমোশন ফ্লাট, ঘৰ আদি অলপ দিনৰ ভিতৰতে প্ৰাপ্ত হৈছে তথা সকলোৱে আনন্দত আছে।

ইং ২০০৩ চনত মুক্তিদাতা ৰাম পাল দাস মহাৰাজে আমাৰ পাপ কৰ্ম ৰূপী শুকান ঘাঁহৰ দমক সত্‌নাম ৰূপী জুইৰ দ্বাৰা জ্বলাই ভস্ম কৰি দিছে। না কোনো তাবিজ, কবজ সুতা, ফিতা, না ছাই আদি মাথোন মুক্তি দাতাৰ মন্ত্ৰ (নাম দীক্ষা) মাত্ৰ সৰ্ব ৰোগ নিৰ্মুল হৈ গল। মন্ত্ৰ তো মাথোন মোক্ষ প্ৰাপ্তিৰ বাবে বা সকলো বন্ধনৰ পৰা মুক্ত হৈ সত্‌লোকলৈ যোৱাটো হে, এই সব বেমাৰতো কবীৰ পৰমেশ্বৰ এনেয়ে তাৰ কৃপাৰ দ্বাৰা সমাপ্ত হৈ যায়। যদি এনেকুৱা নহল হেতেন তেন্তে ভক্তিৰ ওপৰত বিশ্বাস উঠি গলহেতেন। এতিয়া আমি বহুত সুখী। এতিয়া কোনোবাই যি কিবা কিবি নকৰক কেলেই, আমাৰ ঘৰৰ ওপৰত একো নহব, কিয়নো আমি মুক্তিদাতা কবীৰ পৰমেশ্বৰৰ হংস তাৰ পদাশ্ৰয়তে আছো। মইও নেমানিছিলো, এনেবিলাক কথাক ভণ্ডামি বুলি কৈছিলো যেতিয়া এজনৰ পিছত এজন ডক্তৰৰ ওচৰলৈ গৈছিলো তথা বেমাৰত অৰ্থও খৰচ হৈছিল, নিৰাশ হৈছিলো, তেতিয়া দৃষ্টি খুলিল বাস্তৱত কালৰ জালত আৱদ্ধ হৈছিলো। এইবাবে নিজৰ এই ভ্ৰম পাহৰিব যে ভূত প্ৰেত একো নাই। মই কওঁ যে এইবোৰ বাজে কথা নহয় এই কথা বাস্তৱ সত্য, কিয়নো অভিমানত মই নিজৰ ঘৰখনক বৰবাদ কৰিবলৈ ধৰিছিলো। এইবাবে মই সকলো পাঠককে প্ৰাৰ্থনা কৰো যে আপোনালোকেও নিজৰ সকলো দুঃখৰ পৰা নিস্তাৰ পাবলৈ আৰু সত্য ভক্তি কৰিবৰ বাবে সত্‌লোক আশ্ৰম ক্ৰস্থাত পৰম পূজ্য সাধু

**ৰামপাল দাস মহাৰাজৰ পৰা মুকলি নাম দীক্ষা প্ৰাপ্ত কৰি নিজৰ মনুষ্য জনম সফল কৰক।**

**প্ৰাৰ্থী,**

**প্ৰধান শিক্ষক ৰাম কুমাৰ (এম, এ, বি, এড)**

**ওপৰোক্ত কিছু ভক্তাত্মাৰ আত্ম কাহিনী আপোনালোক পঢ়িলে এনেকুৰা ভক্ত হেজাৰ, লাখ সংখ্যাত আছে যি নিজৰ আত্ম কথা এই পুথিত লিখাব বিচাৰে। কিন্তু ইয়াত স্থানৰ অভাৱত আমি কিছু ভক্তৰ আত্ম কথা দিবলৈ পাইছো। যদি আমি সকলো ভক্তৰ আত্ম কথা লিখিবলৈ বহি যাওঁ তেন্তে বোধ হয় হেজাৰ কিতাপ ছপাব লাগিব। এই বাবে বিজ্ঞ ব্যক্তিৰ সংকেতেই (ইচাৰা) যথেষ্ট।**

**ভক্তিৰ পাৰ্থক্য ঃ- ভক্তি, ভক্তিৰ ভিতৰত বহুত পাৰ্থক্য আছে। আপুনী যি কোনো দেব/দেবীৰ ভক্তি কৰক তাৰ ফল অৱশ্যে মিলিব, যি নাশবান হব তাৰ দ্বাৰাই কিন্তু মুক্তি নহব আৰু পাপ কৰ্মও সমাপ্ত নহব। যাক ভূগিবলৈ বাৰ বাৰ জন্ম লবলগীয়া হয়। মুক্তিতো কেবল পূৰ্ণ সাধুৰ শৰণত পাই অৰ্থাৎ তেখেতৰ পৰা নাম উপদেশ লৈ পূৰ্ণ পৰমাত্মাৰ ভক্তি সাধনা কৰিলে মোক্ষ প্ৰাপ্ত হয় অন্যথা নহয়।**

এসংসাৰ সমঝদা নাহীঁ, কহন্দা শ্যাম দুপহৰ নুঁ।
গৰীবদাস এ ৰক্ত জাত হ্যায়, ৰোয়েগা ইস পহৰে নুঁ।।



# কবীৰ দেবৰ লগত কালৰ বাৰ্তালাপ

সৰ্ব শক্তিমান পৰমেশ্বৰে সৰ্ব ব্ৰহ্মাণ্ডৰ ৰচনা কৰি শেষত নিজ সত্যলোক (সচ্চ খণ্ড/সত্য ধাম)ত গৈ বিশ্ৰাম কৰিবলৈ ধৰিলে। তাৰ পিছত আমি সকলোৱে কাল ব্ৰহ্মাণ্ডৰ লোকত বসবাস কৰি নিজৰ কৰ্ম ফলৰ কৰ্ম দণ্ড ভূগিবলৈ ধৰিলো আৰু বহুতো দুঃখ কষ্ট সহিব লগীয়া হলো। সুখ আৰু শান্তিৰ খোজত যেনি তেনি ফুৰিবলৈ ধৰিলো আৰু আমাৰ নিজা ঘৰ সতলোকৰ কথা মনত আহিব ধৰিলে তথা তাত যাবৰ বাবে ভক্তি সাধনা আৰম্ভ কৰি দিলো। কোনোবাই চাৰি বেদক কণ্ঠস্থ কৰিলে তো কোনোবাই উগ্ৰ তপ কৰিবলৈ ললে আৰু হোম, যজ্ঞ, ধ্যান, সমাধি আদি ক্ৰিয়াবোৰ আৰম্ভ কৰি দিলে, কিন্তু নিজৰ ঘৰ সত্‌লোক যাব নোৱাৰিলে। কিয়নো ওপৰোক্ত ক্ৰিয়াবোৰ কৰা কাৰণে পৰবৰ্তী জনমত ভাল সমৃদ্ধ জীৱন প্ৰাপ্ত হৈ (যেনে ৰজা-মহাৰজা, ডাঙৰ বেপাৰী, ডাঙৰ অফিচাৰ, দেব-মহাদেব, স্বৰ্গ-মহাস্বৰ্গ আদি) আকৌ চৌৰাশী লাখ যোনী চক্ৰত ভ্ৰমিবলৈ ধৰিলো। বহুত অশান্তিত থাকিবলৈ ধৰিলো আৰু পৰম পিতা পৰমেশ্বৰক প্ৰাৰ্থনা কৰিবলৈ ধৰিলো যে হে দয়ালু! আমাক নিজ ঘৰৰ ৰাস্তা দেখুওৱা। আমি হৃদয়েৰে আপোনাৰ ভক্তি কৰো। আপুনী কিয় আমাক দৰ্শন নিদিয়ে?

এই বৃত্তান্ত কবীৰ পৰমেশ্বৰে ধৰ্মদাস মহাৰাজক বৰ্ণাই কৈছে যে, হে ধৰ্মদাস! এই জীৱৰ কাতৰ আহবান শুনি মই নিজ সত্‌লোকৰ পৰা জগজীতৰ ৰূপ ধাৰণ কৰি কাল লোকত আহিছো। তেতিয়া ২১ ব্ৰহ্মাণ্ডত যত কালৰ নিজৰ ঘৰ আছে তাত গৰম শিলাখণ্ডৰ ওপৰত মানৱ শৰীৰ ধাৰী প্ৰাণীৰ সুক্ষ্ম শৰীৰ সেকা দি দুৰ্গন্ধ বাহিৰ কৰি আছিল। মই উপস্থিত হোৱাত সেই প্ৰাণী সকলৰ জ্বলন বন্ধ হল। দগ্ধ হোৱা প্ৰাণীবোৰে মোক দেখি কবলৈ ধৰিলে হে পুৰুষ! আপুনী কোন? আপোনাৰ দৰ্শন মাত্ৰ বৰ সুখ আৰু শান্তি অনুভব কৰি আছো। পিছত মই কলো যে মই পূৰ্ণ পৰমব্ৰহ্ম পূৰ্ণ পৰমাত্মা কবীৰদেব। তোমালোক সকলো জীৱ মোৰ সত্‌লোক ধামৰ পৰা আহি কাল ব্ৰহ্মৰ ধামত আবদ্ধ হৈ গৈছা। এই কাল ব্ৰহ্মই প্ৰতিদিনে এক লাখ মানৱৰ সুক্ষ্ম শৰীৰৰ পৰা ঘ্ৰান বাহিৰ কৰি ভক্ষণ কৰে আৰু শেষত নানা প্ৰকাৰ যোনীত শাস্তি ভূগিবৰ বাবে এৰি দিয়ে। তেতিয়া সেই জীৱত্মাবোৰে কবলৈ ধৰিলে হে দয়ালু পৰমেশ্বৰ! আমাক এই কাল ব্ৰহ্মৰ জেলৰ পৰা মুক্তি কৰক। মই কলো যে এই ব্ৰহ্মাণ্ড কাল/ব্ৰহ্মই তিনবাৰ ভক্তি সাধন কৰি মোৰ পৰা প্ৰাপ্ত কৰিছে আৰু যিবোৰ বস্তু ইয়াত প্ৰয়োগ কৰি আছা এই সকলো কালৰে আৰু তোমালোক সকলো নিজ ইচ্ছা অনুসৰি ইয়াত ঘুৰি ফুৰিবলৈ আহিছা। এইবাবে তোমালোকৰ ওপৰত কাল/ব্ৰহ্মৰ বহুত ঋন হৈ গৈছে আৰু সেই ঋন মোৰ সত্য নামৰ ভক্তি সাধনা নকৰাকৈ পৰিশোধ কৰিব নোৱাৰা।

যেতিয়ালৈকে তোমালোকে ঋন মুক্ত নোহোৱা তেতিয়ালৈকে কাল/ব্ৰহ্মৰ জেলৰ পৰা বাহিৰলৈ ওলাব নোৱাৰা। ইয়াৰ বাবে তোমালোকে মোৰ পৰা নাম দীক্ষা লৈ ভক্তি কৰিব লাগিব। তেতিয়া মই তোমালোকক মুক্ত কৰি লৈ যাম। আমি এই সকলো বাৰ্তালাপ কৰি থাকোতেই তাত কাল (ব্ৰহ্ম) প্ৰকট হৈ গল আৰু তেওঁ ক্ৰোধান্বিত হৈ মোৰ ওপৰত আক্ৰমণ চলালে। মই মোৰ বাক্ শক্তিৰে তাক মুৰ্চ্ছিত কৰি পেলালো। কিছু সময় পিছত

**চেতন পালে আৰু মোৰ ভৰিত পৰি ক্ষমা মাগিলে, কলে আপুনী মোতকৈ ডাঙৰ মোক অলপ দয়া কৰক আৰু কওক কি কাৰণে মোৰ ধামত আহিছে? তেতিয়া মই কাল পুৰুষক কলো যে কিছুমান জীৱাত্মা সত্ ভক্তি কৰি নিজ ঘৰ সত্ লোকত উভতি যাব বিচাৰে। সিহঁতে সত্ ভক্তি পথ পোৱা নাই। সেই কাৰণে সিবিলাকে ভক্তি কৰাৰ পিছতো এই লোকতে ৰৈ যায়। মই সিবিলাকক সত্ ভক্তি পথ দেখুৱাবলৈ আৰু তোমাৰ পৰিচয় দিবৰ বাবে ইয়ালৈ আহিছো যে তই কাল (ব্ৰহ্ম/জ্যোতি নিৰঞ্জন) যি এক লাখ সুক্ষ্ম শৰীৰ আহাৰ কৰে আৰু সোৱা লাখ জীৱৰ উৎপত্তি কৰে তথা ভগৱান সাজি প্ৰকাশ কৰে। মই ইবিলাকক কৈ দিম যে তোমালোকে যাক ভক্তি কৰা তেওঁ ভগৱান নহয়, কাল (ব্ৰহ্ম)। ইয়াকে শুনি কালে কলে হে প্ৰভু! যদি সকলো জীৱ সত্যলোকলৈ উভতি যায় তেতিয়া মোৰ ভোজনৰ কি উপায় হব? মই অনাহাৰে মৰি যাম। আপোনালৈ মোৰ কৰুণ প্ৰাৰ্থনা, এই যে তিনি যুগত জীৱ কম সংখ্যা লৈ যাব আৰু সকলোকে মোৰ পৰিচয় নজনাব যে মইয়ে কাল, আৰু সকলোকে ভক্ষন কৰো। যেতিয়া কলিযুগ আহিব তেতিয়া আপোনাক যিমান লাগে সিমান লব পাৰিব। এই বচন কালে মোৰ পৰা প্ৰাপ্ত কৰিছে। কবীৰ দেবে ধৰ্ম দাসৰ পূৰ্বৰ কথা বৰ্নাই কৈছে যে সত্যযুগ, ত্ৰেতাযুগ, দ্বাপৰ যুগতো মই আহিছিলো আৰু বহুত জীৱক সৎলোকলৈ লৈ গৈছিলো কিন্তু কালৰ পৰিচয় ব্যক্ত কৰা নাছিলো। এতিয়া মই কলিযুগত আহিছো আৰু কালৰ লগত মোৰ বাৰ্তালাপ হৈছে। কাল/ব্ৰহ্মাই মোক কৈছে যে এতিয়া আপুনী যিমান জোৰ লগাওক, আপোনাৰ কথা কোনেও নুশুনে। প্ৰথমে তো মই কলিৰ জীৱক ভক্তিৰ যোগ্যতা কৰি তোলা নাই। সিহঁতক বিৰি, ছিগাৰেট, মদ, মাছ, মঙহ, কণী, আমোদ, আহাল্লাদ, জুৱা আদি দুৰ্ব্যাসনত অভ্যস্থ কৰি ইহঁতৰ সুবৃত্তিক গোলমাল লগাই দিছো। নানা প্ৰকাৰৰ ভণ্ড পূজাত জীৱাত্মাক লগাই দিছো। দ্বিতীয় কথা এইটো হব যে যেতিয়া আপুনী আপোনাৰ সৎ জ্ঞান প্ৰদান কৰি নিজ লোকলৈ উভতি যাব তেতিয়া মই (কাল / ব্ৰহ্ম) নিজৰ দূতক পঠাই আপোনাৰ পন্থৰ লগত মিলা-জুলা বাৰটা পন্থ চলাই জীৱক ভ্ৰমিত কৰি দিম। সৎলোকৰ মহিমা বৰ্ণনা কৰিম, আপোনাৰ জ্ঞানৰ কথা প্ৰবচন কৰিম কিন্তু নাম জপ মোৰে কৰিব, যাৰ পৰিনাম স্বৰূপ মোৰে ভোজন হব। এই কথা শুনি কবীৰ দেবে কলে তুমি তোমাৰ চেষ্টা চলাই থকা, মই মোৰ সৎমাৰ্গৰ উপদেশ প্ৰদানি তেতিয়াহে উভতি যাম আৰু যি মোৰ জ্ঞান শুনি লব সিজন তোমাৰ ফুচুলনি কথাত কেতিয়াও নুভূলিব।**

**সৎগুৰু কবীৰদেবে কলে যে হে জ্যোতি নিৰঞ্জন! যদি মই বিচাৰো তোমাৰ গোটেই খেল মই ভঙ্গ কৰি দিব পাৰো কিন্তু এনে কৰিলে মোৰে বচন ভঙ্গ হয়। ইয়াকে চিন্তি মই মোৰ মৰমৰ হংসাত্মাক যথাৰ্থ জ্ঞান দি আৰু বচন শক্তি প্ৰদান কৰি সৎলোকলৈ লৈ যাম আৰু কলে যে—**

সুনো ধৰ্মৰায়া, হম সংখো হংসা পদ পৰসায়া।
জিন লীনহা হমৰা প্ৰৱানা, সো হংসা হম কিয়ে অমানা।।

**(পবিত্ৰ কবীৰ সাগৰত জীৱক ভ্ৰম ভ্ৰান্তিত পেলাবৰ বাবে তথা নিজৰ ভোক মিটাবৰ বাবে কাল/ব্ৰহ্মাৰ নানা ধৰণৰ ছল চাতুৰীৰ বৰ্ণনা)**

দ্বাদশ পন্থ কৰুঁ ম্যাঁয় সাজা, নাম তুমহাৰা লে কৰুঁ অৱাজা।

দ্বাদশ যম সংসাৰ পঠহো, নাম তুমহাৰে পন্থ চলৈহো।।
প্ৰথম দূত মম পগটে যাই, পিছে অংশ তুমহাৰা আই।।
এহী বিধি জীৱনকো ভ্ৰমাউঁ, পুৰুষ নাম জীবন সমঝাউঁ।।
দ্বাদশ পন্থ নাম জো লৈহে, সো হমৰে মুখ আন সমৈ হ্যায়।।
কহা তুমহাৰা জীব নহীঁ মানে, হমাৰী অউৰ হোয় বাদ বখানৈ।।
ম্যায় দৃঢ় ফন্দা ৰচী বনাই, জামেঁ জীব ৰহে উৰ ঝাই।।
দেৱল দেব পাষান পূজাই, তীৰ্থ ব্ৰত জপ-তপ মন লাই।।
যজ্ঞ হোম অৰু নেম অচাৰা, অউৰ অনেক ফন্দ মেঁ ডাৰা।।
জো জ্ঞানী জাও সংসাৰা, জীব ন মানৈ কহা তুমহাৰা।।

**(সতগুৰু বচন)**

জ্ঞানী কহে শুনো অন্যায়ী, কাটো ফন্দ জীব লে যাই।।
জেতিক ফন্দ তুম ৰচে বিচাৰী সত্য শবদ তৈ সবৈ বিণ্ডাৰী।।
জৌন জীব হম শব্দ দৃঢ়াৱৈ, ফন্দ তুমহাৰা সকল মুকাৱৈ।
চৌকা কৰ প্ৰৱানা পাই, পুৰুষ নাম তিহি দেউঁ চিনহাই।
তাকে নিকট কাল নহীঁ আওৱে, সন্ধি দেখি তাকহুঁ সিৰ নাওৱে।।

**ওপৰোক্ত বিৱৰণৰ পৰা সিদ্ধ হল যে যি অনেক পন্থ বা ভক্তি মাৰ্গ চলি আছে সেইবোৰ কাল/ব্ৰহ্মৰ দ্বাৰা প্ৰচাৰিত মাৰ্গ। যাৰ লগত পৰমেশ্বৰ কবীৰ দেবৰ দ্বাৰা উপদেশিত সত্য ভক্তি সাধনা নাই, এইবোৰ সব কাল প্ৰেৰিত সাধনা। অতঃয়েব বুদ্ধিমান জীবাত্মাই খোজ বিচাৰ, চিন্তা চৰ্চা কৰি ভক্তি মাৰ্গ ব্যাবহাৰ কৰি অভ্যস্থ হওক কিয়নো মনুষ্য জনম দুৰ্লভ, ই বাৰে বাৰে নিমিলে। কবীৰদেবে কয় যে —**

কবীৰ, মানুষ জন্ম দুৰ্লভ হ্যায়, মিলে ন বাৰম্বাৰ।
তৰুৱৰ সে পত্তা টুটে গিৰে, বহুৰ ন লগতা ডাৰ।।

**ভাবাৰ্থ ঃ- মানুহ জনম দুৰ্লভ ই বাৰ-বাৰ নিমিলে যেনেকৈ গছৰ পাতা সৰি পচি পৰিলে দুনাই গৈ ডালত লাগি নধৰে।**



# বিশ্ব বিজয়ী সন্ত

## (সাধু ৰামপাল দাস মহাৰাজৰ অধ্যক্ষতাত হিন্দুস্থান বিশ্বৰ ধৰ্ম গুৰুৰ ৰূপত প্ৰতিষ্ঠিত হব)

## “সাধু ৰামপাল দাস মহাৰাজৰ বিষয়ে “নস্ত্ৰাদ্ৰামসৰ” ভবিষ্যবানী”

ফ্ৰান্স দেশৰ নস্ত্ৰাদ্ৰামস নামক বিখ্যাত ভৱিষ্য বক্তাই ইং ১৫৫৫ চনত এক হেজাৰ শ্লোকৰ সাংকেতিক সত্য ভবিষ্যৎ বাণী লিপিবদ্ধ কৰি গৈছিল। এশ-এশ শ্লোকৰ দহটা শতক বনাইছিল। যাৰ ভিতৰত এতিয়ালৈ গোটেইখিনী সিদ্ধ হৈ গৈছে। হিন্দুস্থানৰ বিষয়ে সত্য হোৱা ভবিষ্য বাণীৰ পৰা ঃ-

১। ভাৰতৰ প্ৰথম মহিলা প্ৰধান মন্ত্ৰী বহুত প্ৰভাব শালী আৰু কুশলী হব (এই সংকেত ँশ্ৰীমতি ইন্দিৰা গান্ধীৰ প্ৰতি) তথা তাইৰ মৃত্যু নিজ সুৰক্ষা কৰ্মীৰ দ্বাৰা হোৱা বুলি লিখিছিল, যিটো সত্য হৈছিল।

২। তাৰ পিছত তাৰ পুত্ৰ উত্তৰাধিকাৰী হব আৰু তেওঁ বহুত কম সময় ৰাজত্ব কৰিব তথা আকস্মিক মৃত্যু প্ৰাপ্ত হব যি সত্য হৈছিল। (পূৰ্ব প্ৰধান মন্ত্ৰী ँৰাজীব গান্ধীৰ বিষয়ে)।

৩। সাধু ৰামপাল দাস মহাৰাজৰ বিষয়ে ভৱিষ্যত বাণী নস্ত্ৰাদ্ৰামসে বিস্তাৰ পূৰ্বক লিখি থৈ গৈছে।

(ক) নিজৰ ভবিষ্য বাণীৰ পঞ্চ শতকৰ শেষত তথা শতক ছয়ৰ আৰম্ভনীত নস্ত্ৰাদ্ৰামসে লিখিছে যে আজি অৰ্থাৎ ইং ১৫৫৫ চনৰ পৰা ঠীক ৪৫০ বছৰ পিছত অৰ্থাৎ ইং ২০০৬ চনত এজন হিন্দু সন্তৰ উদ্ভৱ হব অৰ্থাৎ গোটেই জগতত তাৰ চৰ্চা হব। সেই সময়ত সিজন হিন্দু ধাৰ্মিক সাধু জনৰ বয়স ৫০ তথা ৬০ বছৰ বয়সৰ মাজা-মাজি হব। পৰমেশ্বৰে নস্ত্ৰাদ্ৰামসক সাধু ৰামপাল দাস মহাৰাজৰ বয়োজেষ্ঠ শৰীৰৰ সাক্ষাৎকাৰ কৰাই চলচিত্ৰৰ দৰে গোটেই ঘটনাক দেখুৱাইছিল আৰু বুজাইছিল। শ্ৰীনস্ত্ৰাদ্ৰামসে ১৬শ শতিকাক প্ৰথম শতিকা বুলি কৈছে এইদৰে পঞ্চম শতিকা ধৰি ২০ শতিকা হল। নস্ত্ৰাদ্ৰামস মহাশয়ে কৈছে যে সিজন ধাৰ্মিক হিন্দু নেতা অৰ্থাৎ সাধু (CHYREN-ছাইৰেন) পঞ্চম শতিকাৰ শেষৰ বছৰত অৰ্থাৎ ইং ১৯৯৯ চনত ঘৰে ঘৰে সৎসঙ্গ কৰা ত্যাগ কৰি অৰ্থাৎ চাৰিও বেৰ লংঘি বাহিৰত আহিব তথা নিজৰ অনুগত অনুশৰণকাৰীক শাস্ত্ৰবিধি অনুসৰি ভক্তি মাৰ্গ উপদেশ দিব। সেই মহান সাধুজনৰ উপদেশিত উপাশক সকলৰ অদ্বিতীয় আধ্যাত্মিক আৰু ভৌতিক লাভ হব। সেই তত্বদৰ্শী হিন্দু সাধুৰ দ্বাৰা বৰ্ণিত শাস্ত্ৰ প্ৰমানিত তত্বজ্ঞানক বুজি পৰমাত্মাক বিচৰা শ্ৰদ্ধালুই এনে আচৰিত হব, যেন কোনোবাই গভীৰ টোপনীৰ পৰা সাৰ পাই উঠিল। সেই তত্বদৰ্শী হিন্দু সাধুৰ দ্বাৰা ইং ১৯৯৯ চনত চলোৱা আধ্যাত্মিক আন্দোলন ইং ২০০৬ চনলৈ চলিব। তেতিয়ালৈ বহু সংখ্যাত পৰমাত্মাক বিচৰা ভক্তই তত্বজ্ঞান বুজি তাৰ অনুগত শিষ্য হৈ সুখী হব। তাৰ পিছত সেই স্থানৰ চাৰিবেৰ লংঘি বাহিৰত আহিব। তাৰ পিছত ২০০৬ চনৰ পৰা স্বৰ্ণযুগৰ

আৰম্ভ হব।

নোট ঃ- প্ৰিয় সুধী পাঠক বৃন্দ অনুগ্ৰহ কৰি পঢ়ক নিম্ন ভবিষ্যবাণী যি ফ্ৰান্স বাসী নস্ত্ৰাদ্ৰামসে কৰিছিল। যাৰ বিষয়ে মাদ্ৰাজৰ এজন জ্যোতিষ শাস্ত্ৰী কে, এস কৃষ্ণমূৰ্তিয়ে কৈছিল যে শ্ৰীনস্ত্ৰাদ্ৰামসৰ দ্বাৰা ইং ১৫৫৫ সনত লিখিত ভবিষ্য বাণীৰ যথাৰ্থ অনুবাদ "ইং ১৯৯৮ চনৰ মহাৰাষ্ট্ৰৰ এজন জ্যোতিষ শাস্ত্ৰী কৰিব। সেইজন জ্যোতিষ শাস্ত্ৰীয়ে নস্ত্ৰাদ্ৰামসৰ ভৱিষ্য বাণীৰ সাংকেতিক ভাষাৰ স্পষ্টীকৰণ কৰি তাত লিখিত ভবিষ্য ঘটনাৰ অৰ্থ দি নিজৰ ভবিষ্য গ্ৰন্থ প্ৰকাশিত কৰিব।" সেই জ্যোতিষ শাস্ত্ৰীৰ দ্বাৰা যথাৰ্থ অনুবাদিত হোৱা পুথিৰ পৰা অনুবাদ কৰ্তাৰ শব্দবোৰ পঢ়ক।

১।(পৃষ্ঠা ৩২,৩৩) ঃ- ৰবা, সোনালী যুগ (ৰামৰাজ্য) আহি আছে। এজন বয়োজেষ্ঠ উদাৰ মহাসত্বাৰ অধিকাৰী ভাৰতেই নহয় গোটেই পৃথিবীত সোনালী যুগ আনিব আৰু নিজৰ সনাতন ধৰ্মৰ পুনৰুথ্যান কৰি স্বথাৰ্থ ভক্তি মাৰ্গ বৰ্নাই সৰ্বশ্ৰেষ্ঠ হিন্দু ৰাষ্ট্ৰ বনাব। তত্‌পশ্চাত ব্ৰহ্মদেশ, পাকিস্থান, বাংলাদেশ, শ্ৰীলংকা, নেপাল, তিব্বত, আফগানিস্থান, মলয়া আদি দেশত তেওঁ সাৰ্বভৌম ধৰ্মীয় নেতা হব। সত্বাধাৰী চণ্ডাল ক্ষমতা লোভীৰ ওপৰত তেওঁ সত্বা হব। সেইজন ধাৰ্মীক নেতা (শায়ৰণ) গোটেই জগতৰ স্বামী হব, বছ, চাই যোৱা।

২। (পৃষ্ঠা ৪০ আকৌ লিখিছে) ঃ- ৰবা ৰাম ৰাজ্য (স্বৰ্ণ যুগ) আহি আছে। ইং ১৯৯৯ চনৰ জুন মাহৰ পৰা ইং ২০০৬ চনৰ চলিত উৎক্ৰান্তিত স্বৰ্ণ যুগৰ উথ্যান হব। হিন্দুস্থানত উদিত হোৱা ত্ৰানকৰ্তা সন্ত (শায়ৰন) জগতত সুখ শান্তি তথা সমৃদ্ধি প্ৰদান কৰিব। নস্ত্ৰাদ্ৰামসে নিঃসন্দেহে কৈছে যে উদ্ভৱ হোৱা সন্ত (CHYREN) এতিয়া জ্ঞাত নাই কিন্তু তেওঁ খৃষ্টান অথবা মুছলমান কোনো পধ্যেই নহব। তেওঁ হিন্দুই হব আৰু মই নস্ত্ৰাদ্ৰামস এতিয়াই তাৰ বুকু চপৰিয়াই গৌৰব কৰো কিয়নো সেই দিব্য স্বতন্ত্ৰ সূৰ্য্য সম সন্তৰ উদিত হওঁতেই আগৰ গোটেই বিদ্যান, পণ্ডিত, আচাৰ্য্য বুলি কওঁতা মহান নেতা বিলাক নিস্প্ৰভ হৈ তাৰ সমুখত বিনম্ৰ হব লাগিব। সেই মহান হিন্দুস্থানী তত্বদ্ৰষ্টা সন্তই সকলোকে অভূতপূৰ্ব ৰাজ্য প্ৰদান কৰিব। তেওঁ সমান নীতি, সমান নিয়ম বনাব, স্ত্ৰী পুৰুষৰ ভিতৰত, ধনী দুখীয়াৰ মাজত জাতি আৰু ধৰ্মৰ মাজত কোনো ভেদভাব নেৰাখিব, কাৰো ওপৰত অন্যায় হবলৈ নিদিব। সেই তত্বদৰ্শী সাধুক সৰ্ব জনতাই বিশেষ সন্মান কৰিব। পিতা-মাতা তো আদৰণীয় হয়েই কিন্তু আধ্যাত্মিকতা আৰু পবিত্ৰতাৰ আধাৰৰ ওপৰত সিজন তত্বদৰ্শী সন্তৰ পিতা-মাতাত কৈ আলাদা শ্ৰদ্ধাৰ স্থান থাকিব। নস্ত্ৰাদ্ৰামস নিজে যেযু বংশৰ আছিল তথা ফ্ৰান্স দেশৰ নাগৰিক আছিল। তেওঁ খৃষ্টান ধৰ্ম পালন কৰিছিল কিন্তু আকৌ নস্ত্ৰাদ্ৰামসে নিঃসন্দেহে কৈছে যে উদ্ভব হোৱা সন্ত জন কেৱল হিন্দুই হব।

৩।(পৃষ্ঠা ৪১) ঃ- সকলোকে সমান নীতি, নিয়ম, অনুশাষণ পালন কৰোৱাই সত্য পথত আনিব। মই (নস্ত্ৰাদ্ৰামস) এটা কথা নিৰ্বিবাদে সিদ্ধ কৰো যে সেইজন ধৰ্মীয় নেতা নয়া জ্ঞান আৱিস্কাৰ কৰিব। তেওঁ সত্য পথ দৰ্শন কৰোৱা ত্ৰানকৰ্তা এশিয়া খণ্ডৰ যি দেশৰ নাম মহাসাগৰ (হিন্দ মহাসাগৰ) সেই নামৰ (হিন্দুস্তান) দেশত জন্ম লব। তেওঁ না খৃষ্টান, না মুছলমান, যি হব সিটো নিঃসন্দেহে হিন্দু হব। অইন ভূতপূৰ্ব ধৰ্মীয় নেতাতকৈ

মহান বুদ্ধিমান হ'ব আৰু অপৰাজেয় হ'ব। (নস্ত্ৰাদ্ৰামস ভৱিষ্য বাণীৰ শতক ৬, শ্লোক ৭০ মহত্বপূৰ্ণ সংকেত বৰ্ণাই আছে) তেওঁক সকলোৱে প্ৰেম কৰিব। তাৰ খ্যাতি বিয়পিব আৰু ভয়ও থাকিব। কোনেও অপকৰ্ম কৰিবলৈ নিচিন্তিব। তাৰ নাম আৰু কীৰ্তি ত্ৰিভূবনত সিচৰিব অৰ্থাৎ আকাশৰ সিপাৰতো তাৰ মহিমাৰ জয়গান হ'ব। এতিয়ালৈ অজ্ঞানৰ গভীৰ টোপনীত শুই থকা সমাজক তত্বজ্ঞানৰ পোহৰেৰে জগাব। সৰ্ব মানব সমাজ হৈ চৈ কৰি জাগিব। তাৰ তত্বজ্ঞানৰ আধাৰত ভক্তি সাধন কৰিব। সৰ্ব সমাজক সত্য সাধনা কৰোৱাব। যি কাৰণে সৰ্ব সাধকৰ নিজা আদি অনাদি স্থান (সত্যলোক)ত নিজৰ পূৰ্বজৰ কাষত লৈ গৈ তাত স্থাই স্থান প্ৰাপ্ত কৰোৱাই দিব (উত্তৰাধিকাৰী বনাব)। এই নিষ্ঠুৰ ভূমি (কাল লোক)ৰ পৰা মুক্ত কৰাব, এই বচন প্ৰকাশ কৰিব।

৪। (পৃষ্ঠা ৪২, ৪৩) এই হিংসুক ক্ৰুৰ চন্দ্ৰ (মহাকাল) কোন, কত আছে, এই কথা তত্বদৰ্শী সন্তই বৰ্ণাব। তাৰ হাতৰ পৰা সিজন (CHYREN-সমৰ্থবান সন্তই মুক্ত কৰাব। এই সমৰ্থ সন্তৰ যথাৰ্থ প্ৰচেষ্টাত এই ভূতলৰ পবিত্ৰ ভূমিত (হিন্দুস্থানত) স্বৰ্ণযুগৰ আৰম্ভনী হ'ব, পিছত সেয়া গোটেই বিশ্বত বিয়পিব। সেইজন জগত নেতা আৰু তাৰ সদগুণৰ মহিমা প্ৰচাৰিত হ'ব। তাৰ মনৰ শালীনতা, বিনম্ৰতা, উদাৰতা ইমান যশষ্যা হ'ব যে ইয়াৰ আগেয়ে নস্ত্ৰাদ্ৰামসে কৰা ভৱিষ্য বাণীৰ শতক ছয়, শ্লোক ৭০ৰ শেষ শাৰী বাক্যত উল্লেখ কৰা নিজ বাক্য নিজেই কৈ উঠে আৰু CHYRENৰ বাণী কৈ উঠে যে “CHYREN নিজৰ বিষয়ে মাথোন তিনি শব্দ কয়” “এজন বিজয়ী জ্ঞাতা” ইয়াৰ লগত আৰু বিশেষন নলগাব মই স্বীকাৰ নকৰো। (এইটো পৃষ্ঠা ৪২ৰ ৪ উল্লেখীত বাণী শতক ৬, শ্লোক ৭১) হিন্দু তত্বদৰ্শী সন্তই নিজৰ জ্ঞানৰ দ্বাৰা দৌদিপ্যমান সৰ্বোচ্চ শৃঙ্গ স্বৰূপৰ বিধান (তত্বজ্ঞান) আকৌ বিনা চৰ্ত উজাগৰ কৰিব। (Chyren will be the chief of the world, loved and feared and unchallanged) আৰু মানব সংস্কৃতিৰ নিৰ্ধাৰক চম্ভালিব ইয়াত একো সন্দেহ নাই। এতিয়া কাৰো জ্ঞাত নাই, কিন্তু সময়ত যেনেকৈ নৰ সিংহই আচৰিত ভাবে আবিৰ্ভাব হৈছিল ঠিক এনেকৈ তেওঁও জগতৰ মহান নেতা (Great Chyren) নিজৰ শুদ্ধ তৰ্ক অভ্ৰান্ত্ৰ আধ্যাত্মিক জ্ঞান আৰু ভক্তি প্ৰভাৱত বিখ্যাত হ'ব। মই (নস্ত্ৰা দ্ৰামস) আচৰিত হৈছো। মই না তেখেতৰ দেশ (যৰ পৰা অবতাৰিত হ'ব অৰ্থাৎ সৎলোক দেশ)ক তথা না তেখেতক জানো, মই তাক সমুখত দেখি আছো, তেখেতৰ মহিমাৰ শব্দ বদ্ধ কোনেও দৃষ্টান্ত কৰিব নোৱাৰে। সঁচাই তাক great Chyren (মহান ধৰ্মীয় নেতা) বুলি কওঁ নিজৰ ধৰ্ম বন্ধুৰ সমকালীন সমস্যাৰ পৰা দয়নীয় অৱস্থাৰ পৰা উদবিগ্ন হোৱা স্বতন্ত্ৰ জ্ঞান সূৰ্য্যৰ উদিত হোৱা নিজৰ ভক্তি প্ৰভাৱৰ দ্বাৰা জগতৰ ত্ৰানকৰ্তা ৫ম শতক (২০ শতিকাৰ শেষ বছৰ)ৰ শেষত ইং ১৯৯৯ চনৰ বয়োজেষ্ঠই বিশ্বৰ মহান নেতা যেনেকুৱা তেজস্বী সিংহ মানব (Great Chyren) উদৰিগ্ন অৱস্থাৰ পৰা চাৰিবেৰ লংঘিত কৰা মোৰ (নস্ত্ৰাদ্ৰামসৰ) মনৰ বুজ লৈ আছে আৰু মই তাক স্বাগত কৰি আশ্চৰ্য্য চকিত হৈ আছো, উদাশীও হৈ আছো, কিয়নো তাৰ বিষয়ে জগত বাসীৰ জ্ঞান নোহোৱা কাৰণে মোৰ ছাইৰন (তত্বদৰ্শী সাধু) উপেক্ষাৰ পাত্ৰ হৈ আছে।

মোৰ (নস্ত্ৰাদ্ৰামসৰ) মৰ্মভেদী ভৱিষ্যবাণী আৰু বিশ্বৰ সিংহ মানবক উপেক্ষা

...(47)...

जावे अशी मागणी करायला सुरुवात झाली आहे. या सर्वांची परिणती कशात होईल हे सांगणे आतापर्यंतच्या अतिरेकी अनुभवावरून जाणता येण्यासारखे असले तरी ज्या वेगाने १९९९ चा झंझावात समीप येत आहे त्या वेगाशी सुसंगत असा अत्याचारांचा नेहमी उसळणारा डोंब लक्षात आला की हीच वावटळ आगामी तिसऱ्या महायुध्दाची नांदी ठरण्याची शक्यता नाकारता येणार नाही.

१७ व्या शतकात ज्याप्रमाणे मुसलमानांच्या अत्याचारांनी हिंदुस्तानांत मर्यादा गाठली, तेव्हा मूठभर मावळ्यांना एकत्र करून परिस्थितीशी मुकाबला करणे अपरिहार्य झाले.

तेव्हा बाल शिवरायांनी विजापूर सोडून पुण्याच्या आपल्या जहागिरीत राहायला सुरुवात केली व आपल्या सवंगड्यांसह करंगळीचे बोट कापून श्रीशंकरावर (रोहिडोश्वर?) रक्ताचा अभिषेक करून स्वराज्याची मुहूर्तमेढ रोवली. हाताशी असलेले सीमित मनुष्यबळ, युध्दमान शस्त्रांचा तुटवडा, अर्धपोटी जेवण, आणि एकंदर समाजावर मुसलमानी अंमलाची खोलवर रूजलेली दहशत व त्यामुळे रूळलेली अगतिकता यामुळे गनिमी काव्याने या सत्तेशी दोन हात करावे लागले. पारतंत्र्याचा एक अवश्यमेव भाग असा असतो की त्याविरुध्द प्रथम उठाव करणाराला नामोहरम करणे, घरच्यापेक्षा बाहेरचा सत्ताधारी आपलासा वाटणे! घरभेदीपणा सत्कर्माचा रंग घेतो. प्रत्येक कृतीला धर्मांधता म्हणण्यात येते, जातीयतेचा छाप मारला जातो. सूर्याजी पिसाळाची अवलाद उत्तम होऊन फंद - फितुरी वाढते - या सर्वांवर मात करून शिवरायांनी राजगडावर तोरण बांधून, राज्याभिषेक करविला तेव्हाच भूषण कवींनी त्यांचा गौरव केला तो या शब्दांनी - 'शिवाजी न होता तो सब की होती सुन्ता'. इतिहासाची पुनरावृत्ती होत असते असे म्हणतात त्यानुसार आजही शायरनच्या नेतृत्त्वाने हिंदुत्वाची द्वाही फिरवण्याची नेमकी वेळ आली आहे. शिवरायांनी अनुसरलेला मार्ग धर्मांधतेचा नव्हता तर 'स्वत्व' टिकविण्याचा होता. त्याकरिता प्राणांची बाजी लावून मराठमोळ्यांनी लढा दिला होता. ती स्फूर्ति नंतर १९ व्या शतकापर्यंत कार्यरत होती. मराठ्यांचा भगवा जरिपटका अटकेपार लागला, दिल्लीचे तक्त फोडून आपल्या शौर्याची मुद्रा भारतभर पसरलेल्या भारतीयावर उमटवली. एवढी मर्दुमकी असूनही दिल्लीच्या सिंहासनावर - तक्तावर - .शेवटपर्यंत 'मराठा' न बसविता, मोगल बादशाहीच चालू राहिली. हे विषयांतर एवढ्यासाठीच केले की हिंदूंची युध्दप्रविणता ते सत्ताधीश होण्याइतकी बलशाली असूनही, त्यांच्या विशिष्ट मानसिक ठेवणीनुसार ते आक्रमक सत्ताधारी केव्हाच झाले नाहीत हे स्पष्ट व्हावे!

भारतीय हिंदू हे निसर्गतः व त्यांना मिळालेल्या धार्मिक व अध्यात्मिक वारसानुसार प्रवृत्तीने सौम्य प्रकृतीचे आहेत, आक्रमक नाहीत. परंतु, या आधी उध्दृत केलेल्या नॉस्ट्राडेमसच्या शतक १, श्लोक ५० प्रमाणे, 'शायरन' हा हिंदू नेता अखिल हिंदुविश्वाला जागृति आणून स्वतःच्या वादळी व्यक्तिमत्वाने, आपल्या भूमि नि सागरी सामर्थ्याचे दर्शन घडविणार आहे. अजिंक्य हिंदुनेता ही आपली प्रतिमा सर्व

...(52)...

प्रारंभी जगाच्या क्षितीजावर उगवणार आहे. हा जो बदल घडणार आहे तो नॉस्ट्राडेमसच्या इच्छेने घडणार नसून नियतीच्या इच्छेने हा सारा बनाव घडणार आहे. त्यातून नवीन जे घडणार आहे ते म्हणजे हिंदुस्थान हा सर्वश्रेष्ठ देश होणार आहे. आज कित्येक शतके न दिसलेले, दृष्टिआड झालेले हिंदुंचे साम्राज्य अवतरणार आहे.

आजच्या विज्ञानयुगात अणुशास्त्राचा जो अभ्यास चालू आहे, व अणु-अस्त्रे बनविण्याची वा संग्रही ठेवण्याची जी चढाओढ सर्व जगभर चालू आहे त्यावरून आगामी युध्दाची भीषणता स्पष्ट होत आहे. संयुक्त राष्ट्रसंघातर्फे तज्ज्ञांनी केलेल्या अभ्यासानंतर जो अहवाल प्रसिध्द झाला आहे त्यावरून निःसंदिग्ध शब्दात प्रामुख्याने सांगितले आहे की, आगामी युध्द हे अणुयुध्द झाल्यास - आणि आज, त्या दृष्टीने जी पावले पडत आहेत त्यानुसार ३ हे महायुद्ध अणुयुध्दच होणार याबद्दल दुमत होण्यासारखेही नाही - प्रत्यक्ष परिणाम प्रचंड मनुष्यहानी, उद्‌ध्वस्त झालेले देश, भस्मसात झालेली मालमत्ता व शेती या दृष्यांनी दिसतील हे तर खरेच, पण त्याहीपेक्षा त्याचे जे अप्रत्यक्ष परिणाम प्रदीर्घ कालपर्यंत जाणवतील ते मात्र फारच भयंकर स्वरूपाचे असतील.

या अणुयुध्दाने जगातील हवामानात बदल होईल. ज्या गोलार्धातील शहरांवर अणुबाँब किंवा रॉकिट्स यांचा मारा होईल - आणि उत्तर गोलार्धातील मोठ्या शहरांवर असा वर्षाव होण्याचा संभव जास्त - त्या गोलार्धातील तपमान शून्य अंश सेल्शिअस् खाली जाईल. सूर्यप्रकाश पुरेसा मिळणार नाही. पाऊस कमी पडेल. त्यामुळे शेती, वनस्पती उगवण्या - उत्पन्न होण्यावर विपरित परिणाम होईल. ओझोनचा संरक्षक थर कमी होत आहे, अशी आजच आवई उठली आहे. तो संरक्षक थरही अणुयुध्दाने आणखी कमी होऊन अतिनील किरण रोखले जाण्याचे प्रमाण कमी होईल.

नॉस्ट्राडेमसला हे सर्व प्रलयंकारी दृष्य दिसत असूनही त्याने केलेल्या ग्रहगणिताच्या आधारे तो म्हणतो की, या तिसऱ्या महायुध्दात अनेक तथाकथित प्रगत देश बेचिराख होतील. तरी त्यातून मानववंश टिकून राहील; हिंदुस्थान - म्हणजे हिंदुराष्ट्र - आणि त्या देशात जन्मलेला द्रष्टा नेताच, सर्व जगाचा तारणहार जगज्जेता असेल!

भगवान् श्री रामकृष्ण परमहंस यांचे एक फ्रेंच भक्त रीनकोर्ट नामक लेखक आहेत. त्यांनी परमहंसांचा निर्वाणापूर्वी जे सांगितले ते श्री रामकृष्णांचे शब्द उद्धृत करून म्हटले आहे की रामकृष्णांची ती भविष्यवाणी नॉस्ट्राडेमसच्या भाकितांना पुष्टीच देते. भगवान रामकृष्ण परमहंस म्हणाले होते की त्यांचा 'पुढचा जन्म भारताच्या वायव्येला होईल' हेच दुसऱ्या भाषेत विशद करून सांगायचे तर परमहंस रशियांत हिंदु संत म्हणून पुनः जन्म घेतील, नि हिंदुत्वाचे पुनरुत्थापन होईल. 'शक-हूण' आदि जमातींप्रमाणे रशियाहि हिंदुत्ववादी झालेला दिसेल, त्या जीवनपद्धतीचा स्वीकार करील कारण या आकाशाखाली सर्वंकश विचारस्वातंत्र्य असलेली दुसरी जीवनपद्धतीच नाही. रशिया,

...(74)...

हिंदु संस्कृति, धर्म, व त्यांचे राष्ट्रप्रेम याबद्दल, नॉस्ट्राडेमस स्वतः ज्यू वा ख्रिश्चन असूनहि, जे उत्कटतेने उद्गार काढतो, ते त्याला काही आंतरिक साक्षात्कार झाल्यामुळें काढीत असावा असे वाटण्याइतके खणखणीत आहेत. भारतांतील हिंदु हे खरे हिंदुस्तानचे रहिवासी, भारतांतील मुस्लिम हे घुसखोर तरी किंवा बाटगे मुसलमान, त्यामुळें त्यांना, नॉस्ट्राडेमस, राष्ट्रद्रोही. म्हणतो. हिंदु धर्माशिवाय हिंदुस्तान अशक्य, आणि हिंदुस्तानची हिंदु संस्कृतीहि अशक्यच! आगामी प्रलयंकारी युद्धांतून जगाला नवा प्रकाश देणारा जगज्जेता म्हणून हिंदूच नेता असेल याबद्दल 'नॉस्ट्राडेमस' ठाम आहे!

# যথাৰ্থ জ্ঞান প্ৰকাশ বিষয়

## "পৰমেশ্বৰৰ বিষয়ে শাস্ত্ৰই কি বৰ্ণনা দিয়ে"

প্ৰভূ, স্বামী, ঈশ্বৰ, ৰাম, খুদা, আল্লাহ-ৰব-মালীক সাহেব-দেব-ভগৱান-গড্-লৰ্ড। এইবোৰ সব শক্তি বোধক শব্দ যি ভিন্ন ভিন্ন ভাষাত লিখিত আৰু উচ্চাৰিত হৈ আছে।

প্ৰভূৰ মহিমাৰ দ্বাৰাই প্ৰত্যেক প্ৰাণী প্ৰভাৱিত হৈ আছে। এনে কোনো এক শক্তি আছে যি পৰম সুখ দায়ক আৰু কষ্ট নিবাৰক। সেইজন বাৰু কোন? কত আছে? কেনেকৈ লগ পোৱা যাব? এই বিলাক প্ৰশ্ন বাচক চিহ্ন এতিয়া লৈ পূৰ্ণ ৰূপে দুৰ হোৱা নাই। এই শংকা (সন্দেহ) এই পুথি অধ্যয়নৰ সহায়েৰে পূৰ্ণ ৰূপে সমাপ্ত হৈ যাব।

যি শক্তিয়ে অন্ধক দৃষ্টি দান কৰে, বোবাক আৱাজ, কানেৰে নুশুনাক (কলা) শ্ৰবন শক্তি দান, নিঃসন্তানক সন্তান, নিৰ্ধনক ধনবান, ৰোগীক সুস্থ, যাৰ দৰ্শন পোৱা মাত্ৰে দেহ, মন আনন্দিত হৈ উঠে, যি সৰ্ব্ব ব্ৰহ্মাণ্ডৰ সৃষ্টিকৰ্তা, পূৰ্ণ শান্তি দায়ক জগত গুৰু তথা সৰ্বজ্ঞ, যাৰ আজ্ঞা নোহোৱাকৈ গছৰ পাত এখিলা লৰ-চৰ নকৰে অৰ্থাৎ সৰ্বশক্তিমান, যাৰ সমুখত একো অসম্ভব নহয়। এনে অসীম গুন যাৰ ভিতৰত আছে তেওঁৰে বাস্তবত প্ৰভূ (স্বামী, ঈশ্বৰ, ৰাম, ভগবান, খুদা, আল্লাহ, ৰহীম, মালীক, ৰব, গড্) বুলি কোৱা হয়।

ইয়াত এটা বিশেষ কথা বিচাৰ কৰিবলগীয়া আছে যে যি কোনো শক্তিৰ জ্ঞান যি কোনো শাস্ত্ৰৰ পৰাই হয় সেই শাস্ত্ৰৰ আধাৰৰ ওপৰত গুৰু, সাধু, সন্তই নিজৰ অনুগত সকলক মাৰ্গ দৰ্শন কৰে। সেই শাস্ত্ৰবোৰ (ধৰ্মীয় পুথি) যেনে চাৰিবেদ (ঋগবেদ, সামবেদ, যজুৰ্বেদ, অথৰ্ব বেদ) শ্ৰীমদ্ ভগবত গীতা, শ্ৰীমদ্ ভগৱত সুধা সাগৰ, ১৮ পুৰাণ, ৰামায়ণ, মহাভাৰত, বাইবেল, কুৰান আদি প্ৰমাণিত পবিত্ৰ শাস্ত্ৰ। চাৰিবেদ স্বয়ং পূৰ্ণ পৰমাত্মাৰ আদেশত জ্যোতি নিৰঞ্জনে (কাল / ব্ৰহ্ম) সাগৰৰ তলিত নিজ শ্বাষৰ দ্বাৰা গুপ্ত স্থানত লুকাই ৰাখিলে। প্ৰথম বাৰ সাগৰ মন্থনৰ সময়ত এই চাৰি বেদ শ্ৰীব্ৰহ্মা দেৱৰ হস্তগত হল। যি ব্ৰহ্মাদেৱে (ক্ষৰপুৰুষৰ জেষ্ঠ পুত্ৰ) অধ্যয়ন কৰিলে আৰু যেনেকৈ বুজিলে তাৰে আধাৰৰ ওপৰত জগত সংসাৰত থকা নিজ বংশধৰ সকলক (মুনি, ঋষি, সাধু, সন্ত) জ্ঞান প্ৰচাৰ কৰিলে। পূৰ্ণ পৰমাত্মাই "শ্বাসম" (সুক্ষ্ম) বেদকো ব্ৰহ্মাক (কাল) দিছিল যিখন এই জ্যোতি নিৰঞ্জনে নিজৰ ওচৰত গোপনে ৰাখি ধংশ কৰি দিছিল।

কিছু সময় পাৰ হৈ যোৱাৰ পিছত অৰ্থাৎ এক কল্প (এক হেজাৰ চতুৰ্যুগ)ৰ পিছত ত্ৰিলোক (পৃথিবী লোক, স্বৰ্গলোক, পাতাল লোক)ৰ সকলো প্ৰাণী বিনাশ হৈ যায়। আকৌ জ্যোতি নিৰঞ্জনৰ (কাল) আদেশত ব্ৰহ্মাৰ নিজ ৰাতি সমাপ্ত হোৱাত (ব্ৰহ্মাৰ ৰাতি এহেজাৰ চতুৰ্যুগৰ হয় ইমানেই দিন) যেতিয়া দিনৰ আৰম্ভ হয় ৰজোগুনৰ (কাম বাসনা) দ্বাৰা প্ৰভাৱিত কৰি সৰ্ব প্ৰাণীৰ উৎপত্তি তিনি লোকত আৰম্ভ কৰি দিয়ে।

তেতিয়া সত্য যুগৰ আৰম্ভনীত সেই চাৰি বেদ কাল (ব্ৰহ্ম) স্বয়ং ব্ৰহ্মাদেৱক প্ৰদান কৰে তথা আকৌ প্ৰাকৃতিক উথ্যান-পতনৰ কাৰণে চাৰিও বেদৰ জ্ঞান সমাপ্ত হৈ যায়। তাৰ পিছত আকৌ সময় অনুসৰি অন্য ঋষিৰ ভিতৰত প্ৰৱেশ কৰি পুনঃৰাই লিখায়। আকৌ সময় অনুসৰি প্ৰাকৃতিক উথ্যান পতনৰ পিছত স্বাৰ্থান্নেষী লোকৰ দ্বাৰা বেদৰ সাল সলনি কৰি বাস্তবিক জ্ঞানক সংসাৰৰ পৰা লুপ্ত কৰি দিয়ে। সেই কাল (ব্ৰহ্ম-জ্যোতি নিৰঞ্জন)

মহাভাৰতৰ যুদ্ধৰ সময়ত কৃষ্ণৰ ভিতৰত প্ৰৱেশ কৰি চাৰিও বেদৰ সংক্ষিপ্ত বিৰৰণ শ্ৰীমদ্ ভগৱত গীতাৰ ৰূপত অৰ্জুনক শুনাইছিল তথা কৈছিল যে হে অৰ্জুন! এই জ্ঞান প্ৰথমে মই সূৰ্য্যদেবক কৈছিলো। তেওঁ তেওঁৰ পুত্ৰ বৈৱশ্বত অৰ্থাৎ মনু আৰু তাৰ পিছত তাৰ পুত্ৰ ইক্ষাকুক কৈছিল। কিন্তু মধ্য সময়ত এই উত্তম জ্ঞান প্ৰায়ে সমাপ্ত হৈ গৈছিল।

এই কাল / ব্ৰহ্ম (জ্যোতি নিৰঞ্জন) ই শ্ৰীবেদ ব্যাস মুনিৰ শৰীৰত প্ৰৱেশ কৰি চাৰিবেদ, মহাভাৰত, আঠৰ পুৰান, শ্ৰীমদ্ ভগৱত গীতা, শ্ৰী সুধাসাগৰক পুনঃ সংস্কৃত ভাষাত লিপিবদ্ধ কৰাইছিল যি আজি সকলোৰে উপলব্ধ। এই সকলোবোৰ শ্ৰেষ্ঠ শাস্ত্ৰ এতিয়া এই শাস্ত্ৰ বিলাকক কলী যুগী ভণ্ড ঋষি, মুনি, পণ্ডিত গুৰুই ভাষা-ভাষ্য অৰ্থাৎ অইন অইন ভাষাত নিজৰ বিচাৰ ভাব ধাৰা মিলাই অনুবাদ কৰিবৰ চেষ্টা কৰিছে যি স্পষ্ট ভুল দেখাই দিয়ে আৰু ব্যাখ্যাৰ লগত মিল নাখায়। এই সকলোবোৰ শাস্ত্ৰ মহৰ্ষি ব্যাসৰ দ্বাৰা প্ৰায় ৫৩০০ (পাঁচ হেজাৰ তিনিশ) বছৰ পূৰ্বে পুনঃৰাই লিখা হৈছিল। সেই সময়ত হিন্দু ধৰ্ম, খৃষ্টান ধৰ্ম, ইচলাম ধৰ্ম, শিখ ধৰ্ম আদি একো নাছিল। এক বেদ ধৰ্মক মান্য কৰি চলা আৰ্য্য আছিল। কৰ্মৰ আধাৰত জাতি হৈছিল তথা কেবল চাৰি চাৰি বৰ্ণ (ক্ষত্ৰিয়, বৈশ্য, ব্ৰাহ্মন তথা শুদ্ৰ) আছিল।

ইয়াৰ দ্বাৰা এইটো প্ৰমান হৈ যায় যে এই সকলো শাস্ত্ৰ কোনো ধৰ্ম বা ব্যাক্তি বিশেষৰ কাৰণে নাছিল। ই কেবল মানুহৰ কল্যানৰ বাবে আছিল। দ্বিতীয়তে এইটো প্ৰমান হয় যে আমাৰ পূৰ্বজ এক আছিল। যি সকলৰ সংস্কাৰ পৰস্পৰ মিলা জুলা দেখা যায়।

## "পবিত্ৰ গীতাৰ জ্ঞান কোনে কৈছে"

পবিত্ৰ গীতাৰ জ্ঞান সেই সময়ত কোৱা হৈছিল যেতিয়া মহাভাৰতৰ যুদ্ধ হবলৈ গৈ আছিল। অৰ্জুনে যুদ্ধ কৰিবলৈ অস্বীকাৰ হৈছিল। যুদ্ধ কিয় হৈ আছিল? এই যুদ্ধক ধৰ্ম যুদ্ধৰো সংজ্ঞা দিয়া নাযায় কিয়নো দুটা পৰিয়ালৰ মাজত সম্পত্তি বিতৰণৰ বিষয় আছিল। কৌৰব তথা পাণ্ডৱৰ মাজত সম্পত্তিৰ ভাগ বাটৰা হব পৰা নাছিল। কৌৰবে পাণ্ডৱক আধা ৰাজ্য দিবলৈ অস্বীকাৰ কৰিছিল। দুইয়ো পক্ষৰ মাজত ৰক্ষা কৰিবলৈ প্ৰভূ শ্ৰীকৃষ্ণই তিনিবাৰ শান্তি দূত সাজি গৈছিল। কিন্তু দুয়ো পক্ষই নিজৰ নিজৰ জেদত (আকোৰ গোজ) অটল আছিল। শ্ৰীকৃষ্ণই যুদ্ধৰ পৰা হব পৰা হানিৰ বিষয়ে সকিয়াই দি কৈছিল যে নেজানো কিমান ভনীয়ে বিধবা হব? কিমান শিশু অনাথ হব? মহাপাপৰ অতিৰিক্ত একো নিমিলিব। যুদ্ধত নেজানো কোনে মৰিব, কোনে বাচিব? তৃতীয় বাৰ যেতিয়া শ্ৰীকৃষ্ণই মীমাংসা কৰাবলৈ গৈছিল তো দুয়ো পক্ষই নিজৰ নিজৰ পক্ষত থকা ৰজাৰে সৈতে সেনাৰ তালিকা পত্ৰ দেখুৱালে তথা কলে যে ইমান ইমান ৰজা আৰু সেনা আমাৰ পক্ষত আছে। যেতিয়া শ্ৰীকৃষ্ণই দেখিলে যে দুয়ো পক্ষই টছেৰে বশ নহব, যুদ্ধংদেহী মনোভাবেৰে তৈয়াৰ হৈ গৈছে, তেতিয়া শ্ৰীকৃষ্ণই চিন্তা কৰি এটা চাল খটোৱালে। কৃষ্ণই ভাবিলে যে কিজানি পাণ্ডৱ মোৰ আত্মীয় হোৱা কাৰণে নিজৰ জিদ্ এইবাবেই এৰি দিয়া নাই যে শ্ৰীকৃষ্ণ আমাৰ লগত আছে, বিজয় আমাৰ হবই (কিয়নো শ্ৰীকৃষ্ণৰ ভনী সুভদ্ৰাৰ বিবাহ অৰ্জুনৰ লগত হৈছিল)। শ্ৰীকৃষ্ণই কলে যে এফালে মোৰ

অক্ষৌহিনী সেনা বাহিনী হব আৰু আনফালে মই অকলে হম, ইয়াৰ লগতে মই বচন বদ্ধ হওঁ যে যুদ্ধত মই অস্ত্র নধৰিম। এই ঘোষণা শুনি পাণ্ডৱৰ ভৰিৰ তলুৱাৰ মাটি নোহোৱা হৈ গল। তেওঁ বিলাকে ভাবিলে যে এতিয়া আমাৰ পৰাজয় নিশ্চিত। আমাৰ অলপ চিন্তা কৰিবলগীয়া আছে, এই কথা কৈ পাঁচো পাণ্ডব সভাৰ পৰা বাহিৰলৈ ওলাই গল। কিছু সময় পিছত শ্রীকৃষ্ণকো সভাৰ পৰা বাহিৰত ওলাই আহিবলৈ বিনতী কৰিলে। শ্রীকৃষ্ণই বাহিৰত ওলাই অহাৰ পিছত পাণ্ডবে কলে হে ভগৱান! আমাক পাঁচখন গাওঁ লৈ দিয়ক, আমি যুদ্ধ নিবিচাৰো। ইয়াৰ দ্বাৰাই আমাৰ স্বাভিমানো ৰৈ যাব আৰু আপুনীও বিচাৰে যুদ্ধখন নঘটক। এইটোও এৰাই যাব।

পাণ্ডবৰ এই সিদ্ধান্তত শ্রীকৃষ্ণ বহুত প্রসন্ন হল তথা চিন্তিলে যে দুঃসময় পাৰ হৈ গল। সভাত কেবল কৌৰব তথা সিহঁতৰ সমর্থক আছিল। শ্রীকৃষ্ণই কলে দুর্যোধন যুদ্ধ এৰাই গল। মোৰো এইটো আন্তৰিক ইচ্ছা আছিল। আপুনী পাণ্ডৱক পাঁচখন গাওঁ দিয়ক, তেওঁলোকে কৈ আছে যে আমি যুদ্ধ নিবিচাৰো। দুর্যোধনে কলে যে পাণ্ডৱৰ কাৰণে সুচাগ্র মেদিনীও নাই। যদি সিহঁতক লাগে তেন্তে যুদ্ধৰ বাবে কুৰুক্ষেত্রৰ পথাৰত যেন আহে। এই কথাত শ্রীকৃষ্ণ অসন্তুষ্ট হৈ দুর্য্যোধনক কলে, তই মানুহ নহয় চয়তান। কত অৰ্দ্ধ ৰাজ্য আৰু কত পাঁচখন গাওঁ; মোৰ কথা মানি লোৱা আৰু পাঁচখন গাওঁ দি দিয়া। শ্রীকৃষ্ণৰ কথাত ক্ষুন্ন হৈ দুর্য্যোধনে সভাত উপস্থিত থকা যোদ্ধাক আজ্ঞা দিলে যে শ্রীকৃষ্ণক ধৰি কাৰাগাৰত বন্দী কৰি ৰাখা। আজ্ঞা পাই যোদ্ধাই শ্রীকৃষ্ণক চাৰিওফালে আগুৰি ধৰিলে। শ্রীকৃষ্ণই নিজৰ বিৰাট ৰূপ দেখুৱালে। যি কাৰণে সকলো যোদ্ধা আৰু কৌৰবে ভয় খাই চকী মেজৰ তলত লুকাই গল তথা শৰীৰৰ পৰা ওলোৱা দীপ্ত জ্যোতী প্রকাশত চকু বন্ধ হৈ গল। শ্রীকৃষ্ণ তাৰ পৰা ওলাই গল।

আহক বিবেচনা কৰো ঃ- ওপৰোক্ত বিৰাট ৰূপ দেখুৱাৰ প্রমান সংক্ষিপ্ত মহাভাৰত গীতা প্রেস গোৰক্ষপুৰৰ পৰা প্রকাশিতৰ ভিতৰত প্রত্যক্ষ আছে। যেতিয়া কুৰুক্ষেত্রৰ যুদ্ধৰ পথাৰত পবিত্র গীতাৰ জ্ঞান শুনোৱাৰ সময়ত অধ্যায় ১১, শ্লোক ৩২ পবিত্র গীতা বাক্য কওঁতা প্রভূ কৈ আছে যে "অর্জুন মই বিৰাট কাল। মই এতিয়া সকলোকে খাবৰ কাৰণে প্রকট হৈছোঁ।" অলপ চিন্তা কৰক যে শ্রীকৃষ্ণতো প্রথমৰ পৰাই অর্জুনৰ লগত আছিল। যদি পবিত্র গীতাৰ জ্ঞান শ্রীকৃষ্ণই কলেহেতেন তেন্তে এইটো নকলেহেতেন মই প্রকট হৈছো। শ্রীকৃষ্ণ কাল নাছিল, তেওঁৰ দর্শন মাত্র মনুষ্য, পশু (গাই আদি) প্রসন্ন হৈ কাষলৈ আহিছিল মৰম পাবলৈ। যাৰ দর্শন বিনা গোপীৰ খোৱা বোৱা বন্ধ হৈ গৈছিল। এই বাবে কাল অইন কোনো শক্তি। সিটো শ্রীকৃষ্ণৰ শৰীৰত প্রেতৱত প্রৱেশ কৰি পবিত্র শ্রীমদ্ ভাগৱত গীতাৰ জ্ঞান ৰূপত পবিত্র চাৰি বেদৰ সাৰাংশ কৈ গৈছিল। তাৰ এহেজাৰ বাহু। শ্রীকৃষ্ণ বিষ্ণুদেবৰ অৱতাৰ আছিল যাৰ চাৰিখন বাহু। আকৌ অধ্যায় ১১, শ্লোক ২১ৰ পৰা ৪৬ লৈ অর্জুন কৈ আছে যে হে ভগৱান! আপুনীতো সিদ্ধ, ঋষি, মুনি, দেৱতা সাধু-সন্তকো খাই আছে, যিয়ে আপোনাৰ গুন গান পবিত্র বেদৰ মন্ত্রৰ দ্বাৰা উচ্চাৰণ কৰি থাকে তথা নিজৰ জীৱন ৰক্ষা কৰিবৰ বাবে মঙ্গল কামনা কৰি আছে। কিছুমান আপোনাৰ দাঢ়িত ওলমি আছে আৰু কিছুমানে মুখৰ ভিতৰত সোমাই আছে। হে সহস্রবাহু অর্থাৎ হেজাৰ হাত থকা ভগৱান আপুনী আপোনাৰ সেই চতুর্ভূজ ৰূপত আহক। মই আপোনাৰ

ভয়ংকৰ বিৰাট ৰূপ দেখি ধৈৰ্য্য ধৰি ৰাখিব নোৱাৰা হৈছো।

অধ্যায় ১১, শ্লোক ৪৭ পবিত্ৰ গীতা কওঁতা প্ৰভূ কাল কৈ আছে যে ‘হে অৰ্জুন! এইটো বাস্তৱিক কাল ৰূপ, যাক তোমাৰ বাহিৰে ইয়াৰ আগেয়ে কোনেও দেখা পোৱা নাই।”

ওপৰোক্ত বিবৰণৰ পৰা এটা তথ্য তো এইটো সিদ্ধ হয় যে কৌৰবৰ সভাত বিৰাট ৰূপ শ্ৰীকৃষ্ণই দেখুৱাইছিল তথা ইয়াত যুদ্ধৰ পথাৰত বিৰাট ৰূপ কাল (শ্ৰীকৃষ্ণৰ শৰীৰত প্ৰেতৰত প্ৰৱেশ কৰি নিজৰ বিৰাট কাল ৰূপ) এ দেখুৱাইছিল। নহলে তো এই কথা নকলেহেতেন যে এই বিৰাট ৰূপ তোমাৰ অতিৰিক্ত আগেয়ে কোনেও দেখা নাই। কিয়নো শ্ৰীকৃষ্ণদেবে নিজৰ বিৰাট ৰূপ কৌৰবৰ সভাত আগেয়ে দেখুৱাইছিল।

দ্বিতীয়তে এইটো কথা সিদ্ধ হয় যে পবিত্ৰ গীতা কওঁতা কাল (ব্ৰহ্ম-জ্যোতি নিৰঞ্জন)। না তো শ্ৰীকৃষ্ণ। কিয়নো শ্ৰীকৃষ্ণ আগেয়ে কেতিয়াও কোৱা নাছিল মই কাল হওঁ, তথা পিছতো কেতিয়াও কোৱা নাছিল মই কাল। শ্ৰীকৃষ্ণ কাল হব নোৱাৰে। তাৰ দৰ্শন মাত্ৰ তো দুৰ-দুৰৰ স্ত্ৰী তথা পুৰুষ বিৰহ জ্বালা অনুভব হৈছিল।

নোট ঃ- বিৰাট ৰূপ কি ?

বিৰাট ৰূপ ঃ- আপুনী দিনৰ সময় অথবা জোনাকী নিশাত যেতিয়া আপোনাৰ শৰীৰৰ ছায়াটো চুটি, প্ৰায় শৰীৰ যিমান দীঘল হওক অথবা ডাঙৰে হওক, সেই ছায়াটোৰ বুকু বৰাবৰ দুই মিনিট লৈ একেৰাহে চকু থৰ লাগি চাই থাকক, লাগিলে চকুৰ পৰা পানী ওলাওক নো কেলেই ? পিছত আকৌ সমুখৰ আকাশৰ ফালে চাওক। আপোনাক আপোনাৰ বিৰাট ৰূপ দেখাই দিব, যি বগা বৰণৰ যেন আকাশখন ছুই গৈছে। এনেদৰে প্ৰত্যেক মানবে নিজৰ বিৰাট ৰূপ ৰাখে। কিন্তু যাৰ ভক্তিৰ শক্তি যিমান বেচি হয়, তাৰ তিমানেই অধিক তেজ (কান্তি) বাঢ়ি যায়।

এইদৰে শ্ৰীকৃষ্ণদেৱো পূৰ্বৰ ভক্তি শক্তি জোৰত সিদ্ধি যুক্ত আছিল, তেখেতেও নিজৰ সিদ্ধি শক্তিৰ বলত নিজৰ বিৰাট ৰূপ প্ৰকট কৰি দিছিল, যি কালৰ তেজোময় শৰীৰতকৈ (বিৰাট) কম তেজোময় আছিল। তৃতীয় কথা এইটো সিদ্ধ হয় যে পবিত্ৰ গীতা কওঁতা প্ৰভূ কাল (ব্ৰহ্ম) সহস্ৰবাহু অৰ্থাৎ হেজাৰ হাত থকা তথা শ্ৰীকৃষ্ণদেব যি বিষ্ণুৰ অৱতাৰ যি চৰ্তুভূজ (চাৰি হাত যুক্ত)। শ্ৰীবিষ্ণু দেব যোল্ল কলাযুক্ত তথা শ্ৰী জ্যোতি নিৰঞ্জন কাল ভগৱান এক হাজাৰ কলাযুক্ত। যেনেকুৱা এটা বাল্‌ব ৬০ ওৱাটৰ, এটা বাল্‌ব ১০০ ওৱাটৰ, এটা ১০০০ ওৱাটৰ, পোহৰ সকলো বাল্‌বৰে আছে, কিন্তু বহুত পাৰ্থক্য আছে। ঠীক এইদৰে দুইয়ো প্ৰভূৰ শক্তি তথা বিৰাট ৰূপৰ দীপ্ত আভা ভিন ভিন আছিল।

এই তত্বজ্ঞান প্ৰাপ্ত হোৱাৰ পূৰ্বে যিজন গীতাৰ জ্ঞান বুজোৱা মহাত্মা (কথা প্ৰবচন কৰোতা) আছিল, তেখেতক এই দাস (ৰাম পাল দাস) প্ৰশ্ন কৰিবলৈ লৈছিল যে আগেয়ে তো শ্ৰীকৃষ্ণই তিনবাৰ শান্তিদূত সাজি গৈছিল তথা কৈছিল যে যুদ্ধ কৰা মহাপাপ। যেতিয়া শ্ৰী অৰ্জুনে স্বয়ং যুদ্ধ কৰিবলৈ অস্বীকাৰ হোৱাত কলে যে হে দৈবকী নন্দন মই যুদ্ধ কৰিবলৈ নিবিচাৰো। সমুখত থিয় হৈ থকা আত্মীয় স্বজ্জন, নাতিবোৰ তথা সৈনীক বিলাকৰ পৰা হব পৰা বিনাশ দেখি মই অটল সিদ্ধান্ত লৈছো যে মই তিনি লোকৰ ৰাজ্য

প্ৰাপ্ত হলেও মই যুদ্ধ নকৰো। মই বিচাৰো যে মোক নিহত্যাক দুৰ্য্যোধন আদি তীৰেৰে বিন্ধি মাৰি পেলাওক, যাতে মোৰ মৃত্যুৰ দ্বাৰাই যুদ্ধৰ পৰা হব পৰা বিনাশ ৰক্ষা হৈ যায়। হে শ্ৰীকৃষ্ণ! মই যুদ্ধ নকৰি ভিক্ষাৰ অন্ন খাই জীয়াই থকা উচিত বুলি ভাবো। হে কৃষ্ণ! স্বজ্জনক বধি পাপ তো প্ৰাপ্ত হবই। মোৰ বুদ্ধিয়ে কাম নকৰা হৈছে। আপুনী আমাৰ গুৰু, মই আপোনাৰ শিষ্য। আপুনী আমাৰ যি হিত চিন্তে তাকেই পৰামৰ্শ দিয়ক। কিন্তু মই নেমানো যে আপোনাৰ কোনো পৰামৰ্শই মোক যুদ্ধৰ বাবে ৰাজী কৰাব পাৰিব অৰ্থাৎ মই যুদ্ধ নকৰিম। প্ৰমান গীতা অধ্যায় ১, শ্লোক ৩১ৰ পৰা ৩৯, ৪৬ তথা অধ্যায় ২, শ্লোক ৫ৰ পৰা ৮ লৈ)

আকৌ শ্ৰীকৃষ্ণ দেৱৰ ভিতৰত কাল প্ৰৱেশ কৰি বাৰ বাৰ কৈ আছে যে হে অৰ্জুন! ভীৰু নহবা, যুদ্ধ কৰা হয়, যুদ্ধত মৃত্যু হৈ স্বৰ্গ প্ৰাপ্তি হোৱা অথবা যুদ্ধ জয় কৰি পৃথিবীৰ ৰাজ্য ভোগ কৰা, আদি আদি কৈ এনে ভয়ংকৰ বিনাশ কৰোৱাই পেলালে যি আজি লৈ কোনো সন্ত মহাত্মা তথা সভ্য লোকৰ চৰিত্ৰ খুজিলেও বিচাৰি পোৱা নেযাব। তেতিয়া সেই নিৰ্বোধ গুৰু কবলৈ ধৰিছিল যে অৰ্জুন ক্ষাত্ৰ ধৰ্মক ত্যাগ কৰি আছিল। ইয়াৰ দ্বাৰা ক্ষত্ৰিয়ত্ৰৰ হানি তথা সুৰবীৰতা চিৰ দিনৰ বাবে বিনাশ হৈ যায়। অৰ্জুনক ক্ষত্ৰিয় ধৰ্মক পালন কৰাবৰ বাবে এই মহাভাৰতৰ যুদ্ধ শ্ৰীকৃষ্ণদেৱে কৰোৱাইছিল। প্ৰথমে তো মই তেখেতৰ এই নিৰ্বুদ্ধিতাৰ কাহিনীত চুপ হৈ গৈছিলো, কিয়নো মোৰ নিজৰে জ্ঞান নাছিল।

পুনৰ বিচাৰ কৰক ঃ- ভগৱান শ্ৰীকৃষ্ণদেৱ স্বয়ং ক্ষত্ৰিয় আছিল। কংস বধ কৰাৰ উপৰিও শ্ৰীউগ্ৰসেনে মথুৰাৰ বাঘ-জৰী নিজৰ নাতি শ্ৰীকৃষ্ণ দেৱক অৰ্পন কৰিছিল। এদিনাখন মুনি নাৰদে শ্ৰীকৃষ্ণক কলে যে ওচৰৰ এক গুহাৰ ভিতৰত এজন সিদ্ধি প্ৰাপ্ত ৰাক্ষস ৰজা মুচকন্দ টোপনীয়াই আছে। তেওঁ ছয় মাহ টোপনী যায় আৰু ছয় মাহ সাৰে থাকে। সাৰ পালে ছয় মাহলৈ যুদ্ধ কৰি কটায় তথা বাকী ছয় মাহ টোপনীৰ সময় যদি কোনোবাই তাৰ নিদ্ৰা ভঙ্গ কৰি দিয়ে তেন্তে মুচকন্দৰ চকুৰ পৰা জুই ওলাবলৈ ধৰে তথা সমুখত থকা জন ভস্ম হৈ যায়। আপুনী সাবধানে থাকিব। এই সুচনা দি মুনি নাৰদ গুচি গল।

কিছু সময় অতিবাহিত হৈ যোৱাৰ পিছত শ্ৰীকৃষ্ণই অলপ বয়সতে মথুৰাৰ সিংহাসনত আৰোহন কৰা দেখি এজন কাল যবন নামৰ ৰজাই ১৮ কোটী সেনা লৈ মথুৰাৰ ওপৰত আক্ৰমন কৰি দিলে। শ্ৰীকৃষ্ণই দেখিলে শত্ৰুপক্ষৰ বহুত সংখ্যক সৈন্য তথা যুদ্ধ কৰিলে নেজানি কিমান সৈনিকৰ মৃত্যু প্ৰাপ্ত হব, কিয়নো কাল যবনৰ বধ মুচকন্দৰ দ্বাৰাই কৰোৱাই দিওঁ। ইয়াকে বিচাৰ কৰি ভগৱান শ্ৰীকৃষ্ণই কাল যবনক যুদ্ধৰ বাবে হুংকাৰ দিলে তথা যুদ্ধ এৰি (ক্ষত্ৰিয় ধৰ্ম পাহৰি বিনাশক এৰাবৰ বাবে আৱশ্যক বুলি ভাবি) ভাগিবলৈ ধৰিলে আৰু সেই গুহাৰ ভিতৰত প্ৰৱেশ কৰিলে যত মুচকন্দই গভীৰ নিদ্ৰাত পৰি আছিল। মুচকন্দৰ শৰীৰৰ ওপৰত নিজৰ হালধীয়া চাদৰ পেলাই দি গুহাৰ গভীৰত গৈ লুকালে। পিছে পিছে কাল যবনে খেদি গৈ সেই গুহাত প্ৰৱেশ কৰিলে। মুচকন্দক শ্ৰীকৃষ্ণ বুলি ভাবি তাৰ ঠেংখন ধৰি মোচৰাই দিলে তথা কলে ভীৰু, কাপুৰুষ তই লুকালেই কি এৰি দিম? ভৰিত দুঃখ পোৱা বাবে মুচকন্দৰ টোপনী ভংগ হল, চকুৰে জুই ওলাবলৈ ধৰিলে আৰু কালযবন ভস্ম হৈ গল। কাল যবনৰ সৈনিক তথা মন্ত্ৰী

নিজৰ ৰজাৰ মৰাশ লৈ উভতি গল। কিয়নো ৰজাৰ মৃত্যুই সৈনিকৰ পৰাজয় বুলি মান্য আছিল। উভতি যোৱাৰ পথত সকিয়ালে যে আমি অতি শীঘ্ৰে নতুন ৰজা নিযুক্ত কৰি উলটি আহিম আৰু শ্ৰীকৃষ্ণ তোমাক শুদাই নেৰো।

শ্ৰীকৃষ্ণদেৱে নিজা চিফ্ ইঞ্জিনিয়াৰ শ্ৰীবিশ্বকৰ্মাক মাতি আনি কলে যে এনেকুৱা কোনো স্থান বিচাৰি উলিওৱা, যাৰ একফালে ৰাস্তা (দ্বাৰ) বাকী তিনফালে সাগৰে আগুৰা তাত অতি সোনকালে এক দ্বাৰিকা (এখন দুৱাৰ থকা) নগৰী বনাই দিয়া। আমি অতি শ্ৰীঘ্ৰে ইয়াৰ পৰা প্ৰস্থান কৰিম। এই মূৰ্খবোৰে ইয়াত শান্তিৰে ৰবলৈ নিদিব। শ্ৰীকৃষ্ণ ইমান শুদ্ধ আত্মা আৰু যুদ্ধ বিৰোধী আছিল যে নিজৰ ক্ষত্ৰিয়ক আওকান কৰি যুদ্ধক এৰাই চলিলে। তেন্তে কি শ্ৰীকৃষ্ণই নিজৰ মৰমৰ সঙ্গী-সাথী, সম্বন্ধীক যুদ্ধ কৰিবৰ বাবে বেয়া পৰামৰ্শ দিব পাৰে, তথা স্বয়ং যুদ্ধ নকৰাৰ বচন দি অইনক যুদ্ধৰ প্ৰেৰণা দিব পাৰে নে? অৰ্থাৎ কেতিয়াও নহয়। ভগৱান শ্ৰীকৃষ্ণৰ ৰূপত স্বয়ং বিষ্ণু দেৱেই অবতাৰ ধাৰ কৰি আহিছিল।

এসময়ত শ্ৰীভৃগু মুনিয়ে আৰামত বহি থকা ভগৱান শ্ৰীবিষ্ণুদেৱৰ (শ্ৰীকৃষ্ণদেব) বুকুত গোৰ মাৰি দিলে। শ্ৰীবিষ্ণুদেবে শ্ৰীভৃগু মুনিৰ ভৰি মালিশ কৰি কবলৈ ধৰিলে হে মুনিবৰহু আপোনাৰ কোমল ভৰিত আঘাত লগা নাইতো, কিয়নো মোৰ বুকখন শিলৰ দৰে কঠীন। যদি শ্ৰীবিষ্ণুদেৱ (শ্ৰীকৃষ্ণ) যুদ্ধ প্ৰিয় হলহেতেন তেন্তে সুদৰ্শন চক্ৰেৰে ইমান টুকুৰা কৰিব পাৰিলেহেতেন যে যাক গনিব নোৱাৰি।

বাস্তৱিকতা এইটোৱে যে কাল ভগৱান যি ২১ ব্ৰহ্মাণ্ডৰ প্ৰভূ, তেওঁ প্ৰতিজ্ঞাবদ্ধ যে মই কেতিয়াও নিজৰ শৰীৰ ব্যাক্ত (মানব সদৃশ) ৰূপত সকলোৰে সমুখত ওলাই নাহিম। তেওঁৱে সুক্ষ্ম শৰীৰ ধাৰণ কৰি প্ৰেতৰ দৰে শ্ৰীকৃষ্ণৰ শৰীৰত প্ৰৱেশ কৰি পবিত্ৰ গীতাৰ জ্ঞান তো শুদ্ধই কৈছে (বেদৰ সাৰ), কিন্তু যুদ্ধ কৰোৱাৰ আকোৰ গোজ কেতিয়াও এৰা নাই। কাল (ব্ৰহ্ম) নো কোন? এইটো জানিবৰ বাবে পঢ়ক সৃষ্টি ৰচনা এই পুথি "জ্ঞান গঙ্গা" পৃষ্ঠা নং ২২ৰ পৰা ২৭ লৈ।

যেতিয়ালৈ মহাভাৰতৰ যুদ্ধ সমাপ্ত হোৱা নাই তেতিয়ালৈ জ্যোতি নিৰঞ্জন (কাল-ব্ৰহ্ম-ক্ষৰ পুৰুষ) শ্ৰীকৃষ্ণৰ শৰীৰত প্ৰৱেশ কৰি থাকি তথা যুধিষ্ঠিৰৰ দ্বাৰা মিছা কোৱাইছিল যে কৈ দিয়া অশ্বথামা মৰি গৈছে, ভীমৰ নাতি ঘটোতকছ পুত্ৰ বব্ৰুবাহনৰ মূৰ কটোৱাইছিল তথা স্বয়ং ৰথৰ চকা অস্ত্ৰৰ ৰূপত উঠাইছিল, এই সকলো কালৰে কৰোৱা ধৰোৱা উপদ্ৰৱ আছিল। প্ৰভূ শ্ৰীকৃষ্ণ দেৱৰ নহয়। মহাভাৰতৰ যুদ্ধ সমাপ্ত হোৱাত কাল ভগৱান শ্ৰীকৃষ্ণৰ শৰীৰৰ পৰা ওলাই ফুট মাৰিলে। শ্ৰীকৃষ্ণই জেষ্ঠ শ্ৰীযুধিষ্ঠিৰক ইন্দ্ৰ প্ৰস্থ (দিল্লী)ৰ ৰাজ সিংহাসনত বহুৱাই স্বয়ং দ্বাৰকালৈ যোৱাৰ কথা কলে। তেতিয়া অৰ্জুন আদিয়ে প্ৰাৰ্থনা কৰিলে যে হে কৃষ্ণদেব! আপুনী আমাৰ পূজ্য গুৰু দেব, আমাক এটা সৎসঙ্গ শুনাই তৃপ্ত কৰি যাওক, যাতে আমি আপোনাৰ সদ্ বচনৰ ওপৰত জীৱন কটাই নিজৰ আত্ম কল্যান কৰিব পাৰো।

এই প্ৰাৰ্থনা স্বীকাৰ কৰি শ্ৰীকৃষ্ণই তিথি, সময় তথা স্থান নিৰ্ধাৰণ কৰি দিলে। নিশ্চিত তিথিত শ্ৰী অৰ্জুনে ভগৱান শ্ৰীকৃষ্ণক কলে যে হে প্ৰভূ! সেই পৱিত্ৰ গীতাৰ জ্ঞান যেনে শুনাইছিলা আজি তেনে শুনাবা, কিয়নো মই বুদ্ধিৰ দোষত পাহৰি গৈছো। তেতিয়া

**শ্ৰীকৃষ্ণই কলে হে অৰ্জুন! তই নিশ্চই বড় শ্ৰদ্ধাহীন। তোমাৰ বুদ্ধি ভাল নহয়। এনে পবিত্ৰ জ্ঞানক তুমি কেনেকৈ পাহৰিলা? আকৌ নিজে কলে যে এতিয়া সেই সম্পূৰ্ণ গীতা জ্ঞানক মই কব নোৱাৰো অৰ্থাৎ মোৰ জ্ঞান নাই। শ্ৰীকৃষ্ণই কলে যে সেই সময় তো মই যোগ যুক্ত হৈ কৈছিলো। বিচাৰ বিবেচনা কৰিবলগীয়া বিষয় এইটো যে যদি ভগৱান শ্ৰীকৃষ্ণদেব যুদ্ধৰ সময়ত যোগযুক্ত হব পাৰিছিল তেন্তে শান্তিৰ সময়ত যোগযুক্ত হোৱা কঠিন নাছিল। যেহেতু শ্ৰীব্যাসদেব মুনিয়ে সেই পবিত্ৰ গীতা জ্ঞানক কেবা বছৰৰ পিছত যেনে আছিল তেনে লিপিবদ্ধ কৰি দিছিল। সেই সময় সেইজন ব্ৰহ্ম (কাল-জ্যোতি নিৰঞ্জন) শ্ৰীব্যাসদেব মুনিৰ শৰীৰৰ ভিতৰত প্ৰৱেশ কৰি গৈছিল তথা পবিত্ৰ শ্ৰীমদ্ভগৱত গীতাক লিপিৱদ্ধ কৰোৱাই দিছিল, যি এতিয়া আপোনাৰ হাতৰ ওপৰত আছে।**

**প্ৰমাণৰ বাবে সংক্ষিপ্ত মহাভাৰত পৃষ্ঠ নং ৬৬৭ তথা পুৰণি পৃষ্ঠা নং ১৫৩১ ভিতৰত ঃ-**

ন শক্যং তন্ময়া ভূয়স্তথা বক্তুমশেষতঃ।। পৰং হি ব্ৰহ্ম কথিতং যোগ যুক্তেন তন্ময়া।

(মহাভাৰত, আশ্ৰৱ ১৬১২-১৩)

ভগৱানে কলে - সেই সময়ত সেই ৰূপত যি কৈছিলো তাক এতিয়া তেনে ঠিক ঠিক কোৱা মোৰ পক্ষে সম্ভব নহয়। সেই সময়ত মই যোগযুক্ত হৈ মই পৰমাত্মা তত্ব বক্তব্য বৰ্ণনা কৰিছিলো।

সংক্ষিপ্ত মহাভাৰত ২য় ভাগৰ পৃষ্ঠ নং ১৫৩১ পৰা ঃ-

(শ্ৰীকৃষ্ণক অৰ্জুনৰ দ্বাৰা গীতাৰ বিষয়ে পুছা সিদ্ধ মহৰ্ষি বৈস্পায়ন আৰু কাশ্যপৰ সংবাদ) — পাণ্ডুপুত্ৰ অৰ্জুন শ্ৰীকৃষ্ণৰ লগত থাকি বহুত প্ৰসন্ন আছিল। তেওঁ এবাৰ সেই ৰমনীয় সভাৰ ভিতৰত দৃষ্টি ফুৰাই ভগবানক এই বচন কলে হে দৈবকীনন্দন! যুদ্ধৰ সময় চোৱাত মই আপোনাৰ মহাত্ময়কা জ্ঞান আৰু ঈশ্বৰীয় স্বৰূপৰ দৰ্শন প্ৰাপ্ত হৈছিলো, কিন্তু কেশব, আপুনী স্নেহবশ আগেয়ে যি মোক জ্ঞানৰ উপদেশ প্ৰদান কৰিছিল, সেই সকলো এতিয়া বুদ্ধিৰ দোষত পাহৰি গৈছো। সেই বিষয় বোৰক পুনঃ শুনিবলৈ মোৰ মনত উৎকণ্ঠা ঠাই পাইছে, ইফালে আপুনী সোনকালে দ্বাৰকালৈ গমনৰ প্ৰস্তুতি লৈছে। অতয়েব পুনৰাই সেই বিষয়ক মোক শুনাই দিয়ক।

বৈস্পায়নে কয় — অৰ্জুন এনেকৈ কোৱাত বক্তাৰ ভিতৰত শ্ৰেষ্ঠ আৰু মহাতেজস্বী ভগৱান কৃষ্ণই তাক বুকুত আকোৱালি লৈ এনেদৰে উত্তৰ দিলে।

শ্ৰীকৃষ্ণই কলে — হে অৰ্জুন! সেই সময়ত মই তোমাক অত্যন্ত গোপনীয় বিষয়ক শ্ৰৱন কৰাইছিলো, নিজৰ স্বৰূপভূত সনাতন ধৰ্মৰ পুৰোষত্বম তত্বৰ পৰিচয় দিছিলো আৰু (শুক্ল-কৃষ্ণ পক্ষৰ গতি নিৰূপন কৰি) নিত্য লোকৰো বৰ্ণনা কৰিছিলো। কিন্তু তুমিয়ে সেইটো নুবুজাৰ কাৰণে সেই উপদেশক স্মৰণ ৰখা নাই এইটো জানিব পাৰি মোৰ বৰ আক্ষেপ হৈছে। সেইবোৰ বচনক এতিয়া ঠিক ঠিক মোৰ স্মৰণ নাই। পাণ্ডুপুত্ৰ! নিশ্চয়ই তুমি শ্ৰদ্ধাহীন হৈছা, তোমাৰ বুদ্ধি দূষিত হৈছে। এতিয়া মোৰ বাবে সেই উপদেশ যেনে কৈছিলো তেনে পুনঃৰাই কোৱা অসম্ভৱ, কিয়নো সেই সময় যোগ যুক্ত হৈ মই পৰমাত্মা তত্বৰ বৰ্ণনা কৰিছিলো। (অধিক জানিবৰ বাবে পঢ়ক-সংক্ষিপ্ত মহাভাৰত দ্বিতীয় ভাগ)

"বিচাৰ কৰক ঃ- ওপৰোক্ত মহাভাৰতৰ লেখনী, শ্ৰীবিষ্ণু পুৰাণৰ লেখনী, শ্ৰীমদ্ ভগৱত গীতাৰ লেখনীৰ দ্বাৰা প্ৰমাণ সিদ্ধ হয় যে শ্ৰীকৃষ্ণ দেবে শ্ৰীমদ্ভগৱত গীতাৰ জ্ঞানক কোৱা নাই।

এইটো তো কাল ৰূপী ব্ৰহ্ম (জ্যোতি নিৰঞ্জন) অৰ্থাৎ মহা বিষ্ণুৱে প্ৰেতৰত শ্ৰীকৃষ্ণৰ শৰীৰত প্ৰৱেশ কৰি কৈছিল।"

**অন্য প্ৰমান ঃ- (১) শ্ৰীবিষ্ণু পুৰান (গীতা প্ৰেস গোৰক্ষ পুৰৰ পৰা প্ৰকাশিত) চতুৰ্থ অংশ, দ্বিতীয় অধ্যায়, শ্লোক ২৬, পৃষ্ঠা ২৩৩ বিষ্ণুদেবে (মহাবিষ্ণু অৰ্থাৎ কাল ৰূপী ব্ৰহ্ম) দেৱতা তথা ৰাক্ষসৰ যুদ্ধৰ সময় দেৱতা বিলাকৰ প্ৰাৰ্থনা স্বীকাৰ কৰি কৈছিল যে মই ৰাজৰ্ষি শশাদৰ পুতেক পুৰঞ্জয়ৰ শৰীৰত অংশ মাত্ৰ প্ৰৱেশ কৰি অৰ্থাৎ কিছু সময়ৰ বাবে প্ৰৱেশ কৰি ৰাক্ষস বিলাকক বিনাশ কৰি দিম।**

**(২) শ্ৰীবিষ্ণু পুৰাণ (গীতা প্ৰেস গোৰক্ষপুৰৰ পৰা প্ৰকাশিত) চতুৰ্থ অংশ, তৃতীয় অধ্যায়, শ্লোক ৬, পৃষ্ঠা ২৪২ শ্ৰী বিষ্ণুদেৱে গন্ধৰ্ব আৰু নাগ বিলাকৰ যুদ্ধৰ সময়ত নাগৰ পক্ষ লৈ কৈছিল যে "মই (মহাবিষ্ণু অৰ্থাৎ কাল ৰূপী ব্ৰহ্ম) মান্ধাতাৰ পুত্ৰ পুৰুকুৎসৰ ভিতৰত প্ৰৱেশ কৰি সম্পূৰ্ণ দুষ্ট গন্ধৰ্ব বিলাকক বিনাশ কৰি দিম।"**

**অন্য প্ৰমাণ ঃ- কিছু দিন অতিবাহিত হোৱাৰ পিছত শ্ৰী যুধিষ্ঠিৰ ৰজাই ভয়ঙ্কৰ স্বপ্ন পাবলৈ ধৰিলে। শ্ৰীকষ্ণ দেৱক কাৰণ তথা সমিধান পুছাত কলে যে তুমি যুদ্ধত যি পাপ কৰিছা সেই নৰ সংহাৰৰ দোষ তোমাৰ দুঃখ দায়ী হৈ আছে। ইয়াৰ বাবে এটা যজ্ঞ কৰা। শ্ৰীকৃষ্ণ দেৱৰ মুখ কমলৰ পৰা এই বচন শুনি শ্ৰী অৰ্জুনৰ বহুত দুঃখ হল তথা মনে মনে বিচাৰ কৰিবলৈ ধৰিলে যে ভগৱান শ্ৰীকৃষ্ণই পবিত্ৰ গীতা কোৱাৰ সময়ত তো কৈছিল হে অৰ্জুন! তোমাৰ কোনো পাপ নালাগিব, তই যুদ্ধ কৰা (পবিত্ৰ গীতা অধ্যায় ২, শ্লোক ৩৭-৩৮)। যদি যুদ্ধত মৰিও যোৱা তেন্তে স্বৰ্গ সুখ ভোগ কৰিবা, অন্যথা যুদ্ধত জয়ী হৈ পৃথিবীত ৰাজ্য সুখৰ আনন্দ লবা। অৰ্জুনে বিচাৰ কৰিলে দুঃখ নিবাৰণৰ কাৰণে শ্ৰীকৃষ্ণই যি পৰামৰ্শ দিলে ইয়াত কোটী টকা খৰচ হব, যাৰ দ্বাৰা ডাঙৰ ভাই যুধিষ্ঠিৰৰ কষ্ট নিৱাৰণ হব। যদি মই শ্ৰীকৃষ্ণ দেৱৰ লগত তৰ্ক-বিতৰ্ক কৰো যে আপুনী পবিত্ৰ গীতাৰ জ্ঞান দিয়াৰ সময়ত তো কৈছিলে যে তোমাক পাপ নেলাগিব, এতিয়া তাৰ বিপৰীত কথা কৈ আছা। ইয়াতে মোৰ ডাঙৰ ভাই যেন নেভাবে যে কোটী টকা খৰচ হব দেখি অৰ্জুনৰ অমত তথা মোৰ কষ্ট নিবাৰণ হোৱাত প্ৰসন্ন নহয়। এইবাবে মৌন থকা উচিত বুলি ভাবি সহাস্যে স্বীকৃতি দি দিলো যে আপুনী যেনেকৈ কব তেনেকৈ হব। শ্ৰীকৃষ্ণই সেই যজ্ঞৰ তিথি নিৰ্দ্ধাৰণ কৰি দিলে। সেই যজ্ঞও শ্ৰী সুদৰ্শন স্বপচৰ ভোজন কৰাত হে সফল হৈছিল।**

**কেবা বছৰ পিছত ঋষি দুৰ্বাসাৰ অভিশাপত যাদব কুল সমুলি বিনাশ হৈ গল। শ্ৰীকৃষ্ণৰ ভৰিৰ তলুৱাত এক চিকাৰীয়ে (যি ত্ৰেতাযুগত সুগ্ৰীবৰ ভাই বালীৰ আত্মা আছিল) বিষাক্ত তীৰ মাৰি দিলে। তেতিয়া পাঁচো পাণ্ডবে ঘটনাস্থলীত উপস্থিত হোৱাৰ পিছত শ্ৰীকৃষ্ণদেৱে কলে, তোমালোক মোৰ শিষ্য আৰু মই তোমালোকৰ ধাৰ্মীক গুৰু। এই বাবে মোৰ অন্তিম আজ্ঞা শুনা, এক হল অৰ্জুন দ্বাৰকাত থকা সকলো স্ত্ৰীক ইন্দ্ৰপ্ৰস্থলৈ (দিল্লী) লৈ যাবা, কিয়নো ইয়াত কোনো পুৰুষ জীৱিত নাই তথা দ্বিতীয় তোমালোক সকলো পাণ্ডবে ৰাজ্য ত্যাগ কৰি হিমালয়ত গৈ সাধনা কৰি শৰীৰ ত্যাগ কৰিবা। কিয়নো তোমালোকে মহাভাৰতৰ যুদ্ধৰ সময় ছোৱাত হত্যা কৰিছিলা, তোমালোকৰ মূৰৰ ওপৰত ভয়ঙ্কৰ পাপৰ বোজা আছে। সেই সময় অৰ্জুনে নিজক ৰখাব নোৱাৰিলে তথা কলে প্ৰভূ**

এনে স্থিতিত তো মই মনে বিচৰা কথা কব নেলাগে, কিন্তু প্ৰভূ আজি যদি মোৰ মনৰ সংশয়ৰ সমাধান নহয় তেন্তে মই শান্তিৰে মৰিব নেপাম। গোটেই জীৱন কান্দি কটাম। শ্ৰীকৃষ্ণই কলে, অৰ্জুন কোৱাচোন যি পুছিবলৈ ইচ্ছা আছে, মোৰ অন্তিম সময় আহি আছে। শ্ৰীঅৰ্জুনে চকুলো পেলাই কলে প্ৰভূ বেয়া নেপাব, যেতিয়া আপুনী পবিত্ৰ গীতাৰ জ্ঞান কৈ আছিল সেই সময় মই যুদ্ধ কৰিবলৈ অস্বীকাৰ কৰিছিলো। আপুনী কৈছিল যে হে অৰ্জুন! তোমাৰ দুইয়ো হাতত লাড়ু আছে। যদি যুদ্ধত মৰি যোৱা তেন্তে স্বৰ্গ প্ৰাপ্ত হবা আৰু যদি বিজয়ী হোৱা তো পৃথিৱীৰ ৰাজ্য ভোগ কৰিবলৈ পাবা তথা তোমাৰ কোনো পাপ নালাগিব। আমি আপোনাৰ তত্বাৱধানত তথা আজ্ঞা অনুসৰি যুদ্ধ কৰিছিলো (প্ৰমান পবিত্ৰ গীতা অধ্যায় ২, শ্লোক ৩৭-৩৮)। হে ভগৱান! আমাৰতো এটা হাততো লাড়ু নৈ নগল। না তো যুদ্ধত মৰি স্বৰ্গ প্ৰাপ্তি হলো তথা এতিয়া ৰাজ্য ত্যাগ কৰিবৰ আদেশ দি আছে, না তো পৃথিবীৰ ৰাজ্য ভোগ কৰিবলৈ আনন্দ পালো। এনেকুৱা ছল-চাতুৰী যুক্ত ব্যৱহাৰ কৰিবলৈ আপোনাৰ কি স্বাৰ্থ আছিল? অৰ্জুনৰ মুখৰ পৰা এনে কটু বচন শুনি যুধিষ্ঠিৰে কলে, অৰ্জুন এনে অৱস্থাত যত ভগৱানে অন্তিম শ্বাষ গনি আছে তোমাৰ শিষ্টাচাৰ ৰহিত ব্যৱহাৰ শোভা দিয়া নাই। শ্ৰীকৃষ্ণই অৰ্জুনক কলে আজি মই জীৱনৰ অন্তিম লগ্নত উপস্থিত, তুমি মোৰ অত্যন্ত প্ৰিয়, আজি সত্য কথা কওঁ যে, কোনো খলনায়কৰ নিচিনা অন্য কোনো শক্তি আছে যি আনক যন্ত্ৰৰ দৰে নচায়। মোৰ একো মনত নাই মই গীতাত কি কৈছিলোঁ। কিন্তু এতিয়া মই যিটো কৈ আছো সেইটো তোমালোকৰ হিতৰ বাবে। শ্ৰীকৃষ্ণই এইবোৰ কথা অশ্ৰুযুক্ত নয়নেৰে কৈ প্ৰাণ ত্যাগ কৰিলে। ওপৰোক্ত বিৱৰণৰ পৰা সিদ্ধ হয় যে পবিত্ৰ গীতাৰ জ্ঞান শ্ৰীকৃষ্ণই কোৱা নাছিল। কিয়নো মৰণ কালত প্ৰাণী প্ৰায়ে মিছা নকয়। এইটো তো ব্ৰহ্মাই (জ্যোতি নিৰঞ্জন) কৈছিল যি একৈশ ব্ৰহ্মাণ্ডৰ স্বামী। এই কাল (ব্ৰহ্ম) নো কোন? এইটো জানিবৰ বাবে অনুগ্ৰহ কৰি পঢ়ক এই পুথিৰ পৃষ্ঠা নং ২৪ৰ পৰা ২৭ লৈ।

শ্ৰীকৃষ্ণৰ সৈতে সকলো যাদবৰ অন্তিম সংস্কাৰ কৰি মাথোন অৰ্জুনক এৰি বাকী চাৰিও ভাই ইন্দ্ৰ প্ৰস্থলৈ (দিল্লী) গুচি গল। পাছত অৰ্জুনে দ্বাৰকাৰ পৰা সকলো স্ত্ৰী লৈ আহি আছিল। বাটত দুষ্ট জংলী (ভীল) মানুহে সকলো গোপীনীক লুটি নিলে আৰু কিছুমানক ভগাই লৈ গল তথা অৰ্জুনক ধৰি বান্ধি মাৰপিট কৰিলে। অৰ্জুনৰ হাতত সেই গাণ্ডীৱ ধনুষ আছিল যাৰ সহায়ত মহাভাৰতৰ যুদ্ধৰ সময়ত অসংখ্য হত্যা কৰি পেলাইছিল, সিও কাম নিদিলে। তেতিয়া অৰ্জুনে কলে যে এই কৃষ্ণ সঁচাই মিছলীয়া আৰু কপটী আছিল। যেতিয়া যুদ্ধত পাপ কৰাব লাগে কৰাইছিল তেতিয়াতো মোক শক্তি প্ৰদান কৰিছিল, এটা তীৰেৰে হেজাৰ যোদ্ধাক বধ কৰিছিলো আৰু আজি সেই শক্তি কাঢ়ি ললে, থিয়ৈ থিয়ৈ দুষ্টৰ কোব খালো। এই বিষয়ে পূৰ্ণ ব্ৰহ্ম কবীৰদেৱে কৈছিল যে শ্ৰীকৃষ্ণ কপটী তথা মিছলীয়া নাছিল। এই সকলো জুলুম কাল (জ্যোতি নিৰঞ্জনে) কৰিছিল। যেতিয়ালৈ এই আত্মা পৰমেশ্বৰ কবীৰ দেৱ (সত্পুৰুষ)ৰ শৰণত পূৰ্ণ গুৰু (তত্বদৰ্শী সদ্গুৰু)ৰ মাধ্যমেৰে নাহিব তেতিয়ালৈ কাল এইদৰে কষ্টৰ ওপৰত কষ্ট দি থাকিব। পূৰ্ণ জ্ঞান তত্ব জ্ঞানৰ দ্বাৰা হয়। এই কাৰণে কাল কোন? এইটো জানিবৰ বাবে অনুগ্ৰহ কৰি পঢ়ক এই পুথিৰ পৃষ্ঠা ৩০ৰ পৰা ৩২ লৈ।

**বিশেষ বিচাৰ ঃ-** ওপৰোক্ত প্ৰমাণৰ পৰা সিদ্ধ হয় যে শ্ৰীমদ্ ভাগৱত গীতাৰ জ্ঞান শ্ৰীকৃষ্ণই কোৱা নাই। এইটো তো কাল (ব্ৰহ্ম) যি শ্ৰীকৃষ্ণৰ শৰীৰত প্ৰেতৱত প্ৰৱেশ কৰি গীতা জ্ঞান কৈছিল।

## "শ্ৰীমদ্ ভাগৱত গীতা সাৰ"

পৰম পিতা পৰমেশ্বৰৰ খোজত আত্মাই যুগ যুগৰ পৰাই লাগি আছে। যেনেকুৱা পিয়াহত আতুৰ হোৱা জনৰ পানীৰ প্ৰয়োজন। জীৱাত্মা পৰমাত্মাৰ পৰা বিচ্ছেদ হোৱাৰ পিছত বহুত কষ্ট সহিব লগীয়া হৈছে। যি সুখ পূৰ্ণ ব্ৰহ্ম (সত্ পুৰুষ)ৰ সত্লোক (ঋতধাম)ত আছিল সেই সুখ এই কাল (ব্ৰহ্ম)ৰ লোকত নাই। কোনোবাই কোটিপতি, পৃথিৱী পতি, (সৰ্ব পৃথিবীৰ ৰজা) সুৰপতি (স্বৰ্গৰ ৰজা ইন্দ্ৰ) শ্ৰীব্ৰহ্মাদেব, শ্ৰীবিষ্ণুদেব তথা মহাদেব ত্ৰিলোক পতি নহওক কেলেই জন্ম-মৃত্যু, কৰ্মফলৰ ভোগ অৱশ্যই প্ৰাপ্ত হব। (প্ৰমাণ গীতা অধ্যায় ২, শ্লোক ১২, অধ্যায় ৪, শ্লোক ৫)। এই বাবে পবিত্ৰ শ্ৰীমদ্ ভগৱত গীতাৰ জ্ঞানদাতা প্ৰভুই (কাল ভগৱান) অধ্যায় ১৫, শ্লোক ১ৰ পৰা ৪ তথা অধ্যায় ১৮, শ্লোক ৬২ কৈছে যে হে অৰ্জুন! তই সৰ্বোত ভাবে সেইজন পৰমেশ্বৰৰ শৰণত যোৱা। তাৰ কৃপাৰ দ্বাৰাই তই পৰম শান্তি তথা সত্লোক (শাশ্বতম্ স্থানম্) প্ৰাপ্ত হবা। সেইজন পৰমেশ্বৰৰ তত্বজ্ঞান আৰু ভক্তি মাৰ্গ মই (গীতা জ্ঞান দাতা) নেজানো। তাৰ বাবে তত্ব জ্ঞান জনা তত্বদৰ্শী সন্তৰ ওচৰত যোৱা প্ৰথমে তাক দণ্ডৱত প্ৰনাম কৰি বিনম্ৰ ভাবে প্ৰশ্ন কৰা, তেতিয়া সেই তত্বদ্ৰষ্টা সন্তই তোমাক পৰমেশ্বৰৰ তত্ব জ্ঞান উপদেশ কৰিব। তাৰ পিছত তাৰ দ্বাৰা উপদেশিত ভক্তি মাৰ্গৰ ওপৰত সৰ্বোতভাবে লাগি যোৱা (প্ৰমান গীতা অধ্যায় ৪, শ্লোক ৩৪)। তত্বদৰ্শী সাধু-সন্তৰ পৰিচয় গীতা অধ্যায় ১৫, শ্লোক ১ বৰ্ণাই কৈছে যে এই জগত সংসাৰ ওলোটাই ওলোমাই ৰখা এটা বট গছৰ দৰে। যাৰ ওপৰ ভাগত মুল শিপা তথা নিচত শাখা আছে। যি এই সংসাৰ ৰূপী বৃক্ষৰ বিষয়ে জানে তেওঁৱেই তত্বদৰ্শী সন্ত। গীতা অধ্যায় ১৫, শ্লোক ২ৰ পৰা ৪লৈ কৈছে যে সেই সংসাৰ ৰূপী বৃক্ষৰ তিনিগুন (ৰজগুন ব্ৰহ্মা, সতগুন বিষ্ণু, তমগুন-শিব) ৰূপী শাখা আছে। যি (স্বৰ্গলোক, পাতাল লোক, পৃথিৱী লোক) তিনিও লোকত ওপৰ আৰু নীচত বিয়পি আছে। সেই সংসাৰৰূপী ওলোটাকৈ লটকাই ৰখা বৃক্ষৰ বিষয়ে অৰ্থাৎ সৃষ্টি ৰচনাৰ বিষয়ে মই এই গীতা জ্ঞানত কব নোৱাৰিম। ইয়াত বৰ্তমানে (গীতা জ্ঞান) যি জ্ঞান মই তোমাক কৈ আছো এইটো পূৰ্ণ জ্ঞান নহয়। তাৰ বাবে গীতা অধ্যায় ৪, শ্লোক ৩৪ সংকেত দিছো যে পূৰ্ণ জ্ঞান (তত্ব জ্ঞান) পাবলৈ তত্বদৰ্শী সন্তৰ ওচৰত যোৱা তেওঁৱে পৰম তত্বৰ উপদেশ দিব। মোৰ (ব্ৰহ্মৰ) পূৰ্ণ জ্ঞান নাই। গীতা অধ্যায় ১৫, শ্লোক ৪ কৈছে যে তত্বদৰ্শী সন্ত বা গুৰু প্ৰাপ্তিৰ পিছত সেই পৰম পদ পৰমেশ্বৰ (যাৰ বিষয়ে গীতা অধ্যায় ১৮, শ্লোক ৬২ ত কৈছে)ৰ খোজ কৰা উচিত। যত যোৱাৰ পিছত সাধকে পুনঃৰাই সংসাৰলৈ জন্ম-মৃত্যু ভূগিবৰ বাবে উলটি নাহে অৰ্থাৎ পূৰ্ণ মোক্ষ বা মুক্তি প্ৰাপ্ত কৰে। যি পূৰ্ণ পৰমাত্মাৰ পৰা ওলোটা সংসাৰ ৰূপী প্ৰবৃত্তি বৃক্ষৰ বিস্তাৰ প্ৰাপ্ত হৈছে। ভাবাৰ্থ হল যে যি পৰমেশ্বৰে সৰ্ব্ব ব্ৰহ্মাণ্ডৰ সৃষ্টি কৰিছে তথা মই (গীতা জ্ঞান দাতা ব্ৰহ্ম) সেই আদি পুৰুষ পৰমেশ্বৰ অৰ্থাৎ পূৰ্ণ পৰমাত্মাৰ শৰণত আছো। তাৰ ভক্তি

**সাধনা কৰিলেহে অনাদি মোক্ষ (পূৰ্ণ মুক্তি) প্ৰাপ্ত হয়।**

**তত্বদৰ্শী সাধু সন্ত বা গুৰু সেইজনেই যিয়ে উপৰক মূল তথা নীচৰ তিনি গুণ (ৰজগুণ- ব্ৰহ্মা, সত গুণ-বিষ্ণু, তমগুণ- শিৱ) ৰূপী শাখাডাল তথা ডাল আৰু গা গছৰ বিষয়ে পূৰ্ণৰূপে জ্ঞান প্ৰদান কৰিব পাৰে। (অনুগ্ৰহ কৰি চাওক ওলোটাকৈ লটকাই ৰখা সংসাৰ ৰূপী বৃক্ষৰ চিত্ৰ)।**

**নিজৰ দ্বাৰা স্ৰজিত সৃষ্টিৰ পূৰ্ণ জ্ঞান (তত্ব জ্ঞান) স্বয়ং পূৰ্ণ পৰমাত্মা কবীৰদেব (কবীৰ পৰমেশ্বৰ) তত্বদৰ্শী সন্তৰ ভূমিকা কৰি (কবি গীৰ্ভিঃ) কবীৰ বাণীৰ দ্বাৰা উপদেশ কৰিছে। (প্ৰমান ঋগবেদ মণ্ডল ৯, শুক্ত ৯৬, মন্ত্ৰ ১৬ পৰা ২০লৈ তথা ঋগবেদ মণ্ডল ১০, শুক্ত ৯০, মন্ত্ৰ ১ৰ পৰা ৫লৈ তথা অথৰ্ববেদ কাণ্ড ৪ অনুবাক ১, মন্ত্ৰ ১ৰ পৰা ৭ লৈ)।**

কবীৰ, অক্ষৰ পুৰুষ এক পেড় হ্যায়, জ্যোতি নিৰঞ্জন বাকী ডাৰ।
তিনো দেবা শাখা হ্যায়, পাত ৰূপ সংসাৰ।।

**পবিত্ৰ গীতাৰ ভিতৰত তিনি প্ৰভূৰ (১. ক্ষৰ পুৰুষ অৰ্থাৎ ব্ৰহ্ম, ২. অক্ষৰ পুৰুষ অৰ্থাৎ পৰব্ৰহ্ম তথা ৩. পৰম অক্ষৰ পুৰুষ অৰ্থাৎ পূৰ্ণ ব্ৰহ্ম) বিষয়ে বৰ্ণনা আছে। প্ৰমান গীতা অধ্যায় ১৫, শ্লোক ১৬-১৭, অধ্যায় ৮, শ্লোক ১ৰ উত্তৰ শ্লোক ৩ দিয়া আছে, সেইজন পৰম অক্ষৰ ব্ৰহ্ম তথা তিন প্ৰভূৰ আৰু এটা প্ৰমান গীতা অধ্যায় ৭, শ্লোক ২৫ গীতা জ্ঞান দাতা কাল (ব্ৰহ্ম) নিজৰ বিষয়ে কৈছে যে মই অব্যাক্ত (ব্যাক্ত নোহোৱা)। এওঁ প্ৰথম অব্যাক্ত হোৱা প্ৰভূ। আকৌ গীতা অধ্যায় ৮, শ্লোক ১৮ কৈছে যে এই সংসাৰ দিনৰ সময়ত অব্যাক্ত (পৰব্ৰহ্ম)ৰ পৰা উৎপন্ন হৈছে। আকৌ ৰাতিৰ সময়ত তাতেই লীন হৈ যায়। এইটো ২য় অব্যাক্ত হল। অধ্যায় ৮, শ্লোক ২০ কৈছে যে সেই অব্যাক্তৰ পৰাও অইন যি অব্যাক্ত (পূৰ্ণ ব্ৰহ্ম) আছে তেওঁ পৰম দিব্য পুৰুষ সকলো প্ৰাণী নষ্ট হলেও তেওঁ নষ্ট নহয়। এই প্ৰমান গীতা অধ্যায় ২, শ্লোক ১৭ আছে যে সেই অবিনাশী পৰমাত্মাক জানা যাক নাশ কৰিবৰ কাৰো সমৰ্থ নাই। নিজৰ বিষয়ে গীতা জ্ঞান দাতা কাল (ব্ৰহ্ম) প্ৰভূ অধ্যায় ৪, মন্ত্ৰ ৫ তথা অধ্যায় ২, শ্লোক ১২ কৈছে যে মইতো নাশবান অৰ্থাৎ মোৰ জন্ম-মৃত্যু আছে।**

**ওপৰোক্ত সংসাৰৰূপী ওলোটা বৃক্ষৰ মূল (শিপা) হ'ল পৰম অক্ষৰ পুৰুষ অৰ্থাৎ পূৰ্ণ ব্ৰহ্ম কবীৰদেব। ইয়াকে তৃতীয় অব্যাক্ত প্ৰভূ বুলি কোৱা হৈছে। বৃক্ষ বা গছে মূল বা শিপাৰ পৰাই আহাৰ প্ৰাপ্ত হয়। এই বাবে গীতা অধ্যায় ১৫, শ্লোক ১৭ কৈছে যে বাস্তবত (আচলতে) পৰমাত্মা তো ক্ষৰ পুৰুষ অৰ্থাৎ ব্ৰহ্ম তথা অক্ষৰ পুৰুষ অৰ্থাৎ পৰব্ৰহ্ম তাতকৈ অইন এজন। যিয়ে তিনিও লোকত প্ৰৱেশ কৰি সকলোৰে ধাৰণ পোষন কৰে। তেওঁৱে বাস্তৱত অবিনাশী।**

**১। ক্ষৰৰ অৰ্থ হ'ল নাশৱান। কিয়নো ব্ৰহ্ম অৰ্থাৎ গীতা জ্ঞান দাতা স্বয়ং কৈ আছে যে হে অৰ্জুন তই আৰু মই জন্ম-মৃত্যুৰ অধীনত (প্ৰমান গীতা অধ্যায় ২, শ্লোক ১২, অধ্যায় ৪, শ্লোক ৫)।**

**২। অক্ষৰৰ অৰ্থ হ'ল অবিনাশী। ইয়াত পৰব্ৰহ্মক স্থায়ী অৰ্থাৎ অবিনাশী কৈছে। কিন্তু বাস্তৱত এইজন অবিনাশী নহয়। এইটো চিৰস্থায়ী যেনেকুৱা এটা মাটিৰ কাপ যি গাখীৰ, চাহ খোৱা কামত ব্যৱহাৰ হয়। সেইটো অলপ ওপৰৰ পৰা মাটিত পৰিলেই**

পূৰ্ণ ব্ৰহ্ম কবীৰ পৰমাত্মা

মূল শিপা →

গীতা অধ্যায় নং - ১৫

শ্লোক নং-১ পৰা ৪ তথা

শ্লোক নং- ১৬ আৰু ১৭

গা-গছ →

অক্ষৰ পুৰুষ (পৰব্ৰহ্ম)

কবীৰ - অক্ষৰ পুৰুষ এটা গছ,
নিৰঞ্জন তাৰ ডাল।
তিনি দেৱতা শাখাডাল
বাকী সকল পাত ৰূপী সংসাৰ।।

ডাল →

ব্ৰহ্ম (ক্ষৰ পুৰুষ)

মহেশ

বিষ্ণু

ব্ৰহ্মা

← শাখা ডাল

← পাত ৰূপী জগত সংসাৰ


ওপৰত মূল শিপা তলত শাখা ডালৰ সৈতে ওলোটাকৈ ওলোমাই ৰখা জগত সংসাৰ ৰূপী বৃক্ষৰ চিত্ৰ।

ভাঙি যায়। এনেকুৱা অৱস্থা ব্ৰহ্মক (কাল অৰ্থাৎ ক্ষৰ পুৰুষ) জানিবা। দোসৰা কাপ ইস্পাতৰ (ষ্টিল)। এইটো মাটিৰ কাপৰ তুলনাত অধিক স্থাই (অবিনাশী) লাগে কিন্তু ইয়াকো মামৰে (জং) ধৰে তথা নষ্ট হৈ যায়, যদিও ইয়াক অধিক সময় লাগে। গতিকে ইয়ো বাস্তৱত অবিনাশী নহয়। তৃতীয় কাপ সোণৰ (স্বৰ্ণ)। স্বৰ্ণ ধাতু বাস্তৱত অবিনাশী যাৰ নাশ নহয়।

যেনেকা পৰব্ৰহ্ম (অক্ষৰ পুৰুষ)ক অবিনাশী বুলি কৈছে তথা বাস্তৱত অবিনাশী তো এই দুজনতকৈ অইন এজন, এই কাৰণে অক্ষৰ পুৰুষক অবিনাশী বুলি কোৱা নাই। কাৰণ ঃ- সাত জন ৰজগুনী ব্ৰহ্মাৰ মৃত্যুৰ পিছত এজন সত্‌গুনী বিষ্ণুৰ মৃত্যু হয়। আকৌ সাতজন সত্‌গুনী বিষ্ণুৰ মৃত্যুৰ পিছত এজন তমগুণী শিবৰ মৃত্যু হয়। যেতিয়া তম্‌গুনী শিৱৰ ৭০ হেজাৰ বাৰ মৃত্যু হৈ যায় তেতিয়া এজন ক্ষৰ পুৰুষ (ব্ৰহ্ম/কাল)ৰ মৃত্যু হয় আৰু এই অক্ষৰ পুৰুষ (পৰব্ৰহ্ম)ৰ এক যুগ হয়। এনেকুৱা এহেজাৰ যুগক লৈ পৰব্ৰহ্মৰ এদিন তথা ইমানেই ৰাতি হয়। ৩০ দিন, ৰাতিক লৈ এক মাহ, ১২ মাহক লৈ এক বছৰ তথা এশ বছৰ লৈ পৰব্ৰহ্ম-অক্ষৰ পুৰুষ)ৰ আয়ু। তেতিয়া এই পৰব্ৰহ্ম তথা সৰ্ব ব্ৰহ্মাণ্ড যি সতলোকৰ নীচত অৱস্থিত নষ্ট হৈ যায়। কিছু সময় অতিবাহিত হৈ যোৱাৰ পিছত সৰ্বনীচৰ ব্ৰহ্মাণ্ড (ব্ৰহ্ম তথা পৰব্ৰহ্ম লোকৰ ৰচনা বা সৃজন পূৰ্ণব্ৰহ্ম অৰ্থাৎ পৰম অক্ষৰ পুৰুষ কৰে। এইদৰে এই তত্ব জ্ঞান বুজিব লাগে। কিন্তু পৰম অক্ষৰ পুৰুষ অৰ্থাৎ পূৰ্ণব্ৰহ্ম (সৎপুৰুষ) তথা তাৰ সৎলোক (ঋতধাম) সহিত ওপৰৰ অলখ লোক, অগম লোক তথা অনামী লোক আদি কেতিয়াও নষ্ট নহয়।

এই কাৰণে গীতা অধ্যায় ১৫, শ্লোক ১৭ কৈছে যে বাস্তৱত উত্তম প্ৰভূ অৰ্থাৎ পুৰুষত্তম তো ব্ৰহ্ম (ক্ষৰ পুৰুষ) তথা পৰব্ৰহ্ম (অক্ষৰ পুৰুষ) এই দুজনৰ পৰা অইন এজন, তেওঁ পূৰ্ণব্ৰহ্ম (পৰম অক্ষৰ পুৰুষ)। তেওঁৱে বাস্তৱত অবিনাশী। তেওঁৱে সকলোৰে ধাৰণ পোষন কৰোতা সংসাৰ ৰূপী বৃক্ষৰ মূল শিপা ৰূপী পূৰ্ণ পৰমাত্মা। বৃক্ষৰ যি ভাগ মাটিৰ ওপৰত পলকত দৃষ্টিত পৰে তাক গা গছ কোৱা হয়। তাক অক্ষৰ পুৰুষ (পৰব্ৰহ্ম) বুলি জানিবা। গা-গছৰো আহাৰ মূল (শিপা)ৰ পৰাই প্ৰাপ্ত হয়। আকৌ গা-গছৰ পৰা আগলৈ কেবাটাও ডাল ওলায় তাৰে পৰা এটা ডালক ব্ৰহ্ম (ক্ষৰ-পুৰুষ) বুলি জানিবা। ইয়াৰো আহাৰ মূল (শিপা)ৰ অৰ্থাৎ পৰম অক্ষৰ পুৰুষৰ পৰাই প্ৰাপ্ত হয়। সেই ডাল (ক্ষৰ পুৰুষ/ব্ৰহ্ম/কাল)ৰ পৰাই তিনি গুণ (ৰজগুন-ব্ৰহ্মা, সত্‌গুন-বিষ্ণু, তম গুন শিব) ৰূপী শাখাডাল বুজিবা। ইয়াৰো আহাৰ মূল পৰম অক্ষৰ পুৰুষ অৰ্থাৎ পূৰ্ণব্ৰহ্ম)ৰ পৰাই প্ৰাপ্ত হয়। এই তিনিও শাখাডালৰ পৰাই পাত ৰূপত অন্য প্ৰাণী আশ্ৰিত আছে। তেওঁলোকৰো বাস্তৱত আহাৰ মূল (পৰম অক্ষৰ পুৰুষ অৰ্থাৎ পূৰ্ণ ব্ৰহ্ম)ৰ পৰাই প্ৰাপ্ত হয়। এই কাৰণে সকলোৰে পূজনীয় পূৰ্ণ পৰমাত্মাই সিদ্ধ হল। এইটোও কব নোৱাৰি যে পাতালৈ আহাৰ পহুঁচোৱাত গা-গছ, ডাল তথা শাখা ডালৰ কোনো যোগদান নাই। এই কাৰণে সকলোৱে আদৰণীয় কিন্তু পূজনীয় কেৱল মূল (শিপা) ই হয়। আদৰ তথা পূজাৰ মাজত বহুত ব্যাৱধান আছে। যেনেকুৱা পতিব্ৰতা স্ত্ৰী আদৰ সৎকাৰ সকলোকে কৰে, যেনে— ভাসুৰ ডাঙৰ ভাই সমতুল্য, দেৱৰ সৰু ভাই সমতুল্য, কিন্তু পূজা নিজৰ পতিকহে কৰে, অৰ্থাৎ যি ভাব নিজৰ পতিৰ প্ৰতি থাকে এনেকা অন্য পুৰুষৰ প্ৰতি

পতিব্ৰতা স্ত্ৰীৰ নাথাকে।

**দ্বিতীয় উদাহৰণ ঃ-** এক সময় হৰিয়ানা ৰাজ্যত বানপানী আহিছিল। সেই সময় ছয় শ কোটীৰ লোকচান হৈছিল। তাক হৰিয়ানা চৰকাৰে পূৰণ কৰিব নোৱাৰিছিল কিয়নো হৰিয়ানা চৰকাৰৰ গোটেই বছৰৰ বাজেট নয় শ কোটী টকাৰ আছিল। দেশৰ প্ৰধান মন্ত্ৰীয়ে সেই ক্ষতি পূৰণ কৰিছিল। সেই ছয় শ কোটী টকাৰ বিতৰণ হৰিয়ানা চৰকাৰৰ উচ্চ পদবী ধাৰী তথা কৰ্মচাৰী বিলাকে কৰিছিল। ত্ৰান সাহায্য পোৱা জন অজ্ঞাত, তেওঁ সেই বিতৰণ কৰ্তাকে ত্ৰান কৰ্তা বুলি ভাবি লয়। তাৰে পৰাই ভৱিষ্যতে অইন ত্ৰাণ সাহায্য পোৱাৰ আশা কৰে। তাৰ পূজা (ঘুচ আদি দিয়া) কৰে। কিন্তু যি শিক্ষিত, বুদ্ধিমান তেওঁ জানে যে এই কৰ্মচাৰীৰ কিমান যোগদান। তেওঁ আদৰ তো কৰে কিন্তু পূজা (ঘূচ) নিদিয়ে নাইবা অইন কাৰ্য্য সিদ্ধিৰ আশা কৰে।

বানপানীৰ ত্ৰান সাহায্য বিতৰণ পশ্চাত সেই ঠাইত ৰাজ্যৰ মন্ত্ৰী মহোদয় আহিল, তেওঁ কলে যে মই আপোনাৰ অঞ্চলৰ বাবে দশ লাখ দিছো। সেই গাওঁৰ তালিকাত থকা নামবোৰ পঢ়ি শুনালে। যেনে ৰামৰতাৰক দশ হেজাৰ টকা ....... আদি দিয়া। আকৌ পিছত ৰাজ্যৰ মুখ্যমন্ত্ৰী সেই গাওঁত আহিল। তেওঁ সেই আগৰ তালিকাখন পঢ়ি তথা কলে মই আপোনাৰ গাওঁৰ বাবে দশ লাখ টকা দিছো। ৰামৰতাৰক দশ হেজাৰ টকা ......... আদি দিয়া। আকৌ কেই দিনমান পিছত দেশৰ প্ৰধান মন্ত্ৰী সেই গাওঁত আহিল। তেওঁও কলে মই আপোনাৰ গাওঁৰ কাৰণে দশ লাখ টকা দিছো একে তালিকা পঢ়ি শুনালে যত লিখা আছিল ৰামৰতাৰক দশ হেজাৰ টকা দিয়াৰ। ৰামৰতাৰ একে কথা তিনি জনাৰ পৰা শুনি সমুখত কৈয়ে পেলালে যে এইবিলাকে মিছা কৈছে। মোকতো টকা পাটোৱাৰী বাবুয়ে দিছে। সেই অজানা ৰামৰতাৰে অজ্ঞানতা বশ গাওঁৰ পাটোৱাৰী বাবুক পূজা কৰি নিজৰ অইন সকলো কাৰ্য্যৰ সিদ্ধি বিচাৰে। যি বুদ্ধিমান, শিক্ষিত সিবিলাকে জানে যে যদি প্ৰধান মন্ত্ৰী ত্ৰান সাহায্য নিদিয়ে তেন্তে কোনো মুখ্যমন্ত্ৰী, মন্ত্ৰী তথা পাটোৱাৰী বাবু আদিও একো দিব নোৱাৰে। যদি মুখ্যমন্ত্ৰী নিজ ত্ৰান তহবিলৰ পৰা সাহায্য বিতৰণ কৰিলেহেতেন তো এশ টকা, এশ টকাৰে কোনো মতে বান পীড়িতক দিব পালেহেতেন যি নাম মাত্ৰ হ'লহেতেন। এইদৰে বুদ্ধিমান ব্যক্তি বুজি পায় যে কাৰ কিমান শক্তি আৰু সামৰ্থ। সেই আধাৰৰ ওপৰত একো জনৰ আস্থা থাকে। অনাদৰনীয় কোনেও নহয়, কিন্তু পূজাৰ বাবে ভাবি চিন্তি নিৰ্ণয় কৰিব লাগে। ঠিক এইদৰে গীতা অধ্যায় ২, শ্লোক ৪৬ কৈছে যে হে অৰ্জুন ! বহুত ডাঙৰ জলাশয় (যাৰ পানী দহ বছৰ বৰষুণ নহলেও শুকাই নেযায়) পোৱাৰ পিছত সৰু জলাশয়ৰ (যাৰ পানী এক বছৰ বৰ্ষা নহলে শুকাই যায়) ওপৰত যেনেকুৱা আস্থা ৰৈ যায় ঠিক এইদৰে পূৰ্ণ পৰমাত্মাৰ পৰা পোৱা লাভ আৰু জ্ঞানৰ লগত পৰিচয় হোৱাৰ পিছত তোমাৰ আস্থা অইন প্ৰভূৰ ওপৰত তেনেকুৱা ৰৈ যাব। সেই সৰু জলাশয় বেয়া নেলাগিব, কিন্তু তাৰ ক্ষমতাৰ বিষয়ে জনা থাকিব যে এইটো তো কোনো ৰকম কাম চলোৱা নিচিনাহে।

গীতা অধ্যায় ৭, শ্লোক ১২ৰ পৰা ১৫লৈ কৈছে যে তিনিও গুণৰ পৰা যি কিছু হৈ আছে (যেনে — ৰজগুন-ব্ৰহ্মাৰ পৰা জীৱৰ উৎপত্তি, সত্গুন-বিষ্ণুৰ পৰা স্থিতি তথা তমগুন শিবৰ পৰা সংহাৰ)। ইয়াৰ মুখ্য কাৰণ মই (কাল / ব্ৰহ্ম)। যি সাধকে তিনি গুণ

(ৰজগুন-ব্ৰহ্মা, সত্‌গুন বিষ্ণু, তমগুন-শিব)ৰ পূজা কৰে সেইবোৰ ৰাক্ষস স্বভাৱ ধাৰণ কৰা মনুষ্যৰ ভিতৰত নীচ, দুষ্কৰ্ম কৰা মূৰ্খ, মোক ব্ৰহ্মাকো ভক্তি নকৰে। আকৌ নিজৰ ভক্তিকো অতি বেয়া (অনুত্তমাম্) বুলি কৈছে। গীতা অধ্যায় ৭, শ্লোক ১৮ৰ ভিতৰত, এইবাবে গীতা অধ্যায় ১৫, শ্লোক ৪, তথা অধ্যায় ১৮, শ্লোক ৬২ কৈছে যে পূৰ্ণ পৰমাত্মাৰ ভক্তি কৰিলেহে পূৰ্ণ লাভ পূৰ্ণ মোক্ষ প্ৰাপ্তি হয়। যি শাস্ত্ৰ বিধি অনুযায়ী ভক্তি সাধনা তথা অন্য প্ৰভূক ঈষ্ট ৰূপত সাধনা কৰিলে শাস্ত্ৰ বিধি বিৰুদ্ধ হোৱা কাৰণে ব্যৰ্থ হয় (প্ৰমাণ গীতা অধ্যায় ১৬, শ্লোক ২৩-২৪ ভিতৰত)

যেনেকুৱা বা ধৰি লোৱা আমৰ পুলি নাৰ্চাৰিৰ পৰা আনি তাৰ মূলটো মাটি খান্দি ৰুলে। আকৌ মূল শিপাত পানী সিঞ্চন (পূজা) কৰিলে তো পুলি ডাঙৰ হৈ এদিন গছ হব। পিছত ডালত ফল ধৰিব। যদি কোনোবাই আমৰ পুলিৰ ডালক মাটি খান্দি ওলোটাকৈ ৰুই দিয়ে আৰু মূলক ওপৰকৈ ৰাখি ডালত পানী সিঞ্চন কৰে তেন্তে পুলিটো শুকাই যাব। (কৃপা কৰি চাওক সীধা ৰোপন আৰু উল্টা ৰোপন কৰা ভক্তি ৰূপী গছৰ চিত্ৰ এই পুথিত পৃষ্ঠা চঞ্ৰছ-চঞ্ৰজ্ঞ)

ভাবাৰ্থ এইটো যে সাধকে পূৰ্ণ পৰমাত্মা (মূল)ৰ সাধনা (পূজা) ইষ্ট ৰূপত কৰিলে তাৰ ফল তিনো দেৱতা ব্ৰহ্মা, বিষ্ণু, শিব (শাখাডাল) দি দিব। কিয়নো এইটো ভগৱানৰ কৰ্মৰ ফল যেনে তেনে দিবই।

যদি আপোনাৰ কোনো কোম্পানীত চাকৰী কৰিব লগা হয় তেন্তে পূজা কোম্পানী (ফেক্টৰী)ৰ মালীকক কৰিব লাগে। তাক দৰখাস্ত যোগে যাচনা কৰি চাকৰী নিব লগীয়া হয়। পিছত চাকুৰী (পূজা) মালীকৰে কৰিব লাগে। যেনে কাম, আদেশ কৰে তেনে কাম সময়ত কৰিব লগীয়া হয়। এই পূজা (চাকুৰী) মালীকৰ হল। চাকুৰী (পূজা) কাৰ্য্যৰ বেতন সেই মালীকৰ অন্য চাকৰ (কৰ্মচাৰী বা অফিচাৰ) দিয়ে। যেনে মহৰী (ছুপাৰ ভাইজৰ) উপস্থিতিৰ আধাৰত মজুৰী (কৰ্মৰ ফল) হিচাব কৰি ৰচিদ্ (ছিলিপ) বনাই খাজাঞ্চি (কেশিয়াৰ)ৰ ওচৰত পঠাই দিয়ে। তাৰ পৰাই সেই চাকৰ (সেৱক)ৰ সেৱা (পূজা)ৰ ফল (বেতন) প্ৰাপ্ত হয়। মহৰি আৰু কেশিয়াৰে উক্ত সেৱকৰ পাওনা খিনী দি দিয়ে। তাত সিহঁতে কোনো পৰিবৰ্তন কৰিব নোৱাৰে। না তো এক টকা বেচি দিব পাৰে না এক টকা কম কৰিব পাৰে। যদি সেই কোম্পানীৰ চাকৰ (পুজাৰী) শুদ্ধ নীতিৰে চাকৰী (পূজা) মালীকৰ কৰে তো মালীকে তাৰ সেৱাৰ ধন ৰাশি বৃদ্ধি কৰি দিয়ে তথা আলাদা ভাবে বকশিষ (পুৰস্কাৰ/বোনাছ্) স্বৰূপে ধন ৰাশি বেছিকৈ দিয়ে। যদি কোনোবাই মালীকৰ চাকৰী (পূজা) ত্যাগ কৰি অন্য কৰ্মচাৰী (যেনে মহৰী / কেশিয়াৰ) আদিৰ চাকৰী (পূজা) কৰিবলৈ ধৰে তেন্তে তাৰ মালীকৰ পৰা পোৱা বেতন বন্ধ হৈ যাব। যি কাৰণে সেই নিৰ্বোধ দুঃখীয়া হৈ যাব। কৰ্মচাৰীয়ে তাক মালীকৰ সমান বেতন, বকশিছ্ অইন সুবিধা (ফেচিলিটি) দিব নোৱাৰে। গতিকে কোম্পানী মালীকৰ তুলনাত বহুত কম সুবিধা পোৱা কাৰণে তেওঁ অন্য কৰ্মচাৰীৰ সেৱক (চাকৰ) অৰ্থাৎ এক মালীকক ত্যাগ কৰি আন উপাসনা কৰা ব্যক্তি মহা দুঃখী হৈ যায়। অনুগ্ৰহ কৰি এইদৰে তত্ব জ্ঞানৰ আধাৰত পবিত্ৰ শ্ৰীমদ্ ভাগৱত গীতাৰ জ্ঞানক বুজিব লাগে।

পূৰ্ণ ব্ৰহ্ম কুল মালীকৰ পূজা ত্যাগ কৰি অন্য দেবী-দেৱতাৰ পূজা কৰিলে সাধকৰ পূৰ্ণ লাভ প্ৰাপ্ত নহয় তথা সাধকৰ ভক্তি-সাধনা কৰি থাকোতেই মহা কষ্ট সহিবলগীয়া হয়।

এই কাৰণে গীতা অধ্যায় ৭, শ্লোক ১২ৰ পৰা ১৫ তথা ২০ৰ ২৩ লৈ তিনিগুন অৰ্থাৎ তিনি দেৱতা (ৰজগুন-ব্ৰহ্মা, সত্‌গুন-বিষ্ণু তথা তমগুন শিব)ৰ পূজা কৰা সকলক ৰাক্ষস স্বভাৱ ধাৰণ কৰা, মনুষ্যতকৈ নীচ, দুস্কৰ্ম কৰা মূৰ্খ বুলি কৈছে, আৰু সিবোৰে মোৰ (ব্ৰহ্ম, ক্ষৰ পুৰুষ অৰ্থাৎ কোম্পানী শিফট্ অফিচাৰ) পূজা (চাকৰী) নকৰে। ভাবাৰ্থ এইটো যে যিয়ে তিনি গুণৰ দেৱতা তথা অইন দেৱতাৰ পূজা কৰে (কেশিয়াৰৰ চাকৰী) সিবিলাকক মূৰ্খ তথা ৰাক্ষস স্বভাৱ ধাৰী ৰাক্ষস বুলি কৈছে। যেনে যি ব্যক্তিৰ আয় উপাৰ্জন কম তেওঁ অলপ কিছু গড়বড় অৱশ্য কৰে। কেতিয়াবা চুৰি অথবা ভেজালী কাৰবাৰ আদি ছল-চাতুৰীৰ ৰাস্তা ধৰে। যি কাৰণে তেওঁ সমাজত হেয় প্ৰতিপন্ন হ্বলগীয়া হয় তথা দৰিদ্ৰ হৈ যায়। এইদৰে তিনিগুনী দেৱতাৰ (ৰজগুন-ব্ৰহ্মা, সতগুন বিষ্ণু তথা তমগুন-শিব) বা অন্য দেৱতাৰ পূজাৰ দ্বাৰা পূৰ্ণ লাভ প্ৰাপ্ত নহয়। যি কাৰণে সাধকৰ মিছা, কপটতা তথা অন্য বিকাৰত আৱদ্ধ থাকিবলগীয়া হয়। আকৌ শেষত পাপ কৰ্মৰ শাস্তি ভূগিব লগীয়া হয়। এই কাৰণে ব্ৰহ্ম অৰ্থাৎ ক্ষৰ পুৰুষ (শিফট্ অফিচাৰ) কৈ আছে যে এইবোৰ নিৰ্বোধ সাধক মোৰ পূজা (চাকৰী)ও নকৰে। মই এই ব্ৰহ্মা, বিষ্ণু, তথা শিবতকৈ অধিক বেতন (পূজা কৰ্মৰ ফল) দিব পাৰো যি ওপৰোক্ত প্ৰভূতকৈও বেচি। আকৌ গীতা অধ্যায় ৭, শ্লোক ১৮ কৈছে যে মোৰ পূজা (চাকৰী)ও পুৰ্ণ লাভদায়ক নহয়। কাৰণ নিজৰ পূজাক গীতা জ্ঞান দাতা (ব্ৰহ্ম/ক্ষৰ পুৰুষ/কাল) প্ৰভূই (অনুত্তমাম্) অতি বেয়া অৰ্থাৎ অতি নিম্ন স্তৰৰ বুলি কৈছে। এই বাবে গীতা অধ্যায় ১৫, শ্লোক ৪, তথা অধ্যায় ১৮, শ্লোক ৬২, কৈছে যে সেইজন পৰমেশ্বৰ শৰণত যোৱা যাৰ কৃপাত তই পৰম শান্তি তথা সত্‌লোক (শাশ্বত্ স্থান/ঋতধাম) প্ৰাপ্ত হ'বা। তাত যোৱাৰ পিছত সাধকৰ পুনৰ জন্ম নহয় অৰ্থাৎ অনাদি মোক্ষ (পূৰ্ণ মোক্ষ/ পূৰ্ণ মোক্ষ) প্ৰাপ্ত হৈ যায় তথা গীতা জ্ঞান দাতা প্ৰভূ (ক্ষৰ পুৰুষ/কাল/ব্ৰহ্ম) কৈ আছে যে মইও সেই আদি পুৰুষ পৰমেশ্বৰৰ শৰণত আছোঁ। গীতা অধ্যায় ৭, শ্লোক ১২, পৰা ১৫, ১৮ আৰু ২০ ৰ পৰা ২৩ লৈ বুজিবৰ কাৰণে অনুগ্ৰহ কৰি নিম্ন বিবৰণ মনোযোগেৰে পঢ়ক?

## "তিনি গুণ কি? প্ৰমাণৰ সৈতে"

"তিনিগুণ-ৰজগুণ ব্ৰহ্মাদেৱ, সত্‌গুণ, বিষ্ণুদেব, তমগুণ মহাদেৱ। ব্ৰহ্ম (কাল) তথা প্ৰকৃতি (দুৰ্গাদেবী)ৰ পৰা উৎপন্ন হৈছে তথা তিনিও নাশৱান।"

প্ৰমাণ ঃ- গীতা প্ৰেস গোৰক্ষপুৰৰ পৰা প্ৰকাশিত শ্ৰী শিৱ মহাপুৰান যাৰ সম্পাদক শ্ৰীহনুমান প্ৰসাদ পোদ্দাৰ পৃষ্ঠ নং ১১০, অধ্যায় ৯ ৰূদ্ৰ সংহিতা "এইদৰে ব্ৰহ্মা-বিষ্ণু তথা শিব তিনিও দেৱতাৰ গুণ আছে, উপৰন্তু শিৱ (ব্ৰহ্ম/কাল) গুনাতীত বুলি কৈছে।

দ্বিতীয় প্ৰমাণ - গীতা প্ৰেস গোৰক্ষপুৰ পৰা প্ৰকাশিত শ্ৰীমদ্ দেবী ভাগৱত পুৰান যাৰ সম্পাদক শ্ৰী হনুমান প্ৰসাদ পোদ্দাৰ, চিমনলাল গোস্বামী, তৃতীয় স্বন্দ, অধ্যায় ৫, পৃষ্ঠা ১২৩ ঃ-ভগৱান বিষ্ণুৱেই দুৰ্গাক স্তুতি কৰি কলে মই (বিষ্ণু), ব্ৰহ্মা তথা শংকৰ তোমাৰ কৃপাতেই বিদ্যমান হৈ আছোঁ। আমালোকৰ তো আবিৰ্ভাব (জন্ম) তথা তিৰোভাব (মৃত্যু) হয়। আমি নিত্য (অবিনাশী) নহওঁ। তুমিয়ে নিত্য, জগত জননী, প্ৰকৃতি আৰু সনাতনী দেবী। ভগৱান শংকৰে কলে যদি ভগৱান ব্ৰহ্মা তথা ভগৱান বিষ্ণু তোমাৰ

**পৰাই উৎপন্ন হৈছে তেন্তে সিহঁতৰ পিছত উৎপন্ন হোৱা মই তমোগুণী লীলা কৰোতা শংকৰ তোমাৰ সন্তান নহওঁ জানো, অৰ্থাৎ মোৰো জনম দাত্ৰী তুমিয়েই হোৱা। এই সংসাৰৰ সৃষ্টি, স্থিতি তথা সংহাৰত তোমাৰ গুণ সৰ্বদাই আছে। এই তিনিও গুণৰ পৰা উৎপন্ন আমি, ব্ৰহ্মা, বিষ্ণু তথা মহেশ্বৰ নিয়মানুষাৰ কাৰ্য্যত তৎপৰ হৈ থাকো।**

**ওপৰোক্ত এই বিৱৰণ কেৱল হিন্দিত অনুবাদিত শ্ৰীদেৱী মহাপুৰানত আছে যত কিছুমান তথ্যক গোপন কৰি ৰখা হৈছে। এই কাৰণে এই প্ৰমাণ দেখক শ্ৰীমদ্ দেবী ভাগৱত মহাপুৰান সভাষ্টিকম সমহাত্যম্, খেমৰাজ শ্ৰীকৃষ্ণ দাস প্ৰকাশন মুম্বাই, ইয়াত সংস্কৃতৰ সৈতে হিন্দিত অনুবাদ কৰিছে। তৃতীয় স্বন্দ, অধ্যায় ৪, পৃষ্ঠা ১০, শ্লোক ৪২ ঃ-**

ব্ৰহ্মা - অহম্ মহেশ্বৰঃ ফিল তে প্ৰভাৱাৎসৰ্বে বয়ম জনি যুতা ন যদা তু নিত্যাঃ কে অন্যে সুৰাঃ শতমখ প্ৰমুখাঃ চ নিত্যা নিত্যা ত্বমেৱ জননী প্ৰকৃতিঃ পুৰানা। (৪২)

**অনুবাদ ঃ (বিষ্ণুদেৱে কলে) হে আই! ব্ৰহ্মা, মই তথা শিব তোমাৰ কৃপাত জনম লভিছোঁ, নিত্য নহওঁ অৰ্থাৎ আমি আবিনাশী নহওঁ, তেন্তে অন্য ইন্দ্ৰাদি আৰু আন আন দেবতাবোৰ কি প্ৰকাৰে নিত্য হ'ব পাৰে। তুমিয়ে অবিনাশী, আমাৰ সকলোৰে জননী অৰ্থাৎ জনমদায়ী মাতৃ, প্ৰকৃতি তথা সনাতনী দেবী (৪২)।**

**পৃষ্ঠা ১১-১২, অধ্যায় ৫, শ্লোক ৮** ঃ যদি দয়াৰ্দ্ৰমনা ন সদাম্বেকিকে কথমহম বিহিতঃ চ তমোগুনোঃ কমলজশ্চ ৰজো গুনো সম্ভৱঃ সুবিহিতঃ কিমু সত্বগুনোম্ হৰি ঃ (৮)

**অনুবাদ ঃ ভগৱান শংকৰ কলে - হে আই ! যদি আমাৰ ওপৰত আপুনী দয়াময়ী হোৱা তেন্তে মোক কিয় তমোগুণী বনাইছা, পদুমৰ পৰা উৎপন্ন ব্ৰহ্মাক কি কাৰণে ৰজগুণী তথা বিষ্ণুক কিয় সত্গুণী বনাইছা? অৰ্থাৎ জীৱক জন্ম-মৃত্যু ৰূপী দুস্কৰ্মত কিয় আৱদ্ধ কৰিছা?**

**শ্লোক ১২** ঃ ৰময়সে স্বপতিম পুৰুষম সদা তব গতিম ন হি বিহ বিদ্ম শিৱে (১২)।

**অনুবাদ ঃ নিজৰ পতি পুৰুষ অৰ্থাৎ কাল ভগৱানৰ লগত সদায় ভোগ বিলাসত ৰত হৈ থকা। আপোনাৰ ভাব-গতি কোনেও নেজানে।**

**তৃতীয় স্কন্দ পৃষ্ঠ ১৪, অধ্যায় ৫, শ্লোক ৪৩** ঃ- একমেৱা দ্বিতীয়ম যত্ ব্ৰহ্ম বেদা বদন্তি বৈ। সা কিম ত্বম্ বায়েপ্যসৌ ৰা কিম সন্দেহম বিনিবৰ্তয় (৪৩)

**অনুবাদ ঃ- যিটো বেদত অদ্বিতীয় কেৱল এক পূৰ্ণ ব্ৰহ্ম বুলি কৈছে সেইজন কি আপুনীয়ে নে অইন কোনোবা জন? মোৰ এই শংকা নিৱাৰণ কৰক। ব্ৰহ্মাদেৱৰ প্ৰাৰ্থনাত দেৱীয়ে কলে —**

দেৱয়ুৱাচ সদৈকত্বম ন ভেদোৱেস্তি সৰ্বদৈব মমাস্য চ।। যোৱেসৌ সাৱেহমহম যোৱেসৌ ভেদোৱেস্তি মতিবিভ্ৰমাত্।। ২।। আৱয়োৰোন্তৰম সুক্ষ্মম যো বেদ মতিমাষ্টি সঃ।। বিমুক্তঃ স তু সংসাৰান্মুচ্যয়তে নাত্ৰ সংশয়ঃ।। ৩।।

**অনুবাদ ঃ- দেবীয়ে কলে এইটো হয় সেইটোৱে মই হওঁ, যিটো মই হওঁ সেইটোৱে এইটো, মতি বিভ্ৰম হলেহে ভেদ ভাহি উঠে।। ২।। আমি দুইয়োৰে যি সুক্ষ্ম অন্তৰ আছে ইয়াক যিয়ে জানিব পাৰিছে তেওঁৱেই পূৰ্ণ জ্ঞানী অৰ্থাৎ তত্বদৰ্শী, তেওঁ সংসাৰৰ পৰা পৃথক হৈ মুক্ত হয়, ইয়াত সন্দেহ নাই।। ৩।।**

সুমৰনাদ্দৰ্শনম তুভ্যয়ম দাস্যেএহম বিষমে স্থিতে।। স্বৰ্তব্যাৱেহম সদা দেবাঃ পৰমাত্মা

সনাতনঃ।।৮০।। উভয়োঃ সুমৰণাদেব কাৰ্য্য সিদ্ধিৰ সংশয়ম্।।ব্ৰহ্মোৱাচ।।ইত্যুৰাক্তা বিস সৰ্জাস্মান্দ ত্বা শক্তীঃ সুসংস্কৃতান্।।৮১।। বিষ্ণৱেএথ মহালক্ষ্মী মহাকালীম শিবায় চ।। মহাসৰস্বতীম্ মহয়েম্যম স্থানাত্তস্মাদ্ধি সৰ্জিতাঃ ।।৮২।।

**অনুবাদ ঃ- সংকট উপস্থিত হলে স্মৰণৰ দ্বাৰাই মই তোমালোকক দৰ্শন দিম, দেবতা সকল! পৰমাত্মা সনাতন দেৱত্ব শক্তি ৰূপৰ দ্বাৰা সদায় মোৰ স্মৰণ কৰিবা।। ৮০।। দুইয়োৰে সুমিৰনত অৱশ্যই কাৰ্য্য সিদ্ধি হব। ব্ৰহ্মাই কলে, এইদৰে সংস্কাৰ কৰি আৰু শক্তি প্ৰদান কৰি আমাক বিদায় দিলে।। ৮১।। বিষ্ণুৱ কাৰণে মহালক্ষ্মী, শিৱৰ কাৰণে মহাকালী, আৰু মোক মহাস্বৰসতী প্ৰদান কৰি বিদায় কৰিলে।। ৮২।।**

মম চৈব শৰীৰম বৈ সুত্ৰ মিত্বাভিধীয়তে।। স্থুলম শৰীৰম বক্ষ্যামি ব্ৰহ্মণঃ পৰমাত্মনঃ।।৮৩।।

**অনুবাদ ঃ- মোৰ শৰীৰ সুত্ৰৰূপ কোৱা হয়, পৰমাত্মা ব্ৰহ্মৰ স্থুল শৰীৰ কোৱা হয়।**

## “পুৰাণ বাক্যৰ সাৰ কথা”

**স্পষ্ট হল যে শ্ৰীব্ৰহ্মাদেব ৰজগুণী, শ্ৰীবিষ্ণুদেব সত্‌গুণী তথা শ্ৰীশিব-তমগুণী। এই তিনিও প্ৰভূ নাশৱান তথা এওঁলোকৰ জন্ম-মৃত্যু হয়। দূৰ্গা দেৱীক প্ৰকৃতি দেৱীও কোৱা হয়। দূৰ্গাৰ পতি ব্ৰহ্ম (কাল/ক্ষৰপুৰুষ)। এওঁ তাইৰ লগত স্বামী-স্ত্ৰীৰ ব্যৱহাৰ (ৰমন/বিলাস) মৰ্য্যাদাৰে থাকে। দূৰ্গা তথা ব্ৰহ্ম দুইয়ো স্থুল শৰীৰৰ আকাৰত আছে।**

**এই প্ৰমান গীতা অধ্যায় ১৪, শ্লোক ৩ৰ পৰা ৫লৈ আছে। গীতা জ্ঞান দাতা ব্ৰহ্ম (ক্ষৰ পুৰুষ/কাল) কৈ আছে যে প্ৰকৃতি (দূৰ্গা) তো মোৰেই পত্নী। মই ইয়াৰ যোনীত (গৰ্ভাশয় স্থানত) বীজ স্থাপন কৰো যাৰ দ্বাৰা সকলো প্ৰাণীৰ উৎপত্তি হয়। মই সৰ্ব একৈশ ব্ৰহ্মাণ্ডত থকা প্ৰাণীৰ পিতা তথা প্ৰকৃতি (দূৰ্গা/অষ্টাঙ্গী) সকলোৰে জননী এই দূৰ্গা (প্ৰকিতি/অষ্টাঙ্গী)ৰ পৰা উৎপন্ন তিনি গুণ (ৰজগুন ব্ৰহ্মা, সত্‌গুন-বিষ্ণু তথা তমগুণ-শিব) সকলো প্ৰাণীক কৰ্ম বন্ধন (চৌৰাশী লাখ যোনী ভ্ৰমন)ত আবদ্ধ কৰি ৰাখে।“ত্ৰিগুন মায়া (ৰজগুন-ব্ৰহ্মা, সত্‌গুন-বিষ্ণু তথা তমগুন-শিব) বদ্ধ জীৱক মুক্ত হবলৈ নিদিয়ে।”**

## “ত্ৰিগুন মায়া (ৰজগুন-ব্ৰহ্মা, সত্‌গুন-বিষ্ণু তথা তমগুন-শিব) বদ্ধ জীৱক মুক্ত হবলৈ নিদিয়ে।”

**পবিত্ৰ গীতা অধ্যায় ৭, শ্লোক ১ আৰু ২ গীতা জ্ঞান দাতা ব্ৰহ্ম (কাল/ক্ষৰ পুৰুষ) কৈ আছে যে হে অৰ্জুন! এতিয়া মই তোমাক সেই জ্ঞান শুনাম যাক শুনাৰ পিছত আৰু একো কিছু বাকী নেথাকিব।**

**গীতা অধ্যায় ৭, শ্লোক ১২ঃ গীতা জ্ঞান দাতা ব্ৰহ্ম (ক্ষৰ পুৰুষ/কাল) কৈ আছে যে তিনিও গুণৰ পৰা যিবোৰ হৈ আছে সেইবোৰ মোৰে দ্বাৰা হৈ আছে বুলি জানিবা। যেনে ৰজগুন (ব্ৰহ্মা)ৰ পৰা উৎপত্তি, সত্‌গুন (বিষ্ণু)ৰ পৰা পালন পোষন স্থিতি তথা তমগুন (শিব)ৰ পৰা প্ৰলয় (সংহাৰ)ৰ কাৰণ কাল ভগৱান। আকৌ কৈছে মই ইবোৰত নাই। কিয়নো কাল বহুত দূৰত (একৈশ ব্ৰহ্মাণ্ডৰ নিজ লোকত) থাকে আৰু মন ৰূপত আনন্দ ভোগ বিলাস কালে ভোগ কৰে তথা ৰিমোটৰ দ্বাৰা সৰ্বপ্ৰাণীক তথা ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰক যন্ত্ৰৰ দৰে পৰিচালনা কৰে। গীতা জ্ঞানদাতা ব্ৰহ্মই কৈ আছে যে মোৰ**

একৈশ ব্ৰহ্মাণ্ডত থকা প্ৰাণীৰ কাৰণে মোৰ পূজাৰ দ্বাৰাই শাস্ত্ৰ অনুকুল সাধনা আৰম্ভ হয়, যি বেদত বৰ্ণিত আছে। মোৰ অধিনত যিমান প্ৰাণী আছে সিবিলাকৰ বুদ্ধি মোৰ হাতত আছে। মই কেৱল একৈশ ব্ৰহ্মাণ্ডৰ গৰাকী। এই বাবে (গীতা অধ্যায় ৭, শ্লোক ১২ ৰ পৰা ১৫ লৈ) যিবিলাক কাৰ্য্য কলাপ তিনি গুণৰ পৰা (ৰজগুন-ব্ৰহ্মাৰ দ্বাৰা জীৱৰ উৎপত্তি, সত্‌গুন বিষ্ণু দেৱৰ দ্বাৰা পালন পোষন স্থিতি তথা তমোগুন-শিবৰ দ্বাৰা সংহাৰ কাৰ্য্য) ঘটি আছে সেই সকলোৰে মুখ্য কাৰণ মই (ব্ৰহ্ম/কাল পুৰুষ)। (কিয়নো কাল/ব্ৰহ্ম প্ৰতি দিন এক লাখ মানব শৰীৰ ধাৰী প্ৰাণীৰ সুক্ষ্ম শৰীৰক গৰম কৰি মলি খোৱাৰ অভিশাপ লাগিছে) যি সাধক মোৰ (ব্ৰহ্মৰ) সাধনা নকৰি ত্ৰিগুনময়ী মায়া (ৰজগুন-ব্ৰহ্মা, সতগুন-বিষ্ণু, তমগুন-শিব)ৰ সাধনা কৰি ক্ষনিক লাভ প্ৰাপ্ত কৰে যাৰ দ্বাৰা বেচি কষ্ট সহিবলগীয়া হয়, লগতে সংকেত কৰিছে যে ইয়াত কৈ বেচি লাভ মই (ব্ৰহ্ম/কাল) দিব পাৰো, কিন্তু এইবোৰ মূৰ্খ সাধক তত্বজ্ঞানৰ অভাৱত এই তিনি গুণৰ (ৰজগুন-ব্ৰহ্মা, সতগুন বিষ্ণু, তমগুন-শিব) সাধনা কৰি থাকে। ইবিলাকৰ বুদ্ধি এই তিনি প্ৰভূলৈ সীমিত। এই কাৰণে এইবোৰ ৰাক্ষস স্বভাব ধাৰণ কাৰী, মনুষ্যৰ ভিতৰত নীচ, শাস্ত্ৰ বিধি বিৰুদ্ধ সাধনা কৰা দুস্কৃতকাৰী মূৰ্খ মোক (কাল/ব্ৰহ্মা) নভজে। এই প্ৰমান গীতা অধ্যায় ১৬, শ্লোক ৪ পৰা ২০ লৈ আৰু ২৩-২৪লৈ অধ্যায় ১৭, শ্লোক ২-১৪ তথা ১৯-২০ ভিতৰত আছে।

বিচাৰ কৰক ঃ- ৰাৱনে ভগৱান শিৱক মৃত্যুঞ্জয়, অজৰ-অমৰ, সৰ্ব্বেশ্বৰ মানি ভক্তি কৰিছিল, দহবাৰ নিজৰ মূৰ ছেদন কৰি সমৰ্পন কৰিছিল, যাৰ সলনি যুদ্ধৰ সময় ৰাৱনৰ দহটা মূৰ প্ৰাপ্ত হৈছিল, কিন্তু মুক্তি নহল, তাক ৰাক্ষস কোৱা হয়। এই দোষ ৰাৱনৰ গুৰুদেৱৰ। যি নিৰ্বোধ (মূৰ্খ বৈদ্য) বেদৰ সঠিক অৰ্থ নুবুজি নিজৰ বুজৰ দ্বাৰা তমোগুন যুক্ত ভগৱান শিৱকে পূৰ্ণ পৰমাত্মা বুলি উপদেশ কৰিছিল তথা সৰল আত্মা ৰাৱনে ঠগ গুৰুদেৱৰ ওপৰত বিশ্বাস কৰি নিজৰ জীৱন আৰু কুলক নাশ কৰিছিল।

১। এজন ভস্মাগিৰি নামৰ সাধক আছিল, যিয়ে শিৱক ইষ্ট দেব মানি শীৰ্ষাসন কৰি (ওপৰফালে ভৰি তলফালে মূৰ) ১২ বছৰলৈ সাধনা কৰিছিল, ভগৱান শিৱক অঙ্গীকাৰ কৰাই তাৰ ভস্ম খাৰুখন প্ৰাপ্ত কৰিলে। সেইখন পাই শিবকে মাৰিবলৈ খেদিলে। উদ্দেশ্য এইটো আছিল শিবক মাৰি তাৰ পত্নী পাৰ্বতীক পত্নী বনাব। ভগৱান শিব প্ৰাণৰ ভয়ত পলাবলৈ ধৰিলে, আকৌ বিষ্ণুদেৱে সেই ভস্মাসুৰক গণ্ডহথ নৃত্য শিকোৱাৰ ছলনা কৰি তাক তাৰ ভস্ম খাৰুৰে ভস্ম কৰিলে। সেইজন শিবৰ (তমোগুনী) সাধকক ৰাক্ষস বুলি কৈছে। হিৰণ্য কশিপুই ভগৱান ব্ৰহ্মাক (ৰজোগুণী) সাধনা কৰিছিল সেয়ে তাকো ৰাক্ষস বোলা হৈছে।

২। এসময়ৰ কথা আজিৰ পৰা (সন ২০০৬) ৩৩৫ বছৰ আগেয়ে পূৰ্ব হৰিদ্বাৰত হৰকী পৈড়িয়ো (শাস্ত্ৰ বিধি বিৰুদ্ধ ভক্তি সাধনা কৰা সকলৰ) কুম্ভ উৎসৱৰ সংযোগ হৈছিল। তাত সকলো ত্ৰিগুণ উপাসকৰ মহাত্মাজন স্নান কৰিবলৈ উপস্থিত হৈছিল। গিৰী, পুৰী, নাথ, নাগা আদি সম্প্ৰদায় যিবোৰ ভগৱান শিবৰ (তমোগুনী) উপাসক, বৈষ্ণৱ সকল শ্ৰীবিষ্ণুদেৱৰ (সতগুন) উপাসক আছিল। প্ৰথমে স্নান কৰিবৰ বাবে নাগা তথা বৈষ্ণৱ সাধুৰ মাজত ঘোৰতোৰ যুদ্ধ হৈ গৈছিল। মোটামুটি ২৫০০০ (পচিশ হেজাৰ) ত্ৰিগুন উপাসক নিহত হৈ গৈছিল। যি সকল ধৰ্মীয় ব্যক্তি অলপ কথাতে নৰ সংহাৰ কৰিব পাৰে তেওঁলোকে সাধু নে ৰাক্ষস স্বয়ং বিচাৰ কৰক। সাধাৰণ ব্যক্তি কৰবাত যদি

গা ধুই থাকে আৰু কোনো ব্যক্তি যদি আহি কয় কৃপা কৰি মোকো গা ধুবলৈ অকন মান স্থান দিয়ক। শিষ্টাচাৰ খাতিৰত কয় যে ভাই আহক আহক আপুনীও গা খন ধুই লওক। ইফাল-সিফালৰ পৰা অহাজনক নিশ্চয় স্থান দিয়ে। এইবাবে পবিত্ৰ গীতা অধ্যায় ৭, শ্লোক ১২ৰ পৰা ১৫ লৈ কৈছে যে যিবিলাকৰ মোৰ ত্ৰিগুন মায়াৰ (ৰজগুন ব্ৰহ্মাদেব, সত্‌গুন-বিষ্ণুদেব, তমোগুন-শিব) পূজাৰ দ্বাৰা জ্ঞান হৰণ হৈছে, সিবিলাকে কেৱল মান-সন্মানৰ ভূকা (ভোক/হাঙ্গৰী) ৰাক্ষস স্বভাৱ ধাৰণ কৰা, মনুষ্যৰ ভিতৰত নীচ অৰ্থাৎ সাধাৰণ ব্যক্তিতকৈ পতিত হোৱা স্বভাৱৰ, দুস্কৰ্ম কৰা মূৰ্খ মোৰো ভক্তি নকৰে। গীতা অধ্যায় ৭, শ্লোক ১৬ পৰা ১৮ লৈ পবিত্ৰ গীতা জ্ঞান দাতা (ব্ৰহ্ম) প্ৰভূ কৈ আছে মোৰ ভক্তি (ব্ৰহ্ম সাধনা) চাৰি প্ৰকাৰৰ সাধকে কৰে। এক তো অৰ্থাৰ্থী (ধনৰ আকাংখাকাৰী) যি বেদ মন্ত্ৰৰ দ্বাৰা যন্ত্ৰ মন্ত্ৰ, হোম আদি কৰি থাকে। ২য় আৰ্ত (যি সংকট নিৱাৰণৰ কাৰণে বেদৰ মন্ত্ৰৰ দ্বাৰা যন্ত্ৰ মন্ত্ৰ, হোম আদি কৰি থাকে) তৃতীয় জিজ্ঞাসু যি পৰমাত্মাৰ জ্ঞান জানিবৰ ইচ্ছা ৰখা কেৱল জ্ঞান সংগ্ৰহ কৰি বক্তা (পাঠকদাৰ/প্ৰবচনকাৰী) হৈ যায় তথা অইনতকৈ জ্ঞান শ্ৰেষ্ঠ আধাৰৰ ওপৰত উত্তম সাজি জ্ঞানবান দেখুৱাই অভিমান বশ ভক্তিহীন হৈ যায়। চতুৰ্থ জ্ঞানী, যাৰ এই জ্ঞান হৈ গৈছে যে মানৱ শৰীৰ বাৰ-বাৰ নিমিলে, এই জীৱনতে যদি ঈশ্বৰৰ ভক্তি সাধনা কৰা নহয় তেন্তে জীৱন ব্যৰ্থ হৈ যাব। পিছত বেদ পঢ়িলে, যাৰ সহায়ত জ্ঞান হল যে (ব্ৰহ্মা, বিষ্ণু, শিব) তিনিগুন আৰু ব্ৰহ্ম (ক্ষৰপুৰুষ/কাল) তথা পৰব্ৰহ্ম (অক্ষৰ পুৰুষ) এই সকলোতকৈ উপৰ পূৰ্ণব্ৰহ্মৰ হে ভক্তি কৰা উচিত, অন্য দেৱতাৰ নহয়। সেই উদাৰ জ্ঞানী আত্মাৰ মই প্ৰিয় তথা মোক এই কাৰণে সিবিলাক ভাল লাগে যে সিবিলাকে তিনিগুনৰ (ৰজগুন ব্ৰহ্মা, সতগুন বিষ্ণু, তমগুন শিব) ওপৰত উঠি মোৰ সাধনা (পূজা) তো কৰিবলৈ ললে যি অন্য দেৱতাতকৈ ভাল কিন্তু বেদত 'ওঁম্' নাম যি কেৱল ব্ৰহ্মৰে সাধনাৰ মন্ত্ৰ আছে তাকে বেদ পঢ়া বিদ্যান সকলে নিজে নিজেই বিচাৰ বিমৰ্শ কৰি পূৰ্ণ ব্ৰহ্মৰ মন্ত্ৰ জানি বছৰৰ পিছত বছৰলৈ সাধনা কৰি থাকিল। প্ৰভূ প্ৰাপ্তি নহল কিন্তু অন্য সিদ্ধি প্ৰাপ্ত হল। কিয়নো পবিত্ৰ গীতা অধ্যায় ৪, শ্লোক ৩৪ তথা পবিত্ৰ যজুৰ্বেদ অধ্যায় ৪০, মন্ত্ৰ ১০ বৰ্ণিত আছে যে তত্বদৰ্শী সন্ত বা গুৰু নিমিলাৰ কাৰণে, যিয়ে পূৰ্ণব্ৰহ্মৰ ভক্তি সাধনাৰ তিনি মন্ত্ৰ উপদেশ দিয়ে, ফলত জ্ঞানীও ব্ৰহ্ম (কাল/ক্ষৰপুৰুষ)ৰ সাধনা কৰি জন্ম মৃত্যুৰ চক্ৰত আৱদ্ধ হৈ গল।

এজন উদাৰাত্মা জ্ঞানী চুনক মুনি বেদক অধ্যয়ন কৰি পূৰ্ণ প্ৰভূৰ ভক্তি মন্ত্ৰ 'ওম' জানি এই মন্ত্ৰেৰে কেবা বছৰলৈ তপ কৰিলে। এজন মান্ধাতা নামৰ চক্ৰৱৰ্তী ৰজা আছিল (চক্ৰৱৰ্তী ৰজা মানে গোটেই পৃথিৱীৰ শাষক)। তেওঁ নিজৰ অধিনত থকা ৰজা বিলাকক যুদ্ধৰ বাবে চেলেঞ্জ কৰিলে। এটা ঘোৰাৰ ডিঙিত জাননী পত্ৰ বান্ধি দি গোটেই ৰাজ্যত ঘুৰালে। চৰ্ত আছিল যিয়ে মান্ধাতা ৰজাৰ গোলামী স্বীকাৰ নকৰে তাৰ যুদ্ধ কৰিব লাগিব। তেওঁ এই ঘোড়াটো ধৰি বান্ধি ৰাখক। কোনেও ঘোড়াটোক নধৰিলে। চুনক মুনিয়ে গম পালে যে ৰজা বহুত অভিমানী হৈ গৈছে। মই এই ৰজাৰ যুদ্ধ স্বীকাৰ কৰো। যুদ্ধ আৰম্ভ হৈ গল। মান্ধাতা ৰজাৰ ওচৰত ৭২ কোটী সেনা আছিল। তাক চাৰি ভাগ কৰি এভাগ (১৮ কোটী) সেনা মুনি চুনকৰ ওপৰত আক্ৰমণ কৰিবলৈ দিয়ালে। আনফালে চুনক মুনিয়ে নিজৰ ভক্তি সাধনাৰ পূণ্যৰ জোৰত চাৰিটা পুতলা (বম্ব) বনাই তথা ৰজাৰ

চাৰিও ভাগ সেনাক বিনাশ কৰি দিলে।

বিশেষ ঃ- শ্ৰীব্ৰহ্মা, শ্ৰীবিষ্ণু, শ্ৰীশিব, তথা ব্ৰহ্ম আৰু পৰব্ৰহ্মৰ ভক্তি কৰিলে পাপ তথা পুণ্য দুয়োৰে ফল ভূগিব লাগে। পুণ্যৰ কাৰণে স্বৰ্গ আৰু পাপৰ কাৰণে নৰকত পিছত চৌৰাশী লাখ প্ৰাণীৰ শৰীৰত নানা প্ৰকাৰৰ যাতনা ভূগিব লাগে। যেনে জ্ঞানী আত্মা শ্ৰী চুনক মুনিয়ে যি 'ওঁম্' নাম জপ কৰি তাৰে অৰ্জিত সিদ্ধি শক্তিৰে চাৰি পুতলা বনাই ৰজাৰ সৈন্যক সমাপ্ত কৰি দিছিল যি কাৰণে তাক মুনি বোলা হৈছিল। কিছু সাধনাৰ ফলৰ বলত মহাস্বৰ্গ ভোগ কৰি আকৌ নৰকত যাব তথা আকৌ চৌৰাশী লাখ প্ৰাণীৰ শৰীৰ ধাৰণ কৰি কষ্টৰ ওপৰত কষ্ট সহন কৰিব লাগিব। যি ৭২ কোটী প্ৰাণীৰ (সৈনীকৰ) সংহাৰ বচনেৰে কৰিছিল তাকো ভোগ কৰিব লাগিব। হত্যা, হত্যাই যিকোনো অস্ত্ৰৰেই কৰক বা বচন ৰূপি অস্ত্ৰৰ দ্বাৰাই কৰক দুয়োৰে সমান দণ্ড প্ৰভূই দিয়ে। যেতিয়া সেই চুনক মুনিৰ আত্মা কুকুৰ শৰীৰ ধাৰণ কৰিব তাৰ মূৰত জখম থাকিব, তাত সেই সৈনিক বিলাকৰ আত্মাই কীট হৈ নিজৰ প্ৰতিশোধ লব। কেতিয়াবা ঠেং ভাঙিব, কেতিয়াবা পিছ ফালৰ ভৰি অৰ্ধাঙ্গ হৈ কেবল আগফালৰ ভৰিৰ সহায়ত চুচৰি বাগৰি ফুৰিব লাগিব তথা শীত-গ্ৰীস্মৰ অসহনীয় কষ্ট ভূগিব লাগিব।

এইবাবে পবিত্ৰ গীতা জ্ঞান দাতা ব্ৰহ্ম (কাল) গীতা অধ্যায় ৭, শ্লোক ১৮ স্বয়ং কৈছে যে এই সকল জ্ঞানী আত্মাই আচলতে উদাৰ কিন্তু পূৰ্ণ পৰমাত্মাৰ তিন মন্ত্ৰৰ বাস্তৱিক ভক্তি সাধনাৰ উপদেশ দিওঁতা তত্বদৰ্শী সন্ত নোপোৱাৰ বাবেই এইবিলাকে মোৰেই (অনুত্তমাম্) অতি অশ্ৰেষ্ঠ মুক্তি (গতি)ৰ আশাত আশ্ৰিত থাকে। অৰ্থাৎ মোৰ ভক্তি বা সাধনা অশ্ৰেষ্ঠ। এই কাৰণে গীতা অধ্যায় ১৮, শ্লোক ৬২ কৈছে যে হে অৰ্জুন! তই সৰ্বোত ভাবে সেই পূৰ্ণ পৰমাত্মাৰ শৰণত গুচি যোৱা। যাৰ কৃপাৰ দ্বাৰাই তই পৰম শান্তি তথা সনাতন পৰম ধাম (সত্লোক) প্ৰাপ্ত হবা। পবিত্ৰ গীতাৰ জ্ঞান শ্ৰীকৃষ্ণৰ শৰীৰত প্ৰেতৰত প্ৰৱেশ কৰি ব্ৰহ্মাই (কাল) কৈছিল। আকৌ কেবা বছৰৰ অন্তত পবিত্ৰ গীতা তথা পবিত্ৰ চাৰিও বেদ মহৰ্ষি ব্যাষ দেৱৰ শৰীৰত প্ৰেতৰত প্ৰৱেশ কৰি স্বয়ং ব্ৰহ্ম (ক্ষৰ পুৰুষ / কাল) লিপিবদ্ধ কৰিছিল। ইয়াত পৰমাত্মা কেনেকুৱা, কেনেকৈ তাক ভক্তি কৰিব লাগে তথা কি উপলব্ধি হব আদি জ্ঞানৰ বৰ্ণনা আছে। কিন্তু পূজাৰ বিধি কেৱল ব্ৰহ্ম (ক্ষৰ পুৰুষ)ৰ অৰ্থাৎ জ্যোতি নিৰঞ্জন কালৰ হে আছে।

পূৰ্ণব্ৰহ্মৰ ভক্তিৰ বাবে পবিত্ৰ গীতা অধ্যায় ৪, শ্লোক ৩৪ পবিত্ৰ গীতা জ্ঞান দাতা (ব্ৰহ্ম) প্ৰভূই স্বয়ং কৈ আছে যে পূৰ্ণ ব্ৰহ্মৰ ভক্তি আৰু প্ৰাপ্তিৰ বাবে কোনো তত্বদৰ্শী সাধু সন্তক বিচাৰি উলিয়াই তাক দণ্ডৱত প্ৰনাম কৰি বিনম্ৰ চিতে কপট নৰখাকৈ তাক সুধিব লাগে। তাৰ পিছত তেওঁ যেনেকৈ উপদেশ কৰিব সেই বিধিকে পালন কৰিব। গীতা জ্ঞান দাতা প্ৰভূই আকৌ কয় পূৰ্ণ পৰমাত্মাৰ পূৰ্ণ জ্ঞান আৰু ভক্তি বিধি মই (ব্ৰহ্ম) নেজানো। নিজৰ সাধনাৰ বিষয়ে গীতা অধ্যায় ৮ শ্লোক ১৩ কৈছে যে মোৰ ভক্তি তো কেৱল এক 'ওম' অক্ষৰ যাৰ উচ্চাৰণ কৰি অন্তিম শ্বাষলৈ দেহ ত্যাগ কৰিলে মোৰেই পৰম গতি প্ৰাপ্ত হয়। আকৌ গীতা অধ্যায় ৭, শ্লোক ১৮ কৈছে যে যি প্ৰভূ বিচৰা আত্মাই তত্বদৰ্শী সন্তৰ প্ৰাপ্ত হোৱা নাই পূৰ্ণ ব্ৰহ্মৰ সাধনা জানে এই বাবে সেইবোৰ উদাৰ আত্মা মোৰে অতি অনুত্তম (অতি বেয়া) পৰম গতি আশ্ৰিত হয়। (পবিত্ৰ গীতা

জ্ঞান দাতা স্বয়ং কৈ আছে যে মোৰ সাধনাৰ পৰা হোৱা গতি অৰ্থাৎ মুক্তি বৰ অশ্ৰেষ্ঠ।)

## "অন্য দেৱতা (ৰজগুন-ব্ৰহ্মাদেব, সত্‌গুন-বিষ্ণুদেব, তমগুন-শিব)ৰ পূজা অৰ্চনা অজ্ঞানীয়ে কৰে।"

অধ্যায় ৭, শ্লোক ২০ কৈছে যে যাৰ সমন্ধ অধ্যায় ৭, শ্লোক ১৫ পৰা একেৰাহে আছে- শ্লোক ১৫ কৈছে যে ত্ৰিগুণময়ী মায়াৰ দ্বাৰা (ৰজগুন-ব্ৰহ্মাদেব, সতগুন-বিষ্ণুদেব, তমগুন-শিবৰ পূজালৈ সীমিত তথা ইহঁতৰ পৰা ক্ষনিক সুখ) যাৰ জ্ঞান হৰণ হৈছে এনে অসুৰ স্বভাৱ ধাৰণ কাৰী, মনুষ্যতকৈ নীচ, দুস্কৰ্ম কাৰী মূৰ্খই মোকো নভজে। অধ্যায় ৭, শ্লোক ২০ বৰ্ণিত সেইবোৰৰ কামনা, বাসনা, ভোগৰ কাৰণে যাৰ জ্ঞান হৰণ হৈছে সেইবিলাকে নিজৰ স্বভাৱ বশত প্ৰেৰিত হৈ অজ্ঞান, এন্ধাৰ আচ্ছন্ন নিয়মৰ আশ্ৰিত অন্য দেৱতাৰ পূজা কৰে। অধ্যায় ৭, শ্লোক ২১ কৈছে যে যি যি ভক্তই যি যি দেৱতাৰ স্বৰূপক পূজা কৰিবলৈ বিচাৰে সেই সেই ভক্তৰ শ্ৰদ্ধাক মই (ব্ৰহ্ম) সেই দেৱতাৰ প্ৰতি স্থিৰ কৰি দিওঁ।

অধ্যায় ৭, শ্লোক ২২ত কৈছে যে যিয়ে যাৰ প্ৰতি শ্ৰদ্ধাযুক্ত হৈ যাৰ পূজা কৰে, যিহওক সেই দেৱতা মোৰে দ্বাৰাই ধাৰ্য্য কৰা কিছু ইচ্ছিত ভোগ প্ৰাপ্ত কৰে। যেনে মুখ্যমন্ত্ৰী কয় যে নীচৰ অফিচাৰ বিলাক মোৰ চাকৰ। মই সিহঁতক কিছু অধিকাৰ দি থৈছো যিবোৰে তাৰ (অফিচাৰৰ) আশ্ৰিত সেই লাভ মোৰে দ্বাৰাই দিয়া হয়, কিন্তু পূৰ্ণ লাভ নহয়। অধ্যায় ৭, শ্লোক ২৩ বৰ্ণিত আছে যে সেইবোৰ মন্দ বুদ্ধি গ্ৰস্ত বিলাকৰ ফল নাশৱান হয়। দেৱতাক পূজন কৰা বিলাকে দেবত্ব প্ৰাপ্ত হয় আৰু (মদভক্ত) মতাৱলম্বী যি বেদত বৰ্ণিত বিধি অনুষাৰ ভক্তি কৰা বিলাকে মোকেই (ব্ৰহ্ম) প্ৰাপ্ত হয় অৰ্থাৎ কাল ব্ৰহ্মৰ জালৰ পৰা কোনেও বাহিৰ হৈ যাব নোৱাৰে।

বিশেষ ঃ- অধ্যায় ৭, শ্লোক ২০ৰ পৰা ২৩লৈ কৈছে যে যিয়ে যাৰ যাৰ সাধনা (পূজা) কৰে যেনে - ভূত, প্ৰেত, পিতৰ, দেবী-দেৱতা আদিৰ পূজা স্বভাব বশত কৰে, মই সেই অল্প বুদ্ধি ভকতক সেই দেও-দেৱতাৰ প্ৰতি আসক্ত কৰাই দিওঁ। সেইবোৰ নিৰ্বোধ সাধকে দেও-দেৱতাৰ পৰা যি লাভ পায় মই (কাল/ব্ৰহ্ম) সেই দেৱতাক কিছু শক্তি দি ৰাখিছো। তাৰে আধাৰৰ ওপৰত দেৱতাৰ পূজাৰী দেৱতাক প্ৰাপ্ত হৈ যাব। পৰন্ত সিবোৰ বুদ্ধি হীন সাধকৰ সেই পূজাই চৌৰাশী লাখ যোনীত অতি সোনকালে লৈ যাব তথা যি মোক (কালক) ভজে সেইবোৰে গৰম শিলাৰ পৰা মহাস্বৰ্গ (ব্ৰহ্মলোক) লৈ যাব তাৰ পিছত জনম-মৃত্যুৰ চক্ৰত আৱদ্ধ থাকিব, মোক্ষ প্ৰাপ্ত নহব। ভাবাৰ্থ এইটোৱে যে দেৱী-দেৱতা তথা ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ তথা মা ভগৱতীৰ পৰা ভগৱান ব্ৰহ্মৰ সাধনা অধিক লাভদায়ক। যিয়ে হওক মহাস্বৰ্গৰ প্ৰাপ্ত সাধকৰ স্বৰ্গৰ সময় এক মহাকল্প হব পাৰে, কিন্তু মহাস্বৰ্গত শুভ কৰ্মৰ সুখ ভোগ কৰি পিছত নৰক তথা অন্য প্ৰাণীৰ শৰীৰ ধাৰণ কৰি মহা কষ্ট সহি থাকিব লাগিব, পূৰ্ণ মোক্ষ নাই অৰ্থাৎ কালৰ জালৰ পৰা মুক্তি নাই।

### "অন্য প্ৰমান"

পবিত্ৰ গীতা আৰু পবিত্ৰ বেদত অন্য দেৱতাৰ পূজা তথা পিতৰ পূজা (শ্ৰাদ্ধ) কৰা তথা ভূত-প্ৰেত পূজা (অস্থি তোলা পিণ্ড দান, হাট-বাটৰ পূজা) কৰা নিষেধ কৰিছে।


পূৰ্ণ ব্ৰহ্ম কবীৰ পৰমেশ্বৰ
গীতা অধ্যায় নং - ১৫
শ্লোক নং- ১ ৰ পৰা ৪
তথা শ্লোক নং-১৬
আৰু ১৭ ৰ বিৱৰণ।
কবীৰ - অক্ষৰ পুৰুষ এটা গছ,
নিৰঞ্জন তাৰ ডাল।
তিনি দেৱতা শাখাডাল
বাকী সকল পাত ৰূপী সংসাৰ।।
ডাল ব্ৰহ্ম
(ক্ষৰ পুৰুষ)
বিষ্ণু (শাখা ডাল)
শিব
ব্ৰহ্মা
শাস্ত্ৰবিৰুদ্ধ
সাধনা
অৰ্থাৎ ওলোটাকৈ ৰোপন কৰা ভক্তি ৰূপী গছ


ব্ৰহ্মা
শিব
গীতা অধ্যায় নং - ১৫
বিষ্ণু
শ্লোক নং- ১ ৰ পৰা ৪
তথা শ্লোক নং-১৬
আৰু ১৭ ৰ বিৱৰণ।
ডাল ব্ৰহ্ম
(ক্ষৰ পুৰুষ)
কবীৰ - অক্ষৰ পুৰুষ এটা গছ,
নিৰঞ্জন তাৰ ডাল।
তিনি দেৱতা শাখাডাল
বাকী সকল পাত ৰূপী সংসাৰ।।
গা-গছ
(অক্ষৰ পুৰুষ পৰ ব্ৰহ্ম)
কবীৰ পৰমেশ্বৰ
(মূল শিপা)
শাস্ত্ৰানুকুল
সাধনা
অৰ্থাৎ সীধা ৰোপন কৰা ভক্তি ৰূপী গছ

## “পবিত্ৰ চাৰিবেদ অনুসৰি ভক্তি সাধনাৰ পৰিণাম কেৱল স্বৰ্গ-মহাস্বৰ্গ প্ৰাপ্তি, মুক্তি নহয়”

পবিত্ৰ গীতা অধ্যায় ৯, শ্লোক ২০, ২১ কৈছে যে যি মনোকামনা (সকাম) সিদ্ধিৰ কাৰণে মোৰ পূজা তিনিও বেদত বৰ্ণিত সাধনা শাস্ত্ৰ অনুকুল কৰে সিবোৰ নিজৰ কৰ্মৰ আধাৰৰ ওপৰত মহাস্বৰ্গত আনন্দ উপভোগ কৰি পিছত জন্ম-মৃত্যুৰ কৰ্ম বন্ধনত আৱদ্ধ হৈ যায় অৰ্থাৎ যজ্ঞ যি শাস্ত্ৰানুকুল তাৰ একমাত্ৰ উদ্দেশ্য সাংসাৰিক সুখ ভোগ, স্বৰ্গ, পিছত নৰক আৰু চৌৰাশী লাখ যোনী ভ্ৰমন। যেতিয়ালৈ তিনি মন্ত্ৰ (ওম, তত্, আৰু সত্ সাংকেতিক) পূৰ্ণ গুৰুৰ পৰা প্ৰাপ্ত নহয়। অধ্যায় ৯, শ্লোক ২২ কৈছে যে যি নিস্কাম ভাবেৰে মোৰ শাস্ত্ৰানুকুল পূজা কৰে তাৰ পূজাৰ সাধনা ৰক্ষা মই (কাল) কৰোঁ, মুক্তি নহয়।

## “শাস্ত্ৰ বিধি বিৰুদ্ধ ভক্তি সাধনা পতনৰ কাৰণ”

পবিত্ৰ গীতা অধ্যায় ৯ৰ শ্লোক ২৩, ২৪ কৈছে যে যি ব্যক্তি অন্য দেৱতাক পূজা কৰে সেই বিলাকেও মোৰ (কাল / ব্ৰহ্মৰ জালত আৱদ্ধ হোৱা) পূজাই কৰে। কিন্তু সিহঁতৰ এই পূজা অবিধি পূৰ্বক (অৰ্থাৎ শাস্ত্ৰ বিধি বিৰুদ্ধ ভাবাৰ্থ যে অইন দেৱতাক পূজা কৰা অনুচিত) কিয়নো সকলো যজ্ঞৰ ভোক্তা আৰু স্বামীময়েই। সেইবোৰ ভক্ত মোক ভালদৰে নেজানে। এইবাবে পতনকে প্ৰাপ্ত হয়। নৰক আৰু চৌৰাশী লাখ যোনী ভ্ৰমণৰ কষ্ট সহিব লাগে। যেনে গীতা অধ্যায় ৩, শ্লোক ১৪-১৫ কৈছে যে সৰ্ব যজ্ঞৰ ভিতৰত প্ৰতিষ্ঠিত অৰ্থাৎ সন্মানিত, যাক যজ্ঞ সমৰ্পন কৰা হয় তেওঁ পৰমাত্মা (সৰ্ব গতম্ ব্ৰহ্ম) পূৰ্ণব্ৰহ্ম। তেওঁৱেই কৰ্মাধাৰ বনাই সকলো প্ৰাণীক প্ৰদান কৰে। কিন্তু পূৰ্ণ সন্ত বা সদ্ গুৰু নিমিলাৰ কাৰণে সৰ্ব যজ্ঞৰ ভোগ (আনন্দ) কাল (মন ৰূপত) ভোগে, এইবাবে কৈছে যে মই (ব্ৰহ্ম) সৰ্ব যজ্ঞৰ ভোক্তা আৰু স্বামী।

## “শ্ৰাদ্ধ কৰোঁৱা (পিতৰ পূজন) বিলাকে প্ৰেত হব, মুক্তি নহয়”

গীতা অধ্যায় ৯, শ্লোক ২৫ কৈছে যে দেৱতাক পূজা সকলে দেৱতাক প্ৰাপ্তি, পিতৰ (পিত্ৰৰ / প্ৰেত) পূজা (শ্ৰাদ্ধ কৰ্ম) কৰা সকলে পিতৰ প্ৰাপ্তি আৰু ভূতক পূজা সকলে ভূতক প্ৰাপ্তি অৰ্থাৎ ভূত হৈ যাব, শাস্ত্ৰানুকুল (পবিত্ৰ বেদ আৰু গীতা অনুসৰি) পূজা কৰা বিলাকে মোকে প্ৰাপ্ত হয় অৰ্থাৎ কাল (ব্ৰহ্ম / ক্ষৰপুৰুষ) দ্বাৰা নিৰ্মিত স্বৰ্গ আৰু মহাস্বৰ্গ আদিত কিছু বেছি সময় আনন্দ উপভোগ কৰি অতিবাহিত কৰিব পাৰিব।

বিশেষ ঃ- যেনে কোনোবাই তহসীলদাৰৰ তলত চাকৰী (পূজা-সেৱা) কৰে তো তেওঁ তহসীলদাৰ হব নোৱাৰে। হয় তাৰ পৰা পোৱা মাহিলী বেতনেৰে ভৰন-পোষন চলিব অৰ্থাৎ তহসীলদাৰৰ অধিনত থাকিব লাগিব। ঠীক এইদৰে যিয়ে যি দেৱতা (শ্ৰীব্ৰহ্মাদেব, শ্ৰীবিষ্ণুদেব, তথা শ্ৰীশিব দেব অৰ্থাৎ ত্ৰিদেব)ৰ পূজা (চাকৰী / সেৱা) কৰে তেওঁ তাৰে পৰাই কিছু লাভ প্ৰাপ্ত কৰে। ত্ৰিগুনময়ী মায়া অৰ্থাৎ তিনিগুন (ৰজগুন-ব্ৰহ্মাদেব, সত্গুন বিষ্ণুদেব, তম গুন-শিবদেব)ৰ পূজা কৰা নিষেধ পবিত্ৰ গীতা অধ্যায় ৭, শ্লোক ১২ৰ পৰা ১৫ তথা ২০ৰ পৰা ২৩ লৈও আছে। এইদৰে যিয়ে পিতৰ পূজা

(প্ৰেতকৰ্ম) কৰিব তেন্তে পিতৰৰ ওচৰত সৰু পিতৰ হৈ সিহঁতৰ লগত কষ্ট সহি থাকিব লাগিব। এইদৰে যিয়ে ভূতৰ / প্ৰেতৰ পূজা (চাকৰি / সেৱা) কৰিব তো ভূত /প্ৰেত হ'ব কিয়নো গোটেই জীৱন যত আসক্তি হৈ থাকে শেষত তাতেই মন আৱদ্ধ হৈ যায়। যি কাৰণে তেওঁলোকৰ ওচৰতে গুচি যাবলগীয়া হয়। কিছুমানে কয় যে ভূত প্ৰেত, দেব-দেৱীকো পুজি থাকিম আৰু আপোনাৰ পৰা নাম উপদেশ লৈ সাধনাও কৰি থাকিম। এনেকুৱা নচলিব। যি সাধনা পবিত্ৰ গীতা আৰু পবিত্ৰ চাৰিও বেদত নিষেধ কৰা আছে তাক কৰা শাস্ত্ৰ বিৰুদ্ধ হ'ব। যিটোক পবিত্ৰ গীতা অধ্যায় ১৬, শ্লোক ২৩-২৪ নিষেধ কৰিছে যে যিয়ে শাস্ত্ৰ বিধি ত্যাগ কৰি মনমানা (মন খুশী) আচৰণ (পূজা) কৰিব সেইবোৰে না তো সুখ প্ৰাপ্ত কৰে না পৰম গতি না কোনো কাৰ্য্য সিদ্ধি কৰিব লগীয়া সিদ্ধ প্ৰাপ্ত হয় অৰ্থাৎ জীৱন ব্যাৰ্থ কৰি পেলায়। এই কাৰণে অৰ্জুন তোমাৰ কৰ্তব্য (যি সাধনাৰ কৰ্ম কৰিবৰ যোগ্য) তথা অকৰ্তব্য (যি সাধনাৰ কৰ্ম কৰিবৰ অযোগ্য)ৰ ব্যৱস্থা (নীতি-নিয়ম) শাস্ত্ৰতেই প্ৰমাণ আছে। অন্য সাধনা বৰ্জনীয়।

এই প্ৰমাণ মাৰ্কেণ্ডয় পুৰাণত (গীতা প্ৰেস গোৰখপুৰৰ পৰা প্ৰকাশিত পৃষ্ঠ ২৩৭ যত মাৰ্কেণ্ডয় পুৰাণ তথা ব্ৰহ্ম পুৰানক একেলগ কৰি সানিছে) আছে যে এজন ৰুচী নামক ব্ৰহ্মচাৰী সাধক বেদ অনুসৰি সাধনা কৰি আছিল। যেতিয়া তেওঁ ৪০ (চল্লিশ) বছৰ অতিক্ৰম কৰিলে তেতিয়া তেওঁ তাৰ নিজৰ চাৰি পূৰ্বজ যিবিলাক শাস্ত্ৰ বিৰুদ্ধ ভক্তি কৰি পিত্ৰৰ হৈছিল তথা কষ্ট ভোগ কৰি আছিল, দেখিবলৈ পালে। "পিত্ৰৰে কলে যে বোপা ৰুচী বিয়া কৰাই আমাৰ শৰাধ কৰোৱা, আমি দুঃখী হৈ আছো। ঋষি ৰুচিই কলে পিত্ৰমহ বেদৰ ভিতৰত কৰ্মকাণ্ড মাৰ্গ (শ্ৰাদ্ধ, পিণ্ড কৰোৱা) আদিক মূৰ্খৰ সাধনা (পূজা) বুলি কৈছে। পিছে আপুনী কিয় মোক সেই ভূল (শাস্ত্ৰবিধি বিৰুদ্ধ) সাধনাত লগাব বিচাৰিছা? পিতৰে কলে বোপাই তোমাৰ এই কথা তো সত্য যে বেদত ভূত, প্ৰেত, পিতৰ, দেৱ-দেৱীৰ পূজা (কৰ্মকাণ্ড) আদিক অবিদ্যা বুলি কৈছে ইয়াত অকন মানিও মিছা নাই।" এই ওপৰোক্ত মাৰ্কেণ্ড পুৰাণৰ ভিতৰত এই লিখনীত পিতৰে কৈছে যে আকৌ পিতৰে কিছু লাভ দিয়ে।

বিশেষ ঃ- এইটো পিতৰ বিলাকৰ আন্দাজ মুলক কথা, সেইটো আমি পালন কৰিব নালাগে। কিয়নো পুৰানৰ ভিতৰত বৰ্ণিত আদেশ কোনো ঋষি বিশেষৰ যিয়ে ভূত, প্ৰেত, অন্য দেব-দেৱীক পুজিবলৈ কৈছে। কিন্তু বেদৰ ভিতৰত প্ৰমান নোহোৱাৰ কাৰণে ই প্ৰভূৰ বা ঈশ্বৰৰ আদেশ নহয়। এইবাবে কোনো সাধু বা ঋষিৰ কথা মান্য কৰি প্ৰভূৰ আদেশ উলংঘা কৰিলে শাস্তিৰ ভাগী হ'ব লাগিব।

এসময়ত এজন মানুহৰ বন্ধুত্ব এক থানাৰ দাৰোগাৰ লগত হৈ গল। সেই মানুহজনে নিজৰ বন্ধু দাৰোগাক কলে যে মোৰ চুবুৰীয়া (পড়োসী) মোক বহুত দিগদাৰ দি আছে। দাৰোগাই কলে মাৰি দিয়া এক দাণ্ডা, মই আছো নহয়। এনি ওৱে চামাল দিম। দাৰোগা বন্ধুৰ আজ্ঞা পাই সেই মানুহজনে নিজৰ পড়োসিক এনেদৰে মাধমাৰ দিলে যে মূৰত আঘাত পোৱাৰ বাবে মৃত্যু হৈ গল। সেই অঞ্চলৰ দাৰোগা হোৱা বাবে সেই থানাৰ ভাৰপ্ৰাপ্ত দাৰোগাই নিজৰ বন্ধুক ধৰি আনিলে, জেলখানাত ভৰাই থলে, পিছত বিচাৰৰ ৰায়ত তাৰ মৃত্যুদণ্ড হল। তাৰ বন্ধু দাৰোগাই একো সহায় কৰিব নোৱাৰিলে। কিয়নো

ৰজাৰ সংবিধান, যদি কোনোবাই কাকো হত্যা কৰে তেন্তে তাৰো মৃত্যু দণ্ড মিলিব। সেই নির্ব্বোধ মানুহজনে দাৰোগাৰ আজ্ঞা পাই ৰজাৰ সংবিধান ভঙ্গ কৰি দিলে। যাৰ ফলত নিজ প্ৰাণটোক হেৰুৱাব লগা হল। ঠিক এইদৰে পবিত্ৰ গীতা আৰু পবিত্ৰ বেদ এইবোৰ ঈশ্বৰৰ সংবিধান। যত কেৱল এক পূৰ্ণ পৰমাত্মাৰ পূজাৰ বিধান আছে অন্য দেবী-দেৱতা, ভূত, প্ৰেত, পিতৰ আদিক পূজা কৰা নিষেধ আছে। পুৰাণত ঋষিৰ (দাৰোগাৰ নিচিনা) আদেশ আছে। যাৰ আজ্ঞা পালন কৰা মানে ঈশ্বৰৰ সংবিধান ভঙ্গ কৰা ফলস্বৰূপে কষ্টৰ ওপৰত কষ্ট সহ্য কৰা। গতিকে আন উপাসনা বা পূজা কৰা পূৰ্ণ মুক্তিৰ বাবে প্ৰতিবন্ধক।

## "সত্য কথা"

মোৰ পূজ্য গুৰুদেব স্বামী ৰামদেৱানন্দ দেব প্ৰায় ১৬ (ষোল্ল) বছৰ বয়সত পূৰ্ণ পৰমাত্মাক পাবৰ বাবে হঠাৎ ঘৰ ত্যাগ কৰি ওলাই গল। প্ৰতিদিনে পিন্ধা বস্ত্ৰ খনকে নিজৰ খেতি পথাৰৰ কাষৰ বনৰ ভিতৰত কোনো মৰা জন্তুৰ হাড়ৰ ওপৰত পেলাই থৈ দিছিল। সন্ধিয়া সময় ঘৰত উভতি নহাৰ কাৰণে ঘৰৰ মানুহে বনৰ ভিতৰত অনুসন্ধান কৰিলে। ৰাতিৰ সময় আছিল। হাড়ৰ দমৰ ওপৰত পৰিচিত বস্ত্ৰ দেখা পাই দুঃখী মনে সন্তানৰ হাড় বুলি টোপোলাত ভৰাই লৈ আনিলে আৰু চিন্তিলে যে লৰাটো বনত গৈছিল, কোনো হিংস্ৰ জন্তুৱে হয়তো খাই পেলাইছে। অন্তিম সংস্কাৰ কৰি দিলে। সকলো কৰ্ম কাণ্ড যেনে — তেৰ দিনীয়া, বছৰী শ্ৰাদ্ধ কৰ্ম আদি কৰি থাকিল। মোটামুটি ১০৪ (এশ চাৰি) বছৰ বয়স হোৱাৰ পিছত এদিন হঠাৎ স্বামীজী নিজ গাওঁ পেন্তাবাস, জিলা-ভিৱানী, তহসিল চৰখীদাদৰী, (হৰিয়ানা)ত উপস্থিত হল। স্বামীজীৰ শিশুকালৰ নাম শ্ৰীহৰি দ্বাৰী দেৱ তথা পবিত্ৰ ব্ৰাহ্মণ কুলত জন্ম হৈছিল। মই দাস (ৰাম পাল দাস) গম পোৱাত দৰ্শন কৰিবলৈ উপস্থিত হলোঁ। স্বামীজীৰ নবৌৰ বয়স মোটামুটি ৯২ (বিৰানব্বৈ) বছৰ বয়স আছিল। মই সেই বৃদ্ধাক পুছিলো যে আমাৰ গুৰুদেৱ ঘৰ ত্যাগ কৰি যোৱাৰ পিছত আপুনী কি অনুভৱ কৰিছিল? সেই বৃদ্ধাই কলে মোৰ বিয়া হোৱাৰ পিছত হে মোক জনাইছিল যে এখেতৰ এজন ভাই আছিল যাৰ নাম শ্ৰী হৰিদ্বাৰী আৰু যাক কোনো বনৰ হিংস্ৰ জন্তুৱে খাই পেলাইছিল। তাৰ শ্ৰাদ্ধ কৰিব লগা হৈছে। মোকো এওঁৰ শ্ৰাদ্ধ কৰিবলৈ কোৱা হৈছিল। বৃদ্ধাই কলে যে ৭০ খন শ্ৰাদ্ধ তাই নিজ হাতেৰেই সমাপন কৰিছে। কেতিয়াবা খেতিৰ ফচল ভাল নহলে অথবা ঘৰৰ কোনো সদস্য বেমাৰত পৰিলে তো আমি পুৰোহিত (গুৰুদেব)ৰ পৰা কাৰণ পুছিলে কয় যে হৰিদ্বাৰী পিতৰ (প্ৰেত) হৈ গৈছে, তেওঁৱে তোমালোকক দুঃখী কৰি আছে। শ্ৰাদ্ধ আদি কৰ্ম কৰাত নিশ্চয় কোনো অশুদ্ধ বৈ গৈছে। এতিয়া সকলো কৰ্ম নিজ হাতেৰে ভালদৰে কৰিম। আগেয়ে মই সময় পোৱা নাছিলো, কিয়নো এটা দিনতে কেবা ঠাইত শ্ৰাদ্ধ কৰ্ম কৰিবলৈ যাব লাগে। এই কাৰণে লৰাটোক পঠাইছিলো। আগলৈ ভালকৈ উৎসৰ্গা আগবঢ়াওক যাতে তাক (হৰিদ্বাৰী) শান্ত কৰা যায়। তেতিয়া তেখেতেক (পুৰোহিত) ২১ অথবা ৫১/- টকা যিয়েই কৈছিল তাকে ভয়তে দিছিলো। আকৌ পিছত পুৰোহিত স্বয়ং শ্ৰাদ্ধ কৰ্ম কৰিছিল। তেতিয়া মই (ৰপামপাল) কলো হে আই! এতিয়া তো এৰি দিয়া, এইবোৰ গীতাশ্ৰাস্ত্ৰ বিধি বিৰুদ্ধ পূজা (সাধনা) নহলে আপুনীও প্ৰেত সাজিব। গীতা অধ্যায় ৯, মন্ত্ৰ ২৫

শুনালো। তেতিয়া বৃদ্ধাই কবলৈ ধৰিলে গীতা মইও পঢ়ো। দাসে কলে আপুনী পঢ়িছে ঠীকে কিন্তু বুজি উঠা নাই। এতিয়া এই ব্যাৰ্থ পূজা পাতালক আগলৈ এৰি দিয়া। বৃদ্ধাই কলে, না ভাইটী, শ্ৰাদ্ধ কৰ্ম কৰাটো কেনেকৈ এৰি দিওঁ, সমাজখন আছে, ই পুৰণী পৰম্পৰাগত ভাবে চলি আহিছে। এই দোষ বৃদ্ধাৰ সৰল আত্মাৰ নহয়। এই দোষ মূৰ্খ গুৰু, মূৰ্খ পণ্ডিত আদি সকলৰ যিবিলাকে নিজৰ পবিত্ৰ শাস্ত্ৰক ভালকৈ নুবুজি মনমানা আচৰণ (পূজাৰ ইচ্ছাকৃত বিধান) উপদেশ কৰিছিল। যি কাৰণে না তো কোনো কাৰ্য্য সিদ্ধ হয়, না পৰম গতি, না কোনো সুখ শান্তি প্ৰাপ্ত হয়। প্ৰমান পবিত্ৰ গীতা অধ্যায় ১৬, শ্লোক ২৩-২৪।

এতিয়া দাসৰ বিনতী এইটো যে শিক্ষিত বৰ্গই অৱশ্যই মনযোগ দিব তথা শাস্ত্ৰ বিধি অনুসৰি পূজা (ভক্তি সাধনা) কৰি পূৰ্ণ পৰমাত্মাৰ সনাতন পৰম ধাম (শাশ্বতম্ স্থানম্) অৰ্থাৎ সত্‌লোক প্ৰাপ্ত কৰক, যাৰ দ্বাৰা পূৰ্ণ মোক্ষ তথা পৰম শান্তি প্ৰাপ্ত হয়। (গীতা অধ্যায় ১৮, শ্লোক ৬২) ইয়াৰ বাবে তত্বদৰ্শী সাধুৰ খোজ কৰক। গীতা অধ্যায় ৪, শ্লোক ৩৪।

এজন শ্ৰদ্ধালুই কলে যে মই আপোনাৰ পৰা নাম উপদেশ লৈ আপোনাৰ দ্বাৰা উপদেশিত সাধনা কৰি থাকিম তথা পৰিয়ালৰ কোনোবাই মৰিলে শ্ৰাদ্ধ কৰ্ম আদিও কৰিম তথা ঘৰুৱা দেব-দেৱীক উপৰুৱা মনেৰে পুজি থাকিম। ইয়াত নো কি দোষ আছে?

মই (ৰামপাল) দাসৰ প্ৰাৰ্থনা ঃ- সংবিধানৰ যিকোনো ধাৰা উলংঘন কৰিলে শাস্তি অৱশ্যই মিলিব। এই কাৰণে পবিত্ৰ গীতা আৰু পবিত্ৰ চাৰিবেদৰ বৰ্ণিত আৰু বৰ্জিত বিধিৰ বিপৰীত সাধনা বা পূজা কৰা ব্যাৰ্থ। (প্ৰমান পবিত্ৰ গীতা অধায় ১৬, শ্লোক ২৩-২৪)। যদি কোনোবাই কয় মই আপোনাৰ গাড়ীৰ চাকাৰ পংচাৰ (বতাই উলিয়াই দিয়া) উপৰুৱা মনে কৰি দিওঁ।................ না, ৰাম নামৰ গাড়ীৰ পংচাৰ কৰা কঠোৰ নিষেধ আছে। ঠীক এইদৰে শাস্ত্ৰ বিৰুদ্ধ পূজা কৰা হানিকাৰকেই হয়।

এজন শ্ৰদ্ধালুই কলে যে মই আৰু কোনো বিকাৰ (মদ-মঙহ আদি) নধৰো। কেবল তম্বাকু (বিড়ি-ছিগাৰেট-ছিলুম) সেৱন কৰো। আপোনাৰ দ্বাৰা উপদেশিত পূজা তথা জ্ঞান অতি উত্তম। মইও গুৰু ধৰিছো, কিন্তু আজিলৈ এনে জ্ঞান কোনো সাধুৰ ওচৰত পাবলৈ নাই। মই ২৫ বছৰৰ পৰা ঘুৰি আছো তিনিজন গুৰু সলনি কৰিছো। অনুগ্ৰহ কৰি মোৰ তম্বাকু সেৱন বন্ধ কৰি দিয়া বাকী সকলো শৰ্ত মঞ্জুৰ আছো। তম্বাকুৰ পৰা কি ভক্তিত বাধা আহে?

দাসৰ প্ৰাৰ্থনা ঃ- দাসে প্ৰাৰ্থনা কৰিছে যে সকলোৰে নিজৰ শৰীৰৰ কাৰণে অক্সিজেনৰ আৱশ্যক আছে (তামুকৰ ধোঁৱাত কাৰ্বন-ডাই অক্সাইড আছে যি হাওঁফাও আৰু শৰীৰৰ তেজক দুষিত কৰে। মানৱ শৰীৰ প্ৰভূ প্ৰাপ্তি আৰু আত্ম কল্যানৰ বাবে প্ৰাপ্ত হৈছে। ইয়াৰ ভিতৰত পৰমাত্মা পোৱাৰ ৰাস্তা সুস্মনা নাড়ীৰ পৰা আৰম্ভ হৈছে। নাকৰ যি দুটা বিন্ধা আছে তাৰ সোঁফালৰ বিন্ধাটোক ইড়া আৰু বাওঁ ফালৰটোক পিংগুলা বোলে। এই দুয়োৰ মাজত সুস্মনা নাড়ী আছে যত এটা সৰু বেজীৰ (Needel) ফুটাৰে সুতা সুমুৱা নিচিনা দুৱাৰ আছে, যি তামুকৰ ধোৱাৰে বন্ধ হৈ যায়, যাৰ দ্বাৰা প্ৰভূ প্ৰাপ্তি

হোৱা পথ বন্ধ হৈ যায়। যদি প্ৰভূ পোৱাৰ ৰাস্তাই বন্ধ হৈ যায় তেন্তে মানব শৰীৰ ধাৰন ব্যাৰ্থ হৈ গল। এই কাৰণে ঈশ্বৰক ভক্তি কৰা সাধকৰ প্ৰত্যেক নিচা জাতীয় বস্তু আৰু অখাদ্য (মাছ, মঙহ, কণী) আদি পদাৰ্থৰ ভক্ষন সৰ্বদা নিষেধ আছে।

এজন শ্ৰদ্ধালুই কলে যে মই তামুক প্ৰয়োগ নকৰো। মদ, মঙহ, মাছ, কণী অৱশ্যেই খাওঁ। ইয়াত নো ভক্তিত কি বাধা আছে? এইবোৰ তো খোৱা বোৱাৰ বাবে প্ৰভূই বনাইছে, তথা গছ-গছনীও তো জীব, সেইবোৰ খোৱা তো আমিষ ভক্ষন তুল্য।

দাসৰ প্ৰাৰ্থনা ঃ- যদি কোনোবাই আমাৰ পিতা মাতা ভাই ভণী, আৰু সন্তানক মাৰি খাই দিয়ে তেন্তে কেনে লাগিব? "জৈসা দৰ্দ আপনে হোৱৈ, বৈসা জান বিৰানে। কহৈ কবীৰ ওৱে জায়ে নৰক মেঁ, জো কাটে শিশ খুৰানেঁ" যি ব্যক্তি পশুক মাৰিবৰ সময় খুৰা তথা মূৰক নিদাৰুন ভাবে কাটি মঙহ খায় সিবিলাকে নৰকৰ ভাগী হব। যেনেকুৱা দুঃখ নিজৰ সন্তান আৰু সমন্ধীয়ক হত্যা কৰিলে হয় এনেকুৱা অইনৰো অনুভব কৰা উচিত। এতিয়া কথা হ'ল গছ-গছনিক খোৱাৰ। ইবিলাকক খোৱাৰ প্ৰভূৰ আদেশ আছে তথা এইবোৰ জড় যোনীৰ। অন্য চেতন প্ৰাণীৰ বধ প্ৰভূৰ আদেশ বিৰুদ্ধ, এই কাৰণে অপৰাধ (পাপ) হয়।

মদ্য সেৱনো প্ৰভূৰ আদেশ নাই উপৰন্ত স্পষ্ট নিষেধ আছে তথা মানৱ জীৱন বৰ্বাদ কৰাৰ উপায়। মদ সেৱন কৰা ব্যক্তি যি কোনো ভূল কৰিব পাৰে। মদ্য সেৱন দেহ, মন, ধন, পৰিয়ালৰ শান্তি তথা সমাজ সভ্যতাৰ মহা শত্ৰু। মৰমৰ শিশুহঁতৰ ভৱিষ্যৎ চৰিত্ৰৰ ওপৰত কু প্ৰভাব পৰে। মদ্য সেৱন কৰা ব্যক্তি যিমানেই ভাল নহওক কেলেই না তাৰ ওপৰত বিশ্বাস না তাৰ ইজ্জত (মান-সন্মান) থাকে। এক সময় এই দাস এখন গাওঁত সৎসঙ্গ কৰিবলৈ গৈছিল। সেইদিন নিচা নিষেধৰ ওপৰত সৎসঙ্গ আছিল। সৎসঙ্গৰ শেষত এজনী এঘাৰ বছৰীয়া ছোৱালী উচুপি উচুপি কান্দিবলৈ ধৰিলে। সোধ পোচ কৰাত সেই ছোৱালী জনীয়ে কলে যে মহাৰাজ মোৰ পিতাই পালম বিমান বন্দৰত ভাল চাকৰী কৰে। কিন্তু সকলো দৰমহা মদ্ সেৱন কৰি সাং কৰে। আই বাধা কৰা কাৰণে ইমান পিটনী দিছে যে শৰীৰত কলা দাগ পৰিছে। এদিন পিতাকে আইক মাৰ পিট কৰিবলৈ ধৰিলে। মই আইক বচাবলৈ লোৱাত মোকো পিটনী দিলে। মোৰ ওঠ বিষাই গল। দহ দিনৰ পিছত ঠিক হল। মোৰ আইয়ে আমাক এৰি মাকৰ ঘৰলৈ গুচি গল। ছয় মাহ পিছত আইতা গৈ লৈ আহিলে। তেতিয়ালৈ আমি নিজৰ আইতাৰ লগতে আছিলো। পিতাকে একো দৰৱ পাতি নিদিলে। পুৱাই উঠি চাকৰীত গুচি যায়। সন্ধিয়া মদ সেৱন কৰি আহে। আমি তিনিজনী ভনী, দুজনী মোৰ সৰু। বৰ্তমানে যেতিয়া পিতাক সন্ধিয়া ঘৰলৈ আহে আমি তিনিও ভনীয়ে বিছনাৰ তলত লুকাই চুপ হৈ থাকো।

বিচাৰ কৰক পূন্যাত্মা সকল, যি সন্তানক পিতাকে বুকুত আকোৱালি লব লাগিছিল তথা সন্তানে পিতাক ঘৰত আহিব জানি বাটলৈ অপেক্ষা কৰি বৈ আছিল, পিতা আহিব ফল আনিব। আজি এই মানব সমাজৰ শত্ৰু মদে কি আউল লগাই দিছে। মদাহী ব্যক্তিয়ে নিজৰ হানি তো কৰেই লগতে বহুত ব্যক্তিৰ আত্মাক দুঃখ দিয়াৰ পাপৰ বোজা নিজৰ মূৰৰ ওপৰত ৰাখে। যেনে স্ত্ৰীৰ দূঃখত তাইৰ পিতা-মাতা, ভাই-ভনী দুঃখী, আকৌ নিজৰ পিতা-মাতা, ভাই-ভনী, আতা-আবু আদি জ্বালাতনত অস্থিৰ। এজন মদাহী ব্যক্তি ওচৰে পাজৰে থকা ভদ্ৰ ব্যক্তিৰ অশান্তিৰ কাৰণ হব পাৰে। কিয়নো ঘৰত কাজিয়া

কৰে। মাক আৰু সন্তানৰ চিঞৰ শুনি প্ৰতিবেশী আহি মাজত বচাবলৈ চেষ্টা কৰে তো মদাহী গাতে ঢলি পৰে, অকনমানি মানবতাৰ সহায় যদি নকৰে তেন্তে ভাল মানুহৰ ৰাতি টোপনী নাহে। এই দাসৰ পৰা উপদেশ লোৱাৰ পিছত প্ৰতিদিন মদ সেৱন কৰা প্ৰায় ১ লাখ ব্যক্তিয়ে সকলো নিচাযুক্ত পদাৰ্থ আৰু মংহ ভক্ষন পূৰ্ণ ৰূপে ত্যাগ কৰিছে তথা যি সন্ধ্যা সময়ত মদ প্ৰেতনীৰ নৃত্য হৈছিল এতিয়া সেইবোৰ পুন্যাত্মাই নিজৰ সন্তানৰ সৈতে বহি সন্ধ্যা আৰতি কৰে। হৰিয়ানা প্ৰদেশ আৰু নিকটবৰ্তী ৰাজ্যৰ প্ৰায় দহ হেজাৰ প্ৰত্যেক গাওঁ আৰু চহৰৰ ভিতৰত আজিও চাৰি পাঁচজন চেম্পিয়ন (এক নম্বৰ মদাহী) উদাহৰণ আছে যি সৰ্ব বিকাৰৰ পৰা ওলাই আহি নিজৰ মানব জীৱন সফল কৰি আছে। কিছুমানে কয় যে আমি ইমান সেৱন নকৰো নহয়, বছ্ কেতিয়াবা অলপ-চলপ লওঁ। বিষ অলপ হলেও বেয়া, যি ভক্তি আৰু মুক্তিৰ বাবে হেঙাৰ (বাধা)।

ধৰি লওক ২ কিঃগ্ৰাম দেশী ঘিউৰ হালোৱা বনালে (সত্ ভক্তিৰ কাৰণে)। আকৌ ২৫০ গ্ৰাম বালি (তম্বাকু মঙহ মদ সেৱন তথা আন উপাসনা কৰা) লৈ হালুৱাত পেলাই দিলে। সব কৰা ধৰা ব্যাৰ্থ হৈ গল। এই বাবে পূৰ্ণ পৰমাত্মা (পৰমঅক্ষৰ ব্ৰহ্ম)ৰ পূজা পূৰ্ণ সন্তৰ পৰা প্ৰাপ্ত কৰি আজীৱন মৰ্য্যাদাৰ ভিতৰত থাকি ভক্তি সাধনা কৰি থাকিলে পূৰ্ণ মোক্ষ লাভ হব।

## "তত্বজ্ঞান প্ৰাপ্তিৰ পিছত হে ভক্তিৰ আৰম্ভনী হয়"

অধ্যায় ৯, শ্লোক ২৬, ২৭, ২৮ৰ ভাৱ হল যিয়ে আধ্যাত্মিক অথবা সাংসাৰিক কৰ্ম কৰে, সেইবোৰে মোৰ মতানুসৰি বেদত বৰ্ণিত পূজা বিধি অনুসৰি কৰ্ম কৰে, সেইজন উপাসক মোৰ (কাল/ব্ৰহ্ম) পৰাই লাভান্বিত হয়। ইয়াৰে বৰ্ণনা এই অধ্যায়ৰ শ্লোক ২০, ২১ ভিতৰত কৰিছে। অধ্যায় ৯ৰ শ্লোক ২৯ ভগৱান কয় যে মোৰ কাৰো ওপৰত দ্বেষ বা মৰম নাই। আকৌ তুৰন্তে কৈছে যে যিয়ে মোক প্ৰেমেৰে ভজে তেওঁ মোৰ মৰমৰ তথা মই তাৰ প্ৰিয় হওঁ অৰ্থাৎ মই সিবিলাকৰ অন্তৰত আৰু সিবিলাকেও মোৰ অন্তৰত। ৰাগ আৰু দ্বেষৰ প্ৰত্যক্ষ প্ৰমান আছে যেনে — প্ৰহ্লাদ বিষ্ণুদেৱৰ আশ্ৰিত আছিল তথা হিৰণ্য কশিপু সন্তানৰ ওপৰত দ্বেষ কৰিছিল। তেতিয়া নৰসিংহ ৰূপ ধাৰণ কৰি ভগৱানে নিজৰ মৰমৰ শিষ্যক ৰক্ষা কৰিছিল তথা ৰাক্ষস হিৰণ্য কশিপুৰ নাড়ি ভূৰি উলিয়াই সমাপ্ত কৰিছিল। প্ৰহ্লাদৰ লগত ঈশ্বৰৰ প্ৰেম তথা হিৰণ্যকশিপুৰ লগত দ্বেষ প্ৰত্যক্ষ প্ৰমান সিদ্ধ হৈছে।

এইবাবে পবিত্ৰ শ্ৰীমদ্ ভগবদ গীতা অধ্যায় ২, শ্লোক ৫৩ কৈছে যে তত্ব জ্ঞান প্ৰাপ্ত হোৱাৰ পিছত নানা প্ৰকাৰ ভ্ৰমিত কৰিব পৰা বচনৰ দ্বাৰা বিচলিত হোৱা তোমাৰ বুদ্ধি এক পূৰ্ণ পৰমাত্মাৰ ওপৰত দৃঢ়তাৰে স্থিৰ হৈ যাব। তেতিয়া তুমি যোগী হবা অৰ্থাৎ তেতিয়া তোমাৰ অনন্য মনৰে সৈতে নিঃসংশয় হৈ এক পূৰ্ণ প্ৰভূৰ ভক্তি আৰম্ভ হৈ যাব।

পবিত্ৰ গীতা অধ্যায় ২, শ্লোক ৪৬ কৈছে যে যেনেকুৱা বহুত ডাঙৰ জলাশয় (যাৰ পানী ১০ বছৰলৈ বৰষুণ নহলেও শুকাই নেযায়) প্ৰাপ্ত হোৱাৰ পিছত সৰু জলাশয় যাৰ পানী এক বছৰ বৰষুণ নহলে শুকাই যায়)ৰ প্ৰয়োজন যিমান ৰৈ যায়। এইদৰে পূৰ্ণ

**পৰমাত্মাৰ (পৰম অক্ষৰ পুৰুষ) গুনৰ জ্ঞান তত্ব জ্ঞানৰ দ্বাৰা আয়ত্ব হোৱাৰ পিছত তোমাৰ আস্থা অন্য জ্ঞানত তথা অন্য ভগৱান (অন্য দেৱতা যেনে — ব্ৰহ্মা, বিষ্ণু, শিব তথা ক্ষৰ পুৰুষ অৰ্থাৎ ব্ৰহ্ম আৰু অক্ষৰ পুৰুষ অৰ্থাৎ পৰব্ৰহ্ম)ত ওপৰত তিমান ৰৈ যাব। যেনেকুৱা সৰু জলাশয় বেয়া নেলাগে কিন্তু তাৰ ক্ষমতাৰ বিষয়ে জনা থাকে যে এইটো কাম চলোৱা মাত্ৰ ভৰষা যি গোটেই জীৱনৰ বাবে পৰ্য্যাপ্ত নহয় তথা বহুত ডাঙৰ জলাশয় প্ৰাপ্ত হোৱাৰ পিছত জানি পোৱা যায় যদি আকাল (দুৰ্যোগ) আহে তথাপিও চিন্তা নাই সমস্যাৰ কাৰণে তথা সৰু জলাশয় শীঘ্ৰে ত্যাগ কৰি ডাঙৰ জলাশয়ৰ কাষত আশ্ৰিত হৈ যাব।**

**এইদৰে তত্বদৰ্শী সন্তৰ পৰা পূৰ্ণ পৰমাত্মাৰ তত্ব জ্ঞানৰ দ্বাৰা পূৰ্ণ ব্ৰহ্মৰ মহিমাৰ লগত পৰিচিত হৈ যোৱাৰ পিছত সাধকে পূৰ্ণৰূপে (অনন্য মনেৰে) সেই পূৰ্ণ পৰমাত্মা (পৰমেশ্বৰ) ওপৰত সৰ্বোতভাবে আশ্ৰিত হৈ যায়।**

**গীতা অধ্যায় ১৮, শ্লোক ৬২ কৈছে যে হে অৰ্জুন! তই সৰ্বোতো ভাবে সেই পৰম পদ পৰমেশ্বৰৰ শৰনত গুচি যোৱা, সেই পৰমেশ্বৰৰ কৃপাৰ দ্বাৰাই পৰম শান্তি প্ৰাপ্ত হবা তথা শাশ্বত স্থানম্ অৰ্থাৎ সনাতন পৰম ধাম অৰ্থাৎ কেতিয়াও নষ্ট নোহোৱা সৎলোক প্ৰাপ্ত হবা।**

**গীতা অধ্যায় ১৮, শ্লোক ৬৩ কৈছে যে মই (কাল) তোমাক এই ৰহস্যময় অতি গোপনীয় (গীতা) জ্ঞান কৈ দিলো। এতিয়া তোমাৰ যেনেকুৱা ইচ্ছা (মন) তেনেকুৱা কৰা। (কিয়নো এইটো গীতাৰ অন্তিম অধ্যায় ১৮ৰ অন্তিম শ্লোক চলিছে এই কাৰণে কৈছে।)**

## “গীতা জ্ঞান দাতা ব্ৰহ্মৰ ইষ্ট (পূজ্য) দেব পূৰ্ণব্ৰহ্ম”

**গীতা অধ্যায় ১৮, শ্লোক ৬৪ কৈছে যে এটা অতি গোপনীয়তকৈ গোপনীয় জ্ঞান আকৌ এবাৰ শুনি লোৱা যে এই পূৰ্ণ পৰমাত্মা (যাৰ বিষয়ে ১৮ অধ্যায় শ্লোক ৬২ কৈছে) মোৰ একদম পাক্কা পূজনীয় ইষ্ট দেব অৰ্থাৎ মই (ক্ষৰ পুৰুষ/ব্ৰহ্ম/কাল) তাৰেই পূজা কৰো। এইটো তোমাৰ হিতৰ বাবেই কলো। (কিয়নো এই খবৰ গীতা জ্ঞান দাতা প্ৰভূই গীতা অধ্যায় ১৫, শ্লোক ৪ৰ ভিতৰত দিছে। যত কৈছে মই সেই আদি পুৰুষ পৰমেশ্বৰৰ শৰণত আছো। এইবাবে ইয়াত কৈছে এইটো গোপনীয়তকৈ অতি গোপনীয় আকৌ এবাৰ শুনা।**

**বিশেষ ঃ- অন্য গীতাৰ অনুবাদ কৰ্তাই ভুল অনুবাদ কৰি পেলাইছে। “ইষ্টঃ অসি মে দৃঢ়ম ইতি”ৰ অৰ্থ কৰিছে যে তই মোৰ প্ৰিয়। আচলতে অৰ্থ হয় —**

অধ্যায় ১৮, শ্লোক ৬৪ ঃ-

সৰ্বগুহ্যতমম্, ভূয়ঃ, শৃনু, মে, পৰমম্, বচঃ, ইষ্টঃ, অসি, মে, দৃঢ়ম্, ইতি, ততঃ, বক্ষ্যামি, তে, হিতম্।।

অনুবাদ ঃ- (সৰ্বগুহ্যতমম্) সম্পূৰ্ণ গোপনীয়তকৈ অতি গোপনীয় (মে) মোৰ (পৰমম্) পৰম ৰহস্যযুক্ত (হিতম্) হিতকাৰী (বচঃ) বচন (তে) তোমাক (ভূয়ঃ) আকৌ (বক্ষ্যামি) কওঁ (ততঃ) ইয়াক (শৃনু) শুনা (ইতি) এই পূৰ্ণব্ৰহ্ম (মে) মোৰ (দৃঢ়ম্) পাক্কা নিশ্চিত (ইষ্টঃ) পূজ্যদেব

(অসি) হয়।

**গীতা অধ্যায় ১৮ শ্লোক ৬৫ গীতা জ্ঞান দাতা প্ৰভু (কাল ভগৱান/ক্ষৰপুৰুষ) কৈ আছে যে যদি মোৰ শৰণত থাকিবৰ ইচ্ছা তেন্তে মোৰ পূজা অনন্য মনেৰে সৈতে কৰা, অন্য দেৱতাৰ (ব্ৰহ্মা, বিষ্ণু, শিব) তথা ভূত, প্ৰেত-পিতৰ আদি পূজা ত্যাগ কৰা। পিছত মোকেই প্ৰাপ্ত হবা অৰ্থাৎ ব্ৰহ্মলোকত থকা স্বৰ্গ, মহাস্বৰ্গলৈ গুচি যাবা। মই তোমাক সত্য প্ৰতিজ্ঞা কৰিছো। তুমি মোৰ প্ৰিয়।**

**গীতা অধ্যায়, শ্লোক ৬৬ কৈছে যে যদি (একম্) সেই অদ্বিতীয় অৰ্থাৎ যাৰ তুলনা অন্যৰ লগত নহয় সেই এক সৰ্ব শক্তিমান, সৰ্ব ব্ৰহ্মাণ্ডৰ স্ৰষ্টা, সকলোৰে ধাৰণ-পোষণ কৰোতা পৰমেশ্বৰৰ শৰণত যাব বিচাৰে যদি তেন্তে মোৰ স্তৰৰ সাধনা যি ‘ওঁ’ নাম জপৰ পূণ্য তথা অন্য ধাৰ্মিক শাস্ত্ৰ অনুকুল যজ্ঞৰ সাধনাবোৰ মোক এৰি দি (যাৰ দ্বাৰা মোৰ ঋণৰ পৰা মুক্ত হৈ যাবি)। সেই (একম্) অদ্বিতীয় অৰ্থাৎ যাৰ কোনো সমতুল্য নাই, তাৰে শৰণত (ব্ৰজ) যোৱা। মই তোমাক সৰ্ব পাপৰ (কাল/ব্ৰহ্মৰ ঋন) পৰা মুক্ত কৰি দিম, তুমি চিন্তা নকৰিবা।**

**বিশেষ ঃ- গীতা অন্য অনুবাদ কৰ্তাই শ্লোক ৬৬ৰ অৰ্থ ভূল কৰিছে। ব্ৰজৰ অৰ্থ আহা বুলি কৈছে আচলতে ব্ৰজৰ অৰ্থ যোৱা। অনুগ্ৰহ কৰি নিম্ন অনুবাদ পঢ়ক ঃ-**

অধ্যায় ১৮ৰ শ্লোক ৬৬,

সৰ্ব ধৰ্মান, পৰিত্যাজ্যয়, মাম্, একম্, শৰণম্, ব্ৰজ, অহম্, ত্বাম, সৰ্বপাপেভ্যঃ, মোক্ষয়িষ্যামি, মা, শুচঃ।।

অনুবাদ ঃ- (মাম) মোৰ (সৰ্বধৰ্মান্) সম্পূৰ্ণ পূজাবিলাক (পৰিত্যাজ্যয়) পৰিত্যাগ কৰি কেৱল (একম্) এজন সেই পূৰ্ণ পৰমাত্মাৰ (শৰণম্) শৰণত (ব্ৰজ) যোৱা। (অহম্) মই (ত্বা) তোমাক (সৰ্বপাপ্যেভ্যঃ) সম্পূৰ্ণ পাপৰ পৰা (মোক্ষয়িষ্যামি) মুক্ত কৰি দিম, তুমি (মা শুচঃ) শোক নকৰিবা।

## “ব্ৰহ্মৰ সাধক ব্ৰহ্মক প্ৰাপ্তি তথা পূৰ্ণ ব্ৰহ্মৰ সাধক পূৰ্ণব্ৰহ্ম প্ৰাপ্তি হয়”

**গীতা অধ্যায় ৮, শ্লোক ৫,১০ আৰু ১৩ তথা গীতা অধ্যায় ১৭, শ্লোক ২৩ৰ ভিতৰত নিৰ্ণায়ক জ্ঞান আছে। গীতা অধ্যায় ৮, শ্লোক ১৩ কৈছে যে মোক ব্ৰহ্মক ভজনা কৰিলে তো কেৱল এক ওঁ মন্ত্ৰ আছে যাক উচ্চাৰন কৰি মোৰ জপ কৰিব লাগে। যি সাধকে মৃত্যুৰ আগলৈকে জপ কৰে তেওঁ মোৰেই পৰম গতি প্ৰাপ্ত হয়। (নিজৰ পৰম গতিক গীতা জ্ঞান দাতা প্ৰভুই (কাল/ব্ৰহ্মা) অধ্যায় ৭, শ্লোক-১৮ অতি অনুত্তম / অতি বেয়া বুলি কৈছে।)**

**গীতা অধ্যায় ১৭, শ্লোক ২৩ কৈছে যে পূৰ্ণ পৰমাত্মাক প্ৰাপ্ত কৰিবলৈ কেৱল তিনি মন্ত্ৰ ওঁ, তত্, সত্ জপ কৰাৰ নিৰ্দেশ আছে। (যত ওঁ জপ ব্ৰহ্মৰ, তত্ এইটো সাংকেতিক যি পৰব্ৰহ্মৰ জপ তথা সত্ এইটোও সাংকেতিক যি পূৰ্ণব্ৰহ্মৰ মন্ত্ৰ জপ)। সেই পূৰ্ণ পৰমাত্মাৰ তত্বজ্ঞান মাত্ৰ তত্ত্বদৰ্শী সন্তই জানে, তাৰে পৰাই প্ৰাপ্ত কৰা। মই (গীতা জ্ঞান দাতা কাল /ব্ৰহ্ম-ক্ষৰ পুৰুষ) একো নাজানো।**

**গীতা অধ্যায় ৮, শ্লোক ৬ কৈছে এইটো নিয়ম আছে যে জীৱনৰ অন্তিম সময়লৈ যি সাধকে যি প্ৰভুৰ নাম জপ কৰি কৰি দেহত্যাগ কৰে তেওঁ তাকেই প্ৰাপ্ত কৰে।**

**গীতা অধ্যায় ৮, শ্লোক ৫ পৰা ৭ লৈ কৈছে যে যিয়ে শেষ সময় পৰ্য্যন্ত মোক**

স্মৰন কৰি, দেহ ত্যাগ কৰে তেওঁ মোৰ (ব্ৰহ্মৰ) ভাৱত ভাৱনাযুক্ত হৈ থাকে। পিছত আকৌ কেতিয়াবা মানুহ হৈ জন্মিলে সেই সাধক নিজৰ সাধনা ব্ৰহ্মৰ পৰাই আৰম্ভ কৰে। তেওঁৰ স্বভাৱ তেনেকুৱা হৈ যায়। (ইয়াৰ প্ৰমান গীতা অধ্যায় ১৬-১৭ৰ ভিতৰত আছে যে যি সাধকে পূৰ্বৰ জনমত যি সাধনা কৰি আহিছিল অহা জনমতো স্বভাববশ তেনেকুৱা সাধনাই কৰে।)

গীতা অধ্যায় ৮, শ্লোক ৭ কৈছে যে সকলো সময় মোকেই (ব্ৰহ্ম) স্মৰন কৰ আৰু যুদ্ধও কৰ নিঃসন্দেহে মোকেই প্ৰাপ্ত হবা।

গীতা অধ্যায় ৮, শ্লোক ৮ ৰ পৰা ১০ লৈ স্পষ্ট কৰিছে যে যি সাধকে অনন্য মনেৰে পৰমেশ্বৰৰ নাম জপ কৰি থাকে তেওঁ তাকেই স্মৰন কৰি (পৰম দিব্যম্ পুৰুষ যাতি) সেই পৰম দিব্য পুৰুষ অৰ্থাৎ পৰমেশ্বৰ (পুৰ্ণব্ৰহ্ম)ক প্ৰাপ্ত হয় (অধ্যায় ৮, শ্লোক ৮)।

যি সাধক অনাদি সকলোৰে নিয়ন্তা সুক্ষ্মতকৈ অতি সুক্ষ্ম সকলোৰে ধাৰন-পালন-পোষণকাৰী সূৰ্য্যৰ দৰে স্বপ্ৰকাশিত অৰ্থাৎ জ্যোতিৰ্ময় যুক্ত শৰীৰ, অজ্ঞান ৰূপ এন্ধাৰ বিনাশকাৰী (কবিম্) কবিৰ্দেব সচ্চিদানন্দঘন পৰমেশ্বৰক স্মৰন কৰে (অধ্যায় ৮, শ্লোক ৯)।

সেইজন ভক্তিযুক্ত সাধক তিন মন্ত্ৰ জপৰ সাধনা (নাম ৰূপ সাধনা কৰা পূণ্যফল) শক্তিৰে অন্তিম সময়লৈ দেহ ত্যাগ কৰা সময়ত ত্ৰিকুটত উপস্থিত হৈ অভ্যাস বশ সাৰনাম স্মৰন কৰি সেই দিব্যৰূপ অৰ্থাৎ জ্যোতিৰ্ময় অৰ্থাৎ সাকাৰ (পৰম পুৰুষ) পৰমেশ্বৰক প্ৰাপ্ত হয়। (অধ্যায় ৮, শ্লোক ১০)।

**"ব্ৰহ্ম (ক্ষৰপুৰুষ)ৰ সাধনা অনুত্তম (অতিবেয়া)**

গীতা অধ্যায় ২, শ্লোক ১২ তথা অধ্যায় ৪, শ্লোক ৫, অধ্যায় ৭, শ্লোক ১৮ কৈছে যে মই (গীতা জ্ঞান দাতা) নাশবান। মোৰো জন্ম-মৃত্যু তথা তোমাৰো জন্ম-মৃত্যু সদায় হৈ থাকিব। কেবল কৃত কৰ্মৰ ফল প্ৰাপ্ত হব, মোক্ষ নহব। মোৰ সাধনা বা পূজা কৰা ভক্তই যদিও ভাল উদ্ধাৰ সাধক কিন্তু সেইবোৰেও মোৰ অতি বেয়া (অনুত্তমাম্) সাধনা বা পূজাতে ব্যস্ত হৈ থাকে। এই বাবে গীতা অধ্যায় ১৮, শ্লোক ৬২,৬৪,৬৬ আদিত কৈছে যে সেইজন পৰমপিতা পৰমেশ্বৰৰ শৰনত যোৱা তথা মোৰো পুজ্যদেব তেওঁৱেই হয়।

বিনতী ঃ- ওপৰোক্ত তিন মন্ত্ৰৰ সাধনা মই দাসৰো দাস (ৰামপাল দাস)ৰ ওচৰত উপলব্ধ আছে যি স্বয়ং পূৰ্ণ পৰমাত্মা কবীৰদেৱে নিজৰ আত্মাৰ ওপৰত দয়া কৰি প্ৰদান কৰিছে। কিয়নো এতিয়া কলিযুগৰ মধ্যম পুৰুষ চলি আছে। কিয়নো কলিযুগৰ আৰম্ভনীতে আমাৰ পূৰ্বপুৰুষ সকল অশিক্ষিত আছিল। সেই সময়ত পৰমেশ্বৰৰ তত্বজ্ঞান নকলী (ভণ্ড) সাধু, গুৰু, মহন্ত, বৈষ্ণৱ, আচাৰ্য্য আদি পণ্ডিত সকলে বিকাশ হবলৈ নিদিছিল তথা কলিযুগৰ অন্তত সৰ্ব ব্যক্তি ভক্তিহীন তথা মহা বিকাৰযুক্ত হৈ যাব। এতিয়া এই বৰ্ত্তমানৰ সময় ২০ শতিকাৰ পৰা শিক্ষিত সমাজৰ আৰম্ভনী হৈছে। এই বিচলী পিঢ়ি অৰ্থাৎ কলিযুগৰ মধ্যম পুৰুষৰ সময় অৰ্থাৎ মনুষ্য বংশ চলি আছে।

বাস্তবিক জ্ঞান আমাৰ নিজৰ সদগ্ৰন্থৰ ভিতৰত আছে। নকলী সাধু, গুৰু, বৈষ্ণৱ, পণ্ডিত তথা মহন্ত, আচাৰ্য্যই বুজিব পৰা নাই। যি কাৰণে সৰ্ব ভক্ত সমাজে শাস্ত্ৰ বিধি বিৰুদ্ধ জ্ঞানৰ আধাৰত দন্ত কথা (লোকবেদ)ৰ ওপৰত আধাৰিত হৈ শাস্ত্ৰ বিধি ত্যাগ কৰি মনমানা আচৰনৰ পূজা কৰি অমূল্য মানৱ জীৱন ব্যৰ্থ কৰি আছে।

**শাস্ত্ৰবিধি অনুসৰি সাধনা ঃ-**

**১। প্ৰথম চৰনত ব্ৰহ্ম গায়ত্ৰী মন্ত্ৰ প্ৰদান কৰা হয়, যি পদ্মক খুলিবৰ কাৰনে। উপদেশ প্ৰাপ্ত ভক্তাত্মা এইটো ভাবিব পাৰে যে গুৰুদেৱ তো কৈছিল যে তিন গুন (ৰজগুন-ব্ৰহ্মা, সতগুন - বিষ্ণু, তমগুন -শিব)ৰ পূজা কৰিব নালাগে। মন্ত্ৰ জপ সিহঁতৰে দিছে। তেওঁলোকৰ বাবে এইটো নিবেদন যে এইটো পূজা নহয়। আমি কাল ব্ৰহ্মৰ লোকত বাস কৰি আছো। ইয়াত আমাৰ যি সা-সুবিধাৰ আৱশ্যক তাক ব্ৰহ্মা, বিষ্ণু, শিব আদিয়ে প্ৰদান কৰিব।**

**যেনেকুৱা আমি বিদ্যুতৰ সংযোগ লৈছো। তাৰ মাহিলী বিল (খৰচ) ভৰিব লাগে। আমি বিদ্যুত মন্ত্ৰী নাইবা তাৰ বিভাগক পূজা কৰা নাই। আমি তাৰ খৰচ চলাই যাম তেহে বিদ্যুতৰ যোগান চলি থাকিব। এইদৰে টেলিফোনৰ বিল, পানীৰ বিল আদি প্ৰদান কৰি থাকিম তো আমাৰো উক্ত সুবিধা চলি থাকিব। আপোনালোকে শাস্ত্ৰ বিৰুদ্ধ ভক্তি কৰি ভক্তিহীন হৈ গৈছা। অৰ্থাৎ আপুনী পুন্যহীন হৈ গৈছা। যি কাৰণে আপোনাৰ ধন লাভ আদি হোৱা নাই। এই দাস (ৰাম পাল দাস আপোনাৰ গেৰান্টিৰ (জামিনদাৰ) হৈ এই কাল লোকত এক ব্ৰহ্মণ্ড শক্তিৰ (ব্ৰহ্মা, বিষ্ণু, শিব, গনেশ, দুৰ্গা আদি) পৰা আপোনাক সকলো সুবিধা পুনঃ আৰম্ভ কৰোৱাই দিয়া হব তথা আপোনাৰ এই মন্ত্ৰ জপৰ দ্বাৰা ইবিলাকৰ বিল চলাই থাকিব লগিব। যি প্ৰথম মন্ত্ৰ (সত্-সুকৃত অবিগত কবীৰ) এইটো আপোনাৰ পূজা, এওঁ পূৰ্ণ পৰমাত্মা তথা সতম্লাভ (ফল) প্ৰাপ্ত হব। সতম্ৰ অৰ্থ অবিনাশী অৰ্থাৎ আমি অবিনাশী পদ প্ৰাপ্ত কৰিব লাগে। এই মন্ত্ৰৰ চাৰি মাহৰ পিছত আপুনি সত্নাম (সত্যনাম) মন্ত্ৰ পাব, যি দুই মন্ত্ৰ হব। তাৰ এক মন্ত্ৰ কাল ব্ৰহ্মৰ একৈশ ব্ৰহ্মাণ্ডৰ ঋন পৰিশোধ কৰিবৰ বাবে। তাৰ পুন্য অৰ্জন কৰি আমি ব্ৰহ্ম (ক্ষৰ পুৰুষ) অৰ্থাৎ কালৰ ঋন পৰিশোধ কৰিব লাগিব। পিছত এই কাল আমাক সকলো পাপৰ পৰা মুক্ত কৰি দিব।**

**গীতা অধ্যায় নং ১৮, শ্লোক নং ৬২-৬৬ বৰ্ণিত আছে ঃ-**

অধ্যায় নং ১৮, শ্লোক নং ৬২

তম, এব, শৰণম, গচ্চ, সৰ্বভাবেন, ভাৰত,
তৎপ্ৰসাদাত্, পৰাম্, শান্তিম্, স্থানম্, প্ৰাপয়স্যসি, শাশ্বতম্।।

অনুবাদ ঃ- (ভাৰত) হে ভাৰত ! তই (সৰ্বভাবেন) সৰ্বোতভাবে (তম্) সেই অজ্ঞান এন্ধাৰত লুকাই থকা পৰমেশ্বৰৰ (এব) অৱশ্যই (শৰনম্) শৰণত (গচ্ছ) যোৱা। (তৎপ্ৰসাদাত্) সেই পৰমাত্মাৰ কৃপাৰ দ্বাৰাই তই (পৰাম্) পৰম (শান্তিম্) শান্তিক তথা (শাশ্বতম্) বিনাশ নোহোৱা সত্ (স্থানম) স্থান-ধাম- লোক (প্ৰাপয়স্যসি) প্ৰাপ্ত হবা।

**অনুবাদ ঃ- হে ভাৰত ! তই সৰ্বোতভাবে সেই অজ্ঞান এন্ধাৰত লুকাই থকা পৰমেশ্বৰৰ শৰণত যোৱা। সেই পৰমাত্মাৰ কৃপাৰ দ্বাৰাই তই পৰম শান্তি তথা সদায় অৱস্থান কৰা সৎস্থান-ধাম-লোক প্ৰাপ্ত হবা।**

অধ্যায় নং ১৮, শ্লোক নং ৬৬

সৰ্বধৰ্মান্, পৰিত্যাজ্য, মাম্, একম্, শৰণম্, ব্ৰজ,
অহম্, ত্বা, সৰ্বপাপেভ্যয়ঃ, মোক্ষায়িষ্যামি, মা, শুচঃ।।

অনুবাদ ঃ- (মাম্) মোৰ (সৰ্বধৰ্মান্) সকলো পূজাক (পৰিত্যজ্য) ত্যাগ কৰি তই কেৱল (একম্) এক সেই পূৰ্ণ পৰমাত্মাৰ (শৰণম্) শৰণত (ব্ৰজ) যোৱা। (অহম্) মই (ত্বা) তোমাক (সৰ্বপাপেভ্যয়ঃ) সকলো পাপৰ পৰা (মোক্ষয়িষ্যামি) মুক্ত কৰি দিম তই (মা, শুচঃ) শোক নকৰিবা।

**অনুবাদ ঃ- মোৰ সম্পূৰ্ণ পূজাবোৰক ত্যাগ কৰি তই কেৱল এক সেই পূৰ্ণ পৰমাত্মাৰ শৰণত যোৱা। মই তোমাক সকলো পাপৰ পৰা মুক্ত কৰি দিম। তুমি শোক নকৰিবা।**

**ওপৰোক্ত শ্লোকৰ ভাবাৰ্থ হল যে কাল (ব্ৰহ্ম/ক্ষৰ পুৰুষ) কৈ আছে যে তই মোৰ শৰণত থাকিব বিচৰা যদি জন্ম-মৃত্যু হৈয়ে থাকিব। যদি পৰম শান্তি তথা সৎলোক যাব বিচৰা তেন্তে সেই পূৰ্ণ পৰমাত্মাৰ শৰণত গুচি যোৱা। তাৰ বাবে মোৰ সকলো ধাৰ্মিক পূজাৰ অৰ্থাৎ সত্নামৰ প্ৰথম মন্ত্ৰ জপ কৰাৰ ফল মোক দি পিছত তই সৰ্বোতভাবে সেই এক (সৰ্ব শক্তিমান অৰ্থাৎ যাৰ সমতুল্য কোনেও নাই সেই অদ্বিতীয় পৰমেশ্বৰ) জনৰ শৰণত গুচি যোৱা, মই তোমাক সকলো পাপ (ঋণ) ৰ পৰা মুক্ত কৰি দিম, তই চিন্তা নকৰিবা তথা সত্নামৰ দ্বিতীয় মন্ত্ৰৰ জপৰ ফলেৰে আমি পৰব্ৰহ্ম অৰ্থাৎ অক্ষৰ পুৰুষক এৰিম, কিয়নো আমি অক্ষৰ পুৰুষৰ লোকৰে (ধামেৰে) হৈ সৎলোক যাব লাগে, সেই কাৰণে তাৰ খাজনা দিব লাগে। পিচত তৃতীয় মন্ত্ৰ সৎশব্দ অৰ্থাৎ সাৰনাম মিলিব যি সৎলোকত স্থায়িত্ব প্ৰাপ্ত কৰাব। যদি কোনোবাই বিদেশ গৈছে তাত তাৰ ওপৰত চৰকাৰৰ ঋণ হয়। পিছত যদি আকৌ স্বদেশলৈ আহিব বিচাৰে তেন্তে তাৰ প্ৰথমে সেই দেশৰ চৰকাৰৰ পৰা ঋণ মুক্ত হব লাগিব। আকৌ তাৰ পৰা (No Due Certificate) ঋণ মুক্ত প্ৰমাণপত্ৰ প্ৰাপ্ত কৰিব লাগিব, তেতিয়া তাৰ উভতি অহাৰ পাচপোৰ্ট প্ৰস্তুত হব, নহলে তাক স্বদেশলৈ উভতি আহিবলৈ দিয়া নহয়।**

**এইদৰে আপোনালোকে এই কাল/ব্ৰহ্মৰ লোকত বাস কৰি শাস্ত্ৰ বিধি বিৰুদ্ধ সাধনা কৰি ভক্তিহীন হৈ ঋৃণী হৈ গৈছা। প্ৰথমে আপোনাক বেপাৰী বনোৱা হব। তাৰ বাবে কবীৰদেব (কবীৰ পৰমেশ্বৰ) মোক (ৰামপাল) দাসক নিজৰ (Representative) প্ৰতিনিধি বনাই পঠাইছে। সেই পৰমেশ্বৰৰ তৰফৰ পৰা এই দাস আপোনাৰ (Guranter) জামিনদাৰ হব তথা ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ আদি শক্তিৰ পৰা আপোনাৰ পুনৰ কানেকশন (সম্পৰ্ক লাভ) আৰম্ভ কৰাই দিব। যিটো আপুনী ইয়াৰ মন্ত্ৰৰ জপৰ ফলৰ সহায়েৰে কিস্তিৰ বিল চলাব লাগিব। যেতিয়ালৈ আপুনী ইয়াৰ পৰা মুক্ত নহয় তেতিয়ালৈ আপোনাৰ সকলো ভৌতিক সা-সুবিধা প্ৰচুৰ ভাবে মিলিব তথা আপুনী পুন্য দান আদি কৰি অধিক ভক্তি ধনী হব পাৰিব। আন শব্দত যেনে আমাৰ শৰীৰৰ ভিতৰত পদ্মফুল আছে। যেতিয়া আমি শৰীৰ ত্যাগ কৰি পৰমাত্মাৰ কাষলৈ যাম তো আমি এই পদ্মফুলৰ মাজেৰে পাৰ হৈ যাব লাগিব। যেনে -- (১) মুল পদ্মত গনেশদেব (২) স্বাদ পদ্মত -- সাবিত্ৰী- ব্ৰহ্মাদেব, (৩) নাভি পদ্মত লক্ষ্মী তথা বিষ্ণু দেৱৰ বাস (৪) হৃদয় পদ্মত পাৰ্বতী আৰু শিবৰ বাস (৫) কণ্ঠ পদ্মত দুৰ্গা দেবীৰ বাস। এইবোৰ পদ্মৰ মাজেৰে আমি তেতিয়াই যাব পাৰিম যেতিয়া আমি ইহঁতৰ ঋণ পৰিশোধ কৰিব পাৰিম। প্ৰথম নাম উপদেশৰ দ্বাৰাই আপোনাৰ সকলো পদ্ম ফুলি উঠিব অৰ্থাৎ আপুনী ঋণ মুক্ত হৈ যাব। যেতিয়া আপুনী শেষ সময়ত দেহ ত্যাগ কৰি যাব তেতিয়া আপোনাৰ ৰাস্তা পৰিস্কাৰ পাব অৰ্থাৎ আপোনাৰ সকলো ঋণ মুক্ত প্ৰমাণ পত্ৰ তৈয়াৰ পাব।**

কিন্তু আমি পূজা নিজৰ মূল মালীক কবীৰদেব (কবীৰ পৰমেশ্বৰ) ৰ কৰিব লাগিব। যেনেকুৱা পতিব্ৰতা স্ত্ৰী পূজা তো নিজ পতিৰ কৰে, কিন্তু যথোচিত আদৰ-সৎকাৰ সকলোকে কৰে। যেনে দেওৰক পুত্ৰবত তথা ভাসুৰক ডাঙৰ ভাইৰ দৰে তথা শহুৰ-শাহুৰীক নিজৰ মাতা-পিতাৰ দৰে। কিন্তু যি ভাবনা নিজৰ পতিৰ লগত হয় সেয়া অইনৰ লগত কেতিয়াও নহয়। ঠীক কবীৰ পৰমেশ্বৰৰ ভক্ত এইদৰে নিজৰ ভক্তি সফল কৰিব লাগিব। এইবাবে অইন কাৰো ফুচুলনিত ভোল যাব নেলাগে। পূৰ্ণ বিশ্বাসৰ সৈতে এই দাসৰ দ্বাৰা উপদেশিত ভক্তি পথত ৰত হৈ থাকিব লাগিব। এই ভক্তি মাৰ্গ সকলো শাস্ত্ৰৰ ওপৰত আধাৰিত।

২। দ্বিতীয় পৰ্য্যায়ত সত্নাম প্ৰদান কৰা হয়। যি দুই মন্ত্ৰ। এক ওঁ (ওম) + আনটো তত্ যি সাংকেতিক কেৱল উপদেশ কাৰীক কোৱা হয়।

৩। তৃতীয় পৰ্য্যায়ত সাৰ নাম দিয়া হয় যি তিনি মন্ত্ৰৰ। ওম + তত্ + সত্ (তত্ + সত্ সাংকেতিক যি উপদেশকাৰীক উপদেশ কৰা হব)।

এনেদৰে সাৰনাম (যি তিন মন্ত্ৰ হৈ যাব) স্মৰণৰ অভ্যাসৰ দ্বাৰাই সাধক পৰম দিব্য পুৰুষ অৰ্থাৎ পৰমেশ্বৰ কবীৰদেৱক প্ৰাপ্ত হব তথা সৎলোকত পৰম শান্তি অৰ্থাৎ পূৰ্ণ মোক্ষ প্ৰাপ্ত হৈ যাব।

বিশেষ ঃ- বৰ্ত্তমানে এই বাস্তৱিক সাধনা মই দাসৰ বাহিৰে কাৰো ওচৰত নাই। যদি কোনোবাই মোৰ দাসৰ পৰা চুৰাই লৈ স্বয়ং গুৰু সাজি নকলী শিষ্য বনাই আছে তেন্তে সিজন মনুষ্য জীৱনৰ শত্ৰু তাৰ পৰা সাৱধান হওক। সেইজন অনাধিকাৰী হোৱা কাৰণে নিজৰ জীৱন নষ্ট কৰি আছে তথা নিৰ্বোধ অনুগত সকলোকো নৰকৰ ভাগী বনাই আছে, তাক কালে পঠোৱা দুত বুলি জানিবা।

## "শঙ্কা সমিধান"

১। প্ৰশ্ন ঃ- ওপৰোক্ত গীতা সাৰৰ পৰা বুজিব পাৰি যে ব্ৰহ্মাদেৱ, বিষ্ণুদেৱ তথা শিবৰ পূজা কৰা ব্যৰ্থ। কিন্তু মই তো ত্ৰিশ বছৰৰ পৰা শিৱৰ পূজা কৰি আছো তথা ভগৱান শ্ৰীকৃষ্ণ দেৱো মোৰ অতি প্ৰিয়। মই এইবোৰ প্ৰভূক পূজা কৰা বাদ দিব নোৱাৰো; মোৰ এইবোৰৰ লগত এৰিব নোৱাৰা সম্বন্ধ হৈ গৈছে। শ্ৰীমদ গীতাৰো নিত্য পাঠ কৰো। হৰে কৃষ্ণ, হৰে ৰাম, ৰাধেশ্যাম, সীতা ৰাম, ওম নমঃশিবায়, ওম ভগৱতে বাসুদেবায় আদি নাম জপ কৰো। সোমবাৰ দিনটো ব্ৰত ৰাখো। শিব লিঙ্গত পানী চৰাবলৈ যাওঁ তথা মন্দিৰ ধাম আদিত দান কৰিবলৈ যাওঁ। মন্দিৰত মূৰ্তি পূজা কৰিবলৈ যাওঁ। স্বৰ্গ প্ৰাপ্তিৰ ইচ্ছা কৰো তথা পৰম্পৰাগত পূজাৰ কাৰনে এক মহন্তৰ পৰা দীক্ষাও লৈছো।

উত্তৰ ঃ- অনুগ্ৰহ কৰি আপুনী ওপৰোক্ত 'গীতা সাৰ' পঢ়ক, যেতিয়ালৈকে তত্বজ্ঞানৰ লগত পূৰ্ণ পৰিচিত নহব, তেতিয়ালৈ এই শংকাৰূপী কাটা খুচিৰে থাকিব। যেনে ওপৰৰ উদাহৰণত আছে যে ওলোটাকৈ ওলোমাই ৰখা সংসাৰ ৰূপী গছ আছে, যাৰ মূল (শিপা) তো পূৰ্ণ পৰমাত্মা পৰমেশ্বৰ। তিনি গুন ৰূপী (ৰজগুন-ব্ৰহ্মা, সত্গুন-বিষ্ণু, তমগুন- শিব) শাখাডাল আছে। আপুনী কোনো আমৰ গছ ৰুইছে, যদি গছৰ শিপাত (মূল) পানী সিঞ্চন (পূজা) কৰা তেতিয়াহে বৃক্ষ হব, পিছত তাৰ ডাল ডুলিত

ফল লাগিব। ডাল ভাঙিবলৈ কোৱা যায় নে? ছবিত চাওক চিধাকৈ ৰোপন কৰা ভক্তিৰূপী গছ অৰ্থাৎ শাস্ত্ৰবিধি অনুষৰি সাধনা।

এইদৰে পূজা তো পৰমাত্মাৰ অৰ্থাৎ মূলৰ কৰিব লাগে, আকৌ কৰ্মফল তিনিগুন (ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ) ৰূপী শাখা ডালত লাগিব। এই কাৰনে একো এৰিব নেলাগে মাথোন নিজৰ ভক্তি ৰূপী গছ চিধা কৰি ৰুব লাগে অৰ্থাৎ শাস্ত্ৰবিধি অনুযায়ী সাধনা আৰম্ভ কৰিব লাগে।

বৰ্ত্তমান সৰ্ব পবিত্ৰ ভক্ত সমাজ শাস্ত্ৰবিধি ত্যাগ কৰি মনমানা আচৰণ (পূজা) কৰি আছে অৰ্থাৎ ভক্তিৰূপী গছ ওলোটাকৈ ৰোপন কৰি আছে। যদি কেনোবাই এনেদৰে গছ ৰোপন কৰে তাক মূৰ্খ বুলি কোৱা যায়। (কৃপা কৰি ওলোটা কৰি ৰোপন কৰা ভক্তিৰূপী বৃক্ষৰ ছবি চাওক)

এইভাবে গীতা অধ্যায় ৭, শ্লোক ১২ পৰা ১৮ লৈ তিনিগুন (ৰজগুন-ব্ৰহ্মা, সত্গুন-বিষ্ণু, তমগুন - শিব) ৰ পূজা সীমিত বুদ্ধি ধাৰনকাৰী যিয়ে ইয়াৰ অতিৰিক্ত কাকো নুপুজে তাক অসুৰ, ৰাক্ষস স্বভাব ধাৰনকাৰী মুনুষ্যতকৈ নীচ, দুস্কৰ্মকাৰী মূৰ্খ বুলি কৈছে তথা এইবোৰে মোকো নুপুজে। আকৌ নিজৰ পূজাক গীতাজ্ঞান দাতা (কাল, ব্ৰহ্ম/ক্ষৰপুৰুষ) অতি বেয়া (অনুত্তমাম্) অৰ্থাৎ ব্যৰ্থ বুলি কৈছে। এইবাবে গীতা অধ্যায় ১৮, শ্লোক ৬২,৬৪,৬৬ তথা অধ্যায় ১৫, শ্লোক ১ পৰা ৪ লৈ কৈছে যে সেইজন পূৰ্ণ পৰমাত্মা (ওলোটাকৈ ওলোমা বৃক্ষৰ মূলৰ পূজা) ৰ শৰণত যোৱা, তাৰ পূজা তত্বদৰ্শী সন্তই উপদেশ কৰা নিয়মেৰে কৰা (গীতা অধ্যায় ৪, শ্লোক ৩৪ তত্বদৰ্শী সন্তৰ প্ৰতি সংকেত কৰিছে)। সেইজন পূৰ্ণ পৰমাত্মাৰ শাস্ত্ৰ বিধি অনুসৰি সাধনা (পূজা) কৰিলে সাধকে পৰম শান্তি তথা সৎলোক প্ৰাপ্ত হয় অৰ্থাৎ পূৰ্ণ মোক্ষ প্ৰাপ্ত কৰে। গীতা জ্ঞান দাতা প্ৰভু (ক্ষৰ পুৰুষ/কাল) কৈ আছে যে মইও সিজনাৰ (পূৰ্ণপৰমাত্মাৰ) শৰনত আছো, অৰ্থাৎ মোৰ ইষ্টদেব পূৰ্ণ পৰমাত্মা পৰমেশ্বৰ কবীৰদেব। মই তাকেই পূজা কৰো, সকলোৱে তাকে পূজা কৰা উচিত। আপুনী নিত্য গীতাৰ পাঠ কৰে তথা পূজা গীতাত বৰ্নিত নিয়মৰ বিৰুদ্ধ কৰা। যিবোৰ মন্ত্ৰ (হৰে কৃষ্ণ, হৰে ৰাম, ৰাধেশ্যাম, সীতাৰাম, ওম নমঃ শিবায়, ওম নমঃ ভাগবতে বাসুদেবায়, ক্লীং কৃষ্ণ ফট্ আদি মন্ত্ৰ) আপুনী জপ কৰে তথা অন্যপূজা, ব্ৰত কৰা, শিবলিংগত পানী দিয়া তীৰ্থ আৰু ধামত দান দিয়া তথা পূজাৰ বাবে যোৱা গঙ্গাস্নান তথা তীৰ্থত লগোৱা পৰ্বৰ স্নান পবিত্ৰ গীতাত বৰ্নিত নোহোৱাৰ কাৰনে এইবোৰ শাস্ত্ৰ বিধি ত্যাগ কৰি মনমানা আচৰন (পূজা) কৰা হয়। যিবোৰক পবিত্ৰ গীতা অধ্যায় ১৬, শ্লোক ২৩-২৪ ব্যৰ্থ বুলি কৈছে।

## “গদ্দী তথা মহন্ত পৰম্পৰাৰ জানকাৰী”

মহন্ত আৰু গদ্দী পৰম্পৰাৰ বিষয়ে ঃ- কোনো এক নিৰ্জন স্থানত বা চহৰ বা গাওঁৰ কোনো মহান আত্মা সাধু বা সাধক অৱস্থান কৰি আছিল। তেওঁৰ দেহ ত্যাগ কৰাৰ পিছত তেখেতৰ স্মৃতি স্মৰনীয় কৰি ৰাখিবলৈ তাৰ দেহৰ অন্তিম সংস্কাৰ কৰা স্থলত শিলৰ নাইবা ইটেৰে সজোৱা বেদী বনাই ৰখা হয়। পিছত সেই পবিত্ৰ আত্মাৰ শিষ্য অথবা বংশধৰ তাৰ শিলৰ মূৰ্তি আৰু ফটো বনাই ৰাখে। কিছুসময় অতিবাহিত হৈ

যোৱাৰ পিছত তাত শ্ৰদ্ধালু অহা-যোৱা কৰে। কিছু কিছু ধন দান কৰিবলৈ ধৰে। তাত মন্দিৰৰ ৰূপ দিয়ে তথা সেই স্বৰ্গীয় সাধুৰ শিষ্য নাইবা বংশধৰ সকলৰ ধন উপাৰ্জনৰ লোভ হৈ যায়। তেওঁলোকে সৰল আত্মাক ফুচুলাবলৈ ধৰে যে যিয়ে ইয়াত দৰ্শন কৰিবলৈ আহিব তাৰ পূৰ্ণ মোক্ষ প্ৰাপ্ত হৈ যাব। সকলো লাভ মিলি যায় যি এই মহাপুৰুষৰ জীৱিত কালত শিষ্য বিলাকৰ মিলিছিল। এই মূৰ্তি বা ফটো সেই মহাপুৰুষৰ সাক্ষাৎ জানিবা। যিয়ে ইয়াত নাহিব তাৰ মোক্ষ সম্ভৱ নহয় আদি আদি।

সেই নিৰ্বোধক যদি কোনোবাই পুছে যে কোনো এক বেজ (চিকিৎসক/কবিৰাজ) আছিল, তেওঁ ৰোগীৰ নাড়ী চাই ঔষধ দিছিল ৰোগী সুস্থ হৈ গৈছিল। সেই জন বেজৰ মৃত্যুৰ পিছত তাৰ মূৰ্তি বা ফটো বনাই স্থাপন কৰি কোনো লোভী কয় যে এই মূৰ্তি বা ফটোই সেই স্বৰ্গীয় বেজৰ দৰে কাম কৰে, যিয়ে ইয়াৰ দৰ্শন কৰিবলৈ আহিব তেওঁ পূৰ্ণ সুস্থ হৈ যাব অথবা নিজে নকলী বেজ সাজি কয় যে মইও দৰৱ (ঔষধ) দিওঁ। কিন্তু সৰ্ব উপাচাৰ ঔষধি গ্ৰন্থৰ বিপৰীত দি আছে। তেওঁ ঠগাই (ধোখা দিয়া) আছে কিয়নো ধন উপাৰ্জন তাৰ উদ্দেশ্য। কোনো সাধু-সন্ত বা প্ৰভুৰ স্মৰণীয় মূৰ্তি আদৰণীয় তো হয় কিন্তু পুজনীয় নহয়।

এনেকুৱা কোনো সাধু বা প্ৰভুৰ মূৰ্তি বনাই তাৰ অন্তৰালত কোনো পূজাৰী বা মহন্ত কয় যে মইও নাম উপদেশ দিওঁ। তেওঁ মহানুভৱ সকলো সাধনা সেই বিলাক পৱিত্ৰ শাস্ত্ৰৰ বিপৰীত দি আছে যিটো স্বৰ্গীয় মহান সন্তই নিজৰ অনুভৱত লিখিছিল। তেন্তে চোৰা সেইজন নকলী মহন্ত বা সাধু নিজেও দোষী তথা অনুগত শিষ্যবিলাকৰ জীৱন ব্যৰ্থ কৰাৰ ভাৰ নিজৰ মূৰৰ ওপৰত লৈ আছে। সাধু-সন্ত তো এটা সময়ত এজনহে আহে। তাৰ মাৰ্গত কোটী নকল সন্ত, মহন্ত তথা আচাৰ্য্য বাধাৰ সৃষ্টি কৰে।

কোনো সন্তৰ দেহ ত্যাগ কৰাৰ পিছত সন্ত বা মহন্ত পৰম্পৰা আৰম্ভ হয়। পূৰ্ব সন্তৰ স্থান ৰক্ষাৰ্থে এক প্ৰৱন্ধক (সম্পাদক) নিৰ্বাচন কৰা হয়, যাক মহন্ত বুলি কোৱা হয়। তেওঁক কেবল সেই পবিত্ৰ স্মৃতিক চোৱা-চিতা কৰিবৰ বাবে নিযুক্ত কৰা হয়। পিছত লোভৰ বশবৰ্তী হৈ স্বয়ং গুৰু সাজি প্ৰকাশ কৰে তথা সৎভক্তি বিচৰা সৰল আত্মাবোৰ মোক্ষ প্ৰাপ্ত হোৱাৰ আশাত তাৰ ওপৰত নিৰ্ভৰ কৰি নিজৰ জীৱন ব্যৰ্থ কৰি পেলায়। মহন্ত পৰম্পৰাৰ নিয়ম বনাই ৰখা থাকে যে পূৰ্বৰ মহন্তৰ প্ৰথম পুত্ৰ মহন্ত পদৰ অধিকাৰী হব, তেওঁ মদাহীয়ে হওক বা অজ্ঞানীয়ে হওক। এইটো ভক্তি মাৰ্গ, ইয়াত কেৱল পূৰ্ণ সন্তইহে জীৱক উদ্ধাৰ কৰিব পাৰে। দাসে দুই-তিনি মহন্ত পৰম্পৰাৰ কিতাপ পঢ়িছে। তাত দেখিছে যে-- ১-২ বছৰৰ বয়সৰ শিশুকো গদীত বহাই থৈছে। পিছত তেওঁ ডাঙৰ হৈ নাম দান কৰিবলৈ লাগি যায়। দ্বিতীয় কিতাপত পঢ়ি পালে যে এক পাঁচ বছৰীয়া শিশুৰ পিতা যি মহন্ত বা গুৰু আছিল হঠাৎ তাৰ মৃত্যু প্ৰাপ্ত হৈ গল। পিছত তাৰ সাঙ্গ-পাঙ্গ তথা তাৰ আইয়ে সেই পাঁচ বছৰীয়া শিশুক মহন্ত পদত নিযুক্ত কৰি দিলে। কিছু বছৰ পিছত তেওঁ গুৰুদেৱ সাজিলে। দুই এক মহন্ত পৰম্পৰাৰ ইতিহাস পঢ়ি পালে যে মহন্তৰ কোনো সন্তান হোৱা নাই। তেখেতৰ মৃত্যু হৈ গৈছে। ভায়েকৰ মৃত্যু আগেয়ে হৈ গৈছিল। তাৰো কোনো সন্তান নাছিল। গদীটোকে ধৰি ৰাখিবৰ কাৰনে এক সেৱকক সেই কুলত সন্তান হোৱালৈ অস্থায়ী মহন্ত নিযুক্ত কৰি দিলে। কেই বছৰ পিছত

মহন্ত কুলত কাৰোবাৰ লৰা সন্তানৰ জন্ম হ'ল, অস্থায়ী মহন্ত গদী লৈ ভাগি গল। অন্য কোনো ঠাইত স্বয়ং গদী স্থাপন কৰি মহন্ত সাজি বহিল আৰু তাতে নতুন দোকান খুলি ললে তথা পূৰ্বৰ স্থানত এক ২১/২ বছৰীয়া শিশুক মহন্ত বনাই দিলে।

৩। আন এক মহন্ত পৰম্পৰাৰ ইতিহাস পঢ়ি দেখিলে যে ডাঙৰ লৰা ঘৰ ত্যাগ কৰিছে। তাৰ সৰু ভাইক মহন্ত পদত নিযুক্ত কৰি দিলে। কেই বছৰ পিছত তাত এক মন্দিৰ তৈয়াৰ হৈ গল তথা অধিক বৰঙনী/চান্দা/ দান আহিবলৈ ধৰিলে। সেইজন ডাঙৰ ভাইৰ সন্তানে কয় এই মন্দিৰৰ ওপৰত আমাৰো অধিকাৰ, ইয়াক লৈ কাজিয়া আৰম্ভ হৈ গল। গদীত বিৰাজমান থকা মহন্তক হত্যা কৰি দিয়া হল। আকৌ তাৰ ডাঙৰ লৰাক মহন্ত অৰ্থাৎ গদীৰ অধিকাৰী নিযুক্ত কৰি দিয়া হল। তাকো হত্যা কৰি দিয়া হল। আকৌ তাৰ অন্য ভাইক গদীত বহাই দিলে। অন্য যি নিজকে অধিকাৰী বুলি কৈছিল তেওঁও নতুন স্থান বনাই নতুন দোকান খুলি দিলে। এজনে আনজনৰ ওপৰত মোকৰ্দমা কৰি সুখময় জীৱনৰ লোভত নৰক বনাই ললে। সেইটো ধাম কত থাকিল? সেইটো কুৰুক্ষেত্ৰৰ নিচিনা মহাভাৰতৰ যুদ্ধৰ ফিল্ড হৈ গল। কিছু মহন্তই সাধু বনাবৰ এজেন্সি লৈ ৰাখিছে। ৰঙা বস্ত্ৰ ধাৰন কৰোৱায়। পূৰ্বৰ নাম সলনি কৰি অন্য নাম ৰাখি দিয়ে। আকৌ সেইজন কৃত্ৰিম মহন্তৰ কৃত্ৰিম শিষ্যই নকলী সাধু সাজি সৰল আত্মাৰ জীৱনৰ লগত তামাচা কৰে তথা অমূল্য মানৱ জীৱন নিজৰো নষ্ট কৰে তথা সহজ সৰল আত্মাৰ জীৱনকো নাশ কৰে তথা মহাপাপৰ ভাগী হয়।

যি সময়ত ৰজা পৰীক্ষিতক সাপে দংশন কৰাৰ অভিশাপ আছিল সেই সময়ত পূৰ্ণ গুৰুৰ আৱশ্যক হল। কিয়নো পূৰ্ণ সন্ত বিনা জীৱৰ আত্ম কল্যান অসম্ভৱ। সেই সময়ত পৃথিবীৰ সকলো ঋষিই ৰজা পৰীক্ষিতক নাম দীক্ষা দিয়া তথা সাত দিন লৈ শ্ৰীমদ্ভাগৱত সুধাসাগৰ কথা প্ৰৱচন শুনাবলৈ সাহস কৰা নাছিল। কিয়নো সপ্তম দিনত পৰিনাম আহিব আৰু কোন সাধু, ঋষিৰ কেনে সমৰ্থতা তাক ওলাই পৰিব, এই কাৰণে কোনেও সমুখত ওলাই নাহিলে। স্বয়ং শ্ৰীমদ্ভাগৱত সুধা সাগৰৰ লেখক মহৰ্ষি বেদব্যাস মহোদয়ে অসমৰ্থতা প্ৰকাশ কৰিলে। কিয়নো তেওঁ ঈশ্বৰক ভয় কৰিছিল। এইবাবে ৰজা পৰীক্ষিতৰ জীৱনৰ লগত তামাচা কৰা উচিত নেভাবিছিল।

ৰজা পৰীক্ষিতৰ আত্ম কল্যানৰ কাৰনে মহৰ্ষি সুখদেবক স্বৰ্গৰ পৰা মাতি অনা হল। তেওঁ ৰজাক নাম দীক্ষা প্ৰদান কৰি তথা সাত দিনলৈ কথা প্ৰবচন শুনাই ৰজা পৰীক্ষিতক যিমান উদ্ধাৰ সম্ভৱ মহৰ্ষি সুখদেবে তিমানে কৰিছিল। বৰ্তমানৰ সাধু, গুৰু, মহন্ত তথা আচাৰ্য্য স্বয়ং ঈশ্বৰৰ সংবিধানৰ লগত অপৰিচিত এই কাৰনে ভয়ংকৰ দোষৰ পাত্ৰ হৈ দোষী হৈ আছে।

অউৰো পন্থ বতাৱহীঁ, স্বয়ং নজানে ৰাহ।

অন অধিকাৰী কথা পাঠ কৰে উৱ দীক্ষা দেৱেঁ, বহুত কৰত গুনাহ--

বৰ্তমান সময়ত কথা প্ৰবচন কৰা, গ্ৰন্থপাঠ কৰা, নামদান কৰা, তথা ভণ্ড গুৰুৰ ফ্লাড (বানপানী) আহিছে। কিয়নো সৰ্ব পবিত্ৰ ধৰ্মৰ পবিত্ৰ আত্মা বিলাক তত্ব জ্ঞানৰ পৰা অপৰিচিত। যি কাৰনে নকলী সাধু, গুৰু, মহন্তৰ ভৰমাৰ হৈছে। যি সময় পবিত্ৰ ভক্ত সমাজ আধ্যাত্মিক তত্বজ্ঞানৰ লগত পৰিচয় হৈ যাব সেই সময় এই নকলী সাধু,

**গুৰু, মহন্ত বৈষ্ণৱ তথা আচাৰ্য্য সকল লুকাই থকাৰ স্থান নেপাব, পলায়ন কৰি এৰা দিব।**

## "পবিত্ৰ তীৰ্থ তথা ধামৰ বিষয়ে জানকাৰী"

**কোনো মুনি, ঋষি সাধকে কোনো ঠাই অথবা জলাশয়ৰ কাষত বহি সাধনা কৰি নিজৰ আধ্যাত্মিক শক্তিৰ প্ৰদৰ্শন কৰিছিল। তেওঁ নিজৰ ভক্তি সাধনাৰ পূন্যফল অৰ্জন কৰি তথা দেহ ত্যাগ কৰি নিজ ইষ্ট ধাম প্ৰাপ্ত হৈছিল। সেই সাধনা স্থল পিছত তীৰ্থস্থান বা তীৰ্থধাম লৈ ৰূপান্তৰ হল। এতিয়া কোনোবাই সেই ঠাই দেখিবলৈ যায় যে ইয়াত কোনো সাধক এক সময়ত আছিল। তেতিয়া তেওঁ বহুতৰ কল্যান কৰিছিল। এতিয়া না তো তাত সাধুজন আছে, যি উপদেশ দিব। তেওঁ তো নিজৰ সাধন ভজন কৰি পূন্য অৰ্জন কৰি গুচি গৈছে।**

**বিচাৰ কৰক ঃ- অনুগ্ৰহ কৰি তীৰ্থ বা ধামক হামু-গাইন ধৰি লওক। (হামু-গাইন মানে এটা লোহা নাইবা কাঠৰ সৰু উৰল আৰু এটা খুন্দনা যাৰ সহায়ত বেজে দৰব পাতি পিহে, ৰান্ধনিয়ে মচলা গুড়া কৰে, লাপুং বৃদ্ধ-বৃদ্ধাই তামোল পান খুন্দিয়াই খায় ইত্যাদি) এক ব্যাক্তি নিজৰ পড়োসীৰ পৰা এটা হামু-গাইন খুজি আনিলে। তেওঁ হোম কৰা সামগ্ৰী গুড়া কৰি পিছত সেইটো ওভোতাই দিলে। যি কোঠাত হামু গাইনটো ৰাখিছিল সেই কোঠালীৰ পৰা সুগন্ধি ঘ্ৰান ওলাবলৈ ধৰিলে। ঘৰৰ সদস্যই সুগন্ধি ঘ্ৰান পালে আৰু ই কৰ পৰা আহি আছে তাকো গম পালে যে হামু গাইনৰ পৰা ওলাই আছে। তেওঁলোকে বুজি পালে যে হামু গাইনটোক প্ৰতিবেশী ধাৰ কৰি লৈ গৈছিল আৰু সিজনে সুগন্ধি যুক্ত বস্তু গুড়া কৰিছিল। কিছু দিন পিছত সুঘন্ধি ঘ্ৰান ওলোৱা বন্ধ হল।**

**ঠিক এনেদৰে তীৰ্থ বা ধামক হামু-গাইন বুজিবা। যেনেকুৱা বস্তু গুড়া কৰোতাই নিজৰ সকলো বস্তু ঝাৰি মুচি অতাই লৈছে। খালী হামু গাইন ওভোতাই দিছে। এতিয়া কোনোবাই সেই হামু গাইনক নাকেৰে শুঙি যদি ধন্য মানে তেন্তে তেওঁ এজন নিৰ্বোধ। তাৰ কাৰনে সামগ্ৰী আনিব লাগিব, তেতিয়াহে আচল লাভ হব।**

**এনেদৰে কোনো কোনো ধাম বা তীৰ্থত থকা পবিত্ৰ আত্মা তো ৰাম নামৰ বস্তু সামগ্ৰী গুড়া কৰি পিছত ছাফা কৰি লৈ নিজৰ সৰ্ব ভক্তিৰ পূন্যফল অৰ্জন কৰি লগত লৈ গুচিল। পিছত অজানা শ্ৰদ্ধালুই, সেই স্থানত গৈ দৰ্শন কৰি মাত্ৰ কল্যান বুজি লয় তো সিবিলাকক উপদেশ কৰা গুৰুৰ শাস্ত্ৰবিধি বিৰুদ্ধ সাধনাৰ পৰিনাম। সেই মহান সাধু মহাত্মাই যেনেদৰে ঈশ্বৰৰ ভক্তি সাধনা কৰিছিল তেনেদৰে প্ৰভু সাধনা কৰিলেহে আত্ম কল্যান সম্ভব। তাৰ বাবে তত্বদৰ্শী সাধু গুৰুক খোজ কৰি তাৰ পৰা নাম উপদেশ লৈ আজীৱন ভক্তি কৰি মোক্ষ প্ৰাপ্তি কৰা উচিত। শাস্ত্ৰবিধি অনুকুল সত্ সাধনা মই দাসৰ ওচৰত উপলব্ধ আছে কৃপা কৰি নিঃশুল্ক প্ৰাপ্ত কৰক।**

## "শ্ৰী অমৰনাথ ধামৰ স্থাপনা কেনেকৈ হ'ল?"

**ভগৱান শংকৰজীয়ে এদিন পাৰ্বতীক এক নিৰ্জন ঠাইত লৈ উপদেশ দিছিল যি কাৰণে আই পাৰ্বতী ইমান মুক্ত হৈ গৈছিল যে যেতিয়ালৈ প্ৰভু শিব (তমোগুণী)ৰ মৃত্যু**

নহয়, তেতিয়ালৈ উমাৰো মৃত্যু নহব। সাতজন (ৰজোগুনী) ব্ৰহ্মাদেবৰ মৃত্যুৰ পিছত এজন ভগবান বিষ্ণুৰ (সত্গুনী) মৃত্যু হব। সাতজন বিষ্ণুৰ মৃত্যুৰ পিছত এজন শিবজীৰ মৃত্যু হব। তেতিয়া মাতা পাৰ্বতী দেবীৰো মৃত্যু প্ৰাপ্ত হব, পূৰ্ণ মোক্ষ নহব। আকৌ যিমান লাভ পাৰ্বতীৰ হৈছিল সেইখিনীও অধিকাৰীৰ পৰা উপদেশ মন্ত্ৰ লৈ হৈছিল। পিছত শ্ৰদ্ধালুই সেই স্থান খিনীৰ স্মৃতি যুগমীয়া কৰি ৰাখিবলৈ তাক সুৰক্ষিত কৰি ৰাখিলে তথা দৰ্শক যাবলৈ ধৰিলে।

যেনেকুৱা এই দাস (সন্ত ৰামপাল) ঠায়ে ঠায়ে গৈ সৎসঙ্গ কৰে। তাত খীৰ আৰু হালুৱাও বনোৱা হয়। যি ভক্তাত্মা নাম উপদেশ প্ৰাপ্ত কৰি লয়, তাৰ কল্যাণ হৈ যায়। সৎসঙ্গ সমাপন হোৱাৰ পিছত তাম্বু, পেণ্ডেল, লাম-লাখুটি আদি উটাই লৈ অইন স্থানলৈ গুচি যাওঁ, পূৰ্ব স্থানত কেবল মাটি বা ইটাৰ ভাট্টি বা চৌকা শেষ এৰি যাওঁ। পিছত সেই চহৰৰ কোনো ব্যক্তি কয় যে আহক আপোনাক সেই স্থান দেখুৱাই লৈ আহো, যত সাধু ৰামপাল দাসজী মহাৰাজৰ সৎসঙ্গ হৈছিল, খীৰ বনাইছিল। শেষত সেই ভাট্টি (চৌকা) দেখা সকলৰ না তো খীৰ খাবলৈ পালে, না নাম উপদেশ প্ৰাপ্ত হল যাৰ দ্বাৰা কল্যান হবলৈ পালে। তাৰ কাৰণে সাধু সঙ্গ খুজি উলিয়াব লাগিব, যত সৎসঙ্গ চলি আছে, তাত গলেহে সকলো কাৰ্য্য সিদ্ধি হব।

ঠিক এইদৰে তীৰ্থ আৰু ধামত যোৱা তো সেই স্মৰণীয় স্থানৰূপী ভাট্টি (চৌকা) ক দেখা মাত্ৰ হে। এইটো পবিত্ৰ গীতাত বৰ্নিত নোহোৱা কাৰনে শাস্ত্ৰৰ বিৰুদ্ধ হল। যাৰ দ্বাৰা কোনো লাভ নহয় (প্ৰমান পবিত্ৰ গীতা অধ্যায় ১৬, শ্লোক ২৩-২৪)

তত্ব জ্ঞান হীন সন্ত, মহন্ত তথা পণ্ডিত, আচাৰ্য্যৰ দ্বাৰা ভ্ৰমিত শ্ৰদ্ধালু তীৰ্থ আৰু ধামত আত্ম কল্যানাৰ্থে যায়। শ্ৰী অমৰনাথ জীৰ দৰ্শন কৰিবলৈ যোৱা যাত্ৰাৰ সময়ত শ্ৰদ্ধালুই তিন চাৰিবাৰ তুফানী হিম প্ৰৱাহৰ কাৰনে বৰফত পোত খাই মৃত্যুক সাবটি লবলগীয়া হৈছে। প্ৰত্যেক বাৰ মৃতৰ সংখ্যা এহেজাৰলৈ হৈছিল। বিচাৰ কৰিব লগীয়া বিষয় এইটো যে যদি অমৰনাথজীৰ দৰ্শন আৰু পূজা লাভদায়ক হয় তেন্তে ভগৱান শিব কিয় সেই শ্ৰদ্ধালু সকলক ৰক্ষা নকৰে? অৰ্থাৎ প্ৰভু শিবজীও শাস্ত্ৰ বিৰুদ্ধ সাধনাৰ দ্বাৰা অপ্ৰসন্ন।

## "বৈষ্ণো দেবীৰ মন্দিৰৰ স্থাপনা কেনেকৈ হ'ল?"

শিব পত্নী সতী দেবী (উমা দেবী) নিজৰ দেউতা দক্ষ ৰজাৰ হোম যজ্ঞত আত্মদাহ ঘটিত কৰি মৃত্যুপ্ৰাপ্ত হল। ভগৱান শিব তাইৰ কঙ্কাল দেহক মোহবশ সতী দেবীক (পাৰ্বতী দেবী) কান্ধত তুলি লৈ দহ হেজাৰ বছৰলৈ পগলাৰ দৰে ঘুৰি ফুৰিবলৈ ধৰিলে। ভগৱান বিষ্ণুদেৱে সুদৰ্শন চক্ৰৰে সতী দেবীৰ কঙ্কাল দেহক ছিন্ন-বিছিন্ন কৰি দিলে। যত যত দেবীৰ অঙ্গ পৰিল তাতেই মাটিৰ তলত পুতি থলে। এই ধাৰ্মিক ঘটনাক স্মৰণীয় কৰি ৰাখিবলৈ উক্ত স্থানৰ ওপৰত এক মন্দিৰ নিচিনা স্মৃতি চিহ্ন বনাই ৰাখিলে যাতে আগন্তুক সময়ত কোনেও এইটো নকয় যে পুৰাণত ভুল লিখিছে। সেই মন্দিৰৰ ভিতৰত এজনী স্ত্ৰীৰ চিত্ৰ বনাই ৰাখি দিলে আৰু তাক বৈষ্ণো দেবী কবলৈ ধৰিলে। তাক চোৱা-চিতা কৰি ৰাখিবলৈ তথা শ্ৰদ্ধালু দৰ্শকক সেই স্থানৰ কাহিনী প্ৰকাশ কৰিবৰ কাৰনে

এজন ভাল ব্যক্তিক নিযুক্ত কৰিলে। তাক অন্য ধাৰ্মিক ব্যক্তিয়ে কিছু বেতন দিবলৈ ধৰিলে। শেষত তাৰ বংশধৰ সকলে মন্দিৰৰ ভিতৰত দান, উৎসৰ্গা লোৱা আৰম্ভ কৰি দিলে আৰু ফুচুলনি কথা কবলৈ ধৰিলে যে এক ব্যক্তিৰ বেপাৰ-বানিজ্য বন্ধ হৈ গৈছিল মাতা বৈষ্ণো দেবীক এশ টকাৰ সংকল্প (মানচিত) কৰিলে, এটা নাৰিকেল ভেটি দিলে, কিছু দিনৰ ভিতৰত তেওঁ ধনবান হৈ গল। এক নিঃসন্তান দম্পতি আছিল তেওঁ দেবীক মাথোন দুইশ টকা, এখন শাড়ী, এখন সোনৰ হাৰ মানচিত (সংকল্প) কৰিলে, তাৰ পুত্ৰ প্ৰাপ্ত গৈ গল।

এইদৰে সৰল আত্মা (সাধাৰন মানুহ) বোৰে এই দন্ত কথাৰ (কাল্পনিক গল্প /প্ৰলোভনকাৰী কথা) ওপৰত আধাৰিত হৈ নিজৰ পবিত্ৰ গীতা তথা পবিত্ৰ বেদ শাস্ত্ৰক পাহৰি গল, যত উক্ত ধৰনৰ পূজা সাধনাক শাস্ত্ৰবিধি বিৰুদ্ধ বুলি বৰ্ননা কৰিছে। যি কাৰনে না কোনো সুখ প্ৰাপ্ত হয়, না কোনো কাৰ্য্য সিদ্ধি হয়, না পৰম গতি অৰ্থাৎ আত্মাৰ মুক্তি হয়। (প্ৰমান পবিত্ৰ গীতা অধ্যায় ১৬, শ্লোক ২৩-২৪) এনেদৰে যত দেৱীৰ চকু পৰিছে তাত নেয়না দেবীৰ মন্দিৰ, যত জিভা ছিঙি পৰিছে তাত শ্ৰী জোৱালা দেবীৰ মন্দিৰ তথা যত দেহ খন পৰিছে তাত বৈষ্ণো দেবীৰ মন্দিৰ স্থাপনা হৈছে।

## "পূৰীত শ্ৰী জগন্নাথ দেৱৰ মন্দিৰ অৰ্থাৎ ধাম কেনেকৈ স্থাপন হল ?"

পুৰনী সময়ত উৰিষ্যা ৰাজ্যত ইন্দ্ৰ দমন নামৰ এজন ৰজা আছিল। তেওঁ ভগৱান শ্ৰীকৃষ্ণ দেবৰ একান্ত ভক্ত আছিল। এদিন ৰাতি শ্ৰীকৃষ্ণ দেৱে ৰজাক সপোনত দৰ্শন দি কলে যে জগন্নাথ নামেৰে মোৰ এটা মন্দিৰ বনাই দিয়া। শ্ৰীকৃষ্ণদেবে এইটোও কলে এই মন্দিৰৰ ভিতৰত মূৰ্তি পূজা কৰিব নালাগে। কেৱল এজন সাধু ব্যক্তি থাকিব যি দৰ্শকক পবিত্ৰ গীতা অনুসৰি জ্ঞান প্ৰচাৰ কৰিব। সমুদ্ৰ পাৰৰ সেই ঠাইকো দেখুৱালে যত মন্দিৰটো বনাব লাগিব। ৰাতিপুৱা সাৰপাই ৰজা ইন্দ্ৰদমনে নিজ পত্নীক কলে যে ৰানী আজি নিশা টোপনীত ভগৱান শ্ৰীকৃষ্ণদেৱে দৰ্শন দিছে আৰু মন্দিৰ নিৰ্মানৰ বাবে আজ্ঞা কৰিছে। ৰানীয়ে কলে শুভ কাৰ্য্যৰ বাবে বিলম্ব কেলেই ? সকলো সম্পত্তি তাৰেই দান। তাকেই সমৰ্পন কৰিবলৈ চিন্তা কেলেই ? ৰজাই সেই স্থানত মন্দিৰ বনাই দিলে যত শ্ৰীকৃষ্ণদেবে সাগৰৰ পাৰত দেখুৱাই দিছিল। মন্দিৰ বনোৱাৰ পিছত সাগৰীয় ধুমুহা উঠিলে, মন্দিৰক ভাঙি দিলে। একো চিন চাব নেথাকিল যে ইয়াত মন্দিৰ আছিল। এনেকৈ ৰজাই পাচ বাৰ মন্দিৰ বনোৱাইছিল। পাচো বাৰেই সাগৰে ভাঙি দিছিল।

ৰজাই নিৰাশ হৈ মন্দিৰ নবনোৱাৰ নিৰ্নয় ললে। এইটো চিন্তিলে যে নেজানো সাগৰে মোৰ ওপৰত কোন জনমৰ প্ৰতিশোধ লৈ আছে ? ৰাজ ভড়াল উদং হৈ গল, মন্দিৰ বনোৱা নহল। কিছু দিনৰ পিছত পূৰ্ন পৰমেশ্বৰ (কবীৰ দেব) জ্যোতি নিৰঞ্জন (কাল) ক দিয়া বচন অনুসৰি ৰজা ইন্দ্ৰ দমনৰ ওচৰত আহিল তথা ৰজাক কলে হে ৰাজন! আপুনী মন্দিৰ বনাওক। এতিয়া সমুদ্ৰই মন্দিৰ নেভাঙিব। ৰজাই কলে সাধু মহাৰাজ মোৰ বিশ্বাস নহয়। মই ভগৱান শ্ৰীকৃষ্ণদেৱৰ (বিষ্ণু) আদেশত মন্দিৰ বনাইছিলো। শ্ৰীকৃষ্ণদেৱে সাগৰক আগ ভেটিব নোৱাৰিলে। পাঁচবাৰ মন্দিৰ বনাইছো, ভাবিছো কিজানি ভগবান মোৰ পৰীক্ষা লৈ আছে হবলা? কিন্তু এতিয়া পৰীক্ষা দিয়াৰ যোগ্যতা মোৰ নাই, কিয়নো ৰাজ ভাণ্ডাৰ খালি হৈ গৈছে। এতিয়া মন্দিৰ বনোৱা মোৰ সাধ্যৰ বাহিৰত। পৰমেশ্বৰে

কলে ইন্দ্রদমন! যি পৰমেশ্বৰে সর্ব ব্রহ্মাণ্ডৰ ৰচনা কৰিছে, তেওঁৱেই সকলো কার্য্য কৰিবলৈ সক্ষম, অন্য প্রভু নহয়। মই সেই পৰমেশ্বৰৰ বচন শক্তি প্রাপ্ত কৰিছো। মই সমুদ্রক ভেটিব পাৰো (নিজকে লুকাই সত্য কৈছিল)। ৰজাই কলে সাধু মহাৰাজ! মোৰ বিশ্বাস নহয় শ্রীকৃষ্ণ দেৱতকৈ আন কোনো প্রবল শক্তি যুক্ত প্রভু আছে। তেওঁ যেতিয়া সমুদ্রৰ লগত চেলেঞ্জ কৰিব নোৱাৰিলে তেন্তে আপুনী নো কোন খন খেতিৰ মুলা ওলাল? মোৰ বিশ্বাস নহয় আৰু মোৰ মন্দিৰ বনোৱাৰ আর্থিক স্থিতি নাই। সাধু ৰূপত অহা কবীৰদেৱ (কবীৰ পৰমেশ্বৰ) কলে ৰাজন! যদি মন্দিৰ বনোৱাৰ ইচ্ছা আছে তেন্তে মোৰ ওচৰলৈ আহিবা মই অমুক স্থানত আছো। আগলৈ সাগৰে মন্দিৰ নেভাঙে, এই কথা কৈ প্রভুই প্রস্থান কৰিলে।

সেই ৰাতি প্রভু শ্রীকৃষ্ণই আকৌ ৰজা ইন্দ্র দমনক দর্শন দিলে তথা কলে ইন্দ্র দমন আকৌ এবাৰ মন্দিৰ বনাই দিয়া। তোমাৰ ওচৰত যিজন সাধু আহিছে তাৰ লগত সম্পর্ক কৰি সাহায্যৰ কাৰনে প্রার্থনা কৰা। তেওঁ যেনে তেনে সাধু নহয়। তাৰ ভক্তি শক্তিৰ কোনো ইপাৰ-সিপাৰ নাই।

ৰজা ইন্দ্র দমনে টোপনীৰ পৰা সাৰ পালে। স্বপোনত দেখা গোটেই বৃত্তান্ত নিজ ৰাণীক কলে। ৰাণীয়ে কলে প্রভুয়ে কৈছে যেতিয়া আপুনী বৈ নে থাকিব। ঈশ্বৰৰ মন্দিৰ আকৌ বনাই দিয়ক। ৰাণীৰ সদ্ ভাৱনাযুক্ত বানী শুনি ৰজাই কলে এতিয়া তো ৰাজ ভড়াল উদং হৈ গৈছে, যদি মন্দিৰ নবনাও তেন্তে প্রভু অপ্রসন্ন হৈ যাব। মই তো ধর্ম সংকটত আৱদ্ধ হৈ গৈছো। ৰাণীয়ে কলে মোৰ ওচৰত অলঙ্কাৰ আছে তাৰেই সহজে মন্দিৰ বনোৱা হৈ যাব। আপুনী এই অলঙ্কাৰবোৰ লৈ লওক তথা প্রভুৰ আদেশ পালন কৰক, ইয়াকে কৈ ৰাণীয়ে ঘৰত ৰখা সকলো অলংকাৰ তথা যি পিন্ধিছিল তাকো সোলোকাই ঈশ্বৰৰ নিমিত্তে নিজৰ পতীৰ চৰনত সমর্পিত কৰি দিলে। ৰজা ইন্দ্রদমন সেই ঠাইলৈ গল যত পৰমেশ্বৰে সাধু ৰূপত আহি কৈছিল। কবীৰ প্রভু অর্থাৎ অপৰিচিত সাধুক বিচাৰি উলিয়াই সমুদ্রক ভেটিবলৈ প্রার্থনা কৰিলে। প্রভু কবীর্দেৱে কলে যে যি ফালৰ পৰা সমুদ্রৰ উত্তাল ঢৌ আহে, তাত সমুদ্রৰ পাৰত এখন বহিব পৰা ভেটি (বেদি) বনাই দিয়া। যাৰ ওপৰত বহি মই ঈশ্বৰৰ ভক্তি কৰিম তথা সমুদ্রক ৰখাম। ৰজাই কাৰিগৰৰ দ্বাৰাই এটা ডাঙৰ শিলৰ বহিব পৰা ভেটি বনাই দিলে। পৰমেশ্বৰ কবীৰদেৱে তাৰ ওপৰত আসন গ্রহন কৰিলে। ষষ্টম বাৰ মন্দিৰ বনোৱা আৰম্ভ হৈ গল। সেই সময়ত এজন নাথ পৰম্পৰাৰ সিদ্ধ মহাত্মা আহিল। নাথদেৱে ৰজাক কলে, হে ৰাজন! বৰ ভাল মন্দিৰ বনাই আছা, ইয়াৰ ভিতৰত মূর্তি স্থাপন কৰিব লাগিব। মুর্ত্তি নোহোৱা মন্দিৰ কেনেকুৱা? এইটো মোৰ আদেশ। ৰজা ইন্দ্রদমন হাত জোৰ কৰি কলে হে নাথদেব! প্রভু শ্রীকৃষ্ণই মোক স্বপোনত দর্শন দি মন্দিৰ বনাবলৈ আদেশ দিছে, তথা কৈছে যে এই মন্দিৰৰ ভিতৰত না তো মূর্তি ৰাখিব লাগিব, না তো ভণ্ড পূজা কৰিব লাগিব। ৰজাৰ কথা শুনি নাথে কলে স্বপোন কেতিয়াও সত্য হয় নে? মোৰ আদেশ পালন কৰক আৰু চন্দন কাঠৰ মূর্তি অৱশ্যই স্থাপন কৰক। এই কথা কৈ নাথে জলপান নকৰাকৈ উঠি গল। ৰজাই ভয়ত চন্দন কাঠ যোগাৰ কৰি অনালে তথা কাৰিগৰক মূর্তি বনোৱাৰ আদেশ দি দিলে। এটা মূর্তি শ্রীকৃষ্ণদেৱৰ স্থাপন কৰিবলৈ নাথদেবৰ আদেশ আছিল। আকৌ অন্য সাধু গুৰুই ৰায় দিলে যে অকল প্রভু কেনেকৈ থাকিব? তেওঁ তো সদায় বলৰামক লগত

ৰাখে। আন এজনে কলে ভনী সুভদ্ৰা তো ভগৱান শ্ৰীকৃষ্ণদেৱৰ অতি মৰমৰ ভন্টী আছিল, তাই কেনেকৈ ভাই নোহোৱাকৈ থাকিব পাৰিব? তিনি মূৰ্তি বনোৱাৰ সিদ্ধান্ত লোৱা হল। তিন জন কাৰিগৰ নিযুক্ত কৰা হল। মূৰ্তি তৈয়াৰ হওঁতেই ভাঙি চিঙি টুকুৰা টুকুৰা হৈ যায়। এনেকৈ মূৰ্তি তিনবাৰ খণ্ডন হৈ গল। ৰজা বৰ চিন্তিত হৈ গল। ভাবিলে মোৰ ভাগ্যত এই যষশ্যা আৰু পুন্য কৰ্ম নহব। মন্দিৰ বনোৱা হয় আৰু ভাঙি যায়। এতিয়া মুৰ্তিবোৰ নষ্ট হৈ আছে। নাথদেব ৰুষ্ট হৈ গুচি গৈছে। যদি কওঁ মূৰ্তি নষ্ট হৈ আছে, তেন্তে ভাবিব যে ৰজাই আওকান কৰি আছে, যি হওক অভিশাপ যাতে নিদিয়ে। চিন্তাগ্ৰস্থ ৰজাই ৰাতি আহাৰ গ্ৰহন আৰু টোপনী দিব নোৱাৰিলে। ৰাতিপুৱা নিৰানন্দ মনে ৰাজসভাত গল। সেই সময়ত পুৰ্ণ পৰমাত্মা (কবীৰদেব) কবীৰ প্ৰভু এজন আশী বছৰীয়া বৃদ্ধ কাৰিগৰ ৰূপত সাজি ৰাজসভাত উপস্থিত হল। কমৰত এখন মোনা ওলোমোৱা আছিল, যত যন্ত্ৰপাতি স্পষ্টকৈ দেখা গৈছিল, ধৰি লোৱা নোকোৱা কৈয়ে কাৰিগৰৰ পৰিচয় দি আছিল তথা আন বস্তু-বাহানী মোনা খনত ভৰাই আছিল। কাৰিগৰ ভেশছনত প্ৰভুই ৰজাক কলে, মই শুনা পাইছো ঈশ্বৰৰ মন্দিৰৰ বাবে মূৰ্তি পূৰ্ণ হব পৰা নাই। মই ৮০ বছৰীয়া বৃদ্ধ হৈ গৈছো তথা ৬০ বছৰৰ অনুভব আছে। চন্দন কাঠৰ মূৰ্তি প্ৰত্যেক কাৰিগৰ বনাব নোৱাৰে। যদি আপোনাৰ আজ্ঞা হয় তেন্তে সেৱক উপস্থিত আছে। ৰজাই কলে হে কাৰিগৰ! আপুনী মোৰ কাৰনে ভগৱানেই কাৰিগৰ সাজি আহিছে যেন লাগিছে। মই বহুত চিন্তিত আছিলো। ভাবি আছিলো যদি অনুভবি কাৰিগৰ মিলে তেন্তে সমস্যাৰ সমাধান হব। আপুনী সোনকালে মূৰ্তি বনাই দিয়ক। বৃদ্ধ কাৰিগৰ ৰূপত অহা কবীৰদেব (কবীৰ প্ৰভু) কলে ৰাজন! মোক এটা কোঠালী দিয়া, যাৰ ভিতৰত বহি মই মূৰ্তি তৈয়াৰ কৰিম। মই ভিতৰৰ পৰা দুৱাৰ বন্ধ কৰি পৰিস্কাৰ ভাবে মূৰ্তি বনাম।এই মূৰ্তি যেতিয়া তৈয়াৰ হৈ যাব তেতিয়া দুৱাৰ খুলিব, যদি মাজ সময়ত কোনোবাই দুৱাৰ খুলি দিয়ে তেন্তে যিমানখিনি মূৰ্তি বনোৱা হব তিমানতে ৰৈ যাব। ৰজাই কলে আপুনী যেনে উচিত ভাৱে তেনে কৰক।

মূৰ্তি বনোৱা বাৰ (১২) দিন হোৱাত শ্ৰীনাথদেব উপস্থিত হল। নাথদেৱে ৰজাক পুছিলে ইন্দ্ৰদমন মূৰ্তি বনাইছা নে? ৰজাই বাধ্য হৈ কলে হে মহাত্মন! আপোনাৰ আজ্ঞা পূৰ্ণৰূপে পালন কৰা হৈছে। কিন্তু মোৰ দূৰ্ভাগ্য যে আধা হওঁতেই মূৰ্তি ভাঙি টুকুৰা টুকুৰা হৈ যায় আৰু চাকৰৰ দ্বাৰাই মূৰ্তিৰ টুকুৰা আনি নাথ দেৱৰ বিশ্বাসৰ কাৰনে দেখুৱালে। নাথদেৱে কলে মূৰ্তি অৱশ্যই বনাব লাগিব। এতিয়া বনাওক মই চাওঁ কেনেকৈ ভাঙে? ৰজাই কলে হে নাথ! বহুত প্ৰচেষ্টা কৰিব লগা হৈছে। ঈশ্বৰ প্ৰেৰিত এজন ৮০ বছৰীয়া অনুভৱী বৃদ্ধ কাৰিগৰ বন্ধ কোঠালীত মূৰ্তি বনাই আছে। তেওঁ কৈছে যে মূৰ্তি বনোৱা হোৱাৰ পিছত মই নিজেই দুৱাৰ খুলি দিম। যদি কোনোবাই মাজ সময়ত খুলি দিয়ে তেন্তে মুৰ্তিৰ কাম যিখিনি হৈছে তিমানতেই ৰৈ যাব। আজি মূৰ্তি বনোৱা তেওঁৰ বাৰ দিন হৈ গল। তেওঁ বাহিৰত ওলোৱা নাই, জলপান নাইবা আহাৰো কৰা নাই। নাথে কলে, কেনে মূৰ্তি দেখিবই লাগিব, কেনেকৈ বনাই আছে? বনোৱাৰ পিছত নো কি দেখিব লাগে? ঠিক বনোৱা নহলে ঠিক বনাম। ইয়াকে কৈ নাথে ইন্দ্ৰ দমনক লগত লৈ সেই কোঠালীৰ সমুখত গল যত মূৰ্তি বনোৱা হৈ আছিল তথা আৱাজ দিলে কাৰিগৰ



পৰমেশ্বৰ কবীৰদেৱে সাগৰৰ কোপানলৰ পৰা জগন্নাথ মন্দিৰক ধ্বংসৰ পৰা বচালে।

দুৱাৰ খোলক। কেবা বাৰো কোৱা হল কিন্তু দুৱাৰ নুখুলে তথা যি খট্ খট্ শব্দ শুনাই দিছিল, সেইটোও বন্ধ হৈ গল। নাথে কলে ৮০ বছৰীয়া বৃদ্ধৰ কথা কৈছা, বাৰ দিনলৈ আহাৰ পানী কৰা নাই। এতিয়া শব্দ অহাও বন্ধ হৈ গল, মৰি গল নেকি? জোৰে হেচা মাৰি দুৱাৰ ভাঙি দিয়া হল, দেখিলে যে তিন মুৰ্তি ৰখা আছে, তিনিও মুৰ্তিৰ হাত-ভৰিৰ গোৰোহা বনোৱা নাছিল। কাৰিগৰ অন্তৰ্ধান হৈ গৈছিল।

মন্দিৰ বনোৱা হৈ প্ৰস্তুত হৈ গল আৰু কোনো উপায় নেদেখি নিজৰ জিদত আকোৰ গোজ নাথদেবে কলে এনে মুৰ্তিকে স্থাপন কৰি দিয়া, হব পাৰে প্ৰভু ইয়াকে স্বীকাৰ কৰিব, মনে হয় শ্ৰীকৃষ্ণদেবে স্বয়ং মূৰ্তি বনাই গুচি গৈছে।

মুখ্য পাণ্ডাই শুভ মুহুৰ্ত চাই অহা বাৰেই মূৰ্তিৰ স্থাপনা কৰি দিলে। সকল পাণ্ডা তথা মুখ্য পাণ্ডা আৰু ৰজা তথা সৈনিক আৰু শ্ৰদ্ধালুই মূৰ্তিক প্ৰাণ স্থাপনা কৰিবৰ বাবে ওলাই পৰিল। পূৰ্ণ পৰমেশ্বৰ (কবীৰদেব) এজন শুদ্ৰৰ ৰূপ ধাৰন কৰি মন্দিৰৰ মুখ্য দুৱাৰৰ মাজত মন্দিৰলৈ মুখ কৰি থিয় হৈ গল। এনে লীলা কৰি আছিল যে ধৰি লওক তাৰ জ্ঞানেই নাই যে পিছফালৰ পৰা প্ৰভুৰ প্ৰান স্থাপনা কৰিবৰ বাবে সৈন্যবোৰ আহি আছে। আগে আগে মুখ্য পাণ্ডা আহি আছিল। পৰমেশ্বৰ আকৌ তেনেদৰে দুৱাৰৰ মাজত থিয় হৈ ৰল। ওচৰত আহি মুখ্য পাণ্ডেই শুদ্ৰ ৰূপত থিয় হৈ থকা পৰমেশ্বৰক এনে ধাক্কা মাৰি দিলে যে দূৰত ছিটিকি পৰিল তথা একান্ত স্থানত শুদ্ৰ লীলা কৰি বহি পৰিল। ৰজাৰ সৈতে সকলো শ্ৰদ্ধালু মন্দিৰৰ ভিতৰত গৈ দেখিলে সকলো মুৰ্তি সেই দুৱাৰত থিয় হৈ থকা শুদ্ৰ ৰূপ পৰমেশ্বৰৰ ৰূপ ধাৰন কৰি আছিল। এনে কৌতুক দেখি উপস্থিত ব্যক্তি আচৰিত হৈ গৈছিল। মুখ্য পাণ্ডাই কবলৈ ধৰিলে যে প্ৰভু ক্ষুব্ধ হৈ গৈছে, কিয়নো মুখ্য দুৱাৰক সেই শুদ্ৰই অশুদ্ধ কৰি দিছে। এই কাৰনে সকলো মূৰ্তি শুদ্ৰ ৰূপ ধাৰণ কৰিছে। বৰ অনিষ্ট হৈ গল। কিছু সময় পিছত মূৰ্তিবোৰৰ বাস্তৱিক ৰূপ হৈ গল। গঙ্গা পানীৰে কেবা বাৰ ধুই প্ৰান স্থাপনা কৰা হল। [কবীৰদেবে কৈছে যে অজ্ঞানতা আৰু ভণ্ডামীৰ চৰম সীমা দেখক। কাৰিগৰে ভগৱানৰ মুৰ্তি বনায় পিছত পুজাৰী বা অন্য সাধুই সেই মূৰ্তিৰূপী ভগবানক প্ৰান দান দিয়ে অৰ্থাৎ ঈশ্বৰক জীবন দান দিয়ে। তেতিয়া সেই মাটিৰ বা কাঠৰ বা ধাতুৰ মূৰ্তিৰ ভগবান কাৰ্য্য সিদ্ধি কৰি দিয়ে, বাঃ ৰে ঠগ, ভণ্ডামীৰ দল খুব মূৰ্খ বনাইছা প্ৰভু প্ৰেমী সহজ সৰল আত্মাক।]

মূৰ্তি স্থাপনা হোৱাৰ কিছুদিন পিছত মোটামুটি ৪০ ফুট ওখ সাগৰৰ ঢৌ উঠিলে যাক সাগৰীয় ধুমুহা বোলে তথা বহুত বেগেৰে মন্দিৰৰ ফালে আহিবলৈ ধৰিলে। সাগৰৰ পাৰত বনোৱা শিলৰ বেদিৰ ওপৰত কবীৰ পৰমেশ্বৰ বহি আছিল। এখন হাত ওপৰলৈ দাঙিলে, যেনেকৈ আশীৰ্বাদ দিয়ে, সাগৰ থিয়ৈ থিয়ৈ ৰৈ গল তথা পৰ্বতৰ দৰে থিয় হল, আগলৈ অগ্ৰসৰ হবলৈ নাপালে। ব্ৰাহ্মন ৰূপ বনাই সাগৰে আহিল তথা বেদীৰ ওপৰত বহি থকা প্ৰভুক কলে হে ভগৱান! আপুনী মোক ৰাস্তা এৰি দিয়ক মই মন্দিৰ ভাঙিবলৈ যাওঁ। প্ৰভুই কলে যে এইটো মন্দিৰ নহয়। এইটো তো মহল (আশ্ৰয়) হে। ইয়াত বিদ্বান পুৰুষ থাকিব তথা পবিত্ৰ গীতাৰ জ্ঞান প্ৰচাৰ কৰিব। আপুনী ইয়াক ধ্বংশ কৰা শোভা নিদিয়ে। সাগৰে কলে মই ইয়াক অৱশ্যই ভাঙিম। প্ৰভুই কলে - তেন্তে যোৱা তোমাক কোনে ৰখায়? সাগৰে কলে মই বিৱশ হৈ গলো। আপোনাৰ শক্তি অপাৰ।

**মোক বাট দিয়ক প্ৰভু। পৰমেশ্বৰ কবীৰদেবে কলে, আপুনী কিয় এনে কাম কৰি আছা? ব্ৰাহ্মন ৰূপী উপস্থিত সাগৰে কলে যেতিয়া এই শ্ৰীকৃষ্ণদেব ত্ৰেতা যুগত শ্ৰীৰামচন্দ্ৰ ৰূপত আহিছিল তেতিয়া এওঁ মোক অগ্নিবান দেখুৱাই ভাল-মন্দ কৈ অপমান কৰি ৰাস্তা বিচাৰিছিল। মই তাৰে প্ৰতিশোধ লবলৈ গৈ আছিলোঁ।**

**পৰমেশ্বৰ কবীৰদেবে কলে প্ৰতিশোধ তো আপুনী আগেয়ে লৈ পেলাইছে। আপুনী দ্বাৰকা নগৰীক ডুবাই ৰাখিছে। সাগৰে কলে এতিয়াও সম্পূৰ্ণ ৰূপে ডুবাই ৰাখিব পৰা নাই, আধা বাকী আছে। কোনোবা প্ৰবল শক্তি সম্পন্ন সন্ত সমুখত আহি গৈছে যি কাৰণে মই দ্বাৰকাক পূৰ্ণৰূপে ডুবাই ৰাখিব পৰা নাই। এতিয়াও চেষ্টা কৰো কিন্তু সিফালে যাব নোৱাৰো। সিফালে মোক বান্ধি ৰাখিছে।**

**তেতিয়া পৰমেশ্বৰ কবীৰে (কবীৰদেব) কলে মই তাতো উপস্থিত হৈছিলো। মইয়ে তাত অবশেষ খিনী ৰক্ষা কৰিছিলো। এতিয়া যোৱা অৱশেষ থকা দ্বাৰকাকো গিলি লোৱা, কিন্তু সেই স্মৰণীয় চিহ্নক এৰি দিবা যত শ্ৰীকৃষ্ণদেৱৰ শৰীৰৰ অন্তিম সংস্কাৰ কৰা হৈছিল। (শ্ৰীকৃষ্ণদেৱৰ অন্তিম সংস্কাৰ স্থলৰ ওপৰত বড় ডাঙৰ মন্দিৰ বনাই দিয়া হৈছিল। এই স্মৰণীয় চিহ্নৰ প্ৰমান ৰৈ থাকিব যে বাস্তৱত শ্ৰীকৃষ্ণদেৱৰ মৃত্যু হৈছিল তথা পঞ্চ ভৌতিক শৰীৰ ত্যাগ কৰি গৈছিল। নহলে আগন্তুক উঠি অহা পুৰুষে কব যে শ্ৰীকৃষ্ণদেবৰ মৃত্যু হোৱা নাছিল।) প্ৰভুৰ আজ্ঞা পাই সাগৰে দ্বাৰিকাৰ অৱশেষ ডুবাই পেলালে। পৰমেশ্বৰ কবীৰদেবে সাগৰক কলে আগলৈ আপুনী কেতিয়াও এই জগন্নাথ মন্দিৰক ভাঙিবলৈ চেষ্টা নকৰিব তথা এই মহলৰ পৰা দুৰত যোৱা। এনে আজ্ঞা পাই সাগৰে প্ৰভুক প্ৰণাম কৰি মন্দিৰৰ পৰা প্ৰায় দেৰ কিঃমিঃ দূৰলৈ গুচি গল। এনেকৈ শ্ৰীজগন্নাথ মন্দিৰৰ অৰ্থাৎ জগন্নাথ ধামৰ স্থাপন হৈছিল।**

## "শ্ৰী জগন্নাথৰ মন্দিৰত ছুৱাছুত আগৰে পৰাই নাই"

**কিছু দিন পিছত যি পাণ্ডাই প্ৰভু কবীৰক শুদ্ৰ ৰূপত ধাক্কা মাৰি দিছিল তাৰে কুষ্ট ৰোগ হৈ গৈছিল। নানা প্ৰকাৰৰ ঔষধি চিকিৎসা কৰিও সুস্থ হোৱা নাছিল। কুষ্ঠ ৰোগৰ কষ্ট অধিকৰ পৰা অধিক বাঢ়ি গল। সকলো ধৰনৰ পূজা কৰিলে, শ্ৰীজগন্নাথৰ ওচৰত কান্দি সংকট নিবাৰনৰ কাৰনে প্ৰাৰ্থনা কৰিলে, কিন্তু সকলো নিস্ফল হৈ গল। স্বপোনত শ্ৰীকৃষ্ণই দৰ্শন দি কলে যে পাণ্ডে সেই সন্তৰ চৰণ ধুই চৰনামৃত পান কৰা যাক তুমি মন্দিৰৰ মুখ্য দুৱাৰত গতিয়াই উলিাই দিছিলা। তেতিয়াহে তেখেতৰ আশীৰ্বাদৰ দ্বাৰাই তোমাৰ কুষ্ঠ ৰোগ ঠীক হব পাৰে। যদি তেখেতে তোমাক হৃদয়েৰে ক্ষমা কৰে তো, অন্যথা নহয়। বেমাৰী কি নো নকৰী?**

**সেইজন মুখ্য পাণ্ডা পূৱাই উঠিলে। কেবাজন সহযোগী পাণ্ডাক লগত লৈ সেই ঠাইলৈ গল যত কবীৰ পৰমেশ্বৰ শুদ্ৰ ৰূপত বিৰাজমান হৈ আছিল। যেতিয়াই পাণ্ডা প্ৰভুৰ ওচৰত আহিলে তো পৰমেশ্বৰ উঠি গুচি যাবলৈ ধৰিলে তথা কলে হে পাণ্ডা! মই তো অছ্যুত মোৰ পৰা দূৰৈত থকা, যাতে অপবিত্ৰ নোহোৱা। পাণ্ডাই ওচৰ চাপিলে, পৰমেশ্বৰ আগে আগে যাবলৈ ধৰিলে। তেতিয়া পাণ্ডাই উচুপি উচুপি কান্দিবলৈ ধৰিলে তথা কলে হে ঈশ্বৰ! মোৰ দোষ ক্ষমা কৰি দিয়ক। তেতিয়া দয়ালু প্ৰভু থামি গল।**

পাণ্ডাই যতনেৰে সৈতে এক পৰিস্কাৰ বস্ত্ৰ মাটিৰ ওপৰত মেলি দি প্ৰভুক বহিবলৈ প্ৰাৰ্থনা কৰিলে। প্ৰভু সেই বস্ত্ৰৰ ওপৰত বহি পৰিল। তেতিয়া সেই পাণ্ডাই স্বয়ং ভৰি ধুই দিলে তথা চৰনামৃতক পাত্ৰত ঢালি ললে। প্ৰভু কবীৰদেবে কলে যে পাণ্ডে ৪০ দিনলৈ ইয়াক পান কৰিবা তথা গা ধোৱা পানীত ইয়াক অলপ মিলাই গা ধুই থাকিবা। চল্লিশ দিনত তোমাৰ কুষ্ট ৰোগ সমাপ্ত হৈ যাব তথা কলে যে ভবিষ্যলৈ এই জগন্নাথ দেৱৰ মন্দিৰত কোনোৱাই ছুৱা-ছুত কৰে তাৰো দণ্ড মিলিব। সকলো উপস্থিত ব্যক্তিয়ে অঙ্গীকাৰ কৰিলে যে আজিৰ পৰা এই পৱিত্ৰ স্থানত কোনো ছুৱা-ছুত কৰা নহব।

বিচাৰ কৰক ঃ- হিন্দুস্থানত এনেকুৱা এটাহে মন্দিৰ আছে যত আৰম্ভনীৰ পৰাই ছুৱা-ছুত নাই।

মই দাসো সেই ঠাই চাবলৈ সুবিধা পালো। কেবাজন সেৱকক লৈ উক্ত স্থান দেখিবলৈ গলো যাতে কিছু প্ৰমান পাব পাৰো। তাত সকলো প্ৰমানৰ আজিও সাক্ষী মিলে। যি শিলৰ বেদীৰ ওপৰত বহি কবীৰ পৰমেশ্বৰে মন্দিৰক বচাবৰ কাৰনে সাগৰক ৰখাইছিল সেইটো আজিও বিদ্যমান আছে। তাৰ ওপৰত এক স্মৰণীয় গম্বুজ বনাই ৰখা আছে। তাত বহুত মহন্ত (চোৱাচিতা কৰা) পৰম্পৰাৰ এক আশ্ৰম বিদ্যমান আছে। তাত থকা ৭০ বছৰীয়া বৃদ্ধ মহন্তৰ পৰা ওপৰোক্ত মন্দিৰৰ সমুদ্ৰৰ পৰা ৰক্ষা পোৱাৰ জানকাৰী (সুচনা) বিচৰাত তেওঁ এইটোকে কলে যে মোৰ পূৰ্বজ কেবা পুৰুষ ধৰি ইয়াত মহন্ত পদত আসিন হৈ আছে। ইয়াতেই শ্ৰীধৰ্মদাস দেব আৰু তাৰ পত্নী ভক্তমতী আমনী দেবী দেহ ত্যাগ কৰিছিল। দুয়োৰে সমাধি একেলগে বনোৱা দেখা যায়।

পিছত আমি শ্ৰীজগন্নাথ দেবৰ মন্দিৰত গলো। তাত মূৰ্তি পূজা আজিও নাই। কিন্তু প্ৰদৰ্শনী অবশ্য চলাই ৰাখিছে। ভগৱানৰ যি তিনি মূৰ্তি শ্ৰীকৃষ্ণদেব তথা শ্ৰী বলৰাম, ভনী সুভদ্ৰা দেবী মন্দিৰৰ ভিতৰত স্থাপিত আছে সিহঁতৰ দুয়ো হাতৰ মুঠি নাই। দুয়ো হাত কৰহীন। সিবোৰ মূৰ্তিৰ পূজাও নহয়, কেবল দৰ্শনাৰ্থে ৰাখিছে। তাত পাণ্ডা গাইডক পুছিলো, শুনিছো যে এই মন্দিৰ সমুদ্ৰই পাঁচবাৰ ভাঙি দিছিল আৰু পুনৰ বনাইছিল। সমুদ্ৰই কিয় ভাঙিছিল? পিছত কোনে সাগৰক ভেটিছে? পাণ্ডে কলে ইমান তো মোৰ জনা নাই। এই সকলো কৃপা জগন্নাথ দেৱৰ আছিল, তেওঁৱেই সাগৰক আগ ভেটিছিল। শুনিছো যে সমুদ্ৰই তিনিবাৰ মন্দিৰক ভাঙিছিল। মই আকৌ প্ৰশ্ন কৰিলো প্ৰথম বাৰেই কিয় সমুদ্ৰক প্ৰভুই ভেটা নাই?পাণ্ডেই উত্তৰ দিলে ই জগন্নাথৰ লীলা।

মই আকৌ পুছিলো এই মন্দিৰত ছুৱা-ছুত আছে নে, নাই? মন্দিৰত শুদ্ৰ তথা পাণ্ডাই এক থালী অথবা পাতিলাত আহাৰ কৰিব পাৰে জানো, কোনোবাই মানা নকৰে? মই প্ৰশ্ন কৰিলো পাণ্ডাজীক অন্য হিন্দু মন্দিৰত তো আগেয়ে বৰ ছুৱা-ছুত আছিল, ইয়াত নাই কিয়? প্ৰভুতো সেইজনেই পাণ্ডেৰ উত্তৰ আছিল লীলা শ্ৰীজগন্নাথৰ।

এতিয়া পুন্যাত্মা সকল বিচাৰ কৰক সত্যক কিমান দবাই (হেচি) ৰখা হৈছে, এক লীলা জগন্নাথৰ কথা কৈ। পবিত্ৰ স্মৃতিচিহ্ন আদৰণীয়, কিন্তু আত্ম কল্যান তো কেবল পবিত্ৰ গীতা আৰু পবিত্ৰ বেদত বৰ্নিত তথা পৰমেশ্বৰ কবীৰ দেৱৰ দ্বাৰা উপদেশিত তত্বজ্ঞান অনুসৰি ভক্তি সাধনা কৰিলেহে সম্ভব হব, অন্যথা শাস্ত্ৰ বিৰুদ্ধ ভক্তি সাধনা কৰিলে মানৱ জীৱন ব্যৰ্থ হৈ যাব। প্ৰমাণ গীতা অধ্যায় - ১৬, মন্ত্ৰ ২৩-২৪। শ্ৰীজগন্নাথৰ

**মন্দিৰত প্ৰভুৰ আদেশানুসাৰ পবিত্ৰ গীতা জ্ঞানৰ মহিমাৰ গুনগান হোৱা শ্ৰেয়কৰ তথা যেনেকৈ শ্ৰীমদ্‌ভাগৱত গীতাত ভক্তি বিধি আছে তেনেদৰে ভক্তি সাধনা কৰা মাত্ৰই আত্ম কল্যান সম্ভব, অন্যথা জগন্নাথ দেবৰ দৰ্শন মাত্ৰ বা খিচুড়ী প্ৰসাদ খোৱা মাত্ৰ কোনো লাভ নাই, কিয়নো এইবোৰ ক্ৰিয়া শ্ৰীগীতাত বৰ্নিত নোহোৱাৰ বাবে শাস্ত্ৰ বিৰুদ্ধ হল, যি অধ্যায়- ১৬, মন্ত্ৰ ২৩-২৪ ৰ ভিতৰত প্ৰমাণ আছে।**

# "স্বৰ্গৰ পৰিভাষা কি?"

**উদাহৰণ হিচাবে স্বৰ্গক এখন হোটেল (ৰেষ্টোৰেন্ট) ধৰি লওক। যেনেকুৱা কোনো ধনী ব্যক্তি গৰমৰ বতৰত শ্বিলং বা শিমলা, কুল্লু বা মনালী আদি ঠাণ্ডা চহৰত যায়। তাত কোনো হোটেলত কেবাদিন কটায়। যত কোঠালীৰ ভাড়া তথা খোৱা-বোৱাৰ খৰচ আদি ভৰিব লগীয়া হয়। দুই অথবা তিন মাহত বিশ নাইবা ত্ৰিশ হেজাৰ টকা খৰচ কৰি পুনঃৰাই নিজৰ কৰ্মক্ষেত্ৰলৈ ঘুৰি আহিব লগীয়া হয়। পিছত দহ মাহলৈ মজদুৰী পৰিশ্ৰম কৰা। আকৌ দুই মাহ নিজৰ অৰ্জিত সঞ্চয় খৰচ কৰি উভতি আহক। যদি কোনো বছৰ অৰ্জন ভাল নহল তেন্তে সেই দুই মাহৰ সুখক অফছোচ্ কৰক।**

**ঠীক এনেদৰে স্বৰ্গক জানিব ঃ- এই পৃথিবীলোকত পূজা, সাধনা আদি কৰি শৰীৰ এৰাৰ পিছত জীবাত্মা স্বৰ্গৰূপী হোটেলত গুচি যায়। পিচত নিজৰ সঞ্চিত পুন্য খৰচ কৰি নৰকলৈ উভতি তথা চৌৰাশী লাখ প্ৰানীৰ শৰীৰত দুঃখ-কষ্ট, পাপ-পূন্য আদি কৰ্মৰ আধাৰত ভুগিবলগীয়া হয়।**

**যেতিয়ালৈকে তত্বদৰ্শী সন্তৰ সন্ধান নিমিলিব তেতিয়ালৈকে ওপৰোক্ত জন্ম-মৃত্যু, স্বৰ্গ-নৰক তথা চৌৰাশী লাখ যোনী পৰিভ্ৰমণৰ কষ্ট চলি থাকিব। কিয়নো মাথোন পূৰ্ণ পৰমাত্মাৰ সত্‌নাম তথা সাৰনামেই পাপক বিনাশ কৰে। অইন প্ৰভুৰ পূজাৰ দ্বাৰা পাপ নষ্ট নহয়। সকলো কৰ্মৰ যেনে কৰ্ম তেনে ফল মিলে।**

**এই কাৰণে গীতা অধ্যায় ৮, শ্লোক ১৬ কৈছে যে ব্ৰহ্মলোক (মহাস্বৰ্গ)ৰ পৰা সৰ্বলোক নাশবান। স্বৰ্গ-মহাস্বৰ্গ যেতিয়া নেথাকে তেতিয়া সাধকৰ কত ঠিকানা থাকিব, অনুগ্ৰহ কৰি বিচাৰ কৰক।**

**প্ৰশ্ন ঃ- গীতা নিত্য পাঠ কৰাত কোনো লাভ আছে নে নাই? যি দান কৰে, যেনে কুকুৰক ৰুটী, ভোকাতুৰক আহাৰ, পিপৰাক আটা, তীৰ্থস্থানত ভণ্ডাৰা কৰা, এইবিলাক ব্যৰ্থ নেকি?**

**উত্তৰ ঃ- ধাৰ্মিক সদ্‌গ্ৰন্থৰ পঠন-পাঠনৰ দ্বাৰা জ্ঞান যজ্ঞৰ ফল মিলে। যজ্ঞৰ ফল কিছু সময় স্বৰ্গ অথবা যি উদ্দেশ্যৰে কৰা হয় তাৰ ফল মিলি যায়, কিন্তু মোক্ষ নহয়। গীতা নিত্য পাঠ কৰাৰ মুখ্য কাৰন হৈছে যে সদ্‌গ্ৰন্থত যি পুজা, সাধনা কৰাৰ নিৰ্দেশ আছে তথা যি পূজা, সাধনা নকৰিবৰ নিৰ্দেশ আছে তাৰ স্মৰন তাজা ৰাখিবৰ কাৰনে। কেতিয়াও যাতে কোনো ভূল হৈ নেযায়। যাৰ দ্বাৰা আমি বাস্তবিক উদ্দেশ্য ত্যাগ কৰি খাম খেয়ালি কৰি শাস্ত্ৰ বিধি ত্যাগ কৰি মনমানা পূজা কৰিবলৈ যাতে লাগি নেযাওঁ তথা মনুষ্য জীৱনৰ মূখ্য উদ্দেশ্য যাতে মনত থাকে যে মনুষ্য জীৱনৰ মুখ্য উদ্দেশ্য হৈছে আত্ম কল্যান, যি শাস্ত্ৰ অনুকুল সাধনাৰ দ্বাৰাই সম্ভব।**

**যেনে এক খেতিয়কৰ বৃদ্ধৱস্থাত পুত্ৰ প্ৰাপ্তি হল। তেওঁ ভাবিলে যে যেতিয়ালৈ**

লৰাটো ডেকা আৰু নিজৰ খেতিবাৰী কাৰ্য্য চম্ভালিব পৰা নহয়, তাৰ আগে যাতে মোৰ মৃত্যু নহয়। এইবাবে খেতিয়কে নিজৰ অভিজ্ঞতা লিখি থৈ দিলে তথা নিজৰ লৰাক কলে, বোপাই যেতিয়া তই ডাঙৰ হৈ যুবক হবি, তেতিয়া নিজৰ খেতীবাৰী কাৰ্য্য বুজিবৰ বাবে মোৰ দ্বাৰা লিখিত অভিজ্ঞতাৰ লিখনী প্ৰতিদিন পঢ়ি লবা তথা নিজৰ খেতি কাৰ্য্য কৰিবা। পিতাৰ মৃত্যুৰ পিছত খেতিয়কৰ লৰাই পিতাকৰ দ্বাৰা লিখিত অনুভৱ পঢ়িব ধৰিলে। কিন্তু তাত যেনেকৈ লিখা আছিল তেনেকৈ কৰিব নোৱাৰিলে। সেই খেতিয়কৰ লৰা কেনেকৈ ধনবান হব? কেতিয়াও নহয়। তেনেকৈয়ে কৰিব লাগিব যেনেকৈ পিতাকে নিজৰ অনুভৱ লিখি থৈ গৈছে।

ঠিক এইদৰে পবিত্ৰ গীতাৰ পাঠ তো শ্ৰদ্ধালুই নিত্য কৰে পৰন্তু সাধনা সদ্‌গ্ৰন্থৰ বিপৰীত কৰি থাকে। এইবাবে গীতা অধ্যায় ১৬, শ্লোক ২৩-২৪ অনুসৰি এইবোৰ ব্যৰ্থ সাধনা।

যেনে তিনিগুন (ৰজগুন-ব্ৰহ্মা, সত্‌গুন-বিষ্ণুদেৱ, তমগুন - শিব) ৰ পূজা কৰা গীতা অধ্যায় ৭, শ্লোক ১২-১৫ তথা ২০ ৰ পৰা ২৩ লৈ নিষেধ আছে তথা শ্ৰাদ্ধ কৰ্ম কৰা অৰ্থাৎ পিত্ৰৰ পূজা, পিণ্ড দিয়া, মৃতকৰ অস্থি উঠাই গয়া গঙ্গাত পিণ্ডদান দিয়া, দশা, তেৰ দিনিয়া, সোতৰ দিনিয়া, মাহেকীয়া, ছয়মহীয়া, বছৰকী আদি ক্ৰিয়া কৰ্ম কৰা গীতা অধ্যায় ৯, শ্লোক ২৫ মতে নিষেধ কৰা আছে। ব্ৰত পালন কৰা গীতা অধ্যায় ৬, শ্লোক ১৬ মতে বাধা আছে। লিখা আছে যে হে অৰ্জুন! যোগ (ভক্তি) না তো একো নোখোৱা (যি ব্ৰত পালন কৰে) বিলাকৰ সিদ্ধ হয়....... অৰ্থাৎ ব্ৰত পালন কৰা নিষেধ।

ভোকাতুৰক ভোজন দিয়া, কুকুৰ, জীৱ জন্তু পশু আদিক আহাৰ কৰোৱা একো বেয়া নহয়, পৰন্তু পূৰ্ণ গুৰুৰ মাধ্যমেৰে তেখেতৰ আজ্ঞা অনুসৰি দান তথা হোম, যজ্ঞ আদি কৰা পূৰ্ণ লাভদায়ক হয়। যেনে এক কুকুৰ কাৰৰ ভিতৰত মালীক বহা ছিটত বহি যাত্ৰা কৰে। কুকুৰৰ ড্ৰাইভাৰ মানুহ জনেই হয়। সেই পশুটোৰ সাধাৰন মানুহতকৈ অধিক সুবিধা প্ৰাপ্ত হয়। বেলেগে কোঠালী, ফেন তথা কুলাৰ ফিটিং আদি আদি।

যেতিয়া সিটো নিৰ্বোধ প্ৰানী মনুষ্য শৰীৰত আছিল, দানো কৰিছিল কিন্তু মনমানা আচৰণ (পূজা) ৰ মাধ্যমে কৰা কাৰ্য্য যি শাস্ত্ৰ বিধিৰ বিপৰীত হোৱা কাৰনে লাভদায়ক নহল। ঈশ্বৰৰ বিধান যেনে কৰ্ম প্ৰাণী কৰিব তাৰ তেনে ফল অৱশ্য প্ৰাপ্ত হব। এই বিধান তেতিয়ালৈ চলি থাকিব যেতিয়ালৈ তত্বদৰ্শী সাধুৰ পূৰ্ণ পৰমাত্মাৰ মাৰ্গ দৰ্শক নিমিলে।

যেনে কৰ্ম প্ৰাণী কৰে তেনে ফল প্ৰাপ্ত হয়। এই বিধান অনুসৰি তীৰ্থস্থান তথা ধামত অথবা অন্যস্থানত ভণ্ডাৰা দ্বাৰা তথা কুকুৰ আদিক ভোজন দিয়া কৰ্মৰ আধাৰত কুকুৰ যোনীত গুচি গল। তাতো কৃত কৰ্মৰ ফল পালে। কুকুৰ জীৱনত নিজৰ পূৰ্ব জনমৰ শুভ কৰ্মৰ পুন্য ফল সমাপ্ত কৰি গাধাৰ যোনীত গুচি যাব। সেই গাধাৰ জীৱনতো সকলো সুবিধা কাঢ়ি লোৱা হব। গোটেই দিন মাটি, কেঁচা-পকা ইট বহন কৰিব। তাৰ পিছত অন্য প্ৰাণীৰ শৰীৰত কষ্ট সহিব তথা নৰকো ভূগিব লাগিব। চৌৰাশী লাখ যোনীৰ কষ্ট ভোগ কৰি আকৌ মনুষ্য শৰীৰ প্ৰাপ্ত কৰিব। পিছত কি জানি ভক্তি হয় নে নহয়। যেনে ধাম তথা তীৰ্থলৈ যোৱা সকলৰ ভৰিৰ তলত অথবা যি বাহনৰ দ্বাৰা যায় তাৰ চকাৰ তলত যিমান জীৱ জন্তু মৰে সিবিলাকৰ পাপো তীৰ্থযাত্ৰী বা ধামযাত্ৰী সকলৰ

**ভুগিবলগীয়া হয়। যেতিয়ালৈ পূৰ্ণ সন্ত বা গুৰু যি পূৰ্ণ পৰমাত্মাৰ সৎ সাধনা উপদেশ দিওঁতা নিমিলে তেতিয়ালৈ পাপ নাশ (ক্ষমা) নহব, কিয়নো ব্ৰহ্মা, বিষ্ণু, মহেশ, ব্ৰহ্ম (ক্ষৰ পুৰুষ /কাল) তথা পৰব্ৰহ্ম (অক্ষৰ পুৰুষ)ৰ সাধনাৰ দ্বাৰা পাপ নাশ (ক্ষমা) নহয়,পাপ তথা পুণ্য দুয়োৰে ফল ভুগিবলগীয়া হয়। যদি সেইবোৰ প্ৰানী গীতা জ্ঞান অনুসৰি পূৰ্ণ সন্তৰ (পূৰ্ণ গুৰুদেব) শৰণ প্ৰাপ্ত কৰি পূৰ্ণ পৰমাত্মাৰ সৎভক্তি কৰে তেন্তে সৎলোক যাব পাৰে অথবা আকৌ মনুষ্য শৰীৰ প্ৰাপ্ত কৰে, পূৰ্ব পুণ্যৰ আধাৰত আকৌ কোনো সন্ত মিলি যায় তেন্তে সেই প্ৰাণী পিছত শুভ কৰ্ম কৰি পাৰ হৈ যায়।**

**এইবাবে ওপৰোক্ত মনমানা আচৰণ (পূজা) লাভদায়ক নহয়।**

**প্ৰশ্ন ঃ- গীতা অধ্যায় ৩, শ্লোক ৩৫ তথা অধ্যায় ১৮, শ্লোক ৪৭ কৈছে যে ভাল প্ৰকাৰ আচৰণ (পূজা) আনিত আন ধৰ্মতকৈ গুণৰহিত নিজৰ ধৰ্ম অতি উত্তম। নিজৰ ধৰ্মতে মৃত্যুও কল্যাণকাৰক। আন ধৰ্ম ভয়ংকৰ। ইয়াৰ দ্বাৰা এইটো সিদ্ধ হয় যে যিয়ে যেনে পূজা কৰক তাক ত্যাগ কৰা অনুচিত। নিজ ধৰ্মতে মৃত্যুও কল্যাণ কাৰক।**

**উত্তৰ ঃ- যদি গীতা অধ্যায় ৩, শ্লোক ৩৫ তথা অধ্যায় ১৮, শ্লোক ৪৭ ৰ অৰ্থ এইটোয়ে যে যিয়ে যি পূজা কৰে কৰি থাকক, তাক ত্যাগ নকৰিবা তেন্তে পবিত্ৰ শ্ৰীমদ্ভাগৱত গীতা জ্ঞানৰ কি আৱশ্যকতা? মাথোন এটা শ্লোকেই যথেষ্ঠ আছিল। শ্ৰী গীতাৰ ভিতৰত থকা শ্লোকৰ ভাবাৰ্থ শুদ্ধ। কিন্তু অনুবাদকাৰী সকলে বিপৰীত অৰ্থ কৰি থৈছে। অনুগ্ৰহ কৰি নিম্নবৰ্ণিত দুটা শ্লোকৰ বাস্তৱিক অৰ্থ পঢ়ক ঃ-**

অধ্যায় ৩ ৰ শ্লোক নং ৩৫

শ্ৰেয়ান্, স্বধৰ্মঃ, বিগুনঃ, পৰধৰ্মাত্, স্বনুষ্ঠিতাত্,
স্বধৰ্মে, নিধনম্, শ্ৰেয়ঃ, পৰধৰ্মঃ, ভয়াবহঃ।।

অনুবাদ ঃ- (বিগুনঃ) গুন ৰহিত অৰ্থাৎ শাস্ত্ৰ বিধি ত্যাগ কৰি (স্বনুষ্ঠিতাত্) স্বয়ং মনমানা ভাল প্ৰকাৰৰ আচৰণ আনিত (পৰধৰ্মাত্) অইনৰ ধাৰ্মিক পূজাৰ (স্বধমঃ) নিজৰ শাস্ত্ৰবিধি অনুসৰি পূজা (শ্ৰেয়ান্) অতি উত্তম।শাস্ত্ৰানুকুল (স্বধৰ্ম) নিজৰ পূজাতে (নিধনম্) মৰাও (শ্ৰেয়ঃ) কল্যাণকাৰক আৰু (পৰধৰ্মঃ) অইন ধৰ্মৰ পূজা (ভয়বহঃ) ভয়ঙ্কৰ।

অধ্যায় ১৮, শ্লোক ৪৭

শ্ৰেয়ান্, স্বধৰ্মঃ বিগুনঃ, পৰধৰ্মাত্, স্বনুষ্ঠিতাত্,
স্বভাৱ নিয়তম্, কৰ্ম, কুৰ্বন্, ন, আপ্নোতি, কিল্‌বিষম্।।

অনুবাদ ঃ- (বিগুণঃ) গুণ ৰহিত (স্বনুষ্ঠিতাত্) স্বয়ং মনমানা অৰ্থাৎ শাস্ত্ৰবিধি বিৰুদ্ধ ভাল প্ৰকাৰ আচৰণ কৰা (পৰধৰ্মাত্) অইনৰ ধৰ্ম অৰ্থাৎ ধাৰ্মিক পূজাৰ (স্বধৰ্মঃ) নিজৰ ধৰ্ম অৰ্থাৎ শাস্ত্ৰ বিধি অনুষৰি ধাৰ্মিক পূজা (শ্ৰেয়ান্) অতি শ্ৰেষ্ঠ (স্বভাৱ নিয়তম্) স্বয়ং নিজ স্বভাৱ অনুষৰি মনমানা আচৰনেৰে (কৰ্ম) ভক্তি কৰ্ম (ন) না (কুৰ্বন) কৰা (কিল্‌বিষম্) যাৰ দ্বাৰা পাপক (আপ্নোতি) প্ৰাপ্ত হয় ।বিশেষ ঃ ইয়াৰ প্ৰমাণ গীতা অধ্যায় ১৭, শ্লোক ১ ৰ পৰা ৬ লৈ স্পষ্ট আছে।

**ওপৰোক্ত শ্লোকত স্পষ্টকৈ আছে যে নিজৰ শাস্ত্ৰবিধি অনুষৰি পূজা (সাধনা) শ্ৰেষ্ঠ/ আনৰ জাক জমকৱালা সাধনা যিমানে সুনিয়জিত হওক ন কেলেই, সেইটো হানিকাৰক।**

**যেনে মাতাৰ জাগৰন কৰা বহুত সুৰিলা সঙ্গীতৰ সৈতে গীত গাই স্তুতি কৰা মন**

মোহিত কবিতাৰ সৈতে পুৰা সাজগোজ কৰি কৰে। সেই (স্বনুষ্ঠিতাত) স্বয়ং নিৰ্মিত শাস্ত্ৰবিধি বিৰুদ্ধ পূজাৰ ওপৰত আকৰ্ষিত হৈ নিজৰ শাস্ত্ৰ অনুকুল পূজা, সাধনা ত্যাগ কৰিব নেলাগে। যেনে কোনো সাধক বা পূজাৰী সত্য সাধনা (ঈশ্বৰৰ ভক্তি) লাগি যায় তো তেওঁ আগৰ শাস্ত্ৰ বিৰুদ্ধ পূজাক ত্যাগ কৰে, যেনে-- ভূত, প্ৰেত, পিতৰ, স্বশান, মশান, শ্ৰাদ্ধ, পিণ্ড, মন্দিৰত যোৱা, যোগদান কৰা আদি। তেতিয়া অন্য শাত্ৰবিধি বিৰুদ্ধ পূজা কৰা বিলাকে কয় যে আপুনী তো সব পূজা ত্যাগ কৰি দিলে। আপোনাৰ ওপৰত সকলো দেবতা ৰুষ্ট হৈ যাব। এক ব্যক্তি এনেকা কৰিছিল, তাৰ একমাত্ৰ পুত্ৰ মৰি গৈছিল। এনেদৰে ভয়াতুৰ শাস্ত্ৰ বিৰুদ্ধ বাদী সকল ভয় দেখুৱাব, কিন্তু নিজে শাস্ত্ৰবিধি মতে পূজা, সাধনা জীৱনৰ অন্তিম শ্বাস লৈকে কৰি থকা পৰম কল্যান দায়ক হয়।

প্ৰশ্ন ঃ- মই গীতা অধ্যায় ৬, শ্লোক ১০ পৰা ১৬ লৈ বৰ্নিত বিধি অনুষৰি এক আসনৰ ওপৰত বহি মূৰ আৰু বাকী অঙ্গক সমান কৰি ধ্যান কৰো, একাদশীৰ ব্ৰতো পালন কৰো, এইদৰে শান্তি প্ৰাপ্ত হম নে?

উত্তৰ ঃ- অনুগ্ৰহ কৰি আপুনী গীতা অধ্যায় ৬, শ্লোক ১৫ ভালকৈ পঢ়ক যত লিখা আছে, হে অৰ্জুন! এই যোগ (সাধনা/পূজা) না অধিক আহাৰ কৰা বিলাকৰ, না একেবাৰে নোখোৱা (ব্ৰত পালনকাৰী সকলৰ) বিলাকৰ সিদ্ধ হয়। না অধিক জাগি থকা বিলাকৰ, না অধিক টোপনী দিয়া সকলৰ সিদ্ধি হয়, না তো এক নিৰ্জন স্থানত বহি সাধনা কৰা বিলাকৰ সিদ্ধি প্ৰাপ্ত হয়। গীতা অধ্যায় ৬, শ্লোক ১০ ৰ পৰা ১৫ লৈ বৰ্নিত বিধিৰ খণ্ডন গীতা অধ্যায় ৩ ৰ শ্লোক ৫ ৰ পৰা ৯ কৰিছে যে মূৰ্খ ব্যক্তি সমস্ত কৰ্ম ইন্দ্ৰিয় বোৰক হঠ পূৰ্বক থমাই অৰ্থাৎ এক স্থানত বহি চিন্তন কৰে তাক ভণ্ডামি বুলি কোৱা হয়। এইবাবে কৰ্মযোগী (কৰ্ম কৰি কৰি পূজা/সাধনা কৰা সাধক) সকলোতকৈ শ্ৰেষ্ঠ। বাস্তৱিক ভক্তি বিধিৰ বাবে গীতা জ্ঞান দাতা প্ৰভু (ব্ৰহ্ম) কোনো তত্বদৰ্শীক খোজ কৰিবলৈ কৈছে (গীতা অধ্যায় ৪, শ্লোক- ৩৪) ইয়াৰ দ্বাৰা সিদ্ধ হয় যে গীতা জ্ঞানদাতা (ব্ৰহ্ম)ৰ উপদেশিত ভক্তি বিধি পূৰ্ণ নহয়। এই কাৰনে গীতা অধ্যায় ৬, শ্লোক ১০ পৰা ১৫ লৈ ব্ৰহ্ম (ক্ষৰ পুৰুষ/কাল) দ্বাৰা উপদেশিত নিজৰ সাধনাৰ বৰ্নন আছে তথা নিজৰ সাধনাৰ দ্বাৰা হোৱা শান্তিক অতি বেয়া (অনুত্তমাম্) বুলি কৈছে (গীতা অধ্যায় ৭, শ্লোক ১৮)। ওপৰোক্ত অধ্যায় ৬, শ্লোক ১০ পৰা ১৫ লৈ কৈছে যে মন আৰু ইন্দ্ৰিয়ক বশ কৰি ৰাখিব পৰা সাধক এক বিশেষ আসন তৈয়াৰ কৰিব, যি না অধিক ওখ, না অধিক নীচা। সেই আসনত বহি চিত্ তথা ইন্দ্ৰিয়বোৰক বশ কৰি মনক একাগ্ৰ কৰিবলৈ অভ্যাস কৰক। সীধা বহি ব্ৰহ্মচৰ্য্য পালন কৰা মনক শান্ত কৰিবলৈ চেষ্টা কৰিব। এইদৰে সাধনাত প্ৰবৃত্ত হোৱা সাধক মোৰে গতি হোৱা (নিৰ্বান পৰমাম্) অতি নিৰ্জীব অৰ্থাৎ একেবাৰে মৃত প্ৰায় (নাম মাত্ৰ) শান্তিক প্ৰাপ্ত হয়। এইবাবে গীতা অধ্যায় ৭, শ্লোক ১৮ নিজৰ সাধনাৰ পৰা হোৱা গতিক (লাভ) অতি বেয়া (অনুত্তমাম্) বুলি কৈছে। আকৌ গীতা অধ্যায় ১৮, শ্লোক ৬২ তথা অধ্যায় ১৫, শ্লোক ৪ কৈছে যে হে অৰ্জুন! তই পৰম শান্তি তথা সত্লোক প্ৰাপ্ত হবা, পিছত পুনৰ জনম নহব, পূৰ্ণ মোক্ষপ্ৰাপ্ত হৈ যাব। মই (কাল/ব্ৰহ্ম) সিজন আদি নাৰায়ণ সৎপুৰুষ পৰমেশ্বৰৰ শৰনত আছো। এইবাবে দৃঢ় নিশ্চিত হৈ তাৰেই (পৰমেশ্বৰৰ) সাধনা আৰু পূজা কৰিব লাগে।

**নিজৰ সাধনাক আন্দাজ যুক্ত জ্ঞানৰ আধাৰ মাৰ্গ বুলি অধ্যায় ৬, শ্লোক ৪৭ৰ ভিতৰত স্বয়ং (যুক্ততমঃ মতঃ) অৰ্থাৎ অজ্ঞান এন্ধাৰে আচ্ছন্ন বিচাৰ বুলি কৈছে। অন্য অনুবাদ কৰ্তাই (যুক্ততমঃ মতঃ)ৰ অৰ্থ 'পৰম শ্ৰেষ্ঠ মান্য' বুলি কৰিছে, যিহেতু কৰিব লাগিছিল যে এইটো মোৰ আন্দাজযুক্ত- অজ্ঞান এন্ধাৰ আধাৰৰ ওপৰত দিয়া মত। কিয়নো যথাৰ্থ জ্ঞানৰ বিষয় কোনো তত্বদৰ্শী সন্তৰ পৰা জানিবলৈ কৈছে (গীতা অধ্যায় ৪, শ্লোক ৩৪)। বাস্তবিক অনুবাদ গীতা অধ্যায় ৬, শ্লোক ৪৭ ৰ।**

অধ্যায় ৬, শ্লোক ৪৭

যোগীনাম্, অপি, সৰ্বেষাম্, মতগতেন্, অন্তৰাত্মনা,
শ্ৰদ্ধাবান্, ভজতে, যঃ, মাম্, সঃ, মে, যুক্ততমঃ, মতঃ।।

অনুবাদ ঃ- মোৰ দ্বাৰা প্ৰদানিত ভক্তি বিচাৰ যি আন্দাজযুক্ত ওপৰোক্ত শ্লোক ১০ ৰ পৰা ১৫ লৈ বৰ্নিত পূজা বিধি যি মই আন্দাজ কৰি কৈছো, সেইটো পূৰ্ণ জ্ঞান নহয়, কিয়নো (সৰ্বেষাম্) সকলো (যোগীনাম্) সাধকৰ (যঃ) যি (শ্ৰদ্ধাবান্) পূৰ্ণ আস্থাৰে (অন্তৰাত্মনা) আন্তৰিকতাৰে (মদগতেন্) মোৰ দ্বাৰা দিয়া ভক্তিমত অনুসৰি (মাম্) মোক (ভজতে) পূজা কৰে (সঃ) সেইজন (অপি) ও (যুক্ততমঃ) অজ্ঞান এন্ধাৰৰ জন্ম-মৰন, স্বৰ্গ-নৰকৰ নিচিনা সাধনাত লীন হয়। এইটো (মে) মোৰ (মতঃ) বিচাৰ।

**ইয়াৰ প্ৰমাণ পবিত্ৰ গীতা অধ্যায় ৭, শ্লোক ১৮ তথা গীতা অধ্যায় ৫, শ্লোক ২৯ তথা গীতা অধ্যায় ৬, শ্লোক ১৫ ভিতৰত স্পষ্ট আছে। এইবাবে গীতা অধ্যায় ১৮, শ্লোক ৬২ কৈছে যে হে ভাৰত! তই সৰ্বোত ভাবে সিজন পৰমাত্মাৰ শৰণত গুচি যোৱা, যাৰ কৃপাৰ দ্বাৰাই তই পৰম শান্তি তথা সনাতন পৰমধাম অৰ্থাৎ সৎলোক প্ৰাপ্ত হবা। গীতা অধ্যায় ১৫, শ্লোক ৪ কৈছে যে যেতিয়া তোমাৰ গীতা অধ্যায় ৪, শ্লোক ৩৪ত বৰ্নিত তত্বদৰ্শী সন্ত মিলি যাব তাৰ পিছত সেইজন পৰমপদ পৰমেশ্বৰক ভালকৈ বিচাৰিব লাগে, যত যোৱাৰ পিছত সাধকে আকৌ এই সংসাৰলৈ উলটি নাহে অৰ্থাৎ জন্ম-মৃত্যু কষ্টৰ পৰা চিৰদিনৰ বাবে মুক্ত হৈ যায়। যিজন পৰমেশ্বৰে সংসাৰ ৰূপী বৃক্ষৰ ৰচনা কৰিছে মইও (ব্ৰহ্ম) সেই আদি পুৰুষ পৰমেশ্বৰৰ শৰনত আছো। সেইজনৰ হে ভক্তি কৰিব লাগে।**

**গীতা অধ্যায় ৩, শ্লোক ৫ ৰ পৰা ৯ লৈ তথা গীতা অধ্যায় ৬, শ্লোক ১০ ৰ পৰা ১৫ জ্ঞানক ভুল বুলি সিদ্ধ কৰিছে। অৰ্জুনে পুছিলে প্ৰভু মনক দমন কৰা বৰ কঠিন। ভগৱানে উত্তৰ দিলে অৰ্জুন মনক দমন কৰা তো বায়ুকো দমন কৰাৰ সমান। আকৌ এইটোও কৈছে যে নিঃসন্দেহে কোনো ব্যক্তি যি কোনো সময় অকন মানি কৰ্ম নকৰাকৈ নেথাকে। যি মহামূৰ্খ মনুষ্য সকলো কৰ্ম ইন্দ্ৰিয় বোৰক হট পূৰ্বক উপৰুৱাকৈ দমন কৰে তেওঁ মনেৰে কিছু নহয় কিছু চিন্তা কৰে। এইবাবে এক স্থানত হঠযোগ কৰাৰ বাবে নবহি সাংসাৰিক কাৰ্য্য কৰি কৰি (কৰ্মযোগ) সাধনা কৰাই শ্ৰেষ্ঠ। কৰ্ম নকৰা অৰ্থাৎ হঠ যোগৰ সহায়ত এক স্থানত বহি সাধনা কৰাতকৈ কৰ্ম কৰি কৰি সাধনা কৰা শ্ৰেষ্ঠ। এক স্থানত বহি কৰা সাধনা (অকৰ্মনা) কৰিলে তোমাৰ জীবন নিৰ্বাহ কেনেকৈ হব? শাস্ত্ৰবিধি ত্যাগ কৰি কৰা সাধনা (হঠযোগ এক আসনৰ ওপৰত বহি থকা) কৰিলে কৰ্ম বন্ধনৰ কাৰন হয়, সেয়ে শাস্ত্ৰ অনুকুল কৰ্ম কৰি কৰি সাধনা কৰাই শ্ৰেষ্ঠ। এইবাবে সাংসাৰিক কাৰ্য্য কৰি**

থকা সাধনা কৰা। গীতা অধ্যায় ৮, শ্লোক ৭ কৈছে যে যুদ্ধও কৰা, মোৰ স্মৰনও কৰা, এইদৰে মোক প্ৰাপ্ত হবা। গীতা অধ্যায় ৭, শ্লোক ১৮ তথা অধ্যায় ১৮, শ্লোক ৬২ কৈছে যে কিন্তু মোৰ সাধনাৰ দ্বাৰাই হোৱা লাভ (গতি) অতি বেয়া (অনুত্তমাম্)। এই কাৰণে সেইজন পৰমেশ্বৰৰ শৰণত যোৱা যাৰ কৃপাৰ দ্বাৰাই তুমি পৰম শান্তি তথা (শাশ্বতম্ স্থানম্) সৎলোক প্ৰাপ্ত হবা। সিজন পৰমেশ্বৰৰ ভক্তি বিধি তথা পূৰ্ণ জ্ঞান (তত্বজ্ঞান) কোনো তত্বদৰ্শী সন্তৰ খোজ কৰি তাৰ পৰা পুছি লবা, মই (গীতা জ্ঞান দাতা ব্ৰহ্ম/কাল/ক্ষৰ পুৰুষ) ও নেজানো।

প্ৰশ্ন ঃ- গীতা অধ্যায় ১৫, শ্লোক ১৮ কৈছে যে মই লোকত তথা বেদত পুৰুষোত্তম নামেৰে প্ৰসিদ্ধ। ইয়াৰ পৰা এইটো সিদ্ধ হয় যে গীতা জ্ঞানদাতা প্ৰভুই সৰ্ব্ব শক্তিমান তথা গীতা অধ্যায় ১২ পূৰ্ণভাবে গীতা জ্ঞান দাতাৰ মহিমা কৈ আছে।

উত্তৰ ঃ- গীতাৰ ভিতৰত গীতা জ্ঞান দাতা প্ৰভুই নিজৰ সাধনা তথা সমৰ্থতা কৈ আছে তথা লগে লগে সিজন পূৰ্ণ পৰমাত্মাৰ মহিমাও কৈ আছে তথা সেই পৰমেশ্বৰৰ সাধনাৰ বাবে তত্বদৰ্শী সন্তৰ প্ৰতিও সংকেত কৰি আছে। গীতা অধ্যায় ১২ৰ ব্ৰহ্ম (ক্ষৰ পুৰুষ- কাল)ৰ মহিমাৰে পৰিপূৰ্ণ তথা গীতা অধ্যায় ১৩ গোটেইখিনি পূৰ্ণ পৰমাত্মা অৰ্থাৎ আদি পুৰুষ পৰমেশ্বৰৰ মহিমাৰে পৰিপূৰ্ণ। গীতা অধ্যায় ১৫, শ্লোক ১-৪ তথা ১৬-১৭ লৈ পূৰ্ণ পৰমাত্মা, তথা পৰব্ৰহ্ম, ব্ৰহ্ম আদিৰ নিৰ্ণায়ক জ্ঞান দিয়া আছে।

শ্লোক ১৬ কৈছে যে পৃথিবী তত্বৰে নিৰ্মিত লোক (ব্ৰহ্মাৰ একৈশ ব্ৰহ্মাণ্ড তথা পৰব্ৰহ্মাৰ সাত সংখ্য ব্ৰহ্মাণ্ড পৃথিবী তত্বেৰে স্ৰজিত হোৱা কাৰনে এক লোক কোৱা হয়) ত দুজন প্ৰভু আছে। এজন ক্ষৰ পুৰুষ অৰ্থাৎ ব্ৰহ্ম, আনজন অক্ষৰ পুৰুষ অৰ্থাৎ পৰব্ৰহ্ম। এই দুই প্ৰভুৰ অন্তৰ্গত যিমানেই প্ৰাণী আছে সিঁহতৰ তথা এই দুই প্ৰভুৰ স্থুল শৰীৰতো নাশবান তথা জীৱাত্মাক অবিনাশী কোৱা হৈছে।

শ্লোক ১৭ কৈছে যে বাস্তৱত পুৰুষোত্তম অৰ্থাৎ সৰ্ব শক্তিমান পৰমেশ্বৰ তো ওপৰোক্ত দুয়োৰে পৰা অন্যজন, যাক পৰমাত্মা কোৱা হয়। যিয়ে তিনিও লোকত প্ৰৱেশ কৰি সকলোৰে ধাৰন-পোষন কৰে। তেওঁকেই বাস্তৱত অবিনাশী পৰমেশ্বৰ বুলি কোৱা হয়।

অধ্যায় ১৫ ৰ শ্লোক ১৮ গীতাজ্ঞান দাতা (ক্ষৰ পুৰুষ/ ব্ৰহ্ম) নিজৰ স্থিতি বৰ্ণাই কৈছে যে মোক তো লোক বেদ (দন্তকথা/ কাল্পনিক কথা) ৰ আধাৰত পুৰুষোত্তম বুলি কয়, কিয়নো মই নিজৰ একৈশ ব্ৰহ্মাণ্ডত যিমান প্ৰাণী মোৰ অধীনত আছে, সিবিলাকে স্থুল শৰীৰতে নাশবান হওক, বা আত্মাৰূপতে অবিনাশী হওক, মই সিঁহতকৈ উত্তম (শ্ৰেষ্ঠ)। এইবাবে মই লোক বেদৰ আধাৰত পুৰুষোত্তম হিচাবে প্ৰসিদ্ধ হৈছো। বাস্তৱত পুৰুষোত্তম তো কোনোবা অইন জন হে পৰমেশ্বৰ যি গীতা অধ্যায় ১৫, শ্লোক ১৭ ত কৈছে।

প্ৰশ্ন ঃ- গীতা অধ্যায় ১০, শ্লোক ২ তথা ৩ কৈছে যে মোৰ উৎপত্তিক কোনেও নাজানে। যিয়ে মোক অনাদি অজন্মা তত্বৰে জানে তেওঁ সকলো পাপৰ পৰা মুক্ত হৈ যায়। ইয়াৰ দ্বাৰা স্পষ্ট যে ব্ৰহ্মৰ জন্ম নাই তথা সৰ্ব পাপক নষ্ট কৰি দিয়ে।

উত্তৰ ঃ- গীতা অধ্যায় ১০, শ্লোক ২ পুনৰ ভালকৈ পঢ়ক যত কৈছে যে মোৰ

**উৎপত্তিক না তো দেৱতা (ব্ৰহ্মা, বিষ্ণু, তথা শিব আদি) না মহৰ্ষি জানে কিয়নো সেইবোৰ সকলো মোৰ পৰাই উৎপন্ন হৈছে।**

**এই শ্লোকৰ দ্বাৰা স্বতঃসিদ্ধ হয় যে গীতা জ্ঞান দাতা প্ৰভুৰ উৎপত্তি অৰ্থাৎ জন্ম তো হৈছে কিন্তু কাল (ব্ৰহ্ম) ৰ পৰা উৎপন্ন দেৱতা তথা ঋষিজন নেজানে, কিয়নো সেইবোৰ কালৰ পৰাই উৎপন্ন হৈছে। যেনে পিতাৰ জন্মৰ বিষয়ে সন্তানে নাজানে, পৰন্তু পিতাৰ পিতা - দদাইদেউয়ে কৈ দিয়ে। পূৰ্ণ পৰমাত্মাই স্বয়ং কাল লোকত প্ৰকট হৈ ব্ৰহ্মাৰ উৎপত্তিৰ বিষয়ে কৈ দিছে। অনুগ্ৰহ কৰি পঢ়ক সৃষ্টি ৰচনা এই পুথিত "জ্ঞান গঙ্গা" পৃষ্ঠ ২২ৰ পৰা ৭৩ লৈ।**

**গীতা অধ্যায় ১০, শ্লোক ৩ ৰ অনুবাদ ভুল কৰিছে। যেনে গীতা অধ্যায় ২, শ্লোক ১২ তথা অধ্যায় ৪, শ্লোক ৫ নিজে নিজক নাশবান তথা জন্ম-মৃত্যু বাৰ বাৰ প্ৰাপ্ত হোৱা বুলি কৈছে তথা অধ্যায় ২, শ্লোক ১৭ তথা অধ্যায় ৮, শ্লোক ৩, ৮ পৰা ১০ তথা ২০ আৰু অধ্যায় ১৫, শ্লোক ৪, ১৬-১৭ ৰ ভিতৰত কোনো অন্য অবিনাশী অনাদি পৰমাত্মাৰ বিষয়ে কৈছে।**

**এইবাবে গীতা অধ্যায় ১০, শ্লোক ৩ কৈছে যে যি মনুষ্যৰ ভিতৰত বিদ্যান অৰ্থাৎ তত্বদৰ্শী সন্তই মোক তথা সিজন অনাদি, বাস্তৱত জন্ম ৰহিত, সৰ্বলোকৰ মহেশ্বৰ অৰ্থাৎ পৰমেশ্বৰক তত্বৰ দ্বাৰাই জানে সেইজন তত্বদৰ্শী সন্ত সৎজ্ঞান উচ্চাৰণ কৰে, যাৰ দ্বাৰা সৎ সাধনা কৰি পাপৰ পৰা মুক্ত হৈ যায়। ইয়াৰ প্ৰমান গীতা অধ্যায় ৪, শ্লোক ৩৪ ৰ ভিতৰতো আছে। অনুগ্ৰহ কৰি পঢ়ক গীতা অধ্যায় ১০, শ্লোক ৩ ৰ যথাৰ্থ অনুবাদ --**

অধ্যায় ১০, শ্লোক ২

ন, মে, বিদুঃ, সুৰগণাঃ, প্ৰভবম্, ন, মহৰ্ষয়ঃ,

অহম্, আদিঃ, হি, দেবানাম্, মহৰ্ষীনাম্, চ, সৰ্বশঃ।।

অনুবাদ ঃ- (মে) মোৰ (প্ৰভৱম্) উৎপত্তিক (ন) না (সুৰগণাঃ) দেৱতালোক জানে আৰু (ন) না (মহৰ্ষয়ঃ) মহৰ্ষিজনেই (বিদুঃ) জানে, (হি) কিয়নো (অহম্) মই (সৰ্বশঃ) সকলো প্ৰকাৰৰ (দেবানাম্) দেৱতাৰ (চ) আৰু (মহৰ্ষিনাম্) মহৰ্ষি বিলাকৰো (আদিঃ) আদি অৰ্থাৎ উৎপত্তিৰ কাৰন।

অধ্যায় ১০, শ্লোক ৩

যঃ, মাম্, অজম্, অনাদিম্, চ, বেত্তি, লোক মহেশ্বৰম্,

অসম্মূঢ়ঃ, সঃ, মৰ্ত্যেষু, সৰ্বপাপৈঃ, প্ৰমুচ্যয়তে।।

অনুবাদ ঃ- (যঃ) যি বিদ্যান ব্যক্তি (মাম্) মোক (চ) তথা (অনাদিম্) অবিনাশী অৰ্থাৎ পুৰাতন (অজম্) জন্ম নোলোৱা (লোক মহেশ্বৰম্) সৰ্ব লোকৰ মহান ঈশ্বৰ অৰ্থাৎ সৰ্ব্বোচ্চ পৰমেশ্বৰক (বেত্তি) জানে (সঃ) তেওঁ (মৰ্ত্যেষু) শাস্ত্ৰক শুদ্ধভাবে জনা অৰ্থাৎ বেদ অনুসৰি জ্ঞান জনা (অসম্মুঢ়ঃ) অৰ্থাৎ তত্বদৰ্শী বিদ্বান (সৰ্ব পাপৈঃ) সকলো পাপক (প্ৰমুচ্যয়তে) বিস্তৃত বৰ্ণনাৰে সৈতে কয় অৰ্থাৎ সেই সৃষ্টিৰ জ্ঞান আৰু কৰ্মৰ শুদ্ধ বৰ্ননা কৰে অৰ্থাৎ অজ্ঞানৰ পৰা পূৰ্ণৰূপে মুক্ত কৰি দিয়ে। যি কাৰণে তত্বদৰ্শী সন্তৰ দ্বাৰা উপদেশিত বাস্তবিক সাধনাৰ আধাৰৰ ওপৰত ভক্তি কৰোতা সকলৰ সকলো পাপ নষ্ট হৈ যায়।

# “গীতা জ্ঞানদাতা ব্ৰহ্ম (কাল)ৰ উৎপত্তিৰ সংকেত”

গীতা অধ্যায় ১০, শ্লোক ২ কৈছে যে অৰ্জুন মোৰ উৎপত্তি (জন্ম) না দেৱতাবোৰে জানে, না মহৰ্ষি বিলাকে জানে। কিয়নো এই সকলো বিলাক মোৰ দ্বাৰাই উৎপত্তি হৈছে। ইয়াৰ দ্বাৰা স্বসিদ্ধ হয় যে ব্ৰহ্ম (কাল)ৰ উৎপত্তি তো হৈছে কিন্তু দেৱতা আৰু ঋষি বিলাকে নাজানে। যেনেকুৱা পিতাৰ উৎপত্তি পুত্ৰই কব নোৱাৰে কিন্তু দদাইদেউ জানে। ঠিক এনেদৰে একৈশ ব্ৰহ্মাণ্ডত থকা সকলো দেব-ঋষি আদি জ্যোতি-নিৰঞ্জন-ব্ৰহ্ম অৰ্থাৎ কাল তথা প্ৰকৃতি (দুৰ্গা)ৰ মিলনত উৎপন্ন হৈছে। এই কাৰনে কৈছে যে মোৰ উৎপত্তি একৈশ ব্ৰহ্মাণ্ডৰ ভিতৰত কোনেও নেজানে, কিয়নো সকলোৰ উৎপত্তি মোৰ দ্বাৰাই হৈছে। কেবল পূৰ্ণ ব্ৰহ্মই কাল (ব্ৰহ্ম)ৰ উৎপত্তিৰ কথা কব পাৰে। কিয়নো ব্ৰহ্ম (কাল) ৰ উৎপত্তি পৰম অক্ষৰ ব্ৰহ্ম (পূৰ্ণ ব্ৰহ্ম) ৰ দ্বাৰাই হৈছে। যিটো গীতা অধ্যায় ৩, শ্লোক ১৪-১৫ ৰ ভিতৰত ব্ৰহ্মাৰ উৎপত্তিৰ প্ৰত্যক্ষ প্ৰমান আছে। অধ্যায় ১০, শ্লোক ৩ যি তত্বদৰ্শী অৰ্থাৎ বিদ্যান ব্যক্তি মোক তথা কেতিয়াও জন্ম গ্ৰহণ নকৰা সৰ্বলোকৰ মহেশ্বৰ অৰ্থাৎ অবিনাশী পৰমাত্মাক জানে তেওঁ তিনি বেদ (ঋগ বেদ, সাম বেদ তথা যজুৰ্বেদ) ক বিস্তৃত ভাবে জানে তেওঁ তত্বদৰ্শী সন্ত। তাৰ দ্বাৰা বৰ্নিত ভক্তি মাৰ্গ অনুসৰি সাধনা কৰিলে সৰ্বপাপ নষ্ট হৈ যায়। গীতা অধ্যায় ১৫, শ্লোক ১৬,১৭,১৮ বৰ্নিত আছে যে পূৰ্ণ পৰমাত্মা অবিনাশী তো অইন এজন হে, যি তিনিও লোকত প্ৰৱেশ কৰি সকলোৰে ধাৰন পোষন কৰে। মোক (কাল) তো কেৱল এই কাৰনে পুৰুষোত্তম কয়, কিয়নো মই একৈশ ব্ৰহ্মাণ্ডৰ ভিতৰত মোৰ অধীন স্থূল শৰীৰৰ নাশৱান প্ৰানী তথা অবিনাশী জীৱাত্মাতকৈ উত্তম হওঁ। এই কাৰনে মোক লোকবেদ অনুসৰি অৰ্থাৎ দন্ত কথাৰ আধাৰৰ ওপৰত পুৰুষোত্তম কৈছে, কিন্তু বাস্তৱত মই অবিনাশী অথবা পালন কৰ্তা নহওঁ। গীতা অধ্যায় ৩, শ্লোক ১৪-১৫ কৈছে যে সৰ্বজীব অন্নৰ পৰাই উৎপন্ন হয়, অন্নৰ পৰাই বৰষুণ হয়, বৰষুণ যজ্ঞৰ পৰাই হয়, যজ্ঞ শুভ কৰ্মৰ দ্বাৰা, কৰ্ম ব্ৰহ্মাৰ পৰা উৎপন্ন হৈছে। ব্ৰহ্ম অবিনাশী পৰমাত্মাৰ পৰা উৎপন্ন হৈছে। সেই অবিনাশী সৰ্ব্বব্যাপক পৰমাত্মাই যজ্ঞত প্ৰতিষ্ঠিত, যজ্ঞত পুজনীয় তেওঁৱেই যজ্ঞৰ ফল দিয়ে অৰ্থাৎ বাস্তৱত অধিযজ্ঞ তেওঁৱেই।

আকৌ গীতা অধ্যায় ১০, শ্লোক ২ কৈছে যে মোৰ উৎপত্তি (প্ৰভৱম্)ক কোনেও নেজানে। ইয়াতে সিদ্ধ হয় যে কাল (ব্ৰহ্ম) ও উৎপন্ন হৈছে। এইবাবে এওঁ যিকোনো ঠাইত আকাৰত আছে। নহলে তো কৃষ্ণদেৱ অৰ্জুনৰ সমুখতেই থিয় হৈ আছিল। তেওঁতো কবই পৰা নাই যে মই অনাদি অজম (অজন্মা) হওঁ। এই সকলো কাল (অদৃশ্য ব্ৰহ্মই) শ্ৰীকৃষ্ণ দেৱৰ শৰীৰৰ ভিতৰত জীৱন্ত ৰূপত (প্ৰেতৰত প্ৰৱেশ কৰি) প্ৰৱেশ কৰি কৈ নিজৰ প্ৰতিষ্ঠা (স্থিতী)ৰ সঠীক সুচনা গীতা ৰূপত দিছিল।

ওপৰোক্ত বিৱৰণৰ পৰা গীতাত সিদ্ধ হয় যে ব্ৰহ্মৰ উৎপত্তি পূৰ্ণ ব্ৰহ্মৰ দ্বাৰা হৈছে। এই প্ৰমান অথৰ্ব বেদ কাণ্ড ৪, অনুবাক ১, মন্ত্ৰ ৩ আছে, অনুগ্ৰহ কৰি তলৰ মন্ত্ৰ পঢ়ক--

কাণ্ড নং ৪, অনুবাক- ১, মন্ত্ৰ নং ৩ ঃ-

প্ৰ যো জজ্ঞে বিদ্ধানস্য বন্ধুৰ্বিশ্বা দেবানাম জনিমা বিৱক্তি।

ব্রহ্ম ব্রহ্মণ উজ্জভাৰ মধ্যান্নীচৈৰুচ্চৈঃ স্বধা অভি প্র তস্থৌ।।৩।।

প্র-যঃ-জজ্ঞে-বিদ্যানষ্য-বন্ধুঃ-বিশ্বা-দেবানাম্-জনিমা-বিৰক্তি- ব্রহ্মঃ-ব্রহ্মণঃ- উজ্জভাৰ - মধ্যাত্- নিচৈঃ - উচ্চৈঃ- স্বধা-অভিঃ- প্রতস্থৌ।

অনুবাদ ঃ- (প্র) সর্ব প্রথম (দেবানাম) দেৱতাবিলাকৰ আৰু ব্রহ্মাণ্ডৰ (জজ্ঞে) উৎপত্তিৰ জ্ঞানক (বিদ্যানস্য) জিজ্ঞাসু ভক্তৰ (যঃ) যি (বন্ধুঃ) বাস্তবিক লগৰীয়া অৰ্থাৎ পূৰ্ণ পৰমাত্মাই নিজা সেৱকক (জনিমা) সকলো সৃষ্টিৰ কৰ্তা নিজৰ দ্বাৰা স্রজন কৰা (বিৰক্তি) স্বয়ং বিস্তাৰিত ভাবে ঠিক ঠিক কয় যে (ব্রহ্মণঃ) পূৰ্ণ পৰমাত্মাই (মধ্যাত্) নিজৰ পৰা অৰ্থাৎ শব্দ শক্তিৰ দ্বাৰা (ব্রহ্মঃ) ব্রহ্ম-ক্ষৰপুৰুষ অৰ্থাৎ কাল ক (উজ্জভাৰ) উৎপন্ন কৰি (বিশ্বা) গোটেই সংসাৰত অৰ্থাৎ সৰ্ব্ব লোকত (উচৈঃ) উপৰ সৎলোক আদি (নিচৈঃ) নীচত পৰব্রহ্ম আৰু ব্রহ্ম তথা সৰ্ব ব্রহ্মাণ্ড (স্বধা) নিজে ধাৰন কৰা (অভিঃ) আকৰ্ষন শক্তিৰ দ্বাৰা (প্রতস্থৌ) দুইকো ভালদৰে স্থিত কৰিলে।

**ভাবাৰ্থ ঃ- পূৰ্ণ পৰমাত্মা নিজৰ দ্বাৰা ৰচিত সৃষ্টিৰ জ্ঞান তথা সৰ্ব আত্মাৰ উৎপত্তিৰ জ্ঞান নিজৰ সেৱকক স্বয়ং কয় যে পূৰ্ণ পৰমাত্মাই নিজৰ মধ্য অৰ্থাৎ নিজৰ শৰীৰৰ পৰা নিজা শব্দ শক্তিৰ দ্বাৰা ব্রহ্ম (ক্ষৰপুৰুষ - কাল) ৰ উৎপত্তি কৰিলে তথা সৰ্ব ব্রহ্মাণ্ডৰ উপৰত সৎলোক, অলখ লোক, অগম লোক, অনামী লোক আদি তথা নীচত পৰব্রহ্মৰ সাত সংখ্য ব্রহ্মাণ্ড তথা ব্রহ্মৰ একৈশ ব্রহ্মাণ্ডক নিজে ধাৰন কৰা আকৰ্ষন শক্তিৰ দ্বাৰা স্থিত কৰি ৰাখিছে।**

**যেনে পূৰ্ণ পৰমাত্মা কবীৰ পৰমেশ্বৰ (কবীৰ্দেব) নিজৰ সেৱক অৰ্থাৎ সখা শ্ৰী ধৰ্মদাস জী, আদৰণীয় গৰীব দাসজী আদিক নিজৰ দ্বাৰা ৰচিত সৃষ্টিৰ জ্ঞান স্বয়ং শুনাইছিল। ওপৰোক্ত বেদ মন্ত্ৰই ইয়াকে সিদ্ধ কৰে।**

কাণ্ড নং ৪, অনুবাক- ১, মন্ত্র নং ৭ ঃ-

योऽथर्वाणं पितरं देववन्धुं बृहस्पतिं नमसाव च गच्छात्।

त्वं विश्वेषां जनिता यथासः कबिर्देवो न दभायत् स्बधावान्।। ७।।

যঃ - অথৰাৰ্ণম- পিতৰম্-দেববন্ধুম্- বৃহস্পতিম্- নমসা-অৱ-চ- গচ্ছাত্- ত্বম্- বিশ্বেষাম্- জনিতা- যথা-সহঃ- কবিৰ্দেবঃ- ন- দভায়ত্ - স্ব ধাবান্

অনুবাদ ঃ- (যঃ) যি (অথৰ্বাণম্) অচল অৰ্থাৎ অবিনাশী (পিতৰম্) জগত পিতা (দেব বন্ধুম্) ভকতৰ বাস্তবিক সঙ্গী অৰ্থাৎ আত্মাৰ আধাৰ (বৃহস্পতিম্) জগত গুৰু (চ) তথা (নমসা) বিনম্র পুজাৰী অৰ্থাৎ বিধিবৎ সাধকক (অৱ) সুক্ষাৰে সৈতে (গচ্ছাত্) সৎলোকলৈ যোৱা বিলাকক সৎলোকলৈ লগত লৈ যোৱা (বিশ্বেষাম্) সৰ্ব ব্রহ্মাণ্ডৰ (জনিতা) সৃষ্টি কৰোতা জগদম্বা অৰ্থাৎ মাতৃ গুনেৰেও যুক্ত (ন দভায়ত্) কালৰ দৰে নঠগোৱা (স্বধাবান্) স্বভাব অৰ্থাৎ গুণৰ (যথা) যেনে তেনে অৰ্থাৎ তেনেকুৱাই (সঃ) সেইজন (ত্বম্) আপুনী (কবিৰ্দেবঃ কবিৰ্-দেবঃ) কবিৰ্দেব অৰ্থাৎ ভাষা ভিন্ন ইয়াক কবীৰ পৰমেশ্বৰো কোৱা হয়।

**ভাবাৰ্থ ঃ- এই মন্ত্ৰত এইটো স্পষ্ট কৰি দিছে যে সিজন পৰমেশ্বৰৰ নাম কবিৰ্দেব অৰ্থাৎ কবীৰ পৰমেশ্বৰ, যিয়ে সকলোৰে সৃজন কৰিছে।**

**যি পৰমেশ্বৰ অচল অৰ্থাৎ বাস্তৱত অবিনাশী (গীতা অধ্যায় ১৫, শ্লোক ১৬-১৭ ত প্ৰমাণ আছে) জগতগুৰু, আত্মাধাৰ, যিয়ে পূৰ্ণ মুক্ত হৈ সৎলোকলৈ গৈছে সিহঁতক সৎলোকলৈ লৈ যোৱা, সৰ্ব্ব ব্রহ্মাণ্ডৰ সৃজনকাৰী, কাল (ব্রহ্ম)ৰ দৰে নঠগোৱা, যেনেকুৱা**

তেনেকুৱাই তেওঁ স্বয়ং কবিৰ্দেৱ অৰ্থাৎ কবীৰ প্ৰভু। এই পৰমেশ্বৰ সৰ্ব ব্ৰহ্মাণ্ডক আৰু প্ৰাণী সমূহক নিজৰ বচন শক্তিৰে উৎপন্ন কৰা কাৰনে (জনিতা) মাতৃও কোৱা হয় তথা (পিতৰম্) পিতা তথা (বন্ধু) ভাই বাস্তবত এওঁৱেই তথা (দেব) পৰমেশ্বৰো এওঁৱেই। এইবাবে এই কবিৰ্দেৱ (কবীৰ পৰমেশ্বৰ)ৰ স্তুতি, বন্দনা আদি কৰা হয়। ত্বমেব মাতা চ পিতা ত্বমেব ত্বমেব বন্ধু চ সখা ত্বমেব ত্বমেব সৰ্ব মম্ দেব দেব। এই পৰমেশ্বৰৰ মহিমা ঋগবেদ মণ্ডল নং ১, শুক্ত নং ২৪ বিস্তৃত বিবৰন আছে।

প্ৰশ্ন ঃ- বেদত কবিৰ অৰ্থাৎ কবীৰ নামৰ বিবৰণ কেনেকৈ আহিল? বেদ তো সৃষ্টিৰ আৰম্ভনীত প্ৰাপ্ত হৈছিল। কবিৰ্দেৱ (কবীৰ পৰমেশ্বৰ) তো সন ১৩৯৮ চনত জন্ম হৈছিল?

উত্তৰ ঃ- পূৰ্ণ পৰমাত্মাৰ বাস্তবিক নাম কবিৰ্দেৱ তথা উপমাত্মক নাম সত্পুৰুষ, পৰম অক্ষৰ ব্ৰহ্ম, পূৰ্ণব্ৰহ্ম আদি। যেনে দেশৰ প্ৰধান মন্ত্ৰীৰ শৰীৰৰ নাম আন কিছু তথা পদবীৰ নাম প্ৰাইম মিনিষ্টাৰ, প্ৰধান মন্ত্ৰী আদি। এই পূৰ্ণ পৰমাত্মা কবিৰ্দেৱ নামান্তৰন কৰি চাৰিও যুগুত অৱতৰন কৰি আহিছিল তথা সৃষ্টি ৰচনা আৰু বেদ ৰচনাৰ পূৰ্বেও অনামী (অনাময়) লোকত মানৱ সদৃশ শৰীৰত কবিৰ্দেৱ নামেৰে বিদ্যমান আছিল। সেইজন কবিৰ্দেৱ পিচত সৎলোক ৰচনা কৰি সৎলোকত বিৰাজমান হৈ গল। তৎপশ্চাত পৰব্ৰহ্ম তথা ব্ৰহ্মাৰ সৰ্বলোক আৰু বেদৰ ৰচনা কৰিছিল এইবাবে বেদৰ ভিতৰত কবিৰ্দেৱ নামৰ বিৱৰণ আছে।

## “কবীৰ পৰমেশ্বৰৰ দ্বাৰা বিভীষন তথা মন্দোদৰীক শৰনত লোৱা”

পৰমেশ্বৰ মুনিন্দ্ৰ অনল অৰ্থাৎ নল তথা অনীল অৰ্থাৎ নীলক শৰনত লোৱাৰ উপৰিও শ্ৰীলংকাত গল। তাত এক পৰম ভক্ত চন্দ্ৰ বিজয়ৰ ষোল্ল সদস্যৰ এক পুন্য পৰিয়াল বাস কৰিছিল। তেওঁ ভাট জাতিত জনম লোৱা পুন্যবান প্ৰানী আছিল। পৰমেশ্বৰ মুনিন্দ্ৰ (কবীৰদেৱ) দেৱৰ উপদেশ শুনি গোটেই পৰিয়াল নাম উপদেশ প্ৰাপ্ত কৰিছিল। পৰম ভকত চন্দ্ৰ বিজয়ৰ পত্নী ভক্তমতী কৰ্মৱতী লংকাৰ ৰজা ৰাৱণৰ ৰানী মন্দোদৰীৰ ওচৰত দাসীৰ কাম কৰিছিল। ৰানী মন্দোদৰীক হাঁহি-তামাচা, বহুৱালি কৰি ৰানীক মনোৰঞ্জন কৰাইছিল। ভক্ত চন্দ্ৰ বিজয় ৰাৱণৰ ৰাজসভাত ভাট হিচাবে সেৱকৰ কাম কৰিছিল। ৰজাৰ আত্ম প্ৰশংসাৰ গীত শুনাই ৰজাক প্ৰসন্ন কৰিছিল।

ভক্ত চন্দ্ৰ বিজয়ৰ পত্নী ভক্তমতি কৰ্মৱতী পৰমেশ্বৰৰ পৰা উপদেশ প্ৰাপ্ত কৰাৰ পিছত ৰানী মন্দোদৰীক প্ৰভু চৰ্চা যি সৃষ্টি ৰচনা নিজ সিদ্ধ গুৰুদেৱ মুনিন্দ্ৰ দেৱৰ পৰা শুনিছিল তাক প্ৰতিদিন শুনাবলৈ লৈছিল।

ভক্তমতী মন্দোদৰী ৰাণীক অতি আনন্দ লাগিবলৈ ধৰিলে। কেবা ঘন্টা ধৰি ভক্তমতি কৰ্মৱতী প্ৰভুৰ সত্ কথা ৰাণী মন্দোদৰীক শুনাইছিল আৰু তাইৰ চকুৰে চকুলো নিগৰী পৰিছিল। এদিন ৰাণী মন্দোদৰীয়ে কৰ্মৱতীক পুছিলে আপুনী এই জ্ঞান কৰ পৰা শুনা? আগে আপুনী আবোল-তাবোল ফচহুঁ কথা কৈ ৰং ৰহৈচ কৰিছিল। ইমান পৰিবৰ্তন পৰমাত্মা তুল্য সাধু সন্ত বিনা হবই নোৱাৰে। তেতিয়া কৰ্মৱতীয়ে কলে আমি সকলোৱে এক পৰম সন্তৰ পৰা নাম উপদেশ বৰ্ত্তমানে লৈছো। ৰাণী মন্দোদৰী সন্তৰ দৰ্শন পাবলৈ হাবিয়াস ব্যক্ত কৰি কলে, আপোনাৰ গুৰুদেৱ আগলৈ আপোনাৰ তাত আহিলে আমাৰ

ইয়ালৈ মাতি আনিব। নিজৰ গৰাকীনীৰ আদেশ প্ৰাপ্ত কৰি মূৰ নত কৰি সম্মান পূৰ্ব্বক কলে, যি আপোনাৰ আজ্ঞা, আপোনাৰ দাসীয়ে সেইটোকে কৰিব। মোৰ এক বিনতী, কথাতে আছে সন্তক আদেশ কৰি মাতিব নালাগে। স্বয়ং গৈ দৰ্শন কৰি অহা শ্ৰেয়, বাকৰ আপোনাৰ আজ্ঞা যেনেকৈ কয় তেনেকৈ হব। মহাৰাণী মন্দোদৰীয়ে কলে আপোনাৰ গুৰুদেব আগলৈ আহিলে মোক কবা, মই নিজে গৈ দৰ্শন কৰিম। পৰমেশ্বৰে আকৌ লংকাত কৃপা কৰিলে। ৰাণী মন্দোদৰী নাম উপদেশ প্ৰাপ্ত কৰিলে। কিছু দিনৰ পিছত নিজ প্ৰিয় দেৱৰ ভকত শ্ৰীবিভীষনকো নাম উপদেশ দিয়ালে। ভক্তমতী মন্দোদৰী নাম উপদেশ প্ৰাপ্ত কৰি দিনৰাতি অহৰ্নিশ প্ৰভু স্মৰন কৰি কটাবলৈ ধৰিলে। নিজ পতি ৰাবণকো নাম উপদেশ লবৰ বাবে কেবা বাৰো অনুৰোধ কৰিছিল কিন্তু ৰাৱণ আওকান কৰিছিল তথা কৈছিল যে মই পৰম শক্তিমান মহেশ্বৰ মৃত্যুঞ্জয় শিবৰ ভক্তি কৰো। ইয়াৰ তুল্য আন কোনো নাই। আপোনাক কোনোবাই ফুচুলাইছে।

কিছুদিন অতিবাহিত হোৱাৰ পিছত বনবাস প্ৰাপ্ত সীতা দেবীক ৰাৱণে অপহৰন কৰি আনি নিজৰ অশোক বনত বন্দী কৰি থলে। ভক্তমতী মন্দোদৰীৰ বাৰ বাৰ বিনতী কৰা স্বত্বেও ৰাৱণে আই সীতা দেবীক ঘুৰাই দিবলৈ স্বীকাৰ নহল। তেতিয়া ভক্তমতি মন্দোদৰী দেবীয়ে নিজ গুৰুদেব মুনিন্দ্ৰ দেবক কলে মহাৰাজ মোৰ স্বামীয়ে কাৰোবা পত্নীক অপহৰণ কৰি আনিছে। মোৰ এই কাৰ্য্য সহ্য হোৱা নাই। তেওঁ তাইক কোনো পধ্যে ঘুৰাই দিব নোখোজে। আপুনী দয়া কৰক প্ৰভু! আজিলৈ মই জীৱনত এনে দুঃখ দেখা পোৱা নাই।

পৰমেশ্বৰ মুনিন্দ্ৰ দেবে কলে আই মন্দোদৰী এই স্ত্ৰী সাধাৰণ এলাপেচা স্ত্ৰী নহয়। শ্ৰীবিষ্ণুদেব অভিশপ্ত হৈ পৃথিবীত জন্মগ্ৰহণ কৰিব লগা হৈছে। তেওঁ অযোধ্যা বাসী দশৰথৰ পুত্ৰ শ্ৰীৰামচন্দ্ৰ। এখেত ১৪ বছৰ বনবাস প্ৰাপ্ত হৈছে তথা শ্ৰীলক্ষী দেবী স্বয়ং সীতা ৰূপত এখেতৰ লগত পত্নী হিচাবে বনবাস খাটিব লগীয়া হৈছে। তাইক ৰাৱণে সাধু বেশ ধাৰন কৰি ছল কৰি অপহৰণ কৰি আনিছে। এওঁ স্বয়ং লক্ষী শ্ৰী সীতাদেবী। তাইক অতি শীঘ্ৰে ওভোতাই দি ৰাৱণে যদি প্ৰান ভিক্ষা মাগে তেন্তে ই শুভ হব।

ভক্তিমতী মন্দোদৰী অনেক বাৰ বিনতী কৰাতো ৰাৱণে নামানিলে তথা কলে অ! সেইবোৰ দুই জংলী বহুৱালী (দোৱাৰী) মোৰ নো কি হানি কৰিব? মোৰ ওচৰত অসংখ্য সেনা আছে। মোৰ এক লাখ পুতেক তথা সোৱা লাখ নাতি আছে। মোৰ পুতেক মেঘনাদ স্বৰ্গৰ ৰজা ইন্দ্ৰক পৰাজয় কৰি তাৰ জীয়েকক বিবাহ কৰি লৈছে। তেত্ৰিশ কোটী দেবতাক আমি বন্দি কৰি থৈছো। তই মোক সেই দুজন বন বাসীক ভগৱান বুলি কৈ কিয় ভয় খুওৱাবলৈ চেষ্টা কৰি আছা? এই স্ত্ৰীক মই ঘুৰাই নিদিওঁ।

মন্দোদৰীয়ে ভক্তি মাৰ্গৰ জ্ঞান যি নিজ পূজ্য গুৰুদেবৰ পৰা শুনিছিল তাৰে আলমত ৰাৱণক বহুত বুজাইছিল। বিভীষনেও নিজৰ ডাঙৰ ভাইক বুজাইছিল। ৰাৱণ ওলোটাই বিভীষনক মাৰপিট কৰিছিল তথা কৈছিল যে তই বেচিকৈ ৰামৰ পক্ষ লৈ আছা, তাৰেই ওচৰত গুচি যা।

এদিনাখন ভক্তমতি মন্দোদৰীয়ে নিজ পূজ্য গুৰুদেবক প্ৰাৰ্থনা কৰি কলে যে হে গুৰুদেব! মোৰ সধৱা সংকট হব লাগিছে। আপুনী এবাৰ মোৰ পতীক বুজাওক। যদি

তেওঁ আপোনাৰ কথা নামানে তেন্তে মোৰ বিধৱা হোৱাত কোনো দুঃখ নহব।

নিজ শিষ্যা মন্দোদৰীৰ প্ৰাৰ্থনা স্বীকাৰ কৰি ৰজা ৰাৱণৰ ৰাজ সভাৰ সমুখত থিয় হৈ ৰজা ৰাৱণক সাক্ষাৎ কৰিবলৈ দুৱৰীক জনালে। দুৱাৰ ৰক্ষীয়ে কলে মুনিবৰ এই সময় ৰজাই নিজৰ সভা আৰম্ভ কৰিছে। এই সময় ভিতৰৰ খবৰ বাহিৰত আহিব পাৰে, বাহিৰৰ খবৰ ভিতৰত যাব নোৱাৰে। আমি বিবশ। তেতিয়া পূৰ্ণ প্ৰভু অন্তৰ্ধ্যান হল তথা ৰজা ৰাৱণৰ ৰাজ সভাত প্ৰকট হল। ৰাৱণৰ দৃষ্টি মুনিৰ ওপৰত পৰিল আৰু গৰ্জন কৰি পুছিলে এই মুনিক মোৰ আজ্ঞা নোহোৱাকৈ কোনে ভিতৰলৈ আহিবলৈ দিলে? তাক লৈ আহি মোৰ সমুখত শিৰচ্ছেদ কৰি দিয়া। তেতিয়া, পৰমেশ্বৰে কলে, ৰাজন! আপোনাৰ দুৱাৰ ৰক্ষীয়ে মোক ভিতৰলৈ আহিবলৈ স্পষ্ট মানা কৰিছিল। তেওঁলোকে নাজানে মই কেনেকৈ ভিতৰলৈ আহি গলো। ৰাৱণে পুছিলে তই কেনেকৈ ভিতৰলৈ আহিলা? তেতিয়া পূৰ্ণপ্ৰভু মুনিন্দ্ৰ বেশত অদৃশ্য হৈ পুনৰ প্ৰকট হৈ গল তথা কলে যে মই এনেকৈয়ে আহিলো। ৰাৱণে পুছিলে, কি কাৰনে আহিছা কোৱা? তেতিয়া প্ৰভুই কলে যে আপুনী এজন যোদ্ধা হৈ এজনী অবলাক (তিৰোতা) অপহৰণ কৰি আনিছা। এইটো আপোনাৰ মৰ্য্যাদা আৰু বীৰতাৰ বিপৰীত। এই জনী কোনো সাধাৰণ তিৰোতা নহয়। এই জনী স্বয়ং লক্ষী দেৱীৰ অৱতাৰ। শ্ৰীৰাম চন্দ্ৰ এই জনীৰ পতি তেখেত স্বয়ং বিষ্ণু। ইয়াক ওভোতাই নিজৰ প্ৰান ভিক্ষা বিচৰা। এইটোৱে আপোনাৰ মঙ্গল হব। ইয়াকে শুনি তমোগুনী (ভগৱান শিব) উপাসক ৰাৱণ ক্ৰোধিত হৈ খোলা তৰোৱাল লৈ সিংহাসনৰ পৰা জাঁপ মাৰি তৰ্জন-গৰ্জন কৰি সেই নিৰ্বোধ প্ৰাণী তৰোৱালেৰে ৭০ বাৰ উধাই মুধাই মুনিক মাৰিবলৈ ধৰিলে। পৰমেশ্বৰ মুনিন্দ্ৰই এটা ঝাড়ুৰ এডাল খুলি লৈ তাকে হাতেৰে ধৰি ঢালৰ দৰে আগবঢ়াই দিলে। ৰাৱণৰ ৭০ বাৰ প্ৰহাৰ সেই ঝাড়ু ডালত লাগিবলৈ ধৰিলে। এনে শব্দ হবলৈ ধৰিলে যেন লোহাৰ খম্বাত (পিলাৰ) তৰোৱালৰ আঘাত। ৰাৱণ সৈমান নহল। ৰাৱণৰ ঘাম ওলাই গল। আকৌ নিজৰ অহংকাৰ বশ নামানিলে। এইটো জানি পালে যে ই কোনো সাধাৰণ মুনি নহয়। ৰাৱন কলে যে মই আপোনাৰ একো কথা নুশুনো আপুনী যাব পাৰে। পৰমেশ্বৰ অন্তৰ্ধ্যান হৈ গল আৰু ৰাণী মন্দোদৰীক সকলো ঘটনা বৃত্বান্ত কলে তথা প্ৰস্থান কৰিলে। ৰাণী মন্দোদৰীয়ে কলে, গুৰুদেব এতিয়া মোৰ বিধবা হোৱাত কোনো দুঃখ নাই।

শ্ৰীৰামচন্দ্ৰ আৰু ৰাৱণৰ যুদ্ধ হল। যি লংকা ৰাজ্যক ৰাৱণে তমোগুনী ভগৱান শিৱৰ কঠিন সাধনা কৰি, দহ বাৰ নিজৰ শিৰচ্ছেদ কৰি প্ৰাপ্ত কৰিছিল সেই ক্ষনিক সুখো ৰাৱণৰ গুচি গল তথা নৰকৰ ভাগী হল। ইয়াৰ বিপৰীত পূৰ্ণ পৰমাত্মাৰ সৎনামৰ সাধক বিভীষনৰ কঠিন সাধনা নকৰাকৈ পূৰ্ণ প্ৰভুৰ কৃপাত লংকাধীশ হৈ গল। হেজাৰ বছৰলৈ বিভীষনে লংকাৰ ৰাজ্য ভোগ কৰিলে আৰু পূৰ্ণ প্ৰভুৰ কৃপাত ৰাজ্যতো শান্তি বিৰাজিলে। সকলো ৰাক্ষস প্ৰবৃত্তিৰ ব্যক্তিৰ বিনাশ হৈ গৈছিল। ভক্ত মতি মন্দোদৰী আৰু ভক্ত বিভীষন তথা পৰম ভক্ত চন্দ্ৰ বিজয়ৰ পুৰা যোল্ল সদস্যৰ পৰিয়ালে তথা অইন যিবিলাক পূৰ্ণ পৰমাত্মাৰ উপদেশ প্ৰাপ্ত কৰি আজীৱন মৰ্য্যাদা পূৰ্ণ সৎভক্তি কৰিছিল সেইবোৰ সকলো সাধক ইয়াত এই পৃথিবীত সুখী জীৱন যাপন কৰি তথা শেষ সময়ত পৰমেশ্বৰৰ বিমানত বহি সৎলোক (শ্বাশ্বতম স্থানম্) লৈ গুচি গল। এই কাৰণে পবিত্ৰ গীতা অধ্যায়

৭, মন্ত্র ১২ ৰ পৰা ১৫ লৈ কৈছে যে তিনিগুন (ৰজগুন-ব্ৰহ্মাদেব, সত্গুন -বিষ্ণুদেব, তমগুনী - শিব) ৰ সাধনাৰ পৰা প্ৰাপ্ত ক্ষনিক সুখ সুবিধাৰ দ্বাৰা যি প্ৰাণীৰ জ্ঞান হৰন হৈছে, সেইবোৰ ৰাক্ষস স্বভাবৰ, মনুষ্যতকৈ নীচ, দুস্কৰ্মকাৰী মূৰ্খ, মোক (কাল/ব্ৰহ্ম) নভজে।

আকৌ গীতা অধ্যায় ৭, মন্ত্র ১৮ গীতা জ্ঞানদাতা (কাল/ব্ৰহ্ম) কৈ আছে যে কোনো এক উদাৰ আত্মা মোৰ সাধনা কৰে কিয়নো তাৰ তত্বদৰ্শী সন্ত মিলা নাই। সেই পবিত্ৰ আত্মাও মোৰ অতি বেয়া (অনুত্তমাম্) অতি অশ্ৰেষ্ঠ (গতিম্) মুক্তিৰ স্থিতিত আশ্ৰিত হৈ যায়। সেইটোও পূৰ্ণ মুক্তি নহয়। এই কাৰনে পবিত্ৰ গীতা অধ্যায় ১৮, মন্ত্র ৬২ কৈছে যে হে অৰ্জুন! তই সৰ্বোতভাবে সেই পূৰ্ণ পৰমেশ্বৰৰ শৰনত (পূৰ্ণ পৰমাত্মা তত্ ব্ৰহ্ম)যোৱা। তাৰ কৃপাৰ দ্বাৰাই তই পৰম শান্তি তথা সৎলোক অৰ্থাৎ সনাতন পৰম ধামক প্ৰাপ্ত হবা।

এই কাৰনে পুন্যাত্মা সকল নিবেদন কৰো যে আজি এই দাসৰো দাসৰ ওচৰত পূৰ্ণ পৰমাত্মা প্ৰাপ্তিৰ বাস্তবিক ভক্তি বিধি প্ৰাপ্ত আছে। নিঃশুল্ক নাম উপদেশ লৈ জীৱন সফল কৰক।

## "দ্বাপৰ যুগত ইন্দ্ৰমতীক শৰণত লোৱা"

দ্বাপৰ যুগত চন্দ্ৰ বিজয় নামে এজন ৰজা আছিল। তেওঁৰ পত্নী ইন্দ্ৰমতী বৰ ধাৰ্মিক প্ৰবৃত্তিৰ তিৰোতা আছিল। সাধু-মহাত্মাক বৰ সেৱা যতন কৰিছিল। তাইৰ এজন গুৰুদেৱ আছিল। তাইৰ গুৰুদেৱে উপদেশ দিছিল যে পুত্ৰী সাধু-সন্তৰ সেৱা কৰা উচিত। সাধু-সন্তক ভোজন খুৱালে বৰ লাভ হয়। একাদশী ব্ৰত, সাধনাৰ জপ, তপ আদি যি গুৰুদেৱে উপদেশ দিছিল সেইবোৰ বৰ ভগৱত ভক্তি দৃঢ়তাৰে পালন কৰিছিল। গুৰুদেৱে কৈছিল যে যদি সাধু-সন্তক ভোজন কৰোৱা তেন্তে তাই আগলৈ ৰাণী হব পাৰিব আৰু স্বৰ্গও প্ৰাপ্তি হব। ৰাণীয়ে ভাবিছিল যে তাই প্ৰতিদিন এজন সন্তক অৱশ্য ভোজন খুওৱাব। তাই এনে প্ৰতিজ্ঞা কৰিছিল যে প্ৰথমে এজন সাধুক ভোজন খুৱাই পিছতহে আহাৰ গ্ৰহণ কৰিব। ইয়াৰ দ্বাৰা তাইৰ এই কৰ্তব্য মনত ৰৈ যাব। যাতে তাই পাহৰি নেযায়। ৰাণী প্ৰতিদিন এজন সাধুক ভোজন কৰোৱাই পিছত স্বয়ং আহাৰ কৰিছিল। বছৰলৈ এই ক্ৰম চলি আছিল।

এবাৰ হৰিদ্বাৰত কুম্ভ মেলাৰ সমাগম হল। যিমান সাধু ত্ৰিগুন মায়াৰ উপাসক আছিল সকলোৱে গঙ্গা স্নান কৰিবৰ বাবে প্ৰস্থান কৰিছিল। এই কাৰণে কেবা দিনো ৰাণী ভোজন কৰাবলৈ সাধু-সন্ত মিলা নাছিল। ৰাণীৰ প্ৰতিজ্ঞা থকা কাৰণে নিজেও ভোজন কৰা নাছিল। ৪ৰ্থ দিনা ৰাণী ইন্দ্ৰমতীয়ে নিজৰ দাসীক কলে যে হে দাসী ! সাধু-সন্ত বিচৰাচোন? নহলে আজি তোমাৰ ৰাণী জীয়াই নেথাকে। আজি মোৰ প্ৰাণ ওলাই গলেও মই আহাৰ গ্ৰহণ নকৰো। তেওঁ দীন দয়াল পৰমেশ্বৰ কবীৰ নিজৰ পূৰ্বৰ ভকতক শৰণ লোৱাৰ কাৰণে নেজানো কিমান কাৰণ বনাই দিয়ে? দাসীয়ে ওপৰৰ ছাদত উঠি দেখিবলৈ ধৰিলে যে সমুখত এজন সাধু আহি আছে। বগা কাপোৰ আছিল। দ্বাপৰ যুগত পৰমেশ্বৰ কবীৰ কৰুণাময় নামেৰে আহিছিল। দাসী নীচত নামি আহিলে আৰু কলে যে এজন ব্যক্তি আহি আছে যাক সাধু যেন লাগিছে। ৰাণীয়ে কলে সোনকালে মাতি লৈ আহ বুলি কলে। দাসী ৰাজবাৰীৰ পৰা বাহিৰ ওলাই গল আৰু সাধুক বিনতি কৰি কলে - হে

মহাত্মন! আপোনাক আমাৰ ৰাণীয়ে স্মৰণ কৰিছে। কৰুণাময় পৰমেশ্বৰে কলে - ৰাণীয়ে নো মোক কেলেই স্মৰণ কৰিলে, ৰাণী আৰু মোৰ লগত কি সম্বন্ধ? দাসীয়ে গোটেই কথা খুলি কলে। কৰুণাময় (কবীৰ) পৰমেশ্বৰে কলে যে ৰাণীৰ আৱশ্যকতা থাকিলে ইয়ালৈ আহিবলৈ কোৱা, মই ইয়াতে থিয় হৈ আছো। তই দাসী আৰু তাই ৰাণী। মই তাত যাওঁ যদি তাই কয় তোমাক কোনে মাতিছে? আৰু ৰজাই কিবা কৈ দিয়ক আৰু পুত্ৰী সন্তৰ অনাদৰ বহুত পাপদায়ক। দাসী আকৌ উভতি আহিলে আৰু সকলো খবৰ শুনাই দিলে। তেতিয়া ৰাণীয়ে কলে দাসী মোৰ হাতখন ধৰা আৰু সাধুৰ ওচৰলৈ বলা। ৰাণী ওচৰত গৈ দণ্ডৱত প্ৰণাম কৰি বিনতি কৰি কলে, হে ঈশ্বৰ মই ইচ্ছা কৰো আপোনাক কান্ধত তুলি লওঁ। কৰুণাময় পৰমেশ্বৰে কলে পুত্ৰী! মই এইটোৱে দেখিব বিচাৰিছো যে তোমাৰ ভিতৰত আচলে শ্ৰদ্ধা আছেনে নাইবা এনেই ভোকত মৰি আছা। ৰাণীয়ে নিজ হাতেৰে আহাৰ বনালে। কৰুণাময় ৰূপত অহা কবীৰদেবে কলে মই আহাৰ নেখাওঁ। মোৰ শৰীৰ আহাৰ খোৱাৰ বাবে নহয়। তেতিয়া ৰাণীয়ে কলে মইও আহাৰ নাখাওঁ। কৰুণাময় ঈশ্বৰে কলে, ঠিক আছে পুত্ৰী লৈ আহা আহাৰ খাওঁ, কিয়নো সমৰ্থ তাকে কোৱা হয়, যিয়ে যি বিচাৰে তাকেই কৰিব পাৰে। কৰুণাময় ঈশ্বৰে আহাৰ খালে, কৰুণাময় ৰূপত প্ৰকট কবিৰগ্নিয়ে (পৰমেশ্বৰ কবীৰদেব) ৰাণীক সুধিলে যে এইবোৰ যি ভক্তি সাধনা তই কৰি আছা সেইবোৰ তোমাক কোনে উপদেশ কৰিছে? ৰাণীয়ে কলে মোৰ গুৰুদেৱে আদেশ কৰিছে। কবীৰদেবে কলে তোমাৰ গুৰুদেৱে কি আদেশ কৰিছে? ইন্দ্ৰমতীয়ে কলে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰৰ পূজা, একাদশী ব্ৰত, তীৰ্থ ভ্ৰমন, দেবী পূজা, শ্ৰাদ্ধ কৰ্ম কাণ্ড, মন্দিৰত যোৱা, সাধু-সন্তৰ সেৱা ইত্যাদি। কৰুণাময় (কবীৰ) ইশ্বৰে কলে যি ভক্তি সাধনা তোমাৰ গুৰুদেৱে তোমাক দিছে সেইটো জন্ম-মৃত্যু তথা স্বৰ্গ-নৰকৰ চক্ৰত ৰাখিব আৰু চৌৰাশী লাখ যোনী ভ্ৰমনৰ কষ্টৰ পৰা মুক্তি হবলৈ নিদিব। ৰাণীয়ে কলে মহাৰাজ যিমান সাধু-সন্ত আছে সকলোৱে নিজৰ নিজৰ প্ৰভূতা নিজেই বনাই আহে। মোৰ গুৰুদেৱৰ বিষয়ে একো কিছু নকব। লাগিলে মই মুক্ত হওঁ বা নহওঁ।

এতিয়া কৰুণাময় (কবীৰদেব) ঈশ্বৰে চিন্তিলে এই সৰল জীৱক কেনেকৈ বুজাওঁ? এওঁ যাৰ নেজত ধৰিছে তাক এৰিব নোৱাৰে, মৰিব পাৰে। কৰুণাময় ঈশ্বৰে কলে পুত্ৰী তোমাৰ যেনে ইচ্ছা, মই নিন্দা নকৰো। মই কি তোমাৰ গুৰুদেৱৰ বেয়া কোৱা নাইবা গালি দিছো নেকি? মইতো ভক্তি পথৰ কথা কৈ আছো যে এই ভক্তি পথ শাস্ত্ৰ বিৰুদ্ধ। তোমাক পাৰ হবলৈ নিদিব আৰু নাইবা তোমাৰ আগন্তুক কৰ্মদণ্ড কাটিব পাৰিব আৰু শুনা আজিৰ পৰা তিনিদিন পিছত তোমাৰ মৃত্যু হব। না তোমাৰ গুৰু নাইবা তোমাৰ এই নকলী ভক্তি সাধনা তোমাক বচাব পাৰিব। (যেতিয়া মৃত্যুৰ সময় আহে তেতিয়া জীৱৰ ভয় লাগে। এনেয়ে তো নেমানে।) ৰাণীয়ে ভাবিলে সাধু-সন্ত মিছা নকয়। সঁচাই এনে নহওঁক যে অহা পৰহি মই মৰি যাওঁ। এই ভয়ৰ কাৰণে কৰুণাময় ঈশ্বৰক পুছিলে যে হে ঈশ্বৰ! মোৰ প্ৰাণটো কি বাচিব পাৰিব? পৰমেশ্বৰ কবীৰ (কৰুণাময়) কলে যে বাচিব পাৰিব। যদি তুমি মোৰ পৰা নাম উপদেশ লোৱা, মোৰ শিষ্যা হব লাগিব, আগৰ সাধন, পূজা পদ্ধতি ত্যাগ কৰিব লাগিব, তেতিয়া তোমাৰ প্ৰাণ বাচিব। ইন্দ্ৰমতিয়ে কলে মই শুনিছো যে গুৰু সলনি কৰা অনুচিত, পাপ লাগে। কবীৰদেবে (কৰুণাময়) কলে নহয়

বেটী এইটো তোমাৰ ভ্ৰম। এক বেজৰ (ডক্টৰ) ঔষধে কাম নকৰিলে দোসৰা বেজৰ পৰা নলয় নে? এজন পঞ্চম শ্ৰেণীৰ শিক্ষক আছে। আকৌ আন এজন উচ্চ শ্ৰেণীৰ শিক্ষক আছে। বেটী এটা শ্ৰেণীৰ পৰা আন এটা শ্ৰেণীলৈ আগুৱাই যাব লাগে। তুমি কি গোটেই জীৱন পঞ্চম শ্ৰেণীতে বহি কটাই দিবা। ইয়াক এৰিব লাগিব। তই আগলৈ পঢ়ি আগুৱাই যোৱা, মই পঢ়াবলৈ আহিছো। এনেইতো নামানি কিন্তু মৃত্যু দেখিবলৈ ধৰাত, যেন এনে লাগিল যে সাধু কোৱা কথা যাতে ঘটি নাযায়। এনে চিন্তা চৰ্চা কৰি ইন্দ্ৰমতীয়ে কলে যে আপুনী যেনেকৈ কব মই তেনেকৈ পালন কৰিম। পিছত কৰুণাময় (কবীৰদেব) উপদেশ দিলে যে আজিৰ পৰা তৃতীয় দিনৰ দিনা মোৰ ৰূপত কাল আহিব, তই তাক একো নকবি। মই তোমাক যি নাম উপদেশ দিলো তাক দুই মিনিট জপ কৰিবা। দুই মিনিট পিছত তাক দেখিবা। তাৰ পিছত তাক সৎকাৰ কৰিবা। এনেয়ে তো গুৰুদেব আহিলে অতী শ্ৰীঘ্ৰে চৰণত পৰি দণ্ডৱত প্ৰণাম কৰিব লাগে। এইটো মোৰ কেৱল এইবাৰৰ উপদেশ। ৰাণীয়ে কলে ঠিক আছে গুৰুদেব।

এতিয়া ৰাণীৰ চিন্তা লাগি গল। শ্ৰদ্ধাৰে নাম জপ কৰিবলৈ ধৰিলে। (কবীৰ পৰমেশ্বৰ) কৰুণাময় ঈশ্বৰৰ ৰূপ ধাৰণ কৰি গুৰুদেৱৰ ভেশত কালে ইন্দ্ৰমতীৰ কাষলৈ আহিলে আৰু মাত লগালে ইন্দ্ৰমতী, ইন্দ্ৰমতী। এতিয়া তাইৰ আগৰে পৰাই ভয় আছিল, নাম স্মৰণ কৰিলে। কালৰ ফালে নেদেখিলে। দুই মিনিট পিছত যেতিয়া দেখিলে তেতিয়া কালৰ স্বৰূপ বদল হৈ গল। কালৰ যি আসল চেহেৰা তেনেকুৱা দেখাবলৈ ধৰিলে। কৰুণাময়ৰ স্বৰূপ নাই। যেতিয়া কালে দেখিলে যে তাৰ স্বৰূপ বদল হৈ গল তেওঁ জানি পালে, নিশ্চয় ইয়াৰ কাষত কিবা শক্তিযুক্ত মন্ত্ৰ আছে। তোক পিছত চাই লম, এই কথা কৈ কাল গুচি গল। এতিয়া ৰক্ষা পালো। ৰাণী বহুত আনন্দিত হল কিন্তু ফুলি নুঠিল। কেতিয়াবা নিজৰ দাসীক কবলৈ ধৰিলে, মোৰ তো মৃত্যু হব লগা আছিল, মোৰ গুৰুদেবে মোক বচাই দিলে। ৰজাৰ ওচৰত গল আৰু কলে যে আজি মোৰ মৃত্যু হব লগা আছিল, মোৰ গুৰুদেৱে মোক ৰক্ষা কৰি দিলে। মোক লবলৈ কাল আহিছিল। ৰজাই কলে তই এনেয়ে এইবোৰ ড্ৰামা কৰিছা। কাল আহিলে তোমাক কি এৰি গলহেঁতেন? এনেকা সাধু তেনেকা ফচহু কথা কৈ দিয়ে। ৰজাৰ কথা ৰাণী কেনেকৈ মানি লয়? আনন্দমনে ৰাণী গৈ নিজৰ শোৱনী কোঠাত শুই পৰিল। কিছু সময় পিছত কালে সৰ্প সাজি আকৌ আহিল আৰু ৰাণীক দংশন কৰিলে। যেতিয়া সৰ্পই দংশিলে ৰাণীয়ে গম পালে। ৰাণী জোৰেৰে চিঞৰিলে। মোক সৰ্পই দংশিলে। দাসী ভাগিল। চাওঁতে চাওঁতে কোঠালীৰ পানী ওলোৱা ফুটাৰে সাপ ওলাই গল। ৰাণীয়ে নিজ গুৰুদেৱক স্মৰি চিঞৰি চিঞৰি বেহুঁচ হৈ গল। কৰুণাময় (কবীৰদেব) পৰমেশ্বৰ তাত প্ৰকট হৈ গল। মানুহক দেখুৱাৰ বাবে মন্ত্ৰ কলে। (তেওঁতো বিনা মন্ত্ৰই জীৱিত কৰিব পাৰে, কোনো যন্ত্ৰ-মন্ত্ৰৰ আৱশ্যকতা নাই।) ইন্দ্ৰমতীক জীৱিত কৰি দিলে। ৰাণীয়ে বৰ কৃতজ্ঞতা যাঁচিলে আৰু কলে যে হে মুক্তি দাতা যদি আজি মই আপোনাৰ শৰণত নেথাকিলোহেঁতেন তেন্তে মোৰ মৃত্যু হৈ গলহেঁতেন। কবীৰ পৰমেশ্বৰে কলে যে ইন্দ্ৰমতী এই কালক মই তোমাৰ ঘৰত সোমাবলৈ নিদিলোহেঁতেন। তোমাৰ ওপৰত আক্ৰমণো নকৰিলেহেঁতেন। কিন্তু তোমাৰ বিশ্বাস নহলহেঁতেন। তই ইয়াকে চিন্তিলেহেঁতেন যে মোৰ ওপৰত কোনো আপদ আহিব লগা নাছিল। গুৰুদেবে

**মোক ফুচুলাই নাম দীক্ষা দিলে। এই বাবে তোমাক অলপ ঝটকা দেখুৱালো। নহলে বেটীৰ বিশ্বাস নহলহেঁতেন।**

ধৰ্মদাস ইহাঁ ঘনা অন্ধেৰা, বিন পৰচয় জীব জমকা চেৰা।

**কবীৰ পৰমেশ্বৰে (কৰুণাময়) কলে যে এতিয়া মই যেতিয়াই বিচাৰিম তেতিয়াই তোমাৰ মৃত্যু হব। গৰীব দাস মহাৰাজে কয় যে ঃ-**

গৰীব, কাল ডৰে কৰতাৰ সে, জয় জয় জয় জগদীশ। জৌৰা জৌৰী ঝাড়তী, পগ ৰজ ডাৰে শীশ।।

**এই কাল, কবীৰ (কবীৰ পৰমেশ্বৰ) ভগৱানক ভয় কৰে আৰু এই যমৰাজ (মৃত্যু) কবীৰ দেৱৰ জোতা পৰিস্কাৰ কৰে অৰ্থাৎ চাকৰ তুল্য। আকৌ তাৰ ধুলি মূৰত লগাই কয় যে মই আপোনাৰ ভকতৰ ওচৰত নেযাম।**

গৰীব, কাল যো পিসৈ পিসনা, জৌৰা হ্যায় পনীহ্যৰ। এ দো আসল মজুৰ হ্যাঁয়, মেৰে সাহেব কে দৰবাৰ।।

**এই কাল যি ইয়াত ২১ ব্ৰহ্মাণ্ডৰ ভগৱান (ব্ৰহ্ম) তথা ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰৰ পিতা। এওঁতো মোৰ ঈশ্বৰ কবীৰদেবৰ আটা পিহে অৰ্থাৎ আচল চাকৰ আৰু জৌৰা (মৃত্যু) মোৰ কবীৰ পৰমেশ্বৰৰ সভাত পানী কঢ়িওৱা এক বিশেষ চাকৰাণী। এই দুই আসল মজদুৰ মোৰ কবীৰ পৰমেশ্বৰৰ সভাত আছে। কিছু দিনৰ পিছত কবীৰদেব আকৌ আহিল আৰু ৰাণী ইন্দ্ৰমতীক সত্‌নাম প্ৰদান কৰিলে।**

**আকৌ কিছু দিনৰ পিছত ৰাণী ইন্দ্ৰমতীৰ অতি শ্ৰদ্ধা দেখি কবীৰ পৰমেশ্বৰে সাৰনাম দিলে। শব্দৰ উপলব্দি কৰোৱালে। কবীৰ পৰমেশ্বৰে ৰাণী ইন্দ্ৰমতীক সময় সময় দৰ্শন দিবলৈ গৈছিল তো ইন্দ্ৰমতী প্ৰাৰ্থনা কৰিছিল যে হে গুৰুদেব ঈশ্বৰ মোৰ পতী ৰজাক বুজাওক যাতে তেখেতে মানে। আপোনাৰ চৰণত শৰণ লওক আৰু মোৰ জীৱন সফল হওক। ৰজা চন্দ্ৰ বিজয়ক কবীৰ পৰমেশ্বৰে প্ৰাৰ্থনা কৰিলে যে চন্দ্ৰবিজয় আপুনিও নাম দীক্ষা লওক এই দুই দিনৰ ৰাজপাট আৰু ঠাট বাট। পিছত আকৌ প্ৰাণী চৌৰাশী লাখ যোনীত গুচি যাব। চন্দ্ৰ বিজয়ে কলে ভগৱান মই নাম দীক্ষা নলও আৰু আপোনাৰ শিষ্যাকো মানা নকৰো, লাগিলে গোটেই ৰাজ ভড়াল উদং কৰি দিয়ক, যি প্ৰকাৰৰ সৎসঙ্গ কৰে কৰাওক, মই আপত্তি নকৰো। কবীৰদেৱে (কৰুণাময়) কলে আপুনী কিয় নাম দীক্ষা নলয়? ৰজা চন্দ্ৰ বিজয় কলে মইতো ডাঙৰ ডাঙৰ ৰজাৰ পাৰ্টিত যাব লগা হয়। কৰুণাময় (কবীৰদেৱ) কলে পাৰ্টিলৈ যোৱাত নামে কি বাধা? সভাত যোৱা, তাত কাজু খোৱা, গাখীৰ পান কৰা, চৰবত চুহি লোৱা, মদ্যপান নকৰিব। মদ্যপান কৰা মহাপাপ। কিন্তু ৰজা নেমানিলে।**

**ৰাণীৰ আকৌ প্ৰাৰ্থনা শুনাত কৰুণাময় (কবীৰ) ঈশ্বৰে ৰজাক আকৌ বুজালে যে নাম বিনা জীৱৰ জীৱন এনেয়ে ব্যৰ্থ হৈ যায়। আপুনী নাম দীক্ষা লওক। ৰজাই আকৌ কলে গুৰুদেৱ মোক নাম লবলৈ নকব। আপোনাৰ শিষ্যাক মই বাধা নকৰো। লাগিলে যিমানেই দান কৰক, কিমান সৎসঙ্গ কৰে কৰক। পৰমেশ্বৰে কলে বেটী এই দুই দিনিয়া সুখ দেখি ইয়াৰ বুদ্ধি ভ্ৰষ্ট হৈ গৈছে। তই প্ৰভূৰ চৰণত লাগি থকা। নিজৰ আত্ম কল্যাণ কৰা। ইয়াত কোনেও কাৰো পতি নহয়, কোনেও কাৰো পত্নী নহয়। পূৰ্ব জন্মৰ সংস্কাৰৰ কাৰণে দুই দিনৰ সম্বন্ধ। নিজৰ পূণ্য অৰ্জন কৰা বেটী। এতিয়া ইন্দ্ৰমতী ৮০ বছৰীয়া বৃদ্ধা হৈ গল, কত ৪০ বছৰ বয়সতে মৰিব লগা আছিল। যেতিয়া তাইৰ শৰীৰ থৰক-**

বৰক কৰিবলৈ ধৰিলে তেতিয়া কৰুণাময় ঈশ্বৰে কলে ইন্দ্ৰমতী এতিয়া কি বিচৰা ?সৎলোকলৈ যাবানে ? ইন্দ্ৰমতীয়ে কলে যে প্ৰভূ মই প্ৰস্তুত আছো। একদম যাবলৈ ইচ্ছুক হে ভগৱান। কৰুণাময় ঈশ্বৰে কলে তোমাৰ নাতি-নাতিনীয়েকৰ মোহ-মায়া নাইতো ? ৰাণীয়ে কলে একদম নাই পৰমেশ্বৰ। আপুনী এনেকো নিৰ্মল জ্ঞান দিছে যে এই জ্বালাময় মৃত্যু সংসাৰত কি ইচ্ছা কৰো। কবীৰদেৱ (কৰুণাময়) পৰমেশ্বৰে কলে যে পুত্ৰী বলা (তথাস্থ)। ৰাণীয়ে প্ৰাণ ত্যাগিলে। পৰমেশ্বৰ কবীৰ (কৰুণাময়) মুক্তিদাতা ৰাণী ইন্দ্ৰমতীৰ আত্মাক ওপৰ লৈ গল। এই ব্ৰহ্মাণ্ডৰ ভিতৰত এক মান সৰোবৰ আছে। সেই মান সৰোবৰত যাই এই আত্মাৰ স্নান কৰিব লাগে। এই প্ৰাণীক কবীৰ পৰমেশ্বৰে পূৰ্ণ গুৰুৰ স্বৰূপত প্ৰকট হৈ কিছু সময় ধৰি মান সৰোবৰত ৰাখে। মুক্তিদাতা কবীৰ পৰমেশ্বৰে আকৌ ইন্দ্ৰমতীক পুছিলে এই সংসাৰত যদি কিবা ইচ্ছা আছে তেন্তে পুনঃৰাই জন্ম লব লাগিব। যদি মনত কিবা ইচ্ছা ৰৈ গল তেন্তে সৎলোক যাব নোৱাৰি। ইন্দ্ৰমতীয়ে কলে হে ভগৱান আপুনীতো অন্তৰ্যামী, কোনো ইচ্ছা নাই। আপোনাৰ চৰণৰ শৰণ ইচ্ছা। কিন্তু মনত মোৰ এটা শংকা লাগি আছে যে, যিজন মোৰ পতি আছিল, তেওঁ মোক কেতিয়াও ধাৰ্মিক কৰ্মৰ বাবে বাধা দিয়া নাছিল। নহলেতো আজি কালিৰ পতি নিজৰ পত্নিক বাধা দিয়ে। যদি তেওঁ মোক বাধা কৰিলেহেঁতেন তেন্তে মই আপোনাৰ চৰণৰ লগ নাপালোহেঁতেন। মোৰ কল্যাণ নহলহেঁতেন। তাৰ এই শুভ কৰ্মত যোগদানৰ বাবে যদি কিবা লাভ মিলে তো তাক কেতিয়াবা দয়া কৰিব হে মোৰ ঈশ্বৰ। পৰমেশ্বৰ কবীৰে দেখিলে যে এই নিৰ্বোধ এতিয়াও তাৰ মোহত আবদ্ধ। পৰমেশ্বৰে কলে ঠিক আছে পুত্ৰী এতিয়া তই দুই চাৰি বছৰ ইয়াতে ৰৈ যা।

দুই বছৰ পিছত ৰজাইয়ো মৰিবলৈ ললে। কিয়নো নাম উপদেশ লৈ ৰখা নাই। যমদুত আহিলে। ৰজাই চমক খাই মূৰ ঘুৰণি খাই পৰি গ'ল। যমদুতে তাৰ কান্ধত উঠি হেচিলে। ৰজাই পাইখানা আৰু পেচাব কৰি পেলালে। কৰুণাময় (কবীৰ পৰমেশ্বৰ) ঈশ্বৰে ৰাণীক কলে দেখা তোমাৰ ৰজাৰ কি দশা হৈ আছে? তাত মান সৰোবৰৰ পৰাই কবীৰ পৰমেশ্বৰে দেখুৱালে। এই সব কৌতুক দেখি ৰাণীয়ে কলে হে প্ৰভূ যদি তাৰ ভক্তিৰ সহযোগৰ ফল থাকিব পাৰে তেন্তে অলপ দয়া কৰক দয়ালু। ৰাণীৰ তেতিয়াও অলপ মোহ মমতা আছিল। কবীৰদেৱে (কৰুণাময়) চিন্তিলে যে এই আকৌ কালৰ জালত বন্দী হব। ইয়াকে ভাবি মান সৰোবৰৰ পৰা তালৈ গল য'ত চন্দ্ৰ বিজয় মহলৰ ভিতৰত অচেতন হৈ পৰি আছিল। যমদুতে তাৰ প্ৰাণ বাহিৰ কৰিব ধৰিছিল। কবীৰদেৱ অহাৰ লগে লগে যমদুত বিলাক এনেভাবে আকাশত উৰি গল যেনেকৈ মৰা শৱৰ পৰা শগুণ উৰি যায়। চন্দ্ৰ বিজয় চেতন পালে। সমুখত পৰমেশ্বৰ কৰুণাময় থিয় হৈ আছে। মাথোন ৰজা চন্দ্ৰ বিজয়ে দেখা পাইছিল আৰু অইন কোনেও দেখা পোৱা নাছিল। চন্দ্ৰ বিজয়ে ভৰিত পৰি কবলৈ ধৰিলে প্ৰভূ মোক ক্ষমা কৰক, মোৰ জীৱন ৰক্ষা কৰক। কিয়নো এতিয়া তেওঁ দেখিলে যে তাৰ প্ৰাণ গুচি যায়। (যেতিয়া জীৱৰ চকু খুলে তেতিয়া গম পায় যে কথা তো বিষম) মোক ক্ষমা কৰি দিয়ক প্ৰভূ, মোৰ প্ৰাণ ৰক্ষা কৰি দিয়ক মালীক। কবীৰদেৱে কলে ৰজা আজিও তোমাৰ সেই কথা, সেই দিনাও সেই কথা আছিল, নাম দীক্ষা লব লাগিব। ৰজাই কলে মই নাম দীক্ষা লম, এতিয়াই লম। কবীৰদেৱে

**নাম উপদেশ দিলে তথা কলে যে এতিয়া মই তোমাক দুই বছৰ আয়ু দিম, যদি ইয়াতে তোমাৰ এটা উশাহ খালী পৰি যায় তেন্তে আকৌ কৰ্মদণ্ড বৈ যাব।**

কবীৰ, জীৱন তো থোড়া ভলা, যো সত সুমিৰণ হো। লাখ বৰ্ষ কা জীৱনা, লেখে ধৰে না কো।।

**শুভ কৰ্মত সহযোগ দিয়া আৰু পিছৰ কৰ্ম আৰু শ্ৰদ্ধাৰে দুই বছৰ নাম স্মৰণ তথা তিনিও নাম প্ৰদান কৰি কবিৰদেবে চন্দ্ৰ বিজয়কো পাৰ কৰি দিলে। জোৰে কওঁক কীবৰদেব কী জয়, জয় "বন্দী ছোড় কী জয়" (মুক্তিদাতা)।**

**পৰমেশ্বৰ কবীৰদেব সচ্চা শ্ৰদ্ধালুৰ আয়ুও বঢ়াই দিয়ে তথা তাৰ পৰিয়ালকো ৰক্ষা কৰে ওপৰৰ বিবৰণৰ পৰা সিদ্ধ হল। এই প্ৰমাণ বহুত পুৰণি। বৰ্তমানৰ সাধাৰণ ব্যক্তিয়ে বিশ্বাস নকৰে। বৰ্তমান পূজ্য কবীৰদেৱ পৰমেশ্বৰৰ শক্তিৰে সত্‌গুৰু ৰামপাল দাস গুৰুমহাৰাজৰ দ্বাৰা কষ্ট নিবাৰণ তথা আয়ু বৃদ্ধিৰ অনেক প্ৰমাণ পঢ়ক এই পুস্তকত "ভটকো কো মাৰ্গ বিষয়" নামৰ লিখনী।**

# "পবিত্ৰ পুৰাণৰ ৰহস্য"

**পুৰাণক বুজিবৰ কাৰনে অনুগ্ৰহ কৰি মনত ৰাখিব যে শ্ৰী ব্ৰহ্মা পুৰান, শ্ৰী বিষ্ণু পুৰান তথা শ্ৰী শিব পুৰান ব্ৰহ্মৰ লীলাৰ পৰাই আৰম্ভ হৈছে, যাক প্ৰথম অব্যাক্ত গীতা অধ্যায় ৭, শ্লোক ২৫ কৈছে। যিটো গীতা অধ্যায় ১১, শ্লোক ৩২ কৈছে যে "মই কাল"। ইয়াক ক্ষৰ পুৰুষ তথা জ্যোতি নিৰঞ্জনও কোৱা হয়, এওঁকেই সদাশিৱ, কালৰূপী ব্ৰহ্ম বুলিও কোৱা হয়। এওঁ ব্ৰহ্মাণ্ডত এটা ব্ৰহ্মলোকৰ ৰচনা কৰি তাৰে উপৰি ভাগত অৱস্থান কৰি থাকে।**

**এওঁকেই মহাবিষ্ণু, মহা ব্ৰহ্মা তথা মহাশিব বুলি কোৱা হয় তথা সেই ক্ষেত্ৰক কাশী বুলি কোৱা হয়। তাৰ ভিতৰতে ৰজগুন প্ৰধান, সত্‌গুন প্ৰধান, তমগুন প্ৰধান তিন স্থান বনাই নিজ পত্নী দুৰ্গা (মহালক্ষী) ক লগত ৰাখি তিনি পুত্ৰ ৰজগুন শ্ৰীব্ৰহ্মাদেব, সত্‌গুন শ্ৰীবিষ্ণুদেব, তমগুন শ্ৰীশিবৰ উৎপত্তি কৰি অচেতন কৰি দিয়ে। অচেতন অৱস্থাতে ইবিলাকৰ চোৰাচিতা কৰি থাকে। যুবক হোৱাত শ্ৰীব্ৰহ্মা দেৱক পদুম ফুলৰ ওপৰত, শ্ৰীবিষ্ণু দেৱক শেষনাগৰ শয্যাৰ ওপৰত তথা শ্ৰীশিবক কৈলাশ পৰ্ব্বতৰ ওপৰত চেতন কৰি দিয়ে। এই তিনিও প্ৰভুৰ স্বয়ং জ্ঞান নাই যে আমাৰ উৎপত্তি কৰ্তা কোন? এই কালৰূপী ব্ৰহ্মাই বিষ্ণু ৰূপ ধাৰন কৰি নিজৰ নাভিৰ পৰা পদুম ফুল উৎপন্ন কৰি তাৰ ওপৰত শ্ৰীব্ৰহ্মা দেৱক ৰাখি চেতন কৰাই দিয়ে। এওঁ যেতিয়াই ইচ্ছা কৰে, তেতিয়াই শ্ৰীব্ৰহ্মা, শ্ৰীবিষ্ণুও, শ্ৰীশিব ৰূপ ধাৰন কৰি দৃষ্টি গোচৰ হয়। এই কাল নিজৰ বাস্তৱিক ৰূপত কেতিয়াও প্ৰকট নহয়, যি কাল শ্ৰীমদভগবত্ গীতাৰ জ্ঞান দিয়াৰ সময়ত বিৰাট ৰূপ দেখুৱাই দিছিল। গীতা অধ্যায় ১০ , তথা ১১ ৰ ভিতৰত প্ৰমান আছে। শ্ৰীমদ্‌ভগৱত্ গীতা অধ্যায় ১১, শ্লোক ৪৭-৪৮ কৈছে যে হে অৰ্জুন! এইটো মোৰ বাস্তৱিক কাল ৰূপ তোমাৰ বাহিৰে না তো পূৰ্বে কোনোবাই দেখিছিল, তথা না কোনোবাই আগলৈ দেখা পাব। এইটো তো মই তোমাৰ ওপৰত দয়া কৰি দেখুৱালোঁ। মই ব্ৰহ্মৰ হেজাৰ হাত আৰু চকু আদিৰে কাল ৰূপক বেদত বৰ্নিত বিধিৰে যেনে যজ্ঞ, ওম নামৰ জপ আদিৰে কেতিয়াও দেখা পোৱা নেযায়। ভাবাৰ্থ এইটো যে বেদত বৰ্নিত বিধিৰে প্ৰভু**

**প্ৰাপ্তি নহয়। এইবাবে ঋষি, মহৰ্ষি বিলাকে বেদত "ওম" নামক প্ৰভু প্ৰাপ্তি জানি প্ৰভুক পোৱাৰ বাবে যজ্ঞ তথা ওম নামৰ জপেৰে মোৰ সাধনা কৰিছিল, কিন্তু "ব্ৰহ্মৰ" দৰ্শন নহল। কোনোবাই পদুম ফুলৰ জ্যোতি দেখিলে। কোনোবাই শৰীৰৰ ভিতৰত জ্যোতি দেখিলে তথা ধুনো শুনিলে, যি কাল (ব্ৰহ্ম)ৰ ছলনা। কোনোবাই কোনোবাই হেজাৰ পদ্মৰ এক হেজাৰ জ্যোতিৰ পৰা ওলোৱা পোহৰ দেখি প্ৰভু প্ৰাপ্তি মানি ললে। যেনেকৈ কোনো এক স্থানত একে ৰঙৰ হেজাৰ বালব এটা আনটোৰ লগত গোলাকাৰ কৈ সজাই জ্বলাই ৰাখিছে। দুৰৰ পৰা দেখোতা সকলক এক পোহৰৰ সমষ্টি দেখাই দিয়ে। অতি ওচৰত গৈ দৈখিলে গম পোৱা যায় যে এইবোৰ তো বালবৰ পোহৰ হে।**

**এইদৰে কিছু সাধকে হঠযোগ কৰি শৰীৰৰ ভিতৰত অৰ্ন্তমুখ হৈ, কিছুমান আতস বাজি (দীপাৱলী ৰ নিচিনা) ক দেখি প্ৰভুপ্ৰাপ্তি বুলি মানি লয়। সেই কালৰ জালক আনন্দ মানি নিজৰ অমূল্য জীৱন নষ্ট কৰি দিয়ে। বেদত স্পষ্ট লিখা আছে যে পৰমেশ্বৰৰ স্বশৰীৰ আছে। যজুৰ্বেদ অধ্যায় ১, মন্ত্ৰ ১৫ তথা অধ্যায় ৫, মন্ত্ৰ ১ ৰ ভিতৰত প্ৰমান আছে।**

অগ্নে তনূৰ্ অসি। বিষ্ণৱে ত্বা সোমস্ব তনূৰ্ অসি।

**যাৰ শব্দাৰ্থ হল পৰমেশ্বৰ স্বশৰীৰ বিদ্যমান। সিজন সকলোৰে পালন কৰ্তা অমৰ পুৰুষ (সৎপুৰুষ) ৰ শৰীৰ অৰ্থাৎ পৰমেশ্বৰ আকাৰত আছে। এই কাৰনে সাধু-ঋষিবোৰে ঘোৰ তপস্যা কৰিছিল দৰ্শন পাবৰ বাবে। কিন্তু বেদত বৰ্নিত বিধিৰে প্ৰভু প্ৰাপ্তি হব নোৱাৰি। এই কাৰনে আজিলৈ সকলো সাধকে, ঋষি, মুনি আদিয়ে নিজৰ অনুভবৰ জৰিয়তে কিতাপ লিখি পেলাইছিল যি সকল বেদ জ্ঞান বিৰুদ্ধ। এতিয়া সকলো ভকত সমাজে পবিত্ৰ বেদৰ স্থানত অন্য সাধু, মহৰ্ষিৰ অনুভবেৰে লিখিত পুথিৰ জ্ঞানৰ আধাৰত অভ্যস্ত হৈ গৈছে।**

**পবিত্ৰ বেদ তথা শ্ৰীমদ্‌ভগৱত গীতাৰ জ্ঞান দাতা ব্ৰহ্মাই কৈ আছে তিনিগুন (ৰজ গুন- ব্ৰহ্মা, সৎগুন- বিষ্ণু, তমগুন-শিব) ক ইষ্ট ৰূপত পূজা কৰা যোগ্য নহয়, কিয়নো এইবোৰ নাশবান তথা যেনে কৰ্ম তেনে ফল দিয়ে। পাপক নাশ (ক্ষমা) কৰিব নোৱাৰে। ইবিলাকৰ পূজাৰী ভকতৰ প্ৰাৰব্দত লিখিত দুঃখ কষ্টক ভূগীব লগীয়া হয়। এই তিনিও প্ৰভূক সাধনা কৰি অকনমান সাংসাৰিক লাভ তো হয়, কিন্তু পূৰ্ণমুক্তি (মোক্ষ) প্ৰাপ্ত নহয়, তথা এই তিনি প্ৰভু (শ্ৰীব্ৰহ্মা, শ্ৰীবিষ্ণু, শ্ৰীশিব)ৰ পৰা পোৱা ক্ষনিক লাভৰ ওপৰত যাৰ আস্থা চলি থাকে সেইবোৰ ৰাক্ষস স্বভাৱ ধাৰনকাৰী, মনুষ্যতকৈ নীচ, দুস্কৰ্মকাৰী মুৰ্খ, মোক (কাল/ব্ৰহ্ম) ও নভজে (প্ৰমান শ্ৰীমদ ভগবত গীতা অধ্যায় ৭, শ্লোক ১২ ৰ পৰা ১৫ লৈ)। কিয়নো ব্ৰহ্মৰ সাধক অধিক সময় লৈ ব্ৰহ্মলোকত নিৰ্মিত মহাস্বৰ্গত নিজৰ নাম আৰু পূন্যৰ বলৰ আধাৰত হে থাকিব পাৰে। এই বাবে কাল কৈ আছে যে মই (কাল /ব্ৰহ্ম) তিনিও প্ৰভুতকৈ কিছু বেছি সাহায্য দিব পাৰো। কিন্তু এই ব্ৰহ্মলোক তথা কাল (ব্ৰহ্ম) ও নাশবান। গীতা অধ্যায় ৮, শ্লোক ১৬ কৈছে যে ব্ৰহ্ম লোকলৈ সৰ্বলোক নাশবান তথা গীতা অধ্যায় ২, শ্লোক ১২ তথা অধ্যায় ৪, শ্লোক ৫ স্বয়ং গীতা জ্ঞানদাতা ব্ৰহ্ম কৈছে যে মোৰো জন্ম-মৃত্যু হয় অৰ্থাৎ মই নাশবান হওঁ। এইবাবে পবিত্ৰ গীতা অধ্যায় ৭, শ্লোক ১৮ কৈছে যে মোৰ (কাল/ব্ৰহ্ম) যি চাৰি প্ৰকাৰৰ সাধক**

আছে তাৰ ভিতৰত যি জ্ঞানী তেওঁ বেদৰ জ্ঞানৰ আধাৰৰ ওপৰত জানি লয় যে কেৱল এজন পূৰ্ণ পৰমাত্মাই ইষ্ট ৰূপত পূজ্য, তেওঁৱেই পাপ নাশক, পূৰ্ণ মোক্ষ দায়ক তথা এই মানব শৰীৰ প্ৰভু প্ৰাপ্তিৰ বাবেহে মিলিছে। সিবোৰে বেদৰ পৰা স্বয়ং নিস্কৰ্ষ কৰি বাহিৰ কৰি নিছে যে 'ওম' (ওঁ) এইটোৱে এক মন্ত্ৰ যি প্ৰভু প্ৰাপ্তিৰ কাৰণে। এই ওম (ওঁ) জপেৰে হেজাৰ বছৰ সাধনা কৰি নিজৰ জীৱনকো বিসৰ্জন কৰি দিছে। কিন্তু প্ৰভু দৰ্শন নহল, আন উপলব্ধি হল। কিছু সিদ্ধি প্ৰাপ্তি হল তথা স্বৰ্গ-মহাস্বৰ্গৰ উচ্চপদ প্ৰাপ্ত হৈ গল। পিছত ভজনৰ ফল তথা অৰ্জিত পুণ্য সমাপ্ত হোৱাত পুনৰ জনম-মৃত্যু তথা চৌৰাশী লাখ যোনীৰ শৰীৰত ঘোৰ দুঃখ কষ্ট তথা নৰকত পাপ কৰ্মৰ ফল ভুগিব লগা হল।

পবিত্ৰ যজুৰ্বেদ অধ্যায় ৪০, মন্ত্ৰ ১০ তথা পবিত্ৰ গীতা অধ্যায় ৪, মন্ত্ৰ ৩৪ ওপৰোক্ত দুয়ো শাস্ত্ৰৰ জ্ঞান দাতা ব্ৰহ্ম কৈ আছে যে সেইজন পৰমাত্মাৰ বিষয়ে মই (কালৰূপী ব্ৰহ্ম) নাজানো। সেইজন পৰমেশ্বৰৰ বিষয়ে পূৰ্ণ জানকাৰী অৰ্থাৎ তত্বজ্ঞান তথা সিজন পৰমেশ্বৰক পোৱাৰ বিধি অৰ্থাৎ পূৰ্ণ মোক্ষ মাৰ্গৰ জানকাৰীৰ বাবে তত্বদৰ্শী সন্তৰ খোজ কৰা। পিছত তেওঁ যেনেকৈ পূজা-সাধনা কৰা উপদেশ কৰিব তেনেকৈ কৰা। তাৰ পিছত সেইজন পৰমপদ পৰমেশ্বৰৰ খোজ কৰিব লাগে যত যোৱাৰ পিছত সাধক আকৌ এই সংসাৰলৈ উভতি নাহে অৰ্থাৎ পূৰ্ণ মোক্ষ প্ৰাপ্ত কৰি চিৰদিনৰ বাবে জন্ম-মৃত্যু তথা চৌৰাশী লাখ যোনীৰ কষ্ট তথা নৰক যাতনা কষ্টৰ পৰা মুক্ত হৈ যায় তথা পূৰ্ণশান্তি প্ৰাপ্ত কৰি (শাশ্বতম্ স্থানম) অবিনাশী লোক অৰ্থাৎ সত্‌লোক প্ৰাপ্ত হৈ যায় (প্ৰমান গীতা অধ্যায় ১৫, শ্লোক ১-৪ তথা গীতা অধ্যায় ১৮, শ্লোক ৬২ তথা ঋগবেদ মণ্ডল ১, শুক্ত ২৪ মন্ত্ৰ ১-২)।

তত্বদৰ্শী সন্তক নোপোৱাৰ কাৰনে সৰ্ব ঋষিজন বেদ অনুসৰি সাধনা কৰিও মহাকষ্টতে ৰৈ যায়। এই কাৰনে গীতা অধ্যায় ৭, শ্লোক ১৮ কৈছে যে যিজন জ্ঞানী আত্মা তেওঁ হয় উদাৰ; কিয়নো প্ৰভু প্ৰাপ্তিৰ কাৰনে দেহ-মন-ধনেৰে বেদ অনুসৰি সাধনা কৰে, কিন্তু সিবোৰেও মোক (কাল) ব্ৰহ্মৰ (অনুত্তমাম্) অতি বেয়া গতি অৰ্থাৎ সাধনাৰ দ্বাৰা পোৱা লাভৰেই আশ্ৰিত হয়, যাৰ দ্বাৰা ইবিলাকৰ পূৰ্ণ মোক্ষ প্ৰাপ্তি নহয়। জন্ম-মৃত্যু তথা নানা প্ৰানীৰ শৰীৰত তথা নৰকত কৰ্মাধাৰৰ পৰাও কেতিয়াও কষ্টৰ সমাপ্তি নহয়।

জ্যোতি নিৰঞ্জন (কালৰূপী ব্ৰহ্ম) প্ৰতিজ্ঞা কৰিছে যে মই কেতিয়াও কাকো যি কোনো সাধনাৰ দ্বাৰা নিজৰ বাস্তৱিক কাল ৰূপত দৰ্শন নিদিম। এই কাৰনে এই কালৰূপী ব্ৰহ্মাই নিজ পুত্ৰ (ব্ৰহ্মা, বিষ্ণু, শিব)ৰ ৰূপত দেখা দি নানা চৰিত্ৰ পালন কৰে। যি কাৰনে অন্যজন ভাবে যে এই লীলা ভগৱান বিষ্ণুদেৱেই কৰিছে, কেতিয়াবা কয় যে এই লীলা শ্ৰীব্ৰহ্মাদেৱেই কৰিছে, কেতিয়াবা কয় যে এই লীলা শ্ৰীশিবেই কৰিছে। যেনে সাধাৰণ ব্যক্তি কয় যে শ্ৰীব্ৰহ্মাদেবৰ জন্ম শ্ৰীবিষ্ণুদেবৰ নাভি কমলৰ ওপৰত হৈছে। সেই সময় শ্ৰীবিষ্ণুদেবৰ ৰূপত কালে নিজৰ নাভিৰ পৰা কমল প্ৰকট কৰাইছিল।

ব্ৰহ্মা পুৰাণ (সৃষ্টিৰ বৰ্ণন নামক অধ্যায়) ত শ্ৰী লোমহৰ্ষন ঋষিয়ে (যাক সুত মুনিও কোৱা হয়) নিজ গুৰুদেব শ্ৰীব্যাসদেৱ ঋষিৰ পৰা শুনা জ্ঞান কৈছে। শ্ৰী ব্যাসদেৱে শ্ৰীনাৰদ মুনিৰ পৰা শুনিছিল তথা শ্ৰীনাৰদ মুনি নিজ পিতা শ্ৰী ব্ৰহ্মাদেৱৰ পৰা জানকাৰী প্ৰাপ্ত কৰিছিল। শ্ৰী ব্ৰহ্মা দেৱৰো স্বয়ং জ্ঞান নাই মই কৰ পৰা উৎপন্ন হৈছো (শ্ৰীদেবী

মহাপুৰাণ তৃতীয় স্কন্দ)। ইয়াৰ ভাবাৰ্থ এইটো নহয় যে পুৰানৰ বৰ্ণিত জ্ঞান ভুল। যি জ্ঞান ব্ৰহ্মাই চেতন পোৱাৰ পিছত কৈছে সেইখিনি সেই স্তৰলৈকে শুদ্ধ। কিন্তু চেতন হোৱাৰ পূৰ্বৰ জ্ঞান দন্তকথা (লোক বেদ)। যি পূৰ্ণ পৰমেশ্বৰ সত্য যুগত সৎ সুকৃত নামেৰে প্ৰকট হৈ তত্বদৰ্শী সন্তৰ ৰূপত তত্ব জ্ঞান তথা বাস্তৱিক সৃষ্টি ৰচনাৰ জ্ঞান শ্ৰীব্ৰহ্মা দেৱ তথা শ্ৰীমনুদেব আদিক দিছিল। এওঁলোকে শুনিও নুশুনা কৰি দিছিল। তাৰ পিছত যেতিয়া শ্ৰীব্ৰহ্মাদেবৰ পৰা ইবিলাকৰ বংশধৰ সকলে পুছিবলৈ ধৰিলে তো শুনি শুনা জ্ঞানৰ আধাৰত কিছু মিহলি কৰি পূৰ্বৰ জ্ঞান কৈছে যি কাৰনে কোনো কোনো পুৰান নিৰ্ণায়ক জ্ঞানযুক্ত নহয়। কোনো পুৰানৰ আধাৰত সিদ্ধ হয় যে শ্ৰীবিষ্ণুদেবৰ উৎপত্তি শ্ৰীব্ৰহ্মাদেবৰ পৰা হৈছে, কোনো পুৰানৰ পৰা সিদ্ধ হয় যে শ্ৰীব্ৰহ্মাদেবৰ উৎপত্তি শ্ৰীবিষ্ণুদেবৰ পৰা হৈছে আদি-আদি। এই কাৰনে সৰ্ব ঋষিজন তথা শ্ৰীব্ৰহ্মা, শ্ৰীবিষ্ণু তথা শ্ৰীশিবো সংশয়ত আছে।

## "শ্ৰীব্ৰহ্মাদেৱ তথা শ্ৰীবিষ্ণুদেৱৰ মাজত যুদ্ধ"

শ্ৰীশিব পুৰান (বিদ্যেশ্বৰ সংহিতা অধ্যায় ৬ অনুবাদক দীনদয়াল শৰ্মা, প্ৰকাশক ৰামায়ণ প্ৰেস মুম্বই, পৃষ্ঠা ৬৭ তথা পণ্ডিত ৰামলগ্ন পাণ্ডে "বিশাৰদ" প্ৰকাশক সাবিত্ৰ ঠাকুৰ, প্ৰকাশন ৰথযাত্ৰা বাৰানসী, ব্ৰাঞ্চ-নাটী ইমলী বাৰানসীৰ বিদ্যেশ্বৰ সংহিতা অধ্যায় ৬, পৃষ্ঠা ৫৪ তথা টীকাকাৰ ডাঃ ব্ৰহ্মানন্দ ত্ৰিপাঠী সাহিত্য আয়ুৰ্বেদ জ্যোতিষাচাৰ্য্য এম,এ, পি.এচ.ডি.এচ.সী.এ.। প্ৰকাশক চৌখম্বা সংস্কৃত প্ৰতিষ্ঠান, ৩৮ য়ু.এ. জৱাহৰ নগৰ, বাংলো ৰোড, দিল্লী, সংস্কৃতৰ সৈতে শিব পুৰান বিদ্যেশ্বৰ সংহিতা অধ্যায় ৬, পৃষ্ঠা ৪৫)

শ্ৰীব্ৰহ্মাদেব, শ্ৰীবিষ্ণুদেৱৰ ওচৰত আহিল। সেই সময় শ্ৰীবিষ্ণুদেব লক্ষীৰে সৈতে শেষ নাগৰ শয্যাৰ ওপৰত টোপনীত আছিল, লগত অনুচৰ বিলাকো বহি আছিল। শ্ৰীব্ৰহ্মাদেবে শ্ৰীবিষ্ণু দেবক চাই কলে পুত্ৰ, উঠা দেখা তোমাৰ বাপেক আহিছোঁ। মই তোমাৰ ভগৱান। ইয়াক শুনি বিষ্ণুই কলে আহা, বহা ময়েই তোমাৰ পিতা হওঁ। তোমাৰ মুখ খন কিয় ভাঁজ হৈছে? ব্ৰহ্মাদেবে কলে-- হে পুতেক! এতিয়া তোমাৰ বৰ অভিমান হৈ গৈছে, মই তোমাৰ সংৰক্ষক নহওঁ! কিন্তু মই সকল জগতৰ পিতা। বিষ্ণুদেৱে কলে, ওই দগাবাজ, চোৰ! তই নিজৰ দাদা গিৰি কিয় দেখুৱাইছ? সকল জগত তো মোৰ ভিতৰতে নিবাস কৰে। তই মোৰ নাভি কমলৰ পৰা উৎপন্ন হৈছ আৰু মোকেই এনেদৰে কৈ আছা। ইয়াকে কৈ দুই প্ৰভুয়ে অস্ত্ৰৰ সৈতে লড়াই কৰিবলৈ ধৰিলে। এজনে আনজনৰ বক্ষ স্থলৰ ওপৰত আঘাত কৰিবলৈ ধৰিলে। ইয়াকে দেখি সদাশিব (কাল ৰূপী ব্ৰহ্ম) এক তেজোময় লিঙ্গ সিহঁত দুজনৰ মাজত থিয় কৰাই দিলে, তেতিয়া সিহঁতৰ যুদ্ধ বন্ধ হল। (এই ওপৰোক্ত বিৱৰণ গীতা প্ৰেস গোৰক্ষপুৰৰ শিব পুৰাণৰ পৰা বাহিৰ কৰি ৰখা। কিন্তু মূল সংস্কৃতৰ সৈতে যি ওপৰত লিখিত তথা আন দুই সম্পাদকৰ তথা প্ৰকাশকৰ শিব পুৰানত শুদ্ধ আছে।)

বিচাৰ কৰক ঃ- শ্ৰীশিব পুৰান, শ্ৰী বিষ্ণু পুৰান তথা শ্ৰী ব্ৰহ্মা পুৰান তথা শ্ৰী দেবী মহাপুৰাণত তিনিও প্ৰভু তথা সদাশিব (কালৰূপী ব্ৰহ্ম) তথা দেবীৰ (শিবা-প্ৰকৃতী) জীবন

লীলা আছে। ইবিলাকৰ আধাৰৰ ওপৰত সৰ্ব ঋষি জন আৰু গুৰু জন জ্ঞান শুনাইছিল। যদি কোনোবাই পবিত্ৰ পুৰাণৰ পৰা ভিন্ন জ্ঞান কয় সেইটো পাঠ্যক্ৰমৰ বিৰুদ্ধ জ্ঞান হোৱা কাৰনে সমুলি ব্যৰ্থ।

ওপৰোক্ত যুদ্ধৰ বিৱৰণ পবিত্ৰ শিৱ পুৰাণত আছে, যত দুই প্ৰভুই পাঁচ বছৰীয়া শিশুৰ দৰে কাজিয়া কৰি আছে। এজনে আনজনক কয় তই মোৰ পুতেক, আনজনে কয় তইহে মোৰ পুতেক, মই তোৰ বাপেক। পিছত এজনে আনজনৰ চোলাৰ কলাৰত ধৰি ঘুচি আৰু গোৰ মাৰি কাজিয়া কৰে। এই চৰিত্ৰ ত্ৰিলোকী নাথৰ।

ওপৰোক্ত তিনিও পুৰান (শ্ৰীব্ৰহ্মা পুৰাণ, শ্ৰী বিষ্ণু পুৰাণ তথা শ্ৰী শিৱ পুৰাণ)ৰ আৰম্ভনী তো কালৰূপী ব্ৰহ্ম অৰ্থাৎ জ্যোতি নিৰঞ্জনৰ পৰাই হৈছে যি ব্ৰহ্মলোকত মহাব্ৰহ্মা, মহাবিষ্ণু, তথা মহাশিৱ ৰূপ ধাৰন কৰি থাকে তথা নিজৰ লীলাও ওপৰোক্ত ৰূপত কৰে। নিজৰ বাস্তৱিক কাল ৰূপক লুকাই ৰাখে তথা পিছৰ বিৱৰণ ৰজগুন ব্ৰহ্মাদেৱ, সত্‌গুন বিষ্ণুদেৱ তথা তমগুন শিৱৰ লীলা আছে। ওপৰোক্ত জ্ঞানৰ আধাৰৰ পৰাই পবিত্ৰ পুৰাণক বুজা অতি সহজ হৈ যাব।

## "শ্ৰীবিষ্ণু পুৰাণ"

(অনুবাদক শ্ৰীমুনিলাল গুপ্ত, প্ৰকাশক- গোবিন্দ ভৱন কাৰ্য্যালয়, গীতাপ্ৰেস গোৰক্ষপুৰ)

শ্ৰীবিষ্ণু পুৰাণৰ জ্ঞান শ্ৰী পৰাসৰ মুনিয়ে নিজৰ শিষ্য শ্ৰীমৈত্ৰেয় ঋষিক কৈছিল।

শ্ৰী পৰাসৰ মুনিৰ বিবাহ হোৱাত গৃহ ত্যাগ কৰি বনত গৈ সাধনা কৰিবলৈ দৃঢ় সংকল্প কৰিলে। তাৰ ধৰ্ম পত্নীয়ে কলে এতিয়াহে বিয়াখন হল, আৰু এতিয়াই আপুনী ঘৰ ত্যাগ কৰি যাব বিচাৰিছে। সন্তান উৎপত্তি কৰি পিছত সাধনা কৰিবলৈ যাব। তেতিয়া শ্ৰীপৰাসৰ মুনিয়ে কলে যে সাধনা কৰাৰ পিছত সন্তান উৎপন্ন কৰিলে উত্তম সংস্কাৰ সম্পন্ন সন্তানৰ উৎপত্তি হব। মই কিছুদিন অতিবাহিত হৈ যোৱাৰ পিছত আপোনাৰ বাবে শক্তি (বীৰ্য্য) কোনো চৰাইৰ দ্বাৰা পঠাই দিম, আপুনী তাক গ্ৰহন কৰিব। এই কথা কৈ ঘৰ ত্যাগ কৰি বানপ্ৰস্থ হৈ গল। এ বছৰ সাধনা কৰাৰ পিছত নিজৰ বীৰ্য্য বাহিৰ কৰি এটা গছৰ পাতত টোপোলা কৰি বান্ধি নিজৰ মন্ত্ৰ শক্তিৰে শুক্ৰানু ৰক্ষা কৰি এটা কাউৰীক কলে যে এই পাতখন মোৰ পত্নীক দি আহা। কাউৰীয়ে সেই পাতখিলা লৈ নদীৰ ওপৰেৰে উৰি গৈ আছিল। তাইৰ ঠোটৰ পৰা পাতখন পানীত পৰি গল। তাক এক মাছে খাই পেলালে। কিছু মাহ পিছত সেই মাছটোক এজন ধীবৰে ধৰি কটাত তাৰপৰা এজনী দীপ্‌লীপ্ ছোৱালী ওলাই পৰিল। ধীবৰে ছোৱালী জনীৰ নাম সত্যৱতী ৰাখিলে। সেইজনী ছোৱালী (মাছৰ পেটৰ পৰা উৎপন্ন হোৱা কাৰনে) মৎস্য কন্যা নামেৰে জনাজাত হৈছিল। ধীবৰে ছোৱালী জনীক নিজৰ জীয়েক হিচাবে পালন কৰিছিল।

কাউৰীয়ে উভতি গৈ পৰাসৰ মুনিক সকলো বৃত্তান্ত কলে। যেতিয়া সাধনা সমাপ্ত কৰি শ্ৰীপৰাসৰ মুনি ১৬ বছৰ পিছত উভতি আহি আছিল, নদী পাৰ হবৰ কাৰনে ধীবৰক মাত দি কলে যে মোক সোনকালে নদীখন পাৰ কৰি দিয়া। মোৰ পত্নীয়ে মোৰ কাৰনে অপেক্ষা কৰি ৰৈ আছে। সেই সময়ত ধীবৰ আহাৰ খাই আছিল তথা শ্ৰীপৰাসৰ মুনিৰ বীজৰ পৰা মাছৰ উদৰত উৎপন্ন হোৱা চৈধ্য বছৰীয়া যুৱতী ছোৱালী জনী নিজৰ

দেউতাৰ আহাৰ লৈ তাত উপস্থিত আছিল। ধীবৰৰ জ্ঞান আছিল যে সাধনা তপষ্যা কৰি আহা মুনি সিদ্ধিযুক্ত হয়। আদেশ সোনকালে পালন নকৰিলে অভিশাপ দিব পাৰে। ধীবৰে কলে মুনিবৰ! মই আহাৰ খাই আছো, আধা খোৱাকৈ এৰিলে অন্নদেৱৰ অপমান হয়, মোক পাপ লাগিব। কিন্তু শ্ৰীপৰাসৰ মুনি একো নুশুনিলে। মুনিক অতি উদবাউল হোৱা দেখি ধীবৰে নিজৰ যুবতী ছোৱালীক মুনিক পাৰ কৰাবলৈ কলে। পিতাৰ আদেশ পাই ধীবৰ কন্যা মুনিক নাৱত লৈ পাৰ কৰিবলৈ গল। নাৱ গৈ নদীৰ মাজ পোৱাত পৰাসৰ মুনিৰ নিজ বীজ শক্তিৰ দ্বাৰা মাছৰ উদৰত উৎপন্ন ছোৱালী অৰ্থাৎ নিজৰ ছোৱালীৰ লগত দুস্কৰ্ম কৰিবলৈ ইচ্ছা ব্যক্ত কৰিলে। ছোৱালী জনীও নিজৰ পালক পিতা ধীবৰৰ পৰা খঙাল মুনিয়ে দিয়া অভিশাপিত হোৱা দুঃখী ব্যক্তিৰ কাহিনী শুনিছিল। অভিশাপৰ ভয়ত কপি কপি ছোৱালী জনীয়ে কলে মুনিবৰ! আপুনী ব্ৰাহ্মণ, মই এজনী শুদ্ৰৰ জীয়েক। মুনি পৰাসৰে কলে কোনো চিন্তা নাই। ছোৱালী জনী নিজৰ ইজ্জত বচাবৰ কাৰনে আকৌ ছল কৰি কলে যে মুনিবৰ! মোৰ শৰীৰৰ পৰা মাছৰ দুৰ্গন্ধ ওলাই আছে। মুনি পৰাসৰে নিজৰ সিদ্ধি শক্তিৰে দুৰ্গন্ধক সমাপ্ত কৰি দিলে। আকৌ ছোৱালী জনী মুনিক কলে নদীৰ দুইয়ো পাৰত মানুহে চাই আছে। মুনি পৰাসৰে গঙ্গা নদীৰ পানী হাতত উঠাই লৈ আকাশলৈ ছটিয়াই দিলে তথা নিজৰ সিদ্ধি শক্তিৰে ধুন্ধকাৰ উৎপন্ন কৰি দিলে। নিজৰ মনোৰথ পূৰ্ণ কৰিলে। ছোৱালী জনী নিজৰপালিতা আইৰ যোগেদি পালক পিতাক সকলো ঘটনা অবগত কৰাই দিলে তথা কলে যে মুনিয়ে নিজৰ নাম পৰাসৰ কৈছে তথা তেওঁ বশিষ্ঠ মুনিৰ নাতি বুলি কৈছে। সময় অতিবাহিত হোৱাত কুমাৰীৰ গৰ্ভৰ পৰা মুনি ব্যাসদেৱৰ জন্ম হল।

সেইজন পৰাসৰ মুনিৰ দ্বাৰা শ্ৰীবিষ্ণু পুৰান ৰচনা হৈছে। শ্ৰীপৰাসৰ মুনিয়ে নিজ শিষ্য মৈত্ৰেয়ক কৈছে যে যি জ্ঞান মই তোমাক শুনাবলৈ গৈ আছো, এই প্ৰসঙ্গ দক্ষাদি মুনিবোৰে নৰ্মদাৰ পাৰত ৰজা পুৰুকুৎসক শুনাইছিল। পুৰুকুৎসই সাৰস্বতক আৰু সাৰস্বতই মোক কৈছিল। শ্ৰীপৰাসৰ মুনিয়ে শ্ৰীবিষ্ণু পুৰাণৰ প্ৰথম অধ্যায় শ্লোক সংখ্যা ৩১, পৃষ্ঠা সংখ্যা ৩, কৈছে যে এই জগত বিষ্ণুৰ পৰাই উৎপন্ন হৈছে, তেওঁতেই স্থিত আছে। তেওঁৱেই ইয়াৰ স্থিতি আৰু লয়ৰ কৰ্তা। অধ্যায় ২, শ্লোক ১৫-১৬ পৃষ্ঠ ৪ কৈছে যে হে দ্বিজ! পৰব্ৰহ্মৰ প্ৰথম ৰূপ পুৰুষ অৰ্থাৎ ভগৱান যেনেকুৱা হয়, কিন্তু ব্যাক্ত (মহাবিষ্ণু ৰূপত প্ৰকট হোৱা) তথা অব্যাক্ত (অদৃশ্য ৰূপত বাস্তবিক কাল ৰূপত এৰৈশ ব্ৰহ্মাণ্ডত থকা) তাৰ অন্য ৰূপ তথা 'কাল' তাৰ পৰম ৰূপ। ভগৱান বিষ্ণু যি কাল ৰূপত তথা ব্যাক্ত আৰু অব্যাক্ত ৰূপত স্থিত হৈ থাকে, এইটো তাৰ বাল্যলীলা।

অধ্যায় ২, শ্লোক ২৭, পৃষ্ঠা ৫ কৈছে যে হে মৈত্ৰেয়! প্ৰলয় কালত প্ৰধান অৰ্থাৎ প্ৰকৃতি সাম্য অৱস্থাত স্থিত হৈ যোৱাৰ পিছত অৰ্থাৎ পুৰুষ প্ৰকৃতিৰ পৰা পৃথক স্থিত হৈ যোৱাৰ পিছত বিষ্ণু ভগৱানৰ কাল ৰূপত প্ৰবৃত্ত হয়।

অধ্যায় ২, শ্লোক ২৮ ৰ পৰা ৩০, পৃষ্ঠা ৫, তদন্তৰ (স্বৰ্গকাল উপস্থিত হোৱাত) সিজন পৰব্ৰহ্ম পৰমাত্মা বিশ্বৰূপ সৰ্বব্যাপী সৰ্বভূতেশ্বৰ সৰ্বাত্মা পৰমেশ্বৰে নিজৰ ইচ্ছাৰ দ্বাৰা বিকাৰী প্ৰধান আৰু অবিকাৰী পুৰুষত প্ৰৱেশ কৰি তাক ক্ষোভিত কৰিলে ।। ২৮-২৯।। যি দৰে ক্ৰিয়াশীল নোহোৱাতেও নিজৰ ঘ্ৰানৰ সন্নিধি মাত্ৰ দ্বাৰাই প্ৰধান পুৰুষক

প্ৰেৰিত কৰে।

বিশেষ ঃ- শ্লোক সংখ্যা ২৮ ৰ পৰা ৩০ লৈ স্পষ্ট কৰিছে যে প্ৰকৃতি (দুৰ্গা) তথা পুৰুষ (কাল-প্ৰভু)ৰ পৰা অন্য কোনো আৰু পৰমেশ্বৰ আছে যিয়ে ইহঁত দুজনক সৃষ্টি ৰচনাৰ কাৰনে প্ৰেৰিত কৰে।

অধ্যায় ২ পৃষ্ঠা ৮, শ্লোক ৬৬ লিখিত আছে সেইজন প্ৰভু বিষ্ণু শ্ৰষ্টা (ব্ৰহ্মা) হৈ নিজৰেই সৃষ্টি কৰে। শ্লোক সংখ্যা ৭০ লিখিত আছে। ভগৱান বিষ্ণুই ব্ৰহ্মা আদিক অৱস্থাৰ দ্বাৰা ৰচনা কৰে। তেওঁৱেই ৰচিত হয় আৰু স্বয়ং সংহৃত অৰ্থাৎ মৰে। অধ্যায় ৪, শ্লোক ৪, পৃষ্ঠা ১১ লিখিত আছে যে অইন কোনো পৰমেশ্বৰ আছে যি ব্ৰহ্মা, শিৱ আদি ঈশ্বৰতকৈ ঈশ্বৰ আছে। অধ্যায় ৪, শ্লোক ১৪,১৫,১৭,২২ পৃষ্ঠা ১১,১২ লিখিত আছে। পৃথিৱীয়ে কলে -- হে কাল স্বৰূপ! আপোনাক নমস্কাৰ। হে প্ৰভু! আপুনীয়ে জগতৰ সৃষ্ঠি আদিৰ কাৰনে ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰৰূপ ধাৰণকাৰী। আপোনাৰ যি ৰূপ অৱতাৰ ৰূপত প্ৰকট হয় তাকেই দেবগণ পূজা কৰে। আপুনীয়ে ওংকাৰ। অধ্যায় ৪, শ্লোক ৫০, পৃষ্ঠা ১৪ লিখিত আছে পিছত সিজন ভগৱান হৰিয়ে ৰজোগুন যুক্ত হৈ চতুৰ্মুখ ধাৰী ব্ৰহ্মা ৰূপ ধাৰন কৰি সৃষ্টিৰ ৰচনা কৰিলে।

ওপৰোক্ত বিৱৰণৰ পৰা এইটো সিদ্ধ হয় যে মুনি পৰাসৰে শুনি শুনোৱা জ্ঞান অৰ্থাৎ লোক বেদৰ আধাৰত শ্ৰীবিষ্ণু পুৰাণৰ ৰচনা কৰিছিল। কিয়নো বাস্তৱিক জ্ঞান পূৰ্ণ পৰমাত্মাই প্ৰথম সত্য যুগত স্বয়ং অৱতৰণ কৰি শ্ৰী ব্ৰহ্মা দেৱক প্ৰদান কৰিছিল। শ্ৰীব্ৰহ্মাদেৱে কিছু জ্ঞান তথা কিছু স্বনিৰ্মিত কাল্পনিক জ্ঞান সানমিহলি কৰি নিজৰ বংশধৰ সকলক কৈছিল। এজনে আনজনৰ পৰা শুনি শুনি লোকবেদৰ আধাৰত শ্ৰীপৰাসৰ মুনিৰ প্ৰাপ্ত হৈছিল। শ্ৰী পৰাসৰ মুনিয়ে বিষ্ণু দেৱকো কাল বুলিও কৈছে তথা পৰব্ৰহ্মও কৈছে। ওপৰোক্ত বিৱৰণৰ পৰা এইটো সিদ্ধ হয় যে বিষ্ণু অৰ্থাৎ ব্ৰহ্ম স্বৰূপ কাল নিজৰ উৎপত্তি ব্ৰহ্মা, বিষ্ণু তথা শিৱ ৰূপত সৃষ্টিৰ উৎপন্ন কৰে। ব্ৰহ্ম (কাল) ই ব্ৰহ্মলোকত তিনি ৰূপত উদ্ভৱ হৈ লীলা কৰি ছলনা কৰে। তাত নিজেও মৰে (বিশেষ জানকাৰীৰ বাবে অনুগ্ৰহ কৰি পঢ়ক 'প্ৰলয়ৰ জানকাৰী' পুথি "গহৰী নজৰ গীতা মেঁ" অধ্যায় ৮, শ্লোক ১৭ ৰ ব্যাখ্যাত)। সেই ব্ৰহ্ম লোকত তিনি স্থান বনাইছে। এখন ৰজগুন প্ৰধান তাত এই কালৰূপী ব্ৰহ্ম নিজৰ ব্ৰহ্মা ৰূপ ধাৰন কৰি থাকে তথা নিজৰ পত্নী দুৰ্গাক লগত ৰাখি ৰজগুন প্ৰধান পুত্ৰ উৎপাদন কৰে। তাৰ নাম ব্ৰহ্মা ৰাখে। তাৰে দ্বাৰাই এখন ব্ৰহ্মাণ্ড উৎপত্তি কৰোৱায়। এইদৰে সেই ব্ৰহ্ম লোকত আন এখন সত্‌গুন প্ৰধান স্থান বনাই স্বয়ং নিজৰ বিষ্ণু ৰূপ ধাৰন কৰি থাকে তথা নিজ পত্নী দুৰ্গাক (প্ৰকৃতি) লগত ৰাখি এজন সত্‌গুন যুক্ত পুত্ৰ উৎপন্ন কৰে। তাৰ নাম বিষ্ণু ৰাখে। সেই পুত্ৰৰ দ্বাৰাই এক ব্ৰহ্মাণ্ডত তিনি লোকৰ (স্বৰ্গ, মৰ্ত, পাতাল) স্থিতি ৰখাৰ কাৰ্য্য কৰোৱায়। (প্ৰমাণ শিৱ পুৰান গীতা প্ৰেস গোৰক্ষপুৰৰ পৰা প্ৰকাশিত অনুবাদ হনুমান প্ৰসাদ পোদ্দাৰ চিমনলাল গোস্বামী ৰূদ্ৰ সংহিতা অধ্যায় ৬, ৭ পৃষ্ঠা ১০২-১০৩)।

ব্ৰহ্মলোকত আন এক তৃতীয় স্থান তমোগুন প্ৰধান ক্ষেত্ৰ ৰচনা কৰি তাত স্বয়ং শিৱ ৰূপ ধাৰন কৰি থাকে তথা নিজ পত্নী দুৰ্গাক (প্ৰকৃতি) লগত ৰাখি পতি-পত্নীৰ ব্যৱহাৰৰ দ্বাৰাই সেই প্ৰকাৰে তৃতীয় পুত্ৰ তমোগুন যুক্ত উৎপন্ন কৰে। তাৰ নাম শংকৰ

**(শিব) ৰাখে। এই পুত্ৰৰ দ্বাৰাই তিনিও লোকৰ প্ৰানীক বিনাশ কৰোৱায়।**

**বিষ্ণুপুৰাণ অধ্যায় ৪ লৈ যি জ্ঞান আছে সেইটো কাল ৰূপ ব্ৰহ্ম অৰ্থাৎ জ্যোতি নিৰঞ্জনৰ। অধ্যায় ৫ ৰ পৰা আগলৈ মিলা-জুলা জ্ঞান কালৰ পুত্ৰ সত্‌গুন বিষ্ণুদেবৰ লীলাৰ তথা তাৰেই অবতাৰ শ্ৰীৰাম, শ্ৰীকৃষ্ণ আদিৰ জ্ঞান আছে।**

**বিশেষ বিচাৰ কৰিবলগীয়া কথা এইটোৱে যে শ্ৰী বিষ্ণু পুৰাণৰ বক্তা শ্ৰীপৰাসৰ মুনি। এই জ্ঞান দক্ষাদি ঋষিৰ পৰা পুৰুকুৎসই শুনিছিল, পুৰুকুৎসৰ পৰা সাৰস্বতই শুনিছিল তথা সাৰস্বতৰ পৰা শ্ৰীপৰাসৰ মুনিয়ে শুনিছিল। সেই জ্ঞান শ্ৰীবিষ্ণু পুৰানত লিপিবদ্ধ কৰা হৈছিল যি আজি আপোনাৰ হাতৰ ওপৰত আছে। ইয়াত কেৱল এটা ব্ৰহ্মাণ্ডৰ জ্ঞানো অধুৰা ৰৈ গৈছে (এৰাই গৈছে)। শ্ৰী দেবী পুৰাণ, শ্ৰীশিব পুৰাণ আদি পুৰাণৰ জ্ঞানো শ্ৰীব্ৰহ্মাদেবে দিয়া জ্ঞান। শ্ৰীপৰাসৰ মুনিৰ জ্ঞান শ্ৰীব্ৰহ্মাদেবে দিয়া জ্ঞানৰ সমান নহয়। এইবাবে শ্ৰীবিষ্ণু পুৰাণ বুজিবৰ বাবে শ্ৰীদেবী পুৰাণ তথা শ্ৰীশিব পুৰাণৰ সহযোগ লোৱা হব। কিয়নো এই জ্ঞান দক্ষাদি ঋষিৰ পিতা শ্ৰীব্ৰহ্মাদেবে দিয়া জ্ঞান। শ্ৰীদেবী পুৰাণ তথা শ্ৰীশিব পুৰাণক বুজিবৰ বাবে শ্ৰীমদ্‌ভগৱত গীতা তথা চাৰিও বেদৰ সহযোগ লোৱা হব। কিয়নো এই জ্ঞান স্বয়ং ভগৱান কাল ৰূপী ব্ৰহ্মৰ দ্বাৰা দিয়া জ্ঞান। যি ব্ৰহ্মা, বিষ্ণু তথা শিবৰ উৎপন্ন কৰ্তা অৰ্থাৎ পিতৃদেউ। পবিত্ৰ বেদ তথা পবিত্ৰ শ্ৰীমদ্‌ভগৱত গীতাৰ জ্ঞানক বুজিবৰ বাবে স্বসম বেদ অৰ্থাৎ সুক্ষ্ম বেদৰ সহযোগ লব লাগিব যি কালৰূপী ব্ৰহ্মৰ উৎপত্তি কৰ্তা অৰ্থাৎ পিতা পৰম অক্ষৰ ব্ৰহ্মই (কবীৰ্দেৱ) দিছে। যি (কবিৰ্গীৰ্ভীঃ) কবীৰ বানীৰ দ্বাৰা স্বয়ং সত্‌পুৰুষে প্ৰকট হৈ বৰ্নাইছিল। (ঋগবেদ মণ্ডল ৯, শুক্ত ৯৬, মন্ত্ৰ ১৬ ৰ পৰা ২০ লৈ প্ৰমান আছে)।**

## "শ্ৰীব্ৰহ্মা পুৰাণ"

**এই পুৰাণৰ বক্তা শ্ৰীলোমহৰ্যন ঋষি। যি শ্ৰীব্যাস ঋষিৰ শিষ্য যাক সুত মুনিও কোৱা হয়। শ্ৰীলোমহৰ্যন ঋষি (সুতমুনি) বৰ্নাইছে যে, এই জ্ঞান প্ৰথমে ব্ৰহ্মাই মুনি শ্ৰেষ্ঠ দক্ষাদিক শুনাইছিল। সেইটোৱে মই শুনাওঁ। এই পুৰানৰ সৃষ্টি বৰ্ণন নামক অধ্যায়ত (পৃষ্ঠা ২৭৭ পৰা ২৭৯ লৈ) কৈছে যে শ্ৰীবিষ্ণুদেব গোটেই বিশ্বৰ আধাৰ যি ব্ৰহ্মা, বিষ্ণু তথা শিব ৰূপে জগতৰ উৎপত্তি তথা পালন তথা সংহাৰ কৰে। সেই ভগৱান বিষ্ণুক মোৰ নমস্কাৰ।**

**যি নিত্য সদা সত্য স্বৰূপ তথা কাৰন ভূত অব্যাক্ত প্ৰকৃতি তাকেই প্ৰধান বুলি কোৱা হয়। তাৰে দ্বাৰাই পুৰুষে এই বিশ্বৰ নিৰ্মান কৰিছে। অমিত তেজস্বী ব্ৰহ্মাদেবকেই পুৰুষ বুলি বুজিবা। তেওঁৰেই সকলো প্ৰাণীৰ সৃষ্টিকাৰী তথা ভগৱান নাৰায়ণৰ আশ্ৰিত।**

**স্বয়ম্ভু ভগৱান নাৰায়ণে পানীৰ সৃষ্টি কৰিছে। নাৰায়ণৰ পৰা উৎপন্ন হোৱা কাৰনে পানীক নাৰ বুলি কোৱা হয়। ভগৱান প্ৰথমে পানীৰ ওপৰত বিশ্ৰাম কৰিছিল। এই কাৰনে ভগৱানক নাৰায়ণ বুলি কোৱা হয়। ভগৱানে পানীত নিজৰ শক্তি এৰিলে তাৰ পৰা এক সুবৰ্ণময় অণ্ডৰ প্ৰকট হল। তাৰে পৰাই স্বয়ম্ভু ব্ৰহ্মাদেৱৰ উৎপত্তি হল এনেকুৱা শুনা পোৱা যায়। এবছৰলৈ অণ্ডৰ ভিতৰত নিবাস কৰি শ্ৰীব্ৰহ্মাদেব তাক দুই টুকুৰা কৰি দিলে। এটাৰ পৰা ধুলোক আনটো ভূলোক হৈ গল।**

তাৰ পিছত ব্ৰহ্মাই নিজৰ খণ্ডেৰে ৰুদ্ৰক প্ৰকট কৰিলে। ওপৰোক্ত জ্ঞান ঋষি লোমহৰ্ষনে (সুত মুনি) কোৱা যি শুনি শুনা (লোকবেদ) জ্ঞান যিটো পূৰ্ণ জ্ঞান নহয়। কিয়নো বক্তাই কৈছে যে এনেকুৱাই শুনিছো। এই কাৰনে বিতংকৈ জানিবৰ কাৰনে শ্ৰীদেবী মহা পুৰাণ, শ্ৰী শিব মহাপুৰাণ, শ্ৰীমদ্‌ভাগৱত গীতা তথা চাৰি বেদ আৰু পূৰ্ণ পৰমাত্মাৰ দ্বাৰা দিয়া তত্বজ্ঞান যি সুক্ষ্ম বেদ অৰ্থাৎ কবীৰবানী (কবীৰ্বাণী) বুলি কোৱা হয়। তাৰ কাৰনে অনুগ্ৰহ কৰি পঢ়ক 'গহৰী নজৰ গীতা মেঁ', 'পৰমেশ্বৰ কা সাৰ সন্দেশ', 'পৰিভাষা প্ৰভু কী' তথা পুথি 'যথাৰ্থ জ্ঞান প্ৰকাশ'।

(বাস্তবিক জ্ঞানক স্বয়ং কলিযুগত প্ৰকট হৈ কবীৰ্দেবে (কবীৰ পৰমেশ্বৰ) নিজৰ বিশ্বাসী সেৱক শ্ৰীধৰ্মদাস দেবক (বান্ধবগড় নিবাসী) পুনৰ ঠিক ঠিক কৈ কৈছিল। যি এই পুথিৰ সৃষ্টি ৰচনাত বৰ্নিত আছে; অনুগ্ৰহ কৰি তালৈ পঢ়ক।)

শ্ৰীপৰাসৰ মুনিয়ে কাল ব্ৰহ্মক পৰব্ৰহ্ম বুলিও কৈছে তথা ব্ৰহ্মও তথা বিষ্ণুও কৈছে তথা ইয়াকে অনাদি অৰ্থাৎ অমৰ বুলিও কৈছে। এই ব্ৰহ্ম অৰ্থাৎ কালৰ জন্ম-মৃত্যু নহয়। ইয়াৰ দ্বাৰা মুনিক লৰালি বুদ্ধি বুলি বুজা যায়।

বিচাৰ কৰক ঃ- বিষ্ণুপুৰাণৰ জ্ঞান এজন মুনিৰ দ্বাৰা কোৱা হৈছে যিয়ে লোকবেদ (শুনি-শুনা জ্ঞান দন্তকথা) আধাৰত কৈছে তথা ব্ৰহ্মা পুৰাণৰ জ্ঞান শ্ৰীলোমহৰ্ষন ঋষিয়ে দক্ষাদি ঋষিৰ পৰা শুনিছিল, সেইটোৱে লিখিছে। এই কাৰনে ওপৰোক্ত দুইকো (বিষ্ণুপুৰাণ আৰু ব্ৰহ্মাপুৰাণ) বুজিবৰ বাবে শ্ৰীদেবী পুৰাণ তথা শ্ৰীশিবপুৰাণৰ সহযোগ লোৱা হব, যিটো স্বয়ং শ্ৰীব্ৰহ্মাদেৱে নিজ পুত্ৰ নাৰদক শুনাইছিল, যিটো শ্ৰীব্যাস ঋষিৰ দ্বাৰা গৃহীত আৰু লিখিত হৈছে। অন্য পুৰাণৰ জ্ঞান শ্ৰী ব্ৰহ্মাদেবৰ জ্ঞানৰ লগত সমান হব নোৱাৰে। এইবাবে অন্য পুৰাণক বুজিবৰ কাৰনে দেবীপুৰাণ তথা শিবপুৰাণৰ সহযোগ লোৱা হব। কিয়নো এই জ্ঞান দক্ষাদি ঋষিৰ পিতাক শ্ৰীব্ৰহ্মাই দিয়া জ্ঞান। শ্ৰীদেবী পুৰাণ তথা শ্ৰীশিব পুৰাণ বুজিবৰ কাৰনে শ্ৰীমদ্‌ভগৱত গীতা তথা চাৰিও বেদৰ সহযোগ লোৱা হব। কিয়নো এই জ্ঞান স্বয়ং ভগবান কাল ৰূপী ব্ৰহ্মই দিয়া জ্ঞান। যি ব্ৰহ্মা, বিষ্ণু তথা শিবৰ উৎপন্ন কৰ্তা পিতাক। পবিত্ৰ বেদ তথা পবিত্ৰ শ্ৰীমদ্ ভাগৱত গীতা জ্ঞান বুজিবৰ কাৰনে স্বসম বেদ অৰ্থাৎ সুক্ষ্ম বেদৰ সহযোগ লব লাগিব যি কাল ৰূপী ব্ৰহ্মৰ উৎপত্তি কৰ্তা অৰ্থাৎ পিতা পৰম অক্ষৰ ব্ৰহ্ম (কবিৰ্দেব)ৰ জ্ঞান। যিটো (কবি গীৰ্ভিঃ) কবিৰ্বাণী দ্বাৰা স্বয়ং সৎপুৰুষে প্ৰকট হৈ বৰ্নাইছিল। (ঋগবেদ মণ্ডল ৯, শুক্ত ৯৬, মন্ত্ৰ ১৬ ৰ পৰা ২০ লৈ প্ৰমান আছে) তথা শ্ৰীমদ্ ভগৱত গীতাত ভগবান কাল অৰ্থাৎ ব্ৰহ্মই নিজৰ স্থিতি স্বয়ং কৈছে যিটো সত্য।

গীতা অধ্যায় ১৫, শ্লোক ১৮ কৈছে যে মই (কালৰূপী ব্ৰহ্ম) নিজৰ একৈশ ব্ৰহ্মাণ্ডত যিমান প্ৰানী আছে সকলোতকৈ শ্ৰেষ্ঠ। সেইবোৰ স্থুল শৰীৰতে নাশৱান হওক বা আত্মাৰূপী অবিনাশী হওক এইকাৰনে লোকবেদ (শুনি শুনা জ্ঞান)ৰ আধাৰ অনুসৰি মোকেই পুৰুষোত্তম বুলি মানে। বাস্তৱত পুৰুষোত্তম তো মই (ক্ষৰ পুৰুষ অৰ্থাৎ কাল) তথা অক্ষৰ পুৰুষ (পৰব্ৰহ্ম) ৰ পৰা অইন এজন। তেওঁৱেই বাস্তৱত পৰমাত্মা অৰ্থাৎ পৰমেশ্বৰ বুলি কোৱা হয়। যি তিনিও লোকত প্ৰৱেশ কৰি সকলোৰে ধাৰন পোষন কৰে, তেওঁৱে বাস্তৱত অবিনাশী পৰমেশ্বৰ (গীতা অধ্যায় ১৫, শ্লোক ১৬-১৭)। গীতাজ্ঞান

দাতা স্বয়ং ব্ৰহ্ম কৈ আছে যে হে অৰ্জুন! তোমাৰ তথা মোৰ বহুত জন্ম হৈ গৈছে। তুমি নজনা, মই জানো। শ্ৰীমদ্‌ভগৱদ গীতা অধ্যায় ৪, শ্লোক ৫, অধ্যায় ২, শ্লোক ১২ ৰ ভিতৰত প্ৰমাণ আছে তথা অধ্যায় ৭, শ্লোক ১৮ নিজৰ সাধনাক (অনুত্তমাম্) অতি অশ্ৰেষ্ঠ বুলি কৈছে। এইবাবে অধ্যায় ১৮, শ্লোক ৬২ কৈছে যে হে অৰ্জুন! তই সৰ্বোতভাবে সিজন পৰমেশ্বৰৰ শৰণত যোৱা যাৰ কৃপাৰ দ্বাৰাই তই পৰম শান্তিক প্ৰাপ্ত হবা তথা কেতিয়াও বিনাশ নোহোৱা লোক অৰ্থাৎ সৎলোক প্ৰাপ্ত হবা। অধ্যায় ১৫, শ্লোক ৪ কৈছে যে যেতিয়া তোমাৰ তত্ত্বদৰ্শী সন্ত প্ৰাপ্ত হৈ যাব (যিটো গীতা অধ্যায় ৪, শ্লোক ৩৪ তথা অধ্যায় ১৫, শ্লোক ১ বৰ্নিত আছে) তাৰ পিছত সেই পৰমপদ পৰমেশ্বৰৰ খোজ কৰিব লাগে যত যোৱাৰ পিছত সাধকে কেতিয়াও সংসাৰলৈ উভতি নাহে অৰ্থাৎ পূৰ্ণ মোক্ষ প্ৰাপ্ত কৰে। যি পৰমেশ্বৰৰ দ্বাৰা এই গোটেই সংসাৰৰ উৎপত্তি হৈছে তথা তেওঁৱেই সকলোকে ধাৰন-পোষন কৰে। মইও (গীতা জ্ঞানদাতা ব্ৰহ্ম/ কাল) সেইজন আদি পুৰুষ পৰমেশ্বৰৰ শৰণত আছো। পূৰ্ণ বিশ্বাসৰ সৈতে তাৰেই ভক্তি সাধনা অৰ্থাৎ পূজা কৰিব লাগে।

# "শ্ৰীদেবী মহাপুৰাণৰ পৰা জ্ঞান গ্ৰহন কৰক"

## "শ্ৰীদেবী মহাপুৰাণৰ পৰা আংশিক লেখনী তথা সাৰ বিচাৰ"

(সংক্ষিপ্ত শ্ৰীমদ্ দেবীভাগৱত, সচিত্ৰ, মোটা টাইপ, কেবল হিন্দী, সম্পাদক হনুমান প্ৰসাদ পোদ্দাৰ, চিমনলাল গোস্বামী, প্ৰকাশক- গোবিন্দভৱন- কাৰ্য্যালয়, গীতা প্ৰেস, গোৰক্ষপুৰ)

।। শ্ৰীজগদম্বিকায়ৈ নমঃ।।

শ্ৰীদেবী মদ্‌ভাগৱত তৃতীয় স্কন্দ

ৰজা পৰীক্ষিতে শ্ৰীব্যাসদেবৰ পৰা ব্ৰহ্মাণ্ডৰ সৃষ্টি বিষয়ে পুছিলে। শ্ৰীব্যাসদেবে কলে ৰাজন! মই এই প্ৰশ্ন মুনি নাৰদক সুধিছিলো, সেই বৰ্ণনা আপোনাক কৈ আছো। মই (শ্ৰীব্যাসদেব) শ্ৰীনাৰদ দেবক সুধিলো এক ব্ৰহ্মাণ্ডৰ ৰচয়িতা কোন? কোনোবাই ভগবান শ্ৰীশংকৰক ইয়াৰ ৰচয়িতা মানে, কিছুমানে শ্ৰীবিষ্ণুদেবক তথা কিছুমানে শ্ৰীব্ৰহ্মাদেবক তথা বহুত আচাৰ্য্যই আই ভবানীক সৰ্ব মনোকামনা পূৰ্ণকাৰী বুলি বৰ্ণায়। তাই আদি মায়া মহাশক্তি তথা পৰম পুৰুষৰ লগত অৱস্থান কৰি কাৰ্য্য সম্পাদনকাৰী প্ৰকৃতি। ব্ৰহ্মৰ লগত তাইৰ অভেদ সম্পৰ্ক আছে। (পৃষ্ঠা ১১৪)

নাৰদ দেৱে কলে -- হে ব্যাসদেব! প্ৰাচীন সময়ৰ কথা-- এই সন্দেহ মোৰো হৃদয়ত উৎপন্ন হৈ গৈছল। তেতিয়া মই নিজৰ পিতা অসীম তেজস্বী শ্ৰীব্ৰহ্মাদেৱৰ ওচৰত গলো আৰু তেখেতক এই সময় যি বিষয়ে তুমি মোক পুছি আছা, তাৰে বিষয়ে মইয়ো সুধিছিলো। মই কৈছো- পিতাই! এই সম্পূৰ্ণ ব্ৰহ্মাণ্ড কৰ পৰা উৎপন্ন হৈছে? ইয়াৰ ৰচনা আপুনী কৰিছে নে অথবা শ্ৰীবিষ্ণুদেব নাইবা শ্ৰীশংকৰদেব- অনুগ্ৰহ কৰি সত্য সত্য কওক।

ব্ৰহ্মাদেবে কলে-- (পৃষ্ঠ ১১৫ পৰা ১২০ তথা ১২৩,১২৫,১২৮,১২৯) বোপাই! মই এই প্ৰশ্নৰ কিনো উত্তৰ দিওঁ? এই প্ৰশ্ন বৰ জটিল। পূৰ্ব কালত সৰ্বত্ৰ পানীয়ে পানী

আছিল। তেতিয়া পদুমৰ ওপৰত মোৰ উৎপত্তি হল। মই পদুমৰ মাজত বহি চিন্তা কৰিবলৈ ধৰিলো- ইমান গভীৰ পানীত মই কেনেকৈ উৎপন্ন হৈ গলো? কোনে মোৰ ৰক্ষক? পদুমৰ ডাণ্ডিত ধৰি পানীত নামিলো। তাত মই ভগৱান বিষ্ণুক শেষ নাগৰ ওপৰত শুই থকা দেখিলো। তেওঁ যোগ নিদ্ৰাৰ বশীভূত হৈ গভীৰ টোপনীত শুই আছিল। ইমানতে ভগৱতী যোগনিদ্ৰাৰ কথা মোৰ মনত আহিল। মই তাইক স্তুতি কৰিলো। তেতিয়া তাই কল্যানময়ী ভগৱতী শ্ৰীবিষ্ণুৱৰ বিগ্ৰহৰ পৰা ওলাই অচিন্ত ৰূপ ধাৰণ কৰি আকাশত বিৰাজমান হৈ গল। দিব্য আভূষনেৰে তাইৰ চেহেৰা বঢ়াই আছিল। যেতিয়া যোগমায়া ভগৱান বিষ্ণুৱৰ শৰীৰৰ পৰা আলাদা হৈ আকাশত বিৰাজিবলৈ ধৰিলে, তেতিয়া তুৰন্তে শ্ৰীহৰি সাৰপাই উঠি বহিল। তেতিয়া তাত মই আৰু ভগৱান বিষ্ণু দুজন আছিলো। তাতে ৰূদ্ৰোও প্ৰকট হৈ গল। আমাক তিনিওকে দেবীয়ে কলে-- ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ! তোমালোক অতি সাবধানে ভালদৰে নিজৰ নিজৰ কামত লাগি যোৱা। সৃষ্টি, স্থিতি আৰু সংহাৰ এইবোৰ তোমালোকৰ কাম। ইমানতে এক সুন্দৰ বিমান আকাশৰ পৰা নামি আহিল। তেতিয়া সেই দেবীয়ে আমাক আজ্ঞা দিলে-- দেৱতা সকল! নিৰ্ভীক হৈ ইচ্ছাপূৰ্বক এই বিমানৰ ভিতৰত প্ৰৱেশ কৰা। ব্ৰহ্মা, বিষ্ণু আৰু ৰূদ্ৰ! আজি মই তোমালোকক এক অদ্ভুত দৃশ্য দেখুৱাম।

আমি তিনিও দেৱতাই বিমানৰ ভিতৰত সোমাই বহিলো, দেবীয়ে দেখি নিজৰ সামৰ্থ্যৰে বিমানখন আকাশত উৰাই দিলে। ইমানতে আমাৰ বিমানখন বেগেৰে চলিবলৈ ধৰিলে আৰু সেইখন দিব্যধাম-ব্ৰহ্মলোকত গৈ উপস্থিত হল। তাত আন এজন ব্ৰহ্মা বিৰাজমান আছিল। তাক দেখি ভগৱান বিষ্ণু আৰু শংকৰ বৰ আচৰিত হল। ভগৱান শংকৰ আৰু বিষ্ণুৱেই মোক পুছিলে চতুৰানন! এওঁ অবিনাশী ব্ৰহ্মা কোন? মই উত্তৰ দিলো -- মই একো নেজানো, সৃষ্টিৰ অধিষ্ঠাতা এওঁ কোন? ভগৱান! মই কোন আৰু আমাৰ উদ্দেশ্য কি-- এই সংশয়ত মোৰ মন পাক-খাবলৈ ধৰিলে।

এই খিনীতে মনৰ সমান তীব্ৰ বেগী সেই বিমানখন তুৰুন্তে তাৰ পৰা ৰওনা দিলে আৰু কৈলাশ পৰ্ব্বতৰ সুৰম্য শিখৰত যাই উপস্থিত হল। তাত বিমানখন পহুঁচাৰ লগে লগেই ভব্য ভবনৰ পৰা ত্ৰিনেত্ৰধাৰী ভগৱান শংকৰ ওলালে। তেওঁ নন্দী বৃষভৰ ওপৰত বহি আছিল।

ক্ষনিক সময় পিছত সেই বিমান শিখৰৰ পৰা বতাহৰ সমান বেগত উৰিবলৈ ধৰিলে আৰু বৈকুণ্ঠলোকত উপস্থিত হৈ গল, যত ভগবতী লক্ষীৰ বিলাস ভবন আছিল। পুত্ৰ নাৰদ! তাত মই যি সম্পত্তি দেখিলো, তাক বৰ্ণনা কৰা মোৰ পক্ষে অসম্ভৱ। সেই উত্তম পুৰিক দেখি বিষ্ণুদেবৰ মন আচৰিত সমুদ্ৰত সাতুৰিবলৈ ধৰিলে। তাত কমল লোচন শ্ৰীহৰি বিৰাজমান আছিল। তেখেতৰ চাৰি বাহু আছিল।

ইমানতে বতাহৰ লগত কথা কোৱা বিমানখন তুৰন্তে উৰি গল। সমুখত অমৃতৰ নিচিনা মিঠা পানীৰ সমুদ্ৰ পালে। তাত এক মনোহৰ দ্বীপ আছিল। সেই দ্বীপত এক মঙ্গলময় মনোহৰ পালেং সজোৱা আছিল। সেই উত্তম পালেঙৰ ওপৰত এজনী দিব্য ৰমনী বহি আছিল। আমি নিজৰ ভিতৰতে কবলৈ ধৰিলো-- এইজনী সুন্দৰী কোন, ইয়াৰ নাম কি? আমি এই বিষয়ে একেবাৰে অনভিজ্ঞ।

নাৰদ! এইবোৰ সন্দেহগ্ৰস্থ হৈ আমালোক তাতে ৰৈ গলো। তেতিয়া ভগৱান বিষ্ণুৱে সেইজনী হাস্যমুখী ভগৱতীক দেখি বিবেক পূৰ্বক স্থিৰ কৰি ললে যে তাই ভগৱতী জগদম্বিকা। তেতিয়া তেওঁ কলে যে এইজনী ভগবতী আমালোক সকলোৰে আদি কাৰন। মহাবিদ্যা আৰু মহামায়া এখেতৰ নাম। এওঁৱেই পূৰ্ণ প্ৰকৃতি। এওঁ বিশ্বেশ্বৰী, "বেদগৰ্ভা" আৰু শিবাও কয়।

এওঁ সেইজনী দিব্যাঙ্গনা, যাক প্ৰলয় প্লাবনত মোৰ দৰ্শন হৈছিল। সেই সময় মই বাল্য ৰূপত আছিলো। তাই মোক দোলনাত দোলাই আছিল। বটগছৰ পাতৰ এখন সুদৃঢ় বিছনা সজোৱা আছিল। তাৰ ওপৰত শুই থাকি মই ভৰিৰ আঙুলীক নিজৰ পদুম যেনেকা মুখত সুমাই লৈ চুহি আছিলো তথা খেলি আছিলো। এই দেবী নিচুকনী গীত গাই মোক দোলাইছিল। সেইজনীয়ে এই দেবী। ইয়াত সন্দেহৰ কোনো কথা নাই। এখেতক দেখি মোৰ আগৰ কথা মনত আহি গৈছে। এওঁৱেই আমালোকৰ সকলোৰে জননী।

শ্ৰীবিষ্ণুৱে সময়ানুসৰি সেইজনী ভগৱতী ভূবনেশ্বৰীক স্তুতি আৰম্ভ কৰি দিলে। ভগৱান বিষ্ণুৱে কলে -- প্ৰকৃতি দেৱীক নমস্কাৰ। ভগৱতী বিধাতৃক নিৰন্তৰ নমস্কাৰ। তুমি শুদ্ধ স্বৰূপা, এই গোটেই সংসাৰ তোমাতেই উদ্ভাসিত হৈ আছে। মই, ব্ৰহ্মা আৰু শংকৰ আমি সকলো তোমাৰ কৃপাৰ দ্বাৰাই বিদ্যমান। আমালোকৰ জন্ম আৰু মৃত্যু হৈয়ে থাকে। মাথোন তুমিয়েই নিত্য, জগৎজননী, প্ৰকৃতি আৰু সনাতনী দেৱী।

ভগৱান শংকৰে কলে-- দেবী! যদি মহাভাগ বিষ্ণু তোমাৰ পৰাই উৎপন্ন হৈছে তো তাৰ পিছত উৎপন্ন হোৱা ব্ৰহ্মাও তোমাৰ সন্তান হল। আকৌ মই তমোগুনী লীলা কৰা শংকৰ কি তোমাৰ সন্তান নহয় জানো-- অৰ্থাৎ মোকো জনম দিয়া তুমিয়েই হোৱা। এই সংসাৰৰ সৃষ্টি, স্থিতি আৰু সংহাৰত তোমাৰ গুন আৰু সমৰ্থ আছে। সেই তিনিগুনৰ পৰা উৎপন্ন আমি ব্ৰহ্মা, বিষ্ণু আৰু শংকৰ নিয়মানুসাৰ কাৰ্য্যত তৎপৰ হৈ থাকো। মই, বিষ্ণু আৰু শিব বিমানত উঠি গৈ আছিলো। আমি ৰাস্তাত নতুন নতুন জগত দেখিবলৈ পালো। ভবানী! সঁচাই নো তাইক কোনে স্ৰজন কৰিছে?

এই কাৰনে এই প্ৰমান দেখক শ্ৰীমদ্‌দেবীভাগৱত মহাপুৰাণ সভাষটিকম্ সমহাত্যম্, খেমৰাজ শ্ৰীকৃষ্ণদাস প্ৰকাশ মুম্বই, ইয়াত সংস্কৃতৰ সৈতে হিন্দি অনুবাদ কৰা হৈছে। তৃতীয় স্কন্দ অধ্যায় ৪, পৃষ্ঠা ১০, শ্লোক ৪২ ঃ-

ব্ৰহ্মা -- अहम इश्वर: फिल ते प्रभावात्सर्वे वयं जनि युता न
यदा तु नित्या:, के अन्ये सुराः शतमुख प्रमुखाः च नित्या नित्या
त्वमेव जननी प्रकृतिः पुराणा।। ४२।।

অনুবাদ ঃ- হে জননী! ব্ৰহ্মা, মই তথা শিব তোমাৰ প্ৰভাবতেই জন্মিছো, নিত্য নহওঁ অৰ্থাৎ আমি অবিনাশী নহওঁ, তেন্তে আকৌ আন দেবতা আৰু ইন্দ্ৰাদি কেনেদৰে নিত্য হব পাৰে। তুমিয়েই অবিনাশী, প্ৰকৃতি তথা সনাতনী দেবী হোৱা। (৪২)

পৃষ্ঠা -১১-১২, অধ্যায়-৫, শ্লোক - ৮ ঃ-

यदि दयार्द्रमना न सदांऽविके कथमहं बिहितः च तमोगुनः
कमलजश्च रजोगुणसंभवः सुबिहितः किमु सत्वोगुणों हरिः।। ८।।

অনুবাদ ঃ- ভগৱান শংকৰে কলে-- হে মাতা! যদি আপুনী আমাৰ ওপৰত দয়াযুক্ত

হৈছে তেন্তে মোক কিয় তমোগুণ বনাইছা, পদুমৰ পৰা উৎপন্ন হোৱা ব্ৰহ্মাক কি কাৰনে ৰজগুণ বনাইছা তথা বিষ্ণুক কিয় সত্‌গুন বনাইছা? অৰ্থাৎ জীৱক জন্ম-মৃতু ৰূপী দুস্কৰ্মত কিয় লগাইছা?

শ্লোক - ১২ ঃ- रमयसे स्वपतिं पुरुषं सदा तव गतिं न हि विह विदम शिवे (১২)

অনুবাদ ঃ- নিজৰ পতি পুৰুষ অৰ্থাৎ কাল ভগৱানৰ লগত সদায় ভোগ-বিলাস কৰি থাকা। আপোনাৰ গতি কোনেও নেজানে।

ব্ৰহ্মাদেৱে কয় -- মইও মহামায়া জগদম্বিকাৰ ভৰিত পৰি প্ৰণাম কৰিলো আৰু তাইক কলো আই! বেদে কয়, 'একমেবাদ্বিতীয়ম ব্ৰহ্ম' হয় তেন্তে কি সেইজনী আত্মস্বৰূপা তুমিয়ে হোৱা অথবা অইন কোনো পুৰুষ আছে?

দেবীয়ে কলে -- মই আৰু ব্ৰহ্ম একেই। মোৰ ভিতৰত আৰু ই ব্ৰহ্মৰ ভিতৰত কেতিয়াও কিঞ্চিতমাত্ৰ ভেদ নাই। গৌৰী, ব্ৰাহ্মী, ৰৌদ্ৰী, বাৰাহী, বৈষ্ণবী, শিবা, বাৰুণী, কৌবেৰী, নাৰসিংহী আৰু ৱাসবী সকলো মোৰেই ৰূপ। ব্ৰহ্মাদেব! এই শক্তিক তুমি নিজৰ স্ত্ৰী কৰি লোৱা। 'মহাসৰস্বতী' নামেৰে বিখ্যাত এই সুন্দৰী সদায় তোমাৰ স্ত্ৰী হৈ থাকিব। ভগবতী জগদম্বাই বিষ্ণুদেবক কলে -- বিষ্ণু! মন মুগ্ধকাৰীনী এইজনী "মহালক্ষীক" লৈ এতিয়া তুমিও যোৱা। ই সদায় তোমাৰ বক্ষঃস্থলত বিৰাজমান হৈ থাকিব।

পিছত দেবীয়ে শংকৰক কলে -- শংকৰ! মনমোহিনী এইজনী 'মহাকালী' গৌৰী নামেৰে বিখ্যাত। তুমি ইয়াক পত্নীৰূপে স্বীকাৰ কৰা।

এতিয়া মোৰ কাৰ্য্য সিদ্ধ কৰিবলৈ তোমালোকে সকলোৱে সোনকালে বিমানত উঠি বহা। কোনো কঠিন পৰিস্থিতি উপস্থিত হলে, মোক যেতিয়াই স্মৰন কৰিবা তেতিয়াই মই সমুখত আহি যাম। দেৱতাসকল! মোৰ তথা সনাতন পৰমাত্মাৰ ধ্যান তোমালোক সদায় কৰি থাকিবা। আমাৰ দুইয়োৰে সদায় যদি স্মৰন কৰি থাকা তেন্তে তোমালোকৰ কাৰ্য্য সিদ্ধি হবলৈ কিঞ্চিতমাত্ৰ একো সন্দেহ নাই।

ব্ৰহ্মাই কলে — এনেদৰে কৈ ভগৱতী জগদম্বীকাই আমাক সকলোকে বিদায় কৰিলে। তাই শুদ্ধ আচৰন শক্তিৰ ভিতৰত বিষ্ণুৰ কাৰনে মহালক্ষী, শংকৰৰ কাৰণে মহাকালী আৰু মোৰ কাৰণে মহাসৰস্বতীক পত্নী হবলৈ আজ্ঞা দিলে। তেতিয়া সেই স্থানৰ পৰা আমি প্ৰস্থান কৰিলো।

সাৰ বিচাৰ ঃ- এটা ব্ৰহ্মাণ্ডৰ বাস্তৱিক স্থিতিৰ পৰা মহৰ্ষি ব্যাসদেব, মহৰ্ষি নাৰদ, তথা শ্ৰী ব্ৰহ্মা, বিষ্ণু তথা শ্ৰীশংকৰো অনভিজ্ঞ। এইটোও স্পষ্ট যে দুৰ্গাকেই প্ৰকৃতি বুলি কয় তথা দুৰ্গা তথা ব্ৰহ্ম (জ্যোতি নিৰঞ্জন / কাল)ৰ পতি-পত্নীৰ সম্বন্ধও আছে। এই কাৰনে লিখিত আছে যে ব্ৰহ্মৰ লগত প্ৰকৃতিৰ অভেদ সম্বন্ধ যেনেকৈ পত্নীক অৰ্দ্ধাঙ্গিনী বুলি কোৱা হয়। স্বয়ং শ্ৰীব্ৰহ্মাদেবৰ খবৰ নাই মই কৰ পৰা উৎপন্ন হৈছো। হেজাৰ বছৰলৈ পানীত পৃথিবীৰ খোজ কৰিলে কিন্তু নিমিলিলে। তেতিয়া আকাশবানীৰ আধাৰত হেজাৰ বছৰলৈ তপ কৰিলে। পদুমৰ দাণ্ডিত ধৰি পানীত নামিলে তো তাত অনন্ত নাগৰ বিছনাৰ ওপৰত ভগৱান বিষ্ণু অচেতন হৈ পৰি আছিল। শ্ৰীবিষ্ণুৰ শৰীৰৰ পৰা এক দেবী ওলালে (প্ৰেতনীৰ দৰে) যি সুন্দৰ আভূষন পিন্ধি আকাশত বিৰাজমান হৈ গল। তেতিয়াই

শ্ৰীবিষ্ণু চেতন পালে। ইমানতে ভগৱান শংকৰো তাত আহি পালে।

ওপৰোক্ত বিৱৰনৰ পৰা সিদ্ধ হয় যে তিনিও ভগৱানক বেহুঁচ কৰি ৰখা আছিল। পিচত সচেতন কৰিলে। আকাশৰ পৰা বিমান আহিল। দেবীয়ে তিনিও প্ৰভুক বিমানত বহিবলৈ আদেশ দিলে। বিমানক আকাশত উৰুৱালে। ওপৰত এক ব্ৰহ্মা, এক বিষ্ণু তথা এক শিবক দেখিলে যি ব্ৰহ্মলোকত আছিল।

বিচাৰ কৰক ঃ- ব্ৰহ্মলোকত অইন ব্ৰহ্মা, বিষ্ণু তথা শিব দেখা দিছিল, এইটো জ্যোতি নিৰঞ্জন (ব্ৰহ্ম) ৰ কলাবাজী (চমৎকাৰ যাদু), তেওঁৱেঁই অন্য তিন ৰূপ ধাৰন কৰি ব্ৰহ্মলোকত তিন গুপ্ত স্থান (এক ৰজোগুন প্ৰধান ক্ষেত্ৰ, এক সত্‌গুন প্ৰধান ক্ষেত্ৰ, এক তমোগুন প্ৰধান ক্ষেত্ৰ) বনাই নিবাস কৰে তথা প্ৰকৃতি (দুৰ্গা/ অষ্টাঙ্গী) ক নিজৰ পত্নী ৰূপত ৰাখে। যেতিয়া এওঁলোক দুয়ো ৰজোগুন প্ৰধান ক্ষেত্ৰত থাকে তেতিয়া ইহঁতক মহাব্ৰহ্মা তথা মহাসাবিত্ৰী বুলি কোৱা হয়। ইহঁত দুইয়োৰ সংযোগত যি পুত্ৰ সন্তান ৰজোগুন প্ৰধান ক্ষেত্ৰত উৎপন্ন হয় সেইজন ৰজোগুনী প্ৰধান হয়; তাৰ নাম ব্ৰহ্মা ৰাখি দিয়ে তথা যুবক নোহোৱালৈকে অচেতন কৰি ৰাখি পালন পোষন কৰে। পিছত যুবক হোৱাত পদুমৰ ওপৰত থৈ সচেতন কৰি দিয়ে। যেতিয়া ইহঁত দুজন মহাবিষ্ণু তথা মহালক্ষী ৰূপত (কাল-ব্ৰহ্ম তথা দুৰ্গা) সত্‌গুন প্ৰধান ক্ষেত্ৰত নিবাস কৰে তেতিয়া পতি-পত্নীৰ ব্যৱহাৰ যোগে যি পুত্ৰ সন্তান উৎপন্ন হয় সিজন সত্‌গুন প্ৰধান হয়, আৰু তাৰ নাম বিষ্ণু ৰাখি দিয়ে। কিছুদিন পিছত বালকক অচেতন কৰি যুবক হোৱালৈকে পালন-যতন কৰি থাকে। পিছত অনন্ত নাগৰ শয্যাত শুৱাই দিয়ে। পিচত চেতন কৰাই দিয়ে। আকৌ যেতিয়া ইহঁত দুজন তমোগুন প্ৰধান ক্ষেত্ৰত নিবাস কৰে তেতিয়া শিবা অৰ্থাৎ দুৰ্গা তথা মহাশিব অৰ্থাৎ সদাশিব দুয়োৰ পতি-পত্নীৰ ব্যৱহাৰত যি পুত্ৰ সন্তান উৎপন্ন হয়, সেইজন তমোগুন প্ৰধান হয়। ইয়াৰ নাম শিব ৰাখি দিয়ে, ইয়াক যুবক হোৱালৈকে অচেতন কৰি ৰাখি দিয়ে, পিচত যোৱান হোৱাৰ পিচত সচেতন কৰি দিয়ে। আকৌ তিনিজনক একেলগ কৰি বিমানত বহুৱাই ওপৰৰ লোকৰ দৃশ্য দেখুৱায়। যাতে এইবোৰে নিজে নিজক সৰ্বেশ্বৰ বুলি ধাৰনা নকৰে। গুন প্ৰধান ক্ষেত্ৰক বুজিবৰ কাৰনে এটা উদাহৰণ ধৰি লোৱা কোনো ঘৰত তিনিটা কোঠালী আছে। এটা কোঠাত দেশভক্ত বীৰ স্বহীদৰ চিত্ৰ লগোৱা আছে, যেতিয়া কোনোবাই সেই কোঠালীত প্ৰৱেশ কৰিব তো তাৰ বিচাৰ দেশভক্ত যেনেকুৱা হৈ যাব। দ্বিতীয় কোঠালীত সাধু-সন্ত, ঋষি-মুনিৰ চিত্ৰ লগোৱা আছে। সেই কোঠালীত প্ৰবেশ কৰাৰ লগে লগেই মন শান্ত তথা ঈশ্বৰ ভক্তিৰ ফালে লৈ যায়। তৃতীয় কোঠালীত অশ্লীল, অৰ্ধনগ্ন পুৰুষ-স্ত্ৰীৰ চিত্ৰ লগোৱা আছে - তো দেখাৰ লগে লগে মনত সতঃবিকাৰ উৎপন্ন হৈ যায়। এইদৰে ওপৰৰ ব্ৰহ্মলোকত কালৰূপী ব্ৰহ্মই তিনি স্থানত এক-এক গুন প্ৰধান ঠাই বনাইছে। তিনিপ্ৰভু (ৰজগুন-ব্ৰহ্মাদেব, সত্‌গুন- বিষ্ণুদেব তথা তমোগুন -শিবদেব) নিজৰ গুনৰ প্ৰভাব কেনেকৈ বিস্তাৰ কৰে? উদাহৰণ- যেনেকুৱা ৰন্ধন ঘৰত জলকীয়াৰ গুড়া আঞ্জাত দিলে। জলকীয়াৰ গুন সকলো ৰূমত বহি থকা ব্যক্তিৰ নাকত ধৰিলে। যেনে- সাকাৰ বস্তু জলকীয়া তো ৰান্ধনী ঘৰতে আছিল, কিন্তু তাৰ নিৰাকাৰ শক্তি অৰ্থাৎ গুনে দুৰত বহি থকা ব্যক্তিকো প্ৰভাবিত কৰি দিলে। ঠিক এইদৰে তিনিও প্ৰভু (শ্ৰীব্ৰহ্মা- ৰজগুন, শ্ৰীবিষ্ণু - সত্‌গুন

তথা শ্ৰীশিব-তমোগুন) নিজ-নিজ লোকত থাকি তিনি লোক (পৃথিবী লোক, পাতাল লোক তথা স্বৰ্গলোক)ৰ সকলো প্ৰাণীক প্ৰভাৱিত কৰি ৰাখে। যেনেকৈ মোবাইল ফোনৰ ৰেঞ্জৰ দ্বাৰা ফোনৰ কাৰ্য্য কৰে। এইদৰে অদৃশ্য শক্তিৰূপী গুনৰ দ্বাৰা তিনিও দেৱতা নিজৰ পিতা কালৰ সৃষ্টি তাৰ আহাৰৰ বাবে চলাই থাকে। দুৰ্গাৰ আলাদা লোকো আছে, যত তাই নিজৰ বাস্তৱিক ৰূপত দৰ্শন দিয়ে। আকৌ ইবিলাকৰ বিমান দুৰ্গাৰ দ্বীপত উপস্থিত হল। তেতিয়া জ্যোতি নিৰঞ্জন অৰ্থাৎ কালৰূপী ব্ৰহ্মাই বিষ্ণুদেৱক লৰালিৰ কথা মনত পেলাই দিলে। তেতিয়া শ্ৰীবিষ্ণুদেৱে কলে যে এইজনী দুৰ্গা আমাৰ তিনিওৰে জননী। মই সৰুতে দোলনাত শুই আছিলো, এওঁ মোক নিচুকনী গীত গাই গাই দোলাই আছিল। তেতিয়া বিষ্ণুদেৱে কলে যে হে দুৰ্গা! আপুনী আমাৰ মাতৃ। মই (বিষ্ণু) ব্ৰহ্মা তথা শংকৰ তো জন্মবান। আমাৰ তো আৱিৰ্ভাব অৰ্থাৎ জন্ম তথা তিৰোভাব অৰ্থাৎ মৃত্যু হয়, আমি অবিনাশী নহওঁ। আপুনী প্ৰকৃতি দেৱী। এই কথা শ্ৰীশংকৰে স্বীকাৰ কৰিলে তথা কলে যে মই তমোগুনী লীলা কৰোতা শংকৰো তোমাৰেই পুত্ৰ হওঁ। শ্ৰীবিষ্ণুদেৱ তথা শ্ৰীব্ৰহ্মাদেৱ আপোনাৰ পৰাই উৎপন্ন হৈছে।

আকৌ এই তিনিও দেৱতাৰ বিবাহ দুৰ্গাই কৰোৱাই দিলে। প্ৰকৃতি দেৱীয়ে (দূৰ্গা) নিজৰ শব্দ শক্তিৰে নিজেই তিনি ৰূপ ধাৰন কৰিলে। শ্ৰীব্ৰহ্মাৰ বিবাহ সাবিত্ৰীৰ লগত, শ্ৰীবিষ্ণুৰ বিবাহ লক্ষীৰ লগত তথা শিবৰ বিবাহ উমা অৰ্থাৎ কালীৰ লগত কৰোৱাই দি বিমানত বহুৱাই ইহঁতৰ বেলেগ বেলেগ দ্বীপত পঠোৱাই দিলে।

জ্যোতি নিৰঞ্জনে নিজৰ শ্বাসৰ দ্বাৰা সাগৰৰ তলত চাৰি বেদ লুকাই ৰাখিলে। আকৌ প্ৰথম সাগৰ মন্থনৰ সময়ত বেদক ওপৰত বাহিৰ কৰাই দিলে। জ্যোতি নিৰঞ্জন (কাল/ব্ৰহ্ম)ৰ আদেশত দূৰ্গাই চাৰিও বেদক শ্ৰী ব্ৰহ্মাক প্ৰদান কৰিলে। ব্ৰহ্মাই দূৰ্গাক (নিজ মাতৃক) পুছিলে যে বেদত যি ব্ৰহ্মৰ (প্ৰভুৰ) উল্লেখ আছে সেইটো আপুনী নে কোনো অন্য পুৰুষ?

দুৰ্গাই কালৰ (ব্ৰহ্মৰ) ভয়ত সত্যক গোপন কৰি ৰাখিবৰ চেষ্টা কৰি কলে যে মই তথা ব্ৰহ্ম একেই কোনো পাৰ্থক্য নাই। আকৌ বাস্তৱিকতা নুলুকালে। দুৰ্গাই আকৌ কলে যে তোমালোক তিনিও মোৰ তথা ব্ৰহ্মৰ স্মৰন কৰি থাকিবা। আমাৰ স্মৰন কৰি থাকোতেই যদি কোনো কঠিন পৰিস্থিতিৰ উদ্ভৱ হয় তেন্তে মই তুৰন্তে সমুখত আহি যাম।

বিশেষ ঃ- কিয়নো কালে দুৰ্গাক কৈ ৰাখিছে যে মোৰ ৰহস্য কেতিয়াও কাকো প্ৰকাশ নকৰিবা। এই ভয়ত দুৰ্গাই গোটেই জগতক বাস্তৱিকতাৰ পৰা অপৰিচিত ৰাখে। এওঁ নিজৰ সন্তানকো ছলনা কৰি ৰাখে। ইয়াৰ কাৰন হল কালৰ অভিশাপ লগা আছে যে প্ৰতিদিন একলাখ মানব শৰীৰ ধাৰী প্ৰানীৰ সুক্ষ্ম দেহ ভোজন কৰিব লাগে আৰু সোৱালাখ উৎপন্ন কৰিব লাগে। এই কাৰনে নিজৰ তিনি পুত্ৰৰ দ্বাৰাই আহাৰ তৈয়াৰ কৰোৱায়। শ্ৰীব্ৰহ্মাদেৱৰ ৰজগুনৰ দ্বাৰা প্ৰভাবিত কৰি সকল প্ৰানীৰ দ্বাৰা সন্তান উৎপত্তি কৰোৱায়। শ্ৰীবিষ্ণুদেৱৰ সত্‌গুনৰ দ্বাৰা এজনে আনজনৰ প্ৰতি মোহ-মায়া উৎপন্ন কৰি স্থিতি অৰ্থাৎ কালৰ জালত আৱদ্ধ কৰি ৰাখে তথা শ্ৰীশিবৰ তমোগুনৰ দ্বাৰা সংহাৰ কৰোৱাই নিজৰ আহাৰ তৈয়াৰ কৰোৱায়।

পিছত তিনিও প্ৰভুক মাৰি খাই দিয়ে তথা নতুন পুন্য কৰ্মীৰ প্ৰানীৰ ভিতৰৰ পৰা তিনি

পুত্র উৎপন্ন কৰি নিজৰ কাৰ্য্য চলাই ৰাখে তথা পুৰ্বৰ তিনি ব্ৰহ্মা, বিষ্ণু তথা শিব চৌৰাশী লাখ যোনীৰ কষ্ট তথা স্বৰ্গ-নৰকত কৰ্ম আধাৰৰ ওপৰত চক্কৰ লগাই থাকে এই প্ৰমান শিব মহাপুৰাণ, ৰুদ্ৰ সংহিতা, প্ৰথম (সৃষ্টি) খণ্ড অধ্যায় ৬, ৭ তথা ৮, ৯ ৰ ভিতৰত আছে।

# " শ্ৰীশিব মহাপুৰাণৰ পৰা সাৰ বিচাৰ"

# "শিব মহাপুৰাণ"

শ্ৰীশিব মহাপুৰাণ (অনুবাদক ঃ শ্ৰীহনুপ্ৰসাদ পোদ্দাৰ। প্ৰকাশক ঃ গোবিন্দ ভৱন কাৰ্য্যালয়, গীতা প্ৰেস গোৰক্ষপুৰ) মোটা টাইপ, অধ্যায় ৬, ৰুদ্ৰ সংহিতা, প্ৰথম খণ্ড (সৃষ্টী) ৰ পৰা নিস্কৰ্ষ।।

নিজ পুত্ৰ নাৰদ শ্ৰীশিব তথা শ্ৰীশিবাৰ বিষয়ে প্ৰশ্ন কৰাত শ্ৰীব্ৰহ্মাই কলে (পৃষ্ঠা ১০০ ৰ পৰা ১০২) যি পৰব্ৰহ্মৰ বিষয়ে জ্ঞানৰ আৰু অজ্ঞানৰ পূৰ্ণ যুক্তিৰ দ্বাৰা এইদৰে বিকল্প কৰা হয়, যি নিৰাকাৰ পৰব্ৰহ্ম তেওঁৱেই সাকাৰ ৰূপত সদাশিব ৰূপ ধাৰন কৰি মনুষ্য ৰূপত প্ৰকট হল। সদাশিবে নিজৰ শৰীৰৰ পৰা এজনী স্ত্ৰী উৎপন্ন কৰিলে যাক প্ৰধান, প্ৰকৃতি, অম্বিকা, ত্ৰিদেব জননী, (ব্ৰহ্মা, বিষ্ণু তথা শিবৰ মাতা) বুলি কোৱা হয়। যাৰ আঠখন বাহু আছে।

# "শ্ৰীবিষ্ণুৰ উৎপত্তি"

যিজন উক্ত সদাশিব তাক পৰম পুৰুষ, ঈশ্বৰ, শিব, শম্ভু আৰু মহেশ্বৰ বুলি কোৱা হয়। তেওঁ গোটেই শৰীৰত ছাই মখাই অৱস্থান কৰি থাকে। সেইজন কালৰূপী ব্ৰহ্মই এক শিবলোক নামক (ব্ৰহ্মলোকত তমোগুন প্ৰধান ক্ষেত্ৰ) ধাম বনালে। তাক কাশী বুলি কোৱা হয়। শিব তথা শিবাই পতি-পত্নী ৰূপত থাকি এজন পুত্ৰৰ উৎপত্তি কৰিলে যাৰ নাম বিষ্ণু ৰাখিলে। অধ্যায় ৭, ৰুদ্ৰ সংহিতা, শিব মহাপুৰান (পৃষ্ঠা ১০৩,১০৪)।

### "শ্ৰীব্ৰহ্মা তথা শিবৰ উৎপত্তি"

অধ্যায় ৭,৮,৯ (পৃষ্ঠা ১০৫-১১০) শ্ৰীব্ৰহ্মাই কলে যে শ্ৰীশিব তথা শিবা (কাল ৰূপী ব্ৰহ্ম তথা প্ৰকৃতি-দুৰ্গা-অষ্টাঙ্গী) ই পতি-পত্নীৰ ব্যৱহাৰ যোগে মোৰো উৎপত্তি কৰিলে তথা মোক অচেতন কৰি পদুমৰ ওপৰত থৈ দিলে। এই কাল মহাবিষ্ণু ৰূপ ধাৰন কৰি নিজৰ নাভিৰ পৰা এটা পদুম ফুলৰ উৎপন্ন কৰি লয়। ব্ৰহ্মা আগলৈ কয় যে চেতন পালো। পদুমৰ মূলক বিচাৰিবলৈ ইচ্ছা কৰিলো, কিন্তু অসফল হৈ গলো। পিচত তপ কৰিবলৈ ধৰিলো আকাশবানী হল। তপ কৰিলো। পিছত মোৰ তথা বিষ্ণুৰ লগত কিবা কথাত মাৰা-মাৰি হৈ গল। (বিবৰন এই পুথিৰ পৃষ্ঠা ১৪৯-২৫০) তেতিয়া আমাৰ দুইৰ মাজত তোজোময় লিঙ্গ প্ৰকট হৈ গল তথা ওম, ওমৰ ধ্বনি প্ৰকট হল তথা সেই লিংগৰ গাত ও-ও-ম তিনি অক্ষৰ লিখা আছিল। পিছত ৰূদ্ৰ ৰূপ ধাৰন কৰি সদাশিব পাচমুখিয়া মানব ৰূপত প্ৰকট হল, তাৰ লগত শিবা (দুৰ্গা) ও আছিল।

আকৌ শংকৰক হঠাতে উপস্থিত কৰালে (কিয়নো ই প্ৰথমে অচেতন আছিল,

পিচত চেতন কৰাই তিনিওকে একলগ কৰি দিলে) তথা কলে যে তোমালোক তিনিও সৃষ্টি-স্থিতি তথা সংহাৰ কাৰ্য্য চলাই থাকা।

ৰজগুন প্ৰধান ব্ৰহ্মাদেব, সত্‌গুন প্ৰধান বিষ্ণুদেব তথা তমোগুন প্ৰধান শিবদেব। এনে প্ৰকাৰে তিনি দেবতাৰ গুন আছে, কিন্তু শিব (কালৰূপী ব্ৰহ্ম) গুনাতীত বুলি মনা হৈছে। (পৃষ্ঠা ১৯৯ ৰ ভিতৰত)

সাৰ বিচাৰ ঃ- ওপৰোক্ত বিবৰণৰ পৰা স্পষ্ট হয় যে কালৰূপী ব্ৰহ্ম অৰ্থাৎ সদাশিব তথা প্ৰকৃতি (দুৰ্গা)শ্ৰীব্ৰহ্মা, শ্ৰীবিষ্ণু তথা শ্ৰী শিবৰ মাতৃ-পিতৃ। দুৰ্গা, ইয়াক প্ৰকৃতি তথা প্ৰধানও কোৱা হয়, ইয়াৰ আঠখন বাহু। এইজনী সদাশিব অৰ্থাৎ জ্যোতি নিৰঞ্জন (কাল)ৰ শৰীৰ অৰ্থাৎ পেটৰ পৰা ওলাইছে। ব্ৰহ্ম অৰ্থাৎ কাল তথা প্ৰকৃতি (দুৰ্গা) সকলো প্ৰানীক ভ্ৰমিত কৰি ৰাখে। নিজৰ পুতেককো বাস্তবিকতা নকয়। কাৰনটো হল কাল (ব্ৰহ্ম)ৰ একৈশ ব্ৰহ্মাণ্ডৰ প্ৰানী যাতে গম নেপায় যে সিহঁতক তপ্তশিলাৰ ওপৰত ভাজা কৰি কাল (ব্ৰহ্ম-জ্যোতি নিৰঞ্জন) ভক্ষন কৰে। এইবাবে জন্ম-মৃত্যু তথা অন্য দুঃখদায়ী যোনীত যাতনা দিয়ে তথা নিজৰ তিনি পুত্ৰক ৰজগুন ব্ৰহ্মাদেব, সত্‌গুন বিষ্ণুদেব তথা তমোগুন শিবৰ দ্বাৰা উৎপত্তি, স্থিতি, পালন তথা সংহাৰ কৰোৱাই নিজৰ আহাৰ তৈয়াৰ কৰোৱায়। কিয়নো কালক (ব্ৰহ্মক) একলাখ মানব শৰীৰধাৰী প্ৰানীৰ সুক্ষ্ম দেহক ভক্ষন কৰাৰ শাপ লাগিছে। অনুগ্ৰহ কৰি শ্ৰীমদ্‌ভগবত গীতাত চাওক কাল (ব্ৰহ্ম) তথা প্ৰকৃতি (দুৰ্গা)ৰ পতি-পত্নীৰ কৰ্মৰ দ্বাৰা ৰজগুন ব্ৰহ্মা, সতগুন বিষ্ণু তথা তমোগুন শিবৰ উৎপত্তি।

## "তিনিগুন কি ? প্ৰমানৰ সৈতে"

"তিনি গুন হল, ৰজগুন ব্ৰহ্মাজী, সত্‌গুন বিষ্ণুজী তথা তমোগুন শিবজী। ব্ৰহ্ম (কাল) তথা প্ৰকৃতি (দুৰ্গা) ৰ পৰা উৎপন্ন হৈছে তথা তিনিও নাশবান।"

প্ৰমান ঃ- গীতা প্ৰেস গোৰখপুৰৰ পৰা প্ৰকাশিত শ্ৰীশিব মহাপুৰাণ যাৰ সম্পাদক শ্ৰীহনুমান প্ৰসাদ পোদ্দাৰ পৃষ্ঠা সংখ্যা ১১০, অধ্যায় ৯, ৰুদ্ৰ সংহিতা। "এইদৰে ব্ৰহ্মা-বিষ্ণু তথা শিব তিনিও দেবতাৰ ভিতৰত গুণ আছে, কিন্তু সদাশিব (ব্ৰহ্ম-কাল) গুণাতীত বুলি কোৱা হৈছে।"

দ্বিতীয় প্ৰমাণ ঃ- গীতা প্ৰেস গোৰখপুৰৰ পৰা -- প্ৰকাশিত শ্ৰীমদ্‌ দেবীভাগবত-পুৰাণ যাৰ সম্পাদক শ্ৰী হনুমান প্ৰসাদ পোদ্দাৰ চিমনলাল গোস্বামী, তৃতীয় স্কন্দ, অধ্যায় ৫, পৃষ্ঠা ১২৩ ঃ- ভগৱান বিষ্ণুৱই দুৰ্গাৰ স্তুতি কৰিলে ঃ কলে যে মই (বিষ্ণু) ব্ৰহ্মা তথা শংকৰ তোমাৰ কৃপাৰ দ্বাৰাই বিদ্যমান। আমালোকৰ তো আবিৰ্ভাব (জন্ম) তথা তিৰোভাব (মৃত্যু) হয়। আমি নিত্য (অবিনাশী) নহওঁ। তুমিয়েই নিত্য, জগত জননী, প্ৰকৃতি আৰু সনাতনী দেবী। ভগৱান শংকৰে কলে ঃ যদি ভগৱান ব্ৰহ্মা তথা ভগৱান বিষ্ণু তোমাৰ পৰাই উৎপন্ন হৈছে তেন্তে তাৰ পিছত উৎপন্ন হোৱা মই তমোগুনী লীলা কৰা শংকৰ কি তোমাৰ সন্তান নহয় জানো, অৰ্থাৎ মোকো জনম দিয়া তুমিয়েই হোৱা। এই সংসাৰৰ সৃষ্টি-স্থিতি-সংহাৰত তোমাৰ গুণ সৰ্বদা বিদ্যমান। এই তিনিও গুণৰ পৰা উৎপন্ন আমি ব্ৰহ্মা, বিষ্ণু তথা শংকৰ নিয়মানুসাৰ নিজ কাৰ্য্যত তৎপৰ হৈ থাকো।

ওপৰোক্ত - এই বিৱৰণ কেৱল হিন্দিত অনুবাদিত শ্ৰীদেবী মহাপুৰাণৰ পৰা, যত

কিছু তথ্যক গোপন কৰা হৈছে। এইবাবে প্রমান চাওক শ্রীমদ দেবীভাগৱত মহাপুৰাণ সভাষটিকম্ সমহাত্যম্, খেমৰাজ শ্রীকৃষ্ণদাস প্রকাশন মুম্বই, ইয়াত সংস্কৃতৰ সৈতে হিন্দিত অনুবাদ কৰা হৈছে। তৃতীয় স্কন্দ অধ্যায় ৪, পৃষ্ঠা ১০, শ্লোক ৪২ ঃ-

ব্রহ্মা -- अहम इश्वर: फिल ते प्रभावात्सर्वे वयं जनि युता न
यदा तु नित्या:, के अन्ये सुरा: शतमुख प्रमुखा: च नित्या नित्या
त्वमेव जननी प्रकृति: पुराणा।। ४२।।

অনুবাদ ঃ- হে আই! ব্রহ্মা, মই তথা শিব তোমাৰ প্রভাবৰ দ্বাৰাই জন্মিছো, নিত্য নহওঁ অর্থাৎ আমি অবিনাশী নহওঁ, তেন্তে অন্য ইন্দ্রাদি আন দেবতা কিদৰে নিত্য হব পাৰে। তুমিয়েই অবিনাশী, প্রকৃতি তথা সনাতনী দেবী। (৪২)

পৃষ্ঠা - ১১-১২, অধ্যায় ৫, শ্লোক ৮ ঃ-

यदि दयार्द्रमना न सदांऽविके कथमहं बिहित: च तमोगुन:
कमलजश्च रजोगुणसंभव: सुबिहित: किमु सत्वोगुणों हरि:। ।८।।

অনুবাদ ঃ- শংকৰে কলে ঃ- হে আই! যদি আমাৰ ওপৰত আপুনী দয়াবান হৈছে তেন্তে মোক কিয় তমোগুনী বনাইছা; পদুমৰ ওপৰত উৎপন্ন হোৱা ব্রহ্মাক কি কাৰনে ৰজগুন বনাইছা তথা বিষ্ণুক কিয় সত্‌গুন বনাইছা? অর্থাৎ জীৱক জন্ম-মৃত্যু ৰূপী দুস্কর্মত কিয় লগাইছা?

শ্লোক - ১২ ঃ- रमयसे सवपतिं पुरुषं सदा तब गतिं न हि बिह विदम् शिवे (১২)

অনুবাদ ঃ- নিজ পতি পুৰুষ অর্থাৎ কাল ভগৱানৰ লগত সদায় ভোগ বিলাসত মত্ত হৈ থকা। আপোনাৰ গতি কোনেও নেজানে।

## "নিস্কর্ষ"

"শ্রীমদ ভাগবত গীতাৰ জ্ঞানো এই কালৰূপী ব্রহ্মই শ্রীকৃষ্ণৰ শৰীৰত প্রেতৱত প্রৱেশ কৰি কৈছে। ওপৰোক্ত পবিত্র পুৰাণ বিলাকে প্রমান কৰি দিছে যে প্রকৃতি, দুর্গাকেই কয়, তথা সদাশিব অর্থাৎ কাল ৰূপী ব্রহ্ম তথা প্রকৃতিৰ পৰাই ৰজগুণ ব্রহ্মাদেব, সত্‌গুন বিষ্ণুদেব তথা তমোগুন শিবদেবৰ উৎপত্তি পতি-পত্নীৰ ব্যৱহাৰ দ্বাৰাই হৈছে। ইয়াৰ সাক্ষী শ্রীমদ্ ভাগবত গীতা ও হয়। শ্রী গীতা সকলো শাস্ত্রৰ সাৰ, এই কাৰনে ইয়াৰ ভিতৰত সংক্ষিপ্ত বিবৰণ সাংকেতিক শব্দ (কোড ৱার্ড)ত আছে। যাক তত্বদর্শী সন্তই বুজিব পাৰে। এতিয়া অনুগ্রহ কৰি প্রৱেশ কৰক 'পবিত্র শ্রীমদ্ ভাগৱত গীতাৰ ভিতৰত'।

অধ্যায় ১৪, শ্লোক ৩ পৰা ৫ লৈ পৱিত্র শ্রীমদ্ ভাগৱত গীতা কওঁতা কাল ব্রহ্মই শ্রীকৃষ্ণৰ শৰীৰত প্রেতৱত প্রৱেশ কৰি কৈছে যে প্রকৃতি (দুর্গা) তো মোৰ পত্নী, মই ব্রহ্ম ইয়াৰ যোনীত বীজ স্থাপন কৰো যাৰ দ্বাৰা সমস্ত প্রানীৰ উৎপত্তি হয়। মই সকলোৰে পিতা তথা প্রকৃতি (দুর্গা) সকলোৰে মাতৃ বুলি কোৱা হয়। প্রকৃতিৰ (দুর্গা) পৰা উৎপন্ন তিনিগুন (ৰজগুন-ব্রহ্মা, সত্‌গুন-বিষ্ণু তথা তমোগুন-শিব) জীৱাত্মাক কর্মৰ আধাৰ দ্বাৰাই শৰীৰত বান্ধে অর্থাৎ এই তিনিও দেবতা সকল প্রাণীক সংস্কাৰৰ আধাৰত উৎপত্তি, স্থিতি তথা সংহাৰ কৰি আৱদ্ধ কৰি ৰাখে।

অধ্যায় ১১, শ্লোক ৩২ কৈছে যে মই কাল, সকলোকে খাবৰ কাৰনে প্ৰকট হৈছো। অধ্যায় ১১, শ্লোক- ২১ অৰ্জুনে কৈ আছে যে আপুনী তো ঋষিবোৰকো খাই আছে, দেবতা বিলাকে তথা সিদ্ধ বিলাকে আপোনাক মঙ্গলাবচন অৰ্থাৎ ৰক্ষা কৰাৰ কাৰনে বিনতী কৰি আছে। বেদৰ স্তোত্ৰৰ দ্বাৰা আপোনাৰ স্তুতি কৰি আছে। ইয়াৰ উপৰিও কিন্তু আপুনী সকলোকে খাই আছে। কিছুমানে আপোনাৰ দাড়িত ওলোমি থকা দেখা গৈছে, কিছুমানে আপোনাৰ মুখৰ ভিতৰত প্ৰৱেশ কৰি আছে।

## "ৰজগুন শ্ৰীব্ৰহ্মাদেব, সত্গুন শ্ৰীবিষ্ণুদেব তথা তমোগুন শ্ৰীশিব দেব ত্ৰিদেৱতাৰ পূজাক ব্যাৰ্থ কৈছে"

এই গীতা জ্ঞানদাতা প্ৰভু (কাল/ব্ৰহ্ম) (শ্ৰীমদ্ ভগবত গীতা অধ্যায় ৭, শ্লোক ১২ পৰা ১৫ লৈ) কৈ আছে যে তিনি গুন (ৰজগুন ব্ৰহ্মা, সত্গুন বিষ্ণু তথা তমোগুন শিব)ৰ পূজা কৰোতা সকলৰ জ্ঞান হৰণ কৰা হৈছে, এইবোৰে ইবিলাকৰ ওপৰত মোৰ ভক্তি পূজাও নকৰে। তিনি প্ৰভু (ব্ৰহ্মা, বিষ্ণু, শিব)ৰ পূজা সাধনা কৰা সকল ৰাক্ষস স্বভাব ধাৰনকাৰী, মনুষ্যতকৈ নীচ, দুস্কৰ্মকাৰী মূৰ্খ এই তিনি জনাৰ ওপৰত মোক ব্ৰহ্মৰ পূজাও নকৰে।

শ্ৰীমদ্ ভগৱত গীতা জ্ঞানদাতা প্ৰভুই অধ্যায় ৭, শ্লোক ১৮ নিজৰ ভক্তিকো অতি অশ্ৰেষ্ঠ (অতিবেয়া) অনুত্তমাম্ বুলি কৈছে। এই কাৰনে অধ্যায় ১৫ শ্লোক ৪ তথা অধ্যায় ১৮, শ্লোক ৬২ আৰু ৬৬ কোনো অন্য পৰমেশ্বৰৰ শৰনত যোৱাৰ বাবে উপদেশ কৰিছে।

যি সময়ত পবিত্ৰ গীতাৰ জ্ঞান কোৱা হৈছিল, তাৰ আগেয়ে না তো ১৮ পুৰাণ না তো কোনো ১১ উপনিষদ আৰু ছয় শাস্ত্ৰ আছিল। যি পিছত ঋষি বিলাকে নিজৰ নিজৰ অনুভবেৰে পুথিৰ ৰচনা কৰিছে। সেই সময়ত কেবল চাৰি বেদেই মাত্ৰ শাস্ত্ৰ ৰূপত প্ৰমাণিত আছিল আৰু সেই পবিত্ৰ চাৰিও বেদৰ সাৰাংশ পবিত্ৰ গীতাৰ ভিতৰত বৰ্ণিত আছে।



# শাস্ত্ৰাৰ্থ বিষয়

## “শাস্ত্ৰৰ অৰ্থই পৰমেশ্বৰৰ তত্বজ্ঞানক সমষ্যাত পেলাইছে”

**শাস্ত্ৰাৰ্থ কেনেকৈ হৈছিল?**

**দুজন বিদ্বান প্ৰশ্ন-উত্তৰ চৰ্চা কৰি আছিল তথা বহুত সংখ্যক শ্ৰোতাই প্ৰশ্নৰ উত্তৰ শুনিবলৈ উপস্থিত আছিল। জয়-পৰাজয়ৰ ফৈচলা ৰাইজৰ হাতত আছিল, যিবিলাকৰ স্বয়ং জ্ঞান নাই এই দুই বিদ্বানে কি কৈ আছে? যিয়ে বেচি বেচিকৈ সংস্কৃত লগাই উচ্চাৰণ কৰিছিল তো শ্ৰোতা ৰাইজে তাকে হাত তালি বজাই বিজয়ী হোৱাৰ প্ৰমান দিছিল। এইদৰে বিদ্বানৰ হাৰ-জীতৰ ফৈচলা অবিদ্বানৰ হাতত আছিল।**

প্ৰমান ঃ- পুথি “শ্ৰীমদ্ দয়ানন্দ প্ৰকাশ” লিখক শ্ৰী সত্যানন্দ জী মহাৰাজ, প্ৰকাশক ঃ- সৰ্বদেশীয় আৰ্য্য প্ৰতিনিধি সভা ৩/৫ মহৰ্ষি দয়ানন্দ ভবন, ৰামলীলা মৈদান নিউ দিল্লী-২, গঙ্গা কাণ্ড অষ্টম স্বৰ্গ পৃষ্ঠ ৮৯, সমান লিখনী ঃ- তিন দিনলৈ, প্ৰতি সন্ধিয়া কৃষ্ণানন্দ দেব আৰু স্বামীজীৰ মাজত শাস্ত্ৰাৰ্থ চৰ্চা হৈছিল। এদিনা খন শাস্ত্ৰাৰ্থ চৰ্চাৰ সময়ত কোনোবাই কৃষ্ণানন্দ দেবক সাকাৰ বাদৰ অৱলম্বন কৰিলে আৰু ইয়াৰে ওপৰত শাস্ত্ৰৰ চৰ্চা আৰম্ভ হল। স্বামীজীৰ এইটো প্ৰসঙ্গ মনে বিচৰা বিষয় আছিল। তেখেতে ধাৰাবাহিক ভাবে সংস্কৃত উচ্চাৰন কৰি নিৰাকাৰ সিদ্ধান্তৰ ওপৰত বেদ আৰু উপনিষদৰ প্ৰমানৰ এক ছন্দ-পয়াৰ, আৰু কৃষ্ণানন্দ দেবক তাৰ অৰ্থ স্বীকাৰ কৰিবলৈ বাধিত কৰিলে। কৃষ্ণানন্দ দেবে কোনো প্ৰমান দিব নোৱাৰিলে। কেবল গীতাৰ এটা শ্লোক “যদা যদা হি ধৰ্মস্ব গ্লানিৰ্ভৱতি ভাৰত” শ্ৰোতাৰ ফালে মুখ কৰি পঢ়িবলৈ ধৰিলে। স্বামীজীয়ে গৰ্জন কৰি কলে “আপোনাৰ বিতৰ্ক মোৰ লগত, এই কাৰনে মোৰ ফালে অভিমুখ কৰি কওঁক”। কিন্তু তাৰ বিচাৰ থৰ কাচুটি হোৰোৱা নিচিনা হল, ওপৰা উপৰি কৰি কবলৈ পাহৰিলে। মুখ বিবৰ্ণ হল। ডিঙি শুকাই গল। চেহেৰা শেতা পৰি গল। কোনো প্ৰকাৰে লাজ ৰাখিবৰ কাৰনে তেখেতে তৰ্ক শাস্ত্ৰৰ শৰণ লৈ স্বামীজীক কলে -- “বাৰু, লক্ষণৰ লক্ষন কওক চোন? স্বামীজীয়ে উত্তৰ দিলে ‘যেনেকুৱা কাৰনৰ কোনো কাৰন নাই ঠিক তেনেকুৱাই লক্ষণৰ কোনো লক্ষন নাই। ৰাইজে হাঁহিৰে কৃষ্ণানন্দৰ পৰাজয় প্ৰকাশ কৰি দিলে আৰু তেখেতে ঘবড়াই গৈ তাৰ পৰা গুচিল।

**ওপৰৰ বিবৰণত এইটো স্পষ্ট যে বিদ্বান ব্যক্তিৰ জয় পৰাজয়ৰ ফয়চলা অবিদ্বান ব্যাক্তিৰ ওপৰত আছিল। স্বামী দয়ানন্দ জীয়ে লানি নিছিগাকৈ সংস্কৃত কৈ দিছিল আৰু শ্ৰোতাই হাঁহিছিল তথা মহৰ্ষি দয়ানন্দকে বিজয়ী ঘোষণা কৰি দিছিল তথা পৰমাত্মা নিৰাকাৰ বুলি মানি লৈছিল। কিন্তু যিয়ে নহওক, যজুৰ্বেদ অধ্যায় ১, মন্ত্ৰ ১৫, তথা যজুৰ্বেদ অধ্যায় ৫, মন্ত্ৰ ১ স্পষ্ট আছে যে পৰমাত্মা স্বশৰীৰ তথা সাকাৰ অবস্থাত বিদ্যমান।**

**স্বামী দয়ানন্দ মহাশয় সংস্কৃত ভাষাত প্ৰবচন কৰিছিল, তাৰ প্ৰমাণ ঃ- ‘সত্যাৰ্থ প্ৰকাশ’ৰ ভূমিকা পৃষ্ঠা ৮ স্বামী দয়ানন্দ মহাশয়ে কৈছিল যে প্ৰথম বাৰ সত্যাৰ্থ প্ৰকাশ ছপাইছিলো। সেই সময় মই হিন্দি ভালদৰে কব পৰা নাছিলো। কিয়নো লৰালি কালৰ পৰা ১৮৮২ চন (সম্বতঃ ১৯৩৯) লৈ সংস্কৃতত ভাষন কৰি আছিলো। ইয়াৰ দ্বাৰা সিদ্ধ হয় যে স্বামী দয়ানন্দ মহাশয় সংস্কৃত ভাষাত শাস্ত্ৰাৰ্থ কৰিছিল। সম্বত ১৯৩৯ (চন ১৮৮২) সত্যাৰ্থ প্ৰকাশক পুনঃৰাই ছপোৱা এক বছৰ পিছত চন ১৮৮৩ স্বামীজীৰ নিধন**

হৈ গল। স্পষ্ট হৈছে যে স্বামীজী মৃত্যুৰ এক বছৰ পূৰ্বেই হিন্দি ভাষা জানিছিল। ইয়াৰ আগেয়ে তেখেতে সংস্কৃতত প্ৰবচন কৰিছিল। শ্ৰোতাগন সংস্কৃতৰ লগত অপৰিচিত আছিল আৰু সিবিলাকেই বিদ্বানৰ হাৰ জীতৰ ফয়চলা কৰিছিল।

এতিয়া এই দাসানুদাস (ৰামপাল দাস) বিচাৰে যে সকলো পবিত্ৰ ধৰ্মৰ প্ৰভুপ্ৰেমী পুন্যাত্মা তত্বজ্ঞানৰ লগত পৰিচিত হৈ যাওক, তেতিয়া স্বয়ং আচল লাল আৰু লালড়ী চিনিব পাৰিব।

কাহিনী ঃ- এক মহাজনৰ দুজন পুতেক আছিল। এজন ১৬ বছৰৰ আনজন ১৮ বছৰৰ। দেউতাকৰ মৃত্যু হৈ গল। লৰাৰ মাকে এখন কাপোৰত কিছু লাল বান্ধি লৰাৰ হাতত দি কলে বোপাই এই অকনমান লাল লৈ নিজৰ জেঠাৰ (বাপেকৰ ডাঙৰ ভাই) ওচৰত গৈ কবা আমাৰ লগত টকা পইচা নাই। এই অকনমান লাল আপোনাৰ কাষত ৰাখক তথা আমাক বেপাৰত অংশীদাৰ কৰি লওক। আমি অকলে লৰা মানুহ বেপাৰ কৰিব নোৱাৰিম। দুয়ো লৰাই মাকে দিয়া লাল থকা টোপোলাটো লৈ নিজৰ জেঠাৰ ওচৰলৈ গল তথা মাকে শিকাই দিয়া কথা কলে। সেইজন বেপাৰী (জেঠা) লাল খিনী লৈ দেখিলে তথা লৰাহঁতৰ কথা স্বীকাৰ কৰিলে আৰু কলে লৰাহত -- এই লাল থকা টোপোলা খিনি নিজৰ আইক ঘুৰাই দি আহা, চম্ভাল কৰি ৰাখিব। তোমালোকে মোৰ লগত আহা অইন চহৰলৈ যাওঁ। মই বহুত মাল ধাৰে লব পাৰো, উভতি আহি এই লালৰ প্ৰয়োগ কৰিম।

দুয়ো লৰাই জেঠাৰ লগত আন এক চহৰলৈ গল। এদিনাখন অলপ লাল ভতিজাক দিলে তথা কলে, বোপাই এইখিনি লাল, ইয়াক সৌ মহাজনক দি আহা, যাৰপৰা যোৱাকালি পঞ্চাচ হেজাৰ টকাৰ মাল ধাৰে আনিছিলো তথা কবা যে এই লালখিনী ৰাখি লোৱা, আমি উভতি আহি আপোনাৰ ঋণ পৰিশোধ কৰি দিম তথা নিজৰ লাল ঘুৰাই লৈ যাম।

দুয়ো লৰাই মহাজনক উক্ত বিৱৰণ কলে তেতিয়া মহাজনে এক সোনাৰীক মাতিলে। সোনাৰীয়ে লাল খিনিক টেষ্টিং (পৰীক্ষা), কৰি কলে এইবোৰ লাল নহয়, ই তো লালড়ী হে, যি শ টকা মূল্যৰ নহয়, লালৰ দাম তো নয় লাখ টকা। মহাজনে ভাল-মন্দ দুই চাৰি কথা কৈ সেই লালড়ী খিনী বাটলৈ দলিয়াই পেলাই দিলে। লৰাহতে লালড়ী খিনিক বাটৰ পৰা তুলি নি নিজৰ জেঠাৰ কাষলৈ আহিল। কান্দি কাটি সকলো বৃত্তান্ত শুনাই কলে যে এক ব্যক্তিয়ে পৰীক্ষা কৰি কৈছে এইটো লাল নহয় এইটো লালড়ী।

জেঠাদেউ (আঙ্কল) য়ে কলে বোপাই সেইজন স্বৰ্ণকাৰ আছিল। তেওঁ ঠিক কথাই কৈছিল, আচলতে এইবোৰ লালড়ী, ইয়াৰ দাম শ টকাও নহয়। বোপাই মোৰেই ভুল হৈছে। লাল তো এইবোৰ, ভুল কৰি মই তোমালোকক লালড়ী দি দিছিলো। এতিয়া যোৱা তথা মহাজনক কবা আমাৰ জেঠা (আঙ্কল) ঠগ নহয় আকৌ সেই মহাজনৰ ওচৰত গল তথা কলে যে আমাৰ জেঠা এনেকা ঠগ ব্যক্তি নহয় মহাজন, ভুলতে লালৰ ঠাইত লালড়ী দি পেলাইছিল। এতিয়া এই লাল খিনী লওক। সোনাৰীয়ে কলে যে সঁচাই এইবোৰ লাল আগৰ খিনী লালড়ী আছিল।

বস্তু বাহানিলৈ নিজৰ চহৰলৈ উভতি আহিল। তেতিয়া জেঠাদেউ (আংকল) য়ে কলে বোপাই! মাকৰ পৰা লাল খিনী লৈ আহা, ঋণ বেচি হৈ গৈছে। দুয়ো লৰাই নিজৰ

মাকৰ পৰা লাল থকা টোপোলা খিনী লৈ খুলি চাই দেখিলে যে সেইবোৰ লালড়ী আছিল, লাল অকন মানিও নাই। জেঠাদেউ লৰাহতক লাল আৰু লালড়ীৰ প্ৰভেদ চিনাই দিছিল। দুয়ো লৰাই নিজৰ মাকক কলে যে আই এইবোৰ লাল নহয়, লালড়ী। দুয়ো লৰাই ঘৰৰ পৰা ঘুৰি আহি জেঠাদেউক কলে যে আমাৰ আয়েক বৰ নিৰ্বোধ। তাইৰ লাল আৰু লালড়ীৰ জ্ঞান নাই। সেইবোৰ লাল নহয় লালড়ী। জেঠাদেউয়ে কলে লৰাহঁত সেইদিনাও এইবোৰ লালড়ী আছিল যিদিনা মোৰ ওচৰত লৈ আহিছিলা। যদি মই লালড়ী বুলি কৈ দিলো হেতেন তেন্তে তোমাৰ আয়েকে কলেহেতেন যে এতিয়া মোৰ পতী নাই, এইকাৰনে এতিয়া মোৰ লাল খিনীকো লালড়ী বুলি কৈ আছে। বোপাহত আজি মই তোমালোকক লাল আৰু লালড়ীৰ প্ৰভেদ চিনাবৰ যোগ্য বনাই দিছো। তোমালোকে নিজেই নিৰ্ণয় কৰিব পাৰিছা।

বিশেষ ঃ- এইদৰে আজি এই দাস এইটো বিচাৰে যে তত্ব জ্ঞানক জনে-জনে বুজি পাওক তথা শাস্ত্ৰৰ প্ৰমাণ চাই নিজে স্বয়ং চিনিব পৰা যোগ্য হৈ সাধু-অসাধুক চিনি পাওক।

শাস্ত্ৰাৰ্থ বিদ্বান সকলে কৰিছিল তথা হাৰ-জীতৰ ফয়চলা অবিদ্বানৰ হাতত আছিল। এই দাস বিচাৰে যে প্ৰথমে প্ৰভুপ্ৰেমী পুন্যাত্মাই শাস্ত্ৰ বুজি পাওক পিছত স্বয়ং জানি পাব এইবোৰ সাধু-মুনি, মহৰ্ষিয়ে কি পঢ়া পঢ়াই আছে।

## "শাস্ত্ৰাৰ্থ মহৰ্ষি সৰ্বানন্দ তথা কবীৰ (কবিৰ্দেব) ৰ"

এজন সৰ্বানন্দ নামৰ মহৰ্ষি আছিল। তেওঁৰ পূজনীয় আই শ্ৰীমতি সাৰদা দেবী পাপ কৰ্ম ফলৰ দ্বাৰা পীড়িত আছিল। তেওঁ সকলো ধৰনৰ পূজা-পাতাল আৰু যন্ত্ৰ-মন্ত্ৰ কষ্ট নিবাৰনৰ বাবে বছৰলৈ কৰিছিল। শাৰিৰীক কষ্ট নিবাৰনৰ কাৰনে বেজৰ ঔষধ খাইছিল কিন্তু আৰাম নিমিলিল। সেই সময়ৰ মহৰ্ষিৰ উপদেশো প্ৰাপ্ত কৰিছিল, কিন্তু সকলো মহৰ্ষিয়ে কৈছিল যে পুত্ৰী সাৰদা! এইটো তোমাৰ পাপ কৰ্মৰ শাস্তি প্ৰাৰব্ধ কৰ্ম -- এইটো ক্ষমা নহব, এইটো ভূগিবই লাগিব। ভগবান শ্ৰীৰামেও বালীক বধ কৰিছিল, সেই পাপ কৰ্মৰ শাস্তি শ্ৰীৰাম (বিষ্ণু)ৰ আত্মাই শ্ৰীকৃষ্ণ হৈ ভুগিছিল। শ্ৰী বালীৰ আত্মাই শিকাৰী হৈছিল। যিয়ে শ্ৰীকৃষ্ণ দেবৰ ভৰিত বিষাক্ত তীৰ মাৰি বধ কৰিছিল। এইদৰে গুৰুদেব, মহন্ত, সাধু, বৈষ্ণব, ঋষিৰ বিচাৰ শুনি দুঃখী মনেৰে ভক্তমতী সাৰদাই নিজৰ প্ৰাৰব্ধ পাপ কৰ্মৰ কষ্ট কান্দি কান্দি সহ্য কৰি আছিল। এদিন কোনোবা নিজ আত্মীয়ৰ কথাত কাশীত (স্বয়ম্ভু) স্বয়ং স্বশৰীৰ অৱতৰন কৰা (কবীৰদেব) কবীৰ পৰমেশ্বৰ অৰ্থাৎ কবীৰ প্ৰভুৰ পৰা নাম উপদেশ প্ৰাপ্ত কৰিলে তথা সেই দিনৰ পৰা কষ্ট মুক্তি পাই গল। কিয়নো পবিত্ৰ যজুৰ্বেদ অধ্যায় ৫, মন্ত্ৰ ৩২ লিখিত আছে যে "কবিৰংঘাৰিৰসি" অৰ্থাৎ (কবিৰ্) কবীৰ (অংঘাৰি) পাপৰ শত্ৰু (অসি) হয়। আকৌ এই পবিত্ৰ যজুৰ্বেদ অধ্যায় ৮, মন্ত্ৰ ১৩ লিখিত আছে যে পৰমাত্মা (এনসঃ এনসঃ) অধৰ্মৰ ওপৰত অধৰ্ম অৰ্থাৎ পাপৰ ওপৰত পাপ ঘোৰ পাপকো সমাপ্ত কৰি দিয়ে। প্ৰভু কবীৰ্দেবে (কবীৰ পৰমেশ্বৰ) কলে পুত্ৰী সাৰদা এই সুঃখ তোমাৰ ভাগ্যত নাছিল, মই নিজৰ ভড়ালৰ পৰা প্ৰদান কৰিছো তথা পাপ বিনাশক হোৱাৰ প্ৰমাণ দিছো। তোমাৰ পুতেক মহৰ্ষি সৰ্বানন্দ কৈ ফুৰে যে প্ৰভু পাপ ক্ষমা (নাশ) কৰিব নোৱাৰে তথা তুমি মোৰ পৰা নাম উপদেশ প্ৰাপ্ত কৰি আত্ম কল্যান কৰা। ভক্তমতি সাৰদা দেবী স্বয়ং আহি পৰমেশ্বৰ কবীৰ প্ৰভুৰ পৰা (কবীৰদেব)

**নাম উপদেশ লৈ নিজৰ আত্ম কল্যান কৰিলে। মহৰ্ষি সৰ্বানন্দ যি ভক্তমতি সাৰদা দেবীৰ পুত্ৰ আছিল, শাস্ত্ৰাৰ্থ কৰাৰ বৰ আগ্ৰহ আছিল। তেওঁ নিজৰ সমকালীন সকল বিদ্বান পণ্ডিতক শাস্ত্ৰাৰ্থ কৰি পৰাজিত কৰি দিছিল। পিচে ভাবিলে যে জন-জন কবলগীয়া হয়যে মই সকলো বিদ্বানৰ ওপৰত বিজয় প্ৰাপ্ত কৰি লৈছো। কিয়নো নিজৰ আয়েকৰ দ্বাৰাই নিজৰ নামটো সৰ্বাজীত কৰাই নলওঁ কেলেই? ইয়াকে ভাবি নিজৰ মাকৰ ওচৰত গৈ প্ৰাৰ্থনা কৰি কলে যে আই মোৰ নিজৰ নামটো সলনি কৰি সৰ্বাজিত ৰাখি দিয়া। মাকে কলে বোপাই সৰ্বানন্দ নামটো কিনো বেয়া? মহৰ্ষি সৰ্বানন্দই কলে আই! মই সকলো বিদ্বানক শাস্ত্ৰাৰ্থ কৰি পৰাজিত কৰিছো, এইকাৰনে মোৰ নামটো সৰ্বাজিত ৰাখি দিয়া। মাকে কলে বোপা! এজন বিদ্বান মোৰ গুৰু মহাৰাজ কবীৰ্দেব (কবীৰ প্ৰভু) তাকো পৰাজিত কৰি দিয়া, পিচত নিজৰ পুতেকৰ নাম আহিলে সৰ্বাজিত ৰাখি দিম। মাকৰ বচন শুনি শ্ৰীসৰ্বানন্দই আগেয়ে হাঁহি দিলে, পিচত কলে আই তুমিও নিৰ্বোধৰ নিচিনা। সেইজন তাতী (কাপোৰ বনোৱা) কবীৰ তো এজন অশিক্ষীত তাকনো কি পৰাজিত কৰিব লাগে? ৰবা, এতিয়াই গৈ আহি আছো।**

**মহৰ্ষি সৰ্বানন্দই সকলো শাস্ত্ৰ এখন বলদ গাড়ীৰ ওপৰত লৈ কবীৰ্দেব (কবীৰ পৰমেশ্বৰ)ৰ জুপুৰী ঘৰৰ সমুখত গল। পৰমেশ্বৰ কবীৰদেবৰ ধৰ্ম জীয়েক কমালীক প্ৰথমে কুঁৱাৰ পাৰত দেখা পালে, পিচত দুৱাৰ মুখত আহি তাই কলে আহক মহৰ্ষি এইটোৱে পৰম পিতা কবীৰদেবৰ ঘৰ। সৰ্বানন্দই ছোৱালী কমালীৰ দ্বাৰা এক লোটা পানী পূৰ্ণকৈ ভৰাই যত আৰু পানী ভৰাবলৈ অকনমানী ঠাই নাই তথা কলে যে পুত্ৰী এই পানীৰে ভৰপুৰ লোটা টো লাহে লাহে গৈ কবীৰক দিয়া তথা যি উত্তৰ দিব সেইটো মোক আহি কোৱা। কমালীৰ দ্বাৰা অনা পানীৰ লোটাত পৰমেশ্বৰ কবীৰ (কবীৰদেব) দেবে এটা কাপোৰ চিলোৱা ডাঙৰ বেজী পেলাই দিলে, কিছু পানী উপচি মাটিত পৰিল তথা কলে পুত্ৰী এই পানীৰ লোটা সৰ্বানন্দক ঘুৰাই দিয়া। পানী লোটা ছোৱালীজনী ঘুৰাই অনাত সৰ্বানন্দই পুছিলে যে কবীৰে কি উত্তৰ দিলে। কমালীয়ে প্ৰভু দ্বাৰা লোটাত ডাঙৰ বেজী পেলাই দিয়া বৃত্তান্ত কৈ দিলে। তেতিয়া সৰ্বানন্দ মহৰ্ষি পানীত বেজি পেলাই দিয়া মাহিত্ম বুজিব নোৱাৰি পৰম পূজ্য কবীৰ পৰমেশ্বৰ (কবীৰ্দেব)ক পুছিলে আপুনী মোৰ প্ৰশ্নৰ কি উত্তৰ দিলে? প্ৰভু কবীৰদেবে পুছিলে আপোনাৰ নো কি প্ৰশ্ন আছিল?**

**শ্ৰীসৰ্বানন্দ মহৰ্ষিয়ে কলে ‘মই সকল বিদ্বান পণ্ডিতক শাস্ত্ৰাৰ্থ কৰি পৰাজিত কৰিছো। সেই কাৰনে মাকৰ ওচৰত অনুৰোধ কৰিছো যে মোৰ নাম সৰ্বাজিত ৰাখি দিয়া। মোৰ আয়েকে আপোনাক পৰাজিত কৰাৰ পিচত মোৰ নাম সলনি কৰাৰ কথা কৈছে। আপোনাৰ ওচৰত পৰিপূৰ্ণ পানীৰে ভৰা লোটা পঠোৱাৰ তাৎপৰ্য্য হলযে মই জ্ঞানেৰে এনেদৰে পৰিপূৰ্ণ যেনেকুৱা পানীৰে ভৰা লোটাটো ইয়াত আৰু পানী ভৰোৱা নেযাব দিলে বাহিৰত পৰিব অৰ্থাৎ মোৰ লগত জ্ঞান চৰ্চা কৰি কোনো লাভ নহব। আপোনাৰ জ্ঞান মোৰ ভিতৰত নোসোমাব, অনৰ্থক বাক্য ব্যয়। এইবাবে পৰাজয় মানি লোৱা ইয়াতে আপোনাৰ হিত হব।**

**পূজনীয় কবীৰ পৰমেশ্বৰ (কবীৰ্দেব) কলে যে আপোনাৰ পানীৰে ভৰা লোটাত লোহাৰ বেজী (শুই) পেলাই দিয়াৰ তাৎপৰ্য্য হল যে মোৰ জ্ঞান (তত্ব জ্ঞান) ইমান ভাৰী (সত্য) যে**

**যেনেকুৱা বেজী লোটাৰ পানী বাহিৰত ওপোচাই পেলাই নীচত গৈ পৰিল, এনেদৰে মোৰ তত্ব জ্ঞান আপোনাৰ অসত্য জ্ঞানক (লোকবেদ) ভেদ কৰি আপোনাৰ হৃদয়ত সোমাই যাব।**

**মহৰ্ষি সৰ্বানন্দই কলে তেন্তে প্ৰশ্ন কৰক। এক বহু চৰ্চিত বিদ্বান তাতী পাৰাত অহা কাৰনে ওচৰ চুবুৰীয়া সহজ সৰল অশিক্ষিত তাতী সকল শাস্ত্ৰাৰ্থ শুনিবলৈ একত্ৰিত হৈ গল।**

**পূজ্য কবীৰদেবে প্ৰশ্ন কৰিলে ঃ-**

কোনে ব্ৰহ্মাৰ দেউতা, কোনে বিষ্ণুৰ আই!
শংকৰৰ ককাইদেউ কোন, সৰ্বানন্দ দিয়া শুনাই।

**মহৰ্ষি সৰ্বানন্দৰ উত্তৰ ঃ- শ্ৰীব্ৰহ্মাদেব ৰজগুন, শ্ৰীবিষ্ণুদেব সত্গুন তথা শিব শংকৰ তমোগুন যুক্ত। এই তিনিও অজৰ-অমৰ অবিনাশী, সৰ্বেশ্বৰ-মহেশ্বৰ-মৃত্যুঞ্জয়। ইহঁতৰ মাতা-পিতা নাই। আপুনী অজ্ঞানী এই কাৰণে হোৱা নোহোৱা প্ৰশ্ন কৰে। সকল উপস্থিত শ্ৰোতাই তালি বজালে তথা মহৰ্ষি সৰ্বানন্দক সমৰ্থন কৰিলে।**

**পূজ্য কবীৰ প্ৰভুই (কবিৰ্দেব) কলে মহৰ্ষি আপুনী শ্ৰীমদ্ দেবী ভাগৱত পুৰাণৰ তৃতীয় স্কন্দ তথা শ্ৰীশিব পুৰাণৰ ষষ্ঠম তথা ৰুদ্ৰ সংহিতা সপ্তম অধ্যায় প্ৰভুক সাক্ষী ৰাখি গীতাৰ ওপৰত হাত থৈ পঢ়ক তথা অনুবাদ শুনাওক। মহৰ্ষি সৰ্বানন্দই গীতাৰ ওপৰত হাত ৰাখি শপথ লৈ কলে সত্য-সত্যই শুনাম।**

**পবিত্ৰ পুৰাণক প্ৰভু কবীৰ (কবিৰ্দেব) কোৱাৰ পিছত মনযোগেৰে পঢ়িলে। শ্ৰীশিবপুৰাণ (গীতা প্ৰেস গোৰখপুৰৰ পৰা প্ৰকাশিত, যাৰ অনুবাদক শ্ৰীহনুমান প্ৰসাদ পোদ্দাৰ) পৃষ্ঠা নং ১০০ পৰা ১০৩ লিখিত আছে যে সদাশিব অৰ্থাৎ কালৰূপী ব্ৰহ্ম তথা প্ৰকৃতি (দুৰ্গা)ৰ মিলনৰ (পতি-পত্নী ব্যৱহাৰ) পৰাই সত্গুন ৰূপী শ্ৰীবিষ্ণুদেব, ৰজগুন শ্ৰীব্ৰহ্মাদেব তথা তমোগুন শিবৰ জন্ম হৈছে। এইজনী প্ৰকৃতি (দুৰ্গা) যাক অষ্টাংগী কোৱা হয়, ত্ৰিদেব জননী (তিন-ব্ৰহ্মা, বিষ্ণু, শিব)ৰ অৰ্থাৎ মাতৃ বুলি কোৱা হয়।**

**পবিত্ৰ শ্ৰীমদ্দেবী পুৰাণ (গীতা প্ৰেস গোৰখপুৰৰ পৰা প্ৰকাশিত, অনুবাদক শ্ৰীহনুমান প্ৰসাদ পোদ্দাৰ তথা চিমন লাল গোস্বামী) তৃতীয় স্কন্ধত পৃষ্ঠা নং ১১৪ ৰ পৰা ১২৩ লৈ স্পষ্ট বৰ্ননা আছে যে, ভগবান বিষ্ণুৱে কৈ আছে এইজনী প্ৰকৃতি (দুৰ্গা) আমাৰ তিনিও জনৰ মাতৃ। মই এখেতক সেই সময় দেখিছিলো যেতিয়া মই সৰু আছিলো। আইক প্ৰণাম কৰি শ্ৰীবিষ্ণুৱে কলে যে হে আই! মই (বিষ্ণু), ব্ৰহ্মা তথা শিব তো নাশবান। আমালোকৰ তো আবিৰ্ভাব অৰ্থাৎ জন্ম তথা তিৰোভাব (মৃত্যু) হয়। আপুনী প্ৰকৃতী দেবী। ভগৱান শংকৰে কলে হে আই! যদি ব্ৰহ্মা আৰু বিষ্ণু আপোনাৰ পৰাই জন্ম হৈছে তো মই শংকৰো আপোনাৰ পৰাই জন্ম হৈছোঁ অৰ্থাৎ আপুনী মোৰো আই।**

**মহৰ্ষি সৰ্বানন্দই আগেয়ে অধুৰা শাস্ত্ৰ বিৰুদ্ধ জ্ঞান (লোক বেদ)ৰ আধাৰত তিন (ব্ৰহ্মা, বিষ্ণু, শিব) দেবক অবিনাশী তথা অজন্মা বুলি কৈ ফুৰিছিল। পুৰাণক পঢ়িছিল কিন্তু আকৌ অজ্ঞানীয়ে ৰৈ গৈছিল। কিয়নো ব্ৰহ্ম (কাল) পবিত্ৰ গীতাত কৈছে যে মই সকল প্ৰানীৰ (যি মোৰ একৈশ ব্ৰহ্মাণ্ডৰ ভিতৰত মোৰ অধীন) বুদ্ধি হওঁ। যেতিয়াই বিচাৰো তেতিয়াই জ্ঞান প্ৰদান কৰি দিওঁ তথা যেতিয়াই ইচ্ছা কৰো তেতিয়াই অজ্ঞানতা ভৰাই দিওঁ। সেই সময় পূৰ্ণ পৰমাত্মাই কোৱাৰ পিছত কাল (ব্ৰহ্ম)ৰ প্ৰভাৱ সৰ্বানন্দৰ ওপৰৰ পৰা দূৰ হৈ গৈছিল আৰু তাৰ স্পষ্ট জ্ঞান হৈছিল। বাস্তৱত এনেকৈ লিখিত আছে।**

কিন্তু মান হানি হোৱাৰ ভয়ত কলে মই সকলো পঢ়ি লৈছো এনেকা কতো লিখা নাই। কবিৰ্দেব (কবীৰ পৰমেশ্বৰ) ক কলে তই মিছলীয়া। তই কি জানে শাস্ত্ৰৰ বিষয়ে। আমি প্ৰতিদিন পঢ়ো। আকৌ নো কি, সৰ্বানন্দই মানুহক দেখুৱাই অনৰ্গল সংস্কৃত কোৱা আৰম্ভ কৰিলে। বিশ মিনিট লৈ মুখস্থ থকা কোনো কোনো বেদবানী কবলৈ ধৰিলে, পুৰাণ নুশুনালে।

সকল উপস্থিত অশিক্ষিত সহজ-সৰল শ্ৰোতাগণ যিয়ে সেই সংস্কৃতক বুজিব পৰা নাছিল, প্ৰভাবিত হৈ মহৰ্ষি সৰ্বানন্দৰ সমৰ্থনত বাহ্-বাহ্ মহাজ্ঞানী কবলৈ ধৰিলে। ভাবাৰ্থ এইটো যে পৰমেস্বৰ কবীৰদেবক পৰাজিত কৰি দিলে তথা মহৰ্ষি সৰ্বানন্দক বিজয়ী ঘোষিত কৰি দিলে। পৰম পূজ্য কবীৰ পৰমেশ্বৰ (কবীৰদেব) কলে যে সৰ্বানন্দ আপুনী পবিত্ৰ গীতাৰ শপথ খাইছে, সেইটোও কি পাহৰি গৈছে? আপুনী যেতিয়া সমুখত লিখিত থকা শাস্ত্ৰৰ সত্যতাকে নামানে তো মই হাৰিলো তুমি জিতিলা।

এজন খেতিয়কৰ লৰা সপ্তম শ্ৰেণীত পঢ়িছিল। তেওঁ অলপ কিছু ইংলিছ ভাষা জানি পালে। এদিনাখন দুই পিতা-পুত্ৰই বলধৰ গাড়ীত উঠি পথাৰলৈ গৈ আছিল। সমুখত এক ইংৰাজ আহি গল। তেওঁ বলদ গাড়ীত থকা মানুহৰ পৰা ইংৰাজী ভাষাত কোন ৰাস্তা কোন ফালে গৈছে জানিব বিচাৰিলে। পিতাকে পুতেকক কলে, বোপাই এই ইংৰাজ নিজে নিজক বৰ শিক্ষিত বুলি ভাবে। তইয়ো তো ইংৰাজী জানা। ইয়াৰ ইংৰাজী বাহাদুৰি কমাই দিয়াচোন? ইংৰাজী কৈ শুনাই দিয়া। খেতিয়কৰ লৰাই মুখস্থ থকা ইংৰাজী ভাষাত বেমাৰৰ বাবে ছুটিৰ দৰখাস্ত সব সৰকৈ শুনাই দিলে। ইংৰাজে সেই নিৰ্বোধ লৰাৰ নিৰ্বুদ্ধিতা দেখি কলে, সুধিছো ৰাস্তাৰ বিষয়ে শুনাইছা বেমাৰৰ ছুটিৰ আবেদন- বোপাই! কপালত চপৰিয়াই নিজৰ গাড়ীত উঠি গুচি গল। খেতিয়কে নিজৰ বিজয়ী লৰাক পিঠিত চপৰিয়াই সাবাশী দি কলে -- বাহঃ বোপাই বাঃ মোৰ জীৱন ধন্য কৰি দিলা। আজি তই ইংৰাজক ইংৰাজী ভাষাৰে পৰাজিত কৰি দিলা। তেতিয়া লৰাটোৱে কলে পিতাই মাই বেষ্ট ফ্ৰেন্ড (মোৰ প্ৰিয় বন্ধু) নামক পুথিখন মুখস্থ আছে। সেইখন যদি শুনাই দিলোহেতেন! ইংৰাজে গাড়ী এৰি ভাগি গলেহেতেন। এইদৰে পৰমেশ্বৰ কবীৰদেব পুছি আছে এটা আৰু সৰ্বানন্দই উত্তৰ দিছে অন্য কিছু। এনেকুৱা শাস্ত্ৰাৰ্থই পানী ঘোল কৰিছে।

পৰম পূজ্য কবীৰ পৰমেশ্বৰে (কবীৰদেব) কলে যে সৰ্বানন্দ মই হাৰিলো তুমি জয়ী হলা। মহৰ্ষি সৰ্বানন্দই কলে লিখি দিয়া, মই কেচা কাম নকৰো। পৰমাত্মা কবীৰদেবে কলে এইটো কৃপা তুমিয়ে কৰা। লিখা যি লিখিবৰ ইচ্ছা, মই টিপ চহী কৰি দিম। মহৰ্ষি সৰ্বানন্দই লিখিলে যে শাস্ত্ৰাৰ্থত সৰ্বানন্দ বিজয়ী হল তথা কবীৰ দেব পৰাজিত হল তথা কবীৰ দেৱৰ দ্বাৰাই টিপ চহী লগাই ললো। নিজৰ মাকৰ ওচৰত গৈ সৰ্বানন্দই কলে, আই লোৱা এইখন তোমাৰ গুৰুদেব পৰাজয় হোৱাৰ প্ৰমান পত্ৰ। ভক্তমতি সাৰদা দেবীয়ে কলে বোপাই! পঢ়ি শুনোৱা। যেতিয়া সৰ্বানন্দই পঢ়িলে তাত লিখা আছিল যে শাস্ত্ৰাৰ্থত সৰ্বানন্দৰ পৰাজয় তথা কবীৰদেব বিজয়ী হৈছে। সৰ্বানন্দৰ মাকে কলে, বোপাই! তই তো কৈছ যে মই বিজয়ী হৈছো, তুমি তো পৰাজয় হৈ হে আহিছা। মহৰ্ষি সৰ্বানন্দই কলে আই! মই কেবাদিন ধৰি শাস্ত্ৰাৰ্থ কৰি ব্যস্ত আছিলো, এই কাৰনে টোপনী পোৱাত মোৰ লিখাত ভুল হৈ গৈছে। আকৌ গৈ শুদ্ধ কৰি লিখি লৈ আহো। মাকে চৰ্ত ৰাখি কলে যে বিজয়ী হোৱাৰ কোনো প্ৰমান লিখিত আনিলে মই বিশ্বাস

**কৰিম, এনেয়ে মুখৰ কথা নচলিব। মহৰ্ষি সৰ্বানন্দ আকৌ গল তথা কলে যে কবীৰদেব মোৰ প্ৰমান পত্ৰখন লিখাত অলপ ক্ৰুটি হৈ গৈছে, দুনাই লিখিব লাগে। কবীৰদেবে কলে আকৌ লিখা। সৰ্বানন্দই আকৌ লিখি কবীৰ পৰমেশ্বৰৰ টিপ চহী লৈ মাকৰ ওচৰলৈ আহিলে তো আকৌ বিপৰীত পালে। কলে, আই! আকৌ যাওঁ। তৃতীয়বাৰ লিখি ঠিক ঠিক পালে। সৰ্বানন্দই সেই লেখাৰ ওপৰত দৃষ্টি নেৰাই নিজৰ ঘৰত প্ৰৱেশ কৰি কবলৈ ধৰিলে আই শুনাইছো, ইয়াকে কৈ পঢ়িবলৈ ধৰিলে তো তাৰ চকুৰ সমুখতেই আখৰ বিলাক সলনি হৈ গল। তৃতীয় বাৰ এই প্ৰমান লিখা হৈছে যে শাস্ত্ৰাৰ্থত সৰ্বানন্দ পৰাজিত হৈছে তথা কবীৰদেব বিজয়ী হৈছে। সৰ্বানন্দই কবলৈ নেপালে। তেতিয়া মাকে কলে, বোপাই একো নোকোৱা কিয়? মাকে জানিছিল যে নিৰ্বোধ লৰাই পাহাড়ৰ লগত চেলেঞ্জ কৰিবলৈ গৈছে। মাকে সৰ্বানন্দক কলে যে বোপাই, পৰমেশ্বৰ আহিছে, তাত গৈ চৰণত পৰি প্ৰণাম কৰি নিজৰ ভুলৰ ক্ষমা যাচনা কৰা তথা নাম উপদেশ লৈ নিজৰ জীৱন সফল কৰা। সৰ্বানন্দই মাকৰ ভৰিত পৰি কান্দিবলৈ ধৰিলে আৰু কলে সঁচাই এখেত স্বয়ং প্ৰভু আহিছে। আপুনী মোক লগত লৈ বলা, মোক বৰ লাজ লাগি আছে। সৰ্বানন্দৰ মাকে তাক লগত লৈ প্ৰভু কবীৰৰ ওচৰত গল তথা সৰ্বানন্দকো নাম উপদেশ দিয়ালে। তেতিয়া সেই মহৰ্ষি টাইটেল ধাৰী নিৰ্বোধ প্ৰানী পূৰ্ণ পৰমাত্মাৰ চৰনত শৰণ লোৱাতহে উদ্ধাৰ হল। পূৰ্ণ ব্ৰহ্ম কবীৰ পৰমেশ্বৰে (কবীৰ্দেব) কলে সৰ্বানন্দ নিজৰ অক্ষৰ জ্ঞানৰ আধাৰতো শাস্ত্ৰক নুবুজা। কিয়নো মোৰ শৰণত নহালৈকে ব্ৰহ্মাই (কাল) কাৰো বুদ্ধি পূৰ্ণ বিকশিত হবলৈ নিদিয়ে। এতিয়া আকৌ পঢ়া এই পবিত্ৰ বেদ, গীতা তথা পবিত্ৰ পুৰাণক। এতিয়া তুমি ব্ৰাহ্মণ হৈ গলা। "ব্ৰাহ্মণ সিজন, ব্ৰহ্মক জানিছে যিজন" বিদ্বান সেইজন যিয়ে পূৰ্ণ পৰমাত্মাক চিনিব পাৰে, পিচত নিজৰ আত্ম কল্যান কৰাব পাৰে।**

**বিশেষ ঃ- আজিৰ পৰা ৫৫০ বছৰ আগৰ কথা এই পবিত্ৰ বেদ, পবিত্ৰ গীতা আৰু পবিত্ৰ পুৰাণৰ লিখা জ্ঞান কবীৰ পৰমেশ্বৰে (কবিৰ্দেব) নিজৰ সাধাৰণ বাণীত জন সাধাৰণক শুনাইছিল। যিটো সেই সময়ত তথা আজিলৈ মহৰ্ষিবোৰে ব্যাকৰণ ক্ৰুটিযুক্ত ভাষা কৈ পঢ়াও আৱশ্যক ভবা নাছিল তথা কৈছিল যে কবীৰ তো অজ্ঞানী, ইয়াৰ তো আক্ষৰিক জ্ঞানেই নাই, ই কি জানে সংস্কৃত ভাষাত লিখিত শাস্ত্ৰত লুকাই থকা গুঢ় ৰহস্য। আমি বিদ্বান আমি যি কওঁ সেই সকলো শাস্ত্ৰত লিখা আছে তথা শ্ৰীব্ৰহ্মাদেব, শ্ৰীবিষ্ণুদেব আৰু শিবৰ কোনো মাতা-পিতা নাই। এইবোৰ অজৰ-অমৰ-অজন্মা- অবিনাশী তথা সৰ্বেশ্বৰ, মহেশ্বৰ, মৃত্যুঞ্জয়। তিনিগুন যুক্ত সকল সৃষ্টিৰ সৃষ্টিকৰ্তা। আদি আদি ব্যাখ্যা ঠিক কৰি আজিলৈ সহজ সৰল মানুহক ভ্ৰমিত কৰি আছে। আজি সেই সকল পবিত্ৰ শাস্ত্ৰ আমাৰ নিজৰ ওচৰত আছে। যত তিনিও প্ৰভুৰ (ৰজগুন ব্ৰহ্মা, সত্গুন বিষ্ণু, তমগুন শিব) মাতা-পিতাৰ স্পষ্ট বিৱৰণ আছে। সেই সময়ত আমালোকৰ পূৰ্বজ অশিক্ষিত আছিল তথা শিক্ষিত শ্ৰেণীৰ তিমান শাস্ত্ৰৰ পূৰ্ণজ্ঞান নাছিল। ইয়াৰ পিছতো কবীৰ পৰমেশ্বৰ দ্বাৰা উপদেশিত সত্যজ্ঞানক জানি বুজি অনৰ্থক কৰি দিছিল আৰু কবীৰ মিছা কৈ আছে কোনো শাস্ত্ৰত লিখা নাই যে ব্ৰহ্মা, বিষ্ণু তথা শিবৰ কোনোবা মাতা-পিতা আছে। অথচ পবিত্ৰ পুৰাণ সাক্ষী আছে যে শ্ৰী ব্ৰহ্মা, বিষ্ণু তথা মহেশ্বৰৰ জন্ম-মৃত্যু হয়। এইবোৰ অবিনাশী নহয় তথা এই তিনিও দেবতাৰ মাতা প্ৰকৃতি (দুৰ্গাদেবী) তথা পিতা জ্যোতি নিৰঞ্জন কাল ৰূপী ব্ৰহ্ম।**

**বৰ্তমান প্ৰায় সকলো মানৱ সমাজ ভাই, ভনী বালক-যুৱক তথা বয়সীয়াল, পুতেক তথা জীয়েক শিক্ষিত হৈছে। আজি কোনেও কাকো বিভ্ৰান্ত কৰিব নোৱাৰে যে শাস্ত্ৰত এনেকুৱা লিখা নাই যেনেকুৱা কবীৰ পৰমেশ্বৰ (কবিৰ্দেব) ৰ অমৃতবাণীত লিখা আছে।**

**অমৃত বাণী পূজ্য কবীৰ পৰমেশ্বৰ (কবিৰ্দেব) ৰ ঃ-**

ধৰ্মদাস ইয় জগ বৌৰানা। কোই ন জানে পদ নিৰৱানা।।
অব ম্যাঁয় তুমসে কহোঁ চিতাই। ত্ৰিদেবন কী উৎপত্তি ভাই।।
জ্ঞানী শুনে সো হৃদয় লগাই। মূৰ্খ শুনে সো গম্য না পাই।।
মা অষ্টাংগী পিতা নিৰঞ্জন। ওয়ে জম দাৰুণ বংশন অঞ্জন।।
পহিলে কিনহা নিৰঞ্জন ৰাই। পিছে সে মায়া উপজাই।।
ধৰ্মৰায় কিনহাঁ ভোগ বিলাসা। মায়া কো ৰহী তব আসা।।
তিনপুত্ৰ অষ্টাঙ্গী জায়ে। ব্ৰহ্মা বিষ্ণু শিব নাম ধৰায়ে।।
তিনদেব বিস্তাৰ চলায়ে। ইনমে ইয় জগ ধোখা খায়ে।।
তিনলোক অপনে সুত দিনহা। সুন্ন নিৰঞ্জন বাসা লীনহা।।
অলখ নিৰঞ্জন সুন্ন ঠিকানা। ব্ৰহ্মা বিষ্ণু শিব ভেদ ন জানা।।
অলখ নিৰঞ্জন বড়া বটপাৰা। তীন লোক জীব কীনহা অহাৰা।।
ব্ৰহ্মা বিষ্ণু শিব নহীঁ বচায়ে। সকল খায় পুন ধুৰ উড়ায়ে।।
তিনকে সুত হ্যাঁয় তীনো দেবা। আন্ধৰ জীব কৰত হ্যাঁয় সেবা।।
তিনোঁ দেব অউৰ অৱতাৰা। তাকো ভজে সকল সংসাৰা।।
তিনোঁ গুণকা ইয় বিস্তাৰা। ধৰ্মদাস ম্যাঁয় কহোঁ পুকাৰা।।
গুন তিনোঁ কী ভক্তি মেঁ, ভুল পৰো সংসাৰ। কহৈ কবীৰ নিজ নাম বিন, কৈসে উতৰে পাৰ।।

**ওপৰোক্ত অমৃত বাণীত পৰমেশ্বৰ কবীৰদেৱে নিজৰ সেৱক (শিষ্য) শ্ৰী ধৰ্মদাস দেৱক কৈ আছে যে ধৰ্মদাস এই সংসাৰ তত্বজ্ঞানৰ অভাৱত বিচলিত হৈছে। কাৰো পূৰ্ণমুক্তি মাৰ্গ (মোক্ষ) তথা পূৰ্ণ সৃষ্টি ৰচনাৰ জ্ঞান নাই। এই কাৰনে মই আপোনাক মোৰ দ্বাৰা সৃজন সৃষ্টিৰ কথা শুনালো। বুদ্ধিমান ব্যক্তি তো সোনকালে বুজি পাব। কিন্তু যিয়ে সকলো প্ৰমান দেখিও না মানিব তো সেইজন নিৰ্বোধ প্ৰাণী কালৰ প্ৰভাৱৰ দ্বাৰা প্ৰভাবিত হৈছে, সেইজন ভক্তি যোগ্য নহয়। এতিয়া মই কওঁ তিনিও ভগৱান (ব্ৰহ্মা, বিষ্ণু তথা শিব) ৰ উৎপত্তি কেনেকৈ হল? ইবিলাকৰ মাতৃ তো অষ্টাংগী (দুৰ্গা) তথা পিতা জ্যোতি নিৰঞ্জন (ব্ৰহ্ম/কাল)। প্ৰথমে ব্ৰহ্মৰ উৎপত্তি অণ্ডৰ পৰা হল। পিচত দুৰ্গাৰ উৎপত্তি হল। দুৰ্গাৰ ৰূপত আসক্ত হৈ কাল (ব্ৰহ্ম) ভুল (অশালীন ব্যৱহাৰ) কৰিলে, তেতিয়া দুৰ্গা ইয়াৰ পেটত শৰণ ললে। মই তাত গলো যত জ্যোতি নিৰঞ্জন-কাল আছিল। তেতিয়া ভবানীক ব্ৰহ্মৰ উদৰৰ পৰা বাহিৰ কৰি একৈশ ব্ৰহ্মাণ্ড সৈতে ১৬ সংখ্য কোস দূৰত পঠাই দিলো। জ্যোতি নিৰঞ্জনে প্ৰকৃতি দেবীৰ (দুৰ্গা) লগত ভোগ বিলাস কৰিলে। এই দুইয়ো জনৰ মিলনত তিনিগুনৰ (শ্ৰীব্ৰহ্মাদেৱ, শ্ৰীবিষ্ণুদেৱ তথা শিব দেৱৰ) জন্ম হল। এই তিনি গুণৰ (ৰজগুন ব্ৰহ্মাদেৱ, সত্গুন বিষ্ণুদেৱ তথা তমোগুন শিব দেৱ) সাধনা কৰি সকল প্ৰাণী কালৰ জালত আৱদ্ধ হৈ গৈছে। যেতিয়ালৈকে বাস্তৱিক মন্ত্ৰ নিমিলিব, পূৰ্ণ মোক্ষ কেনেকৈ হব?**



# “পথভ্ৰষ্ট সকলৰ সৎমাৰ্গ দৰ্শন”

## “ভনী ঈশৰঁতীৰ দুঃখভৰা আত্ম কথা”

মই ভক্তমতী ঈশৰঁতী দেৱী পত্নী শ্ৰীভক্ত সুৰেশ দাস অহলাৱত পুত্ৰ শ্ৰী প্ৰতাপ সিংহ অহলাৱত, পানা গঞ্জা, গাওঁ- ডীঘল, জিলা- ঝজ্জৰ নিবাসী। হে মুক্তিদাতা সদ্গুৰু ৰামপাল জী! মই আৰু মোৰ পৰিয়াল আপোনাৰ চৰনৰ ধুলি। আপুনী আমাক যি সুঃখ দিছে যাক আমি নিজৰ এই জীৱনত কেতিয়াও কল্পনা কৰা নাছিলো। আজি মই নিজৰ বিগত দিনৰ কথাবোৰ লিখি আছো।আপুনী যি আমাক কৃপা কৰিছে যাতে আমাৰ এই দুঃখভৰা কাহিনী পঢ়ি আমাৰ দৰে দুঃখী পৰিয়ালো আপোনাৰ আৰ্শীবাদৰ দ্বাৰা কল্যান কৰাব পাৰে। আমাৰ জীবন একদম অন্ধকাৰময় আছিল, যদি আপোনাৰ চৰনৰ শৰনত না আহিলোহেতেন তেন্তে আজি আমি জীবিত নেথাকিলোহেঁতেন।

মই অসাধ্য ৰোগৰ দ্বাৰা পীড়িত আছিলো। মোৰ ভাই ভাৰড়ৌদা নিবাসী ওমপ্ৰকাশ পুত্ৰ শ্ৰীদয়ানন্দ ৰাঠী হৰিয়ানা পুলিচত চাকৰি কৰিছিল, তেওঁৰো এই বেমাৰত মৃত্যু প্ৰাপ্ত হৈ গৈছিল। মইও এই ষ্টেজত প্ৰায় পাইছিলোয়েই। মই এনে অবস্থা পাইছিলো যে মোৰ হাত ভৰি অৱশ গ্ৰস্থ হৈ গৈছিল। আৱাজ ওলোৱা বন্ধ হৈ গৈছিল। ঠায়ে ঠায়ে ডাক্তাৰ আৰু কবিৰাজক দেখুৱাইছিলো কিন্তু সকলো ঠাইত নিৰাশ হৈছিলো। মোৰ পতি এনে মদাহী আছিল, যেতিয়া তেওঁ ঘৰত আহিছিল তো শিশুবোৰে ভয়তে বিছনাৰ তলীত লুকাই গৈছিল। মদৰ কাৰনে ঘৰৰ কাহী বাটিও বিক্ৰী কৰি দিছিল আৰু মুৰৰ ওপৰত ঋণৰ বোজ লৈছিল। প্ৰতিবেশীও অশান্তিত আছিল। এদিন তো নিচা অৱস্থাত ই মোক উঠাই লৈ কুৱাত পেলাই দিবলৈ গৈছিল। মহাপাপ উপৰি হাৱাই কলে যে কাৰ কিমান বাহাদুৰি চলিব মই এই ঘৰক বৰ্বাদ কৰি এৰিম। মোৰ ভাইয়ে বহুত টকা-পইচা ডাক্তাৰ, কবিৰাজৰ কাৰনে ব্যয় কৰিছিল কিন্তু মোৰ একো উপকাৰ নহল। মোৰ পতি মদ খাইছিল আৰু শিশুবোৰ সৰু আছিল। শহুৰৰ ঘৰত কোনো আশ্ৰয় নাছিল।মোৰ ভাই সুখবীৰ যি ডি.টি.সি ৰ ড্ৰাইভাৰ, তেওঁ পৰম পূজ্য সদ্গুৰু ৰামপাল দাস মহাৰাজৰ পৰা নাম উপদেশ লৈ ৰাখিছে। তেওঁ কলে যে ভন্টীক সন্ত ৰামপাল দাস মহাৰাজৰ ওচৰত নাম উপদেশ লৈ দিয়া হওক। এইজনী তো মৰিবই শেষ উপায় চাই লওঁ এবাৰ। ইয়াতে মোৰ পিতাই শ্ৰী দয়ানন্দ ৰাঠী কলে যে নাম দীক্ষা ললে বেমাৰ ভাল হয় ? এই বিষয়ে মোৰ ভাই নাম উপদেশৰ মহিমা কৈ শুনালে। ইয়াৰ পিছত সকলোৱে কলে ঠিক আছে দেখা যাওক এবাৰ। ইয়াকে কৈ মোক সন্ত ৰামপাল দাস মহাৰাজৰ চৰনত শৰন দিয়াবলৈ লৈ গল। সেই সময় সদ্গুৰু দেব গাওঁ পঞ্জাব খোড় দিল্লীত সৎসঙ্গ কৰি আছিল। গোটেই পৰিয়াল মোক লৈ ৰাতি ১০ বজাত মহাৰাজৰ চৰণৰ ওচৰত লৈ গল। এই ঘটনা ২৫ ডিচেম্বৰ ১৯৯৬ চনৰ।

মোৰ ভাই পূজ্য ৰামপাল দাস গুৰু মহাৰাজক মোৰ সকলো দুঃখদায়ী কথা কৈ দিলে। গুৰুদেৱে ৰাতি ১০ বজাৰ সৎসঙ্গতে নাম দীক্ষাৰ কৃপা কৰিলে। তাৰ আগেয়ে মোৰ মুখৰ আৱাজ বন্ধ হৈ গৈছিল, জিভাৰ লৰচৰ বন্ধ হৈছিল। ২৬ ডিসেম্বৰ পুৱা বেলা

সাৰ পাই নিজে নিজক বহুত সুস্থ তথা কথা কৱলৈ পালো আৰু নিজৰ ভাইক কলো যে ইমান বছৰৰ পিছত মোক এনে যেন লাগিছে যে মই মোৰ শৰীৰত আছো তথা মোৰ শৰীৰৰ পৰা এটা ডাঙৰ বোজা নামি গৈছে। মোক কথা কোৱা দেখি মোৰ ভাই আচৰিত হৈ গল তথা কলে যে মহাৰাজ ৰামপাল তো সাক্ষাৎ কবীৰ পৰমেশ্বৰ আহিছে। মই বিড়ি হুপিছিলোঁ। সেই দিনৰপৰা এৰি দিলো। ঘৰ অহাত মোৰ পতি ভক্ত সুৰেশে কলে যে তুমি কি নাম লৈ আহিছা, মইওঁ চাওঁ, তোমাৰ নামত ইমান কি শক্তি আছে? নিজৰ আইক কলে যে ই ভাল নাম লৈ অহা শিশু পুৰা গুড় মৰ্নিংৰ ঠাইত 'সত সাহেব' কৱলৈ ধৰিছে। ভক্ত সুৰেশ এক বছৰলৈ এনেকৈ মদ্যপান কৰি তথা ঘৰত কাজিয়া কৰিছিল।

এদিন এওঁ মুক্তিদাতা কবীৰ পৰমেশ্বৰ, গৰীব দাস জী মহাৰাজ আৰু সদ্‌গুৰু দেৱ সন্ত ৰামপাল গুৰু মহাৰাজৰ ফটো ছিঙি পেলাবলৈ উদ্ধ্যত হল। তেতিয়া মই হাত জোড় কৰি মুক্তি দাতাক প্ৰাৰ্থনা কৰিলো যে আপুনীয়ে কেবল ইয়াৰ বুদ্ধিক কন্ট্ৰোল কৰিব পাৰে। তেতিয়া মুক্তিদাতা আপুনী এখেতক এনেকুৱা চমৎকাৰ দেখুৱালে যে মোৰ পতি সুৰেশ পূজাস্থলত উভতি গৈ ফটো থৈ দিলে আৰু দণ্ডৱৎ প্ৰণাম কৰিলে, তেতিয়াৰ পৰা আজিলৈ তেওঁ মদ, বিড়ি আদি সব বদ অভ্যাস ত্যাগ কৰিছে। এই সকলো বিলাকৰ সাক্ষী পাব, গাওঁ-গঞ্জা আৰু ডীঘল। মোৰ পুনৰ্জন্ম মিলা দেখি মোৰ দুঃখত দুঃখী মোৰ ভাই ৰাজেন্দ্ৰ সিংহ ৰাঠী ডি.এচ.পি. (হৰিয়ানা) আৰু ভাই প্ৰেম প্ৰকাশ ৰাঠী এডভোকেট (দিল্লী) সৈতে গোটেই পৰিয়ালে নাম দীক্ষা ললে। নাম দীক্ষা লোৱাৰ পিছত পৰমেশ্বৰ কবীৰদেৱে এনে এনে সুঃখ দিছে যাৰ কল্পনাই কৰিব নোৱাৰি। আমাৰ মহেই সাপক খাই পেলাইছিল। মহৰ অৱস্থা একদম বেয়া হৈছিল। ডাক্তাৰক দেখুৱালো তো তেখেতে কলে যে ই কোনো বিসাক্ত বস্তু খাইছে তথা দহটা ইনজেকছন লগাই দিলে। অহা দিনৰ পৰাই মহৰ চকুৰে নীলা পানী ওলাবলৈ ধৰিলে তথা মহটো অন্ধ হৈ গল। ডাক্তৰে ভাল কৰিব নোৱাৰিলে। তেতিয়া ৰাতি সপোনত সদ্‌গুৰুদেৱ ৰামপাল দাস মহাৰাজৰ দৰ্শন পালো, তেখেতে মহৰ শৰীৰত হাত ফুৰালে। ৰাতিপুৱা উঠি আমি তথা পড়োশীবোৰে নিজ চকুৰে দেখিবলৈ পালো মহৰ মুখত সাপ তথা তাক বহিৰ কৰিলো। মহটো সুস্থ হৈ গল তথা পুৱা গাখীৰ দিবলৈ ধৰিলে। এনেকুৱা এনেকুৱা হিচাব নাই কিমান সুখ আপুনী আমাক দিছে। কালিলৈ আমালোকৰ ওচৰত দহ টকাও নাছিল, কিন্তু আজি সেই খেতিত ধন উপজে তথা আমি কাৰো আগত হাত পাতিব নেলাগে। পড়োশীয়ে কয় যে তোমালোকৰ গুৰুদেৱ তোমালোকৰ বাবে ৰাম। অজ্ঞানীৰ দ্বাৰা ভোল যোৱা সমাজ কি জানিব আপোনাৰ মহিমা। সন্ত ৰামপাল দাস মহাৰাজৰ বিৰোধী তো অপযশ বিয়পাব। যাৰ লগত ঘটিছে তেওঁৱেই কব পাৰিব, তাক আপোনাৰ পৰা কি মিলিছে। আমি আপোনাক এইটো প্ৰাৰ্থনা কৰো যে আমাক আপোনাৰ চৰনত ৰাখিব তথা আপুনী হেজাৰ বছৰলৈ এনেকৈ দুঃখীৰ আশ্ৰয় হৈ থাকিব। সদগুৰু ৰাম পালজী মহাৰাজ পূৰ্ণ পৰমাত্মাৰ অৱতাৰ আহিছে।

আপোনাৰ পৰা নাম লোৱাৰ পিছত আমাৰ ঘৰত ইমান সুখ মিলিছে পৰমেশ্বৰ যাক আমি বৰ্ণনা কৰিব নোৱাৰো। কিন্তু আকৌ বৰ্ণনা কৰিবলৈ চেষ্টা কৰি আছো। মই আপোনাৰ পৰা ১৯৯৬ চনত নামদীক্ষা লৈছো। তাৰ দেৰ বছৰ পিছত এক ঘটনা ঘটিল যিটো এনে ধৰণৰঃ-

একদিন ৰাতি মই এই সকল দেখা পালো যে মই পুছি আছো গাৱঁত শ্মশান কত? মোক দেখুৱাই দি কলে যে অহাকালি আপোনাৰ ইয়াত আহিব লাগিব। সেইটো শ্মশান কালীৰ থান আছিল। যেতিয়া ৰাতি পুৱাল মোৰ হাইজা বেমাৰ হৈ গল, মোৰ ইমান মূৰ বিষাব ধৰিলে যে খুন্দিয়াই মৰি যাওঁ। মৃত্যুৰ সকলো কাৰন পূৰ্ণ গৈ গল। ডাক্তৰক মাতা হল তেখেতে বেজি দিলে। তাৰ পিছত ডাক্তৰে কলে যে এইজনী তো মৰি গৈছে, তাৰ পিছত চাৰিজন দূত দেখা দিলে। পিছত সিবিলাকে মোক দুয়োফালে ধৰিলে আৰু কলে আমাক ভগৱানে পঠাইছে, আপোনাক লৈ যাম, আপোনাৰ সময় পূৰ্ণ হৈছে। মই কলো মোৰ গুৰুদেব লৈ যাব নিদিব। পিছত সিহঁতে কলে আপোনাৰ গুৰুদেব কি কৰিব? আপোনাৰ সময় পুৰা হৈ গল। আমি এনে কৰিম আপোনাৰ হাতেৰে আপোনাক মৃত্যু কৰাই দিম। তাৰ পিছত মোৰ দুইয়ো হাতেৰে মোৰ ডিঙিত জোৰে চেপি ধৰিলে যত মোৰ প্ৰান চকুত আহি গল। মই কাকো কব নোৱাৰিলো। মুক্তিদাতাই কয় যে "আহা যম তোৰ শৰীৰে ঘেৰিছা, তই ৰাম কবলৈ নাপাবা' সেই স্থিতি মোৰ লগত হৈ গল। তাৰ পিছত পৰমেশ্বৰ কবীৰ্দেব পদুম ফুলৰ ওপৰত বহি মোৰ কাষত উদ্ভৱ হল। তাৰ পিছত মোৰ ভিতৰৰ পৰা পূজ্য গুৰুদেব ৰামপাল দাস মহাৰাজৰ আৱাজ আহিলে যে এই ছোৱালীক আপুনী কেনেকৈ লৈ যাব, ইয়াক আমি যাব নিদিওঁ, ইয়াক তো আমি যেতিয়া বিচাৰিম তেতিয়া লৈ যাম। যদি ইয়াৰ ভৰি কাটি দিয়া তো আমি সেইটোও জোড়া দিম লগতে গুৰুদেৱেও আৰু কিছু কৈছে যিবোৰ বৰ্ণনা হবলৈ নাপালে। ইয়াৰ পিছত যম দূতবোৰ ভাগি গল। তাৰ পিছত গুৰুদেবে মোক কলে পুত্ৰী ভয় নকৰিবা তোমাৰ মৃত্যুক আমি এৰাই দিছো, এতিয়া আমি যেতিয়া বিচাৰিম তেতিয়া লৈ যাম।

আমাৰ এজনী মহ যাৰ পোৱালী জগাবৰ সময় ওচৰ পাইছিল। তাই এদিনাখন মূৰ্তিৰ দৰে নিশ্চুপ হৈ ৰল। ডাক্তৰক মাতি অনা হল তো ডাক্তৰে সময়ৰ আগতে হাতেৰে পোৱালী বাহিৰ কৰিলে, তাৰ পিছত মহে ফুল নেপেলালে, কোনোবাই কোৱাত যি অলপ ফুলৰ নাড় বাহিৰ হৈছিল তাতে আমি ইট বান্ধি দিলো, তাতে ফুলৰ নাড় ছিঙি গল, ফুলৰ নাড় ছিঙি যোৱাত মহৰ অৱস্থা বেয়া হৈ গল, সকলোৱে কবলৈ ধৰিলে এই মহ মৰনৰ পৰা বাচিব নোৱাৰে। আমি ঘবড়াই গৈ পাচ জন ডাক্তৰৰ ওচৰত গলো। কিন্তু এজন ডাক্তৰো নাহিলে, কলে যে এই কেচ সামাল দিয়া আমাৰ সমৰ্থৰ বাহিৰত। এতিয়া পৰমাত্মাই বচাব পাৰে। তাৰ পিছত বহুত দুঃখী হৈ মই আশা এৰি দিলো যে মহজনীক কোনেও বচাব নোৱাৰে। আকৌ মই মনতে কলো ভক্তমতি আশা নেৰিবা, আমাৰ মুক্তি দাতাই সকলো ঠিক কৰিব, তাৰ পিছত মুক্তিদাতাৰ সমুখত দণ্ডবৎ প্ৰণাম কৰিলো আৰু বিনতী কৰিলো। তাৰ পিছত ৰাতিপুৱা এক ডাক্তৰৰ ওচৰত গলো তো তেওঁ আহি দেখি কলে এইটো নাবাচিব। এনেকুৱাই আমাৰ মহৰ লগত হৈছিল ডাঙৰ ডাক্তৰো বহুত চেষ্টা কৰিও ফুলক বাহিৰ কৰিব নোৱাৰিছিল। তেওঁ কবলৈ ধৰিলে যে পৰমেশ্বৰৰ দয়াত যদিও বাচে গাখীৰ নিদিব। তাৰ সাত দিন পিছত গুৰুদেব সপোনত দেখা দিলে আৰু মহৰ গৰ্ভাশয়ৰ পৰা ফুল বাহিৰ কৰি আছে। ৰাতিপুৱাই মহে ফুল পেলালে আৰু সুস্থ হৈ গল আৰু পিছত পোন্ধৰ কিলোলৈ গাখীৰ নামিল। এইটো মুক্তি দাতাৰ কৃপা। যেহেলৈ চাৰিপাচ প্ৰতিবেশীৰ মহ এনে বেমাৰত মৰিছিল।

**মোৰ সৰুলৰা যাৰ বয়স ১৪ বছৰ নাম নৱনীত ই কেচুৱা সময়তে (যেতিয়া ছমহীয়া আছিল) নিমোনীয়া হৈ গৈছিল আৰু পাচ বছৰলৈ বেমাৰ ভাল হোৱা নাছিল। মই সকল প্ৰকাৰ চেষ্টা কৰিছিলো তথা ডাক্তৰে মানা কৰাতো মই হাৰ মনা নাছিলো। একদিন মই তাক সদ্‌গুৰুদেৱ ৰামপালৰ ওচৰত নাম দীক্ষা দিয়ালো। সেই দিনৰ পৰা ধৰি লওক লৰাটোৰ কোনো বেমাৰেই নাই। আজি সেই লৰা একে বয়সৰ সকলো লৰাৰ সমানে সুস্থ। এই সকলো চমৎকাৰ আমাৰ সদ গুৰুদেৱ ৰামপাল দাস মহাৰাজৰ অসীম কৃপাৰ দ্বাৰাই হৈছে।**

**এদিন পূৰ্ণিমাৰ সৎসঙ্গৰ সময় চন ২০০৪ বৰষুণ নোহোৱা কাৰনে আমাৰ ধান খেতি শুকাবলৈ লৈছিল আৰু নলাৰ পানী বন্ধ হৈছিল। এক মাহ পিছতো নলাৰ পানী নাহিল। তাত টিউবওৱেলৰ দ্বাৰা পানী দিয়াৰ ব্যৱস্থা নাছিল, আমি মাথোন নলাৰ পানীৰ ওপৰত নিৰ্ভৰ আছিলো।**

**কিন্তু পূৰ্ণিমাৰ দিন আমি আশ্ৰমৰ পৰা সৎসঙ্গ সমাপনৰ পিছত যেতিয়া খেতি পথাৰ দেখিবলৈ গলো তো আমাৰ আঢ়াই একৰ জমীন (প্ৰায় সাৰে সাত বিঘা) ধান থকা এক আঠুলৈ পানী ভৰি আছিল। এইটো কেতিয়াও স্বপোনত নহ'বলগীয়া কাৰ্য্য আমাৰ সদগুৰু দেৱৰ কৃপাৰ দ্বাৰা হৈ গল আৰু গোটেই খেতি পড়োসী বিলাকে চাই আফছোচ কৰিলে যে এই নলাৰ পানী তো তোমাৰ গুৰুদেৱ তোমালোকৰ কাৰনেই পানী আনিছে। সকলো মানুহৰ খেতিৰ ফচল অতি বেচি ১০ মোন হ'ল যত আমাৰ সদগুৰুদেৱৰ কৃপাত আমাৰ প্ৰতি একৰত ৪০ মোন হৈছিল।**

**অনেক অনেক সুখ আমাৰ মুক্তিদাতা সদগুৰুদেৱ ৰামপাল দাস মহাৰাজ দিছে। মোৰ দুই পুত্ৰ (ভক্ত- অমিত তথা নৱনীত) মে ২০১০ চনত দিল্লী পুলিচৰ চাকৰী পাইছে। মোৰ তথা মোৰ পৰিয়ালৰ তৰফৰ পৰা সকলো পাঠক বৃন্দলৈ বিনতী যে আপোনালোক অতি সোনকালে সৎলোক আশ্ৰম ক্ৰস্থাত আহি সন্ত ৰামপাল দাস মহাৰাজৰ পৰা বিনামুলীয়া নাম উপদেশ প্ৰাপ্ত কৰক। মনুষ্য জীৱন ব্যৰ্থ নকৰিব। কবীৰ পৰমেশ্বৰে কয় যে --**

কল কৰে সো আজ কৰ, আজ কৰে সো অব। পল মেঁ প্ৰলয় হোয়েগী বহুৰ কৰোগে কব।।

**সত্ সাহেব! মুক্তি দাতাৰ জয়! সদগুৰু ৰামপালজী মহাৰাজ কী জয়!**

## "অশান্তিৰ পৰিয়ালত শান্তি"

**মই ভকত ৰমেশ পুত্ৰ শ্ৰী উমেদ সিংহ, গাওঁ- পেটৱাড়, তহসিল - হাঁসী, জিলা-হিসাৰ নিবাসী। বৰ্তমানে এমপ্লয়িজ কলোনী, জেলৰ সমুখত জীন্দত সপৰিয়ালে বসবাস কৰো।**

**নাম উপদেশ লোৱাৰ আগতে মই ভূতৰ পূজা কৰিছিলো। আমাৰ গাওঁত বাবা সৰিয়াৰ মান্যতা আছিল। যত আমি প্ৰত্যেক মাহৰ পূৰ্ণিমাত বন্তি প্ৰজ্জলন কৰিবলৈ গৈছিলো। আমি শুক্ৰবাৰ, জন্মাষ্টমী, শিব ৰাত্ৰিৰ ব্ৰতও কৰিছিলো। পিত্ৰৰ পিণ্ডদান আৰু শ্ৰাদ্ধ কৰ্ম আদি কৰিছিলো। ইয়াৰ পিছতো আমাৰ ঘৰত অশান্তি বৈ গৈছিল। যেতিয়া মই ১২ বছৰ বয়সৰ আছিলো তেতিয়া দেউতাৰ মৃত্যু হৈ গৈছিল। ঘৰত তিনিজন সদস্য আছিল। তিনিও জনৰ ভিতৰত কাজিয়া মাৰামাৰি হৈ থাকিছিল তিনিওকে ভূত প্ৰেতে বৰ দুঃখ দি আছিল আৰু তিনিও বৰ ডাঙৰ বেমাৰত ভূগিছিলো। প্ৰথমে ডাক্তৰক**

দেখুৱালো কোনো আৰাম নহল, পিছত কবিৰাজৰ ওচৰত গলো, কোনোৱে কয় তুমি ৫০০০ টকা দিয়া মই তোমাক একদম ভাল কৰি দিম, কিছুমানে কয় ১০০০০ টকা দি দিয়া।

আমি নিঃস্ব হৈ গৈছিলো। কিন্তু কোনো আৰাম নহল। মোৰ আত্মীয় ভকত ৰঘুবীৰ সিংহ গাওঁ-- কোন্থকঁলা, বাৰ বাৰ কোৱাত মোৰ আই ১৯৯৬ চনত সন্ত ৰামপাল দাস মহাৰাজৰ পৰা নাম উপদেশ লৈছিল। মোৰ পত্নী পাঁচ বছৰ পাৰ হৈ যোৱাত কোনো সন্তান উৎপন্ন নহল। মোৰ মাকে কোৱাত মোৰ পত্নীয়ে সন্ত ৰামপাল দাস মহাৰাজৰ পৰা নাম উপদেশ নিলে। নাম দীক্ষা লোৱাৰ এবছৰ ভিতৰত মোৰ পত্নীয়ে এটা লৰাৰ জন্ম দিলে। মোৰ ভগৱানৰ ওপৰত বিশ্বাস উঠি গৈছিল। এই কাৰনে মই নাম দীক্ষা লোৱা নাছিলো তথা নিজৰ আই আৰু পত্নীক সন্তৰ ওচৰত যোৱাত মানা কৰিছিলো। মোৰ লৰাটো যি ১৫ দিনৰ আছিল বৰ ডাঙৰ বেমাৰ হৈ গল। ডাক্তৰে কলে এই লৰা পুৱাই মৰি যাব, ইয়াক লৈ যোৱা। সন্ধিয়া এজন ভকতে সদগুৰু মুক্তিদাতা ৰামপাল দাস মহাৰাজৰ বিষয়ে কলে যে আশ্ৰম জীন্দত আহিছে, তেওঁ পূৰ্ণ সন্ত আৰু তেওঁৱেই এই শিশুক ভাল কৰিব পাৰিব। আমি ডাক্তৰ আৰু কবিৰাজৰ ওচৰত যাই হৈৰান হৈ গৈছিলো। মোৰ ভগৱানৰ ওপৰত বিশ্বাস নোহোৱা হৈ গৈছিল। মই ভক্তক মানা কৰি দিলো। কিন্তু তেওঁ আকৌ পুনৰাই আগ্ৰহ কৰি কলে যে তেখেত স্বয়ং মুক্তিদাতা ভগৱান পৃথিবীত আহিছে। যদি তেওঁ দয়া কৰে তেন্তে এই লৰা ঠিক হৈ যাব। সেই ভক্তজন ইমান বিশ্বাসেৰে কোৱাত মই মাকক অনুমতি দিলো। মোৰ মাকে লৰাটোক লৈ গৈ ৰামপাল মহাৰাজৰ চৰণত থৈ দিলে আৰু কান্দি কান্দি কলে যে মহাৰাজ! এই শিশুটো মৰি গৈছে আপুনীয়ে ইয়াক ঠিক কৰিব পাৰিব। তেতিয়া মুক্তিদাতা সদগুৰু ৰাম পাল দাস মহাৰাজ কলে যে কবীৰ পৰমেশ্বৰৰ কৃপাত এইটো ভাল হৈ যাব। অহা বাৰে মৰা কথা আছিল লৰাটো ভাল হৈ গল। কোৱা মুক্তিদাতা সদগুৰু ৰামপাল গুৰু মহাৰাজ কী জয়।

আমাৰ অশান্তি হোৱা ঘৰত মুক্তিদাতা সদগুৰু ৰামপাল দাস মহাৰাজৰ কৃপাত পুনৰাই শান্তি আহিল। ইমান চমৎকাৰ দেখা পাইয়ো মই পাপ কৰ্মৰ কাৰনে নাম উপদেশ লোৱা নাই আৰু পূৰ্বৰ পূজা তথা ভূত প্ৰেতৰ পূজা কৰিবলৈ ধৰিলো। আমাৰ ঘৰত মুক্তিদাতা গৰীব দাস মহাৰাজৰ বাণীৰ পাঠ সন্ত ৰামপাল দাস মহাৰাজ কৰিছিল আৰু মই বাহিৰত মদ্যপান কৰিছিলো। আকৌ এক বছৰ পিছত আমাৰ ঘৰত পাঠ হৈ আছিল তেতিয়া সন্ধিয়া মুক্তিদাতা ৰামপাল দাস মহাৰাজে সৎসঙ্গ কৰিলে। তেতিয়া মই সৎসঙ্গ শুনিলো আৰু নাম দীক্ষাও ললো। আমাৰ মাকে কাৰোবাৰ উচুটনিত নাম খণ্ডন কৰিলে। কিছু দিন পিছত ২০০০ চনত মোৰ মাকৰ হঠাৎ ভৰিত জ্বলন হবলৈ ধৰিলে। ডাক্তৰক দেখুৱালো, তেখেতে কলে যে ইয়াৰ ব্লাড কেন্সাৰ হৈছে। ই দহ পোন্ধৰ দিনৰ পিছত মৰি যাব। যদি পি.জি.আই. চণ্ডিগড়ত লৈ যোৱা তাত দেৰলাখ টকা খৰচ হব আৰু ই জোৰ বেচি এবছৰলৈ বাচি থাকিব পাৰিব। কিন্তু বিষ কম নহব। মুক্তিদাতা সদগুৰু ৰামপাল গুৰুমহাৰাজ কলে যে আপোনাৰ মাকে নাম খণ্ডন কৰিছে। যেনেকুৱা লাইটৰ বিল নিদিলে আৰু কানেকশন কাটি গলে বিদ্যুৎ পোৱা লাভ বন্ধ হৈ যায়। তাক আকৌ বিল ভৰাই চালু কৰাব লাগে। মোৰ মাকে তাৰ ভূলৰ ক্ষমা যাচনা কৰিলে। মহাৰাজে পুনৰাই নাম উপদেশ দিলে তথা মূৰৰ ওপৰত হাত ৰাখিলে। মূৰৰ ওপৰত হাত ৰখা

মাত্ৰেই ভৰিৰ জ্বালাতন আৰু বিষ বন্ধ হৈ গল। আকৌ মোটামুটি দুই বছৰ পিছত পেৰী দাতৰ আলুৰ পৰা তেজ ওলাবলৈ ধৰিলে। ডাক্তৰে ঔষধ আৰু বেণ্ডেজ লগাই দিলে, কিন্তু তেজ ওলোৱা বন্ধ নহল। পিছত ডাক্তৰে তাইৰ বেমাৰ চেক কৰিলে আৰু কলে যে ইয়াৰ ব্লাড কেন্সাৰ হৈছে আৰু এতিয়া সেইটো ফুটিছে। এতিয়া এইটো ঠিক নহব। ইয়াক ঘৰত লৈ যাওক। এই তেজ ওলাই থাকি ২ দিনৰ ভিতৰত মৰি যাব। আকৌ ২ দিন পিছত পেচাব আৰু পাইখানাৰে তেজ ওলাবলৈ আৰম্ভ কৰি দিলে। তেতিয়া মই ফোন কৰি সদগুৰু ৰামপাল মহাৰাজক কলো যে ডাক্তৰে কৈছে ই দুই দিন পিছত মৰি যাব। তেতিয়া সদগুৰু ৰামপাল মহাৰাজে কলে যে মুক্তিদাতাই যি কৰিব ঠিকেই কৰিব। পিছত অহাৰাতি ২ বজাত যমদূত তাইক নিবলৈ আহিল। মোৰ মাকে কলে যে তোমাৰ দেউতা (যি দহ বছৰ আগেয়ে মৃত্যু হৈছে) মোক লবলৈ আহিছে। ইয়াকে কৈ যমদূত মাকৰ শৰীৰত প্ৰৱেশ কৰি গল আৰু কবলৈ ধৰিলে মই ইয়াক লৈ যাম, ইয়াৰ সময় পুৰা হৈ গৈছে। মোক চাহ দিয়া। তেতিয়া আমি তাৰ বাবে চাহ বনাবলৈ লৈছিলো, ইমানতে সেই যমদূত কবলৈ ধৰিলে জানানে তহঁতৰ ঘৰত কিমান ডাঙৰ শক্তি আছে, তেওঁ মোক কোবাই আছে, মই আৰু থাকিব নোৱাৰো, মোক জল্দী চাহ খুওৱা, মই গৈ আছো আৰু চাহ পান কৰি গুচিল। যোৱাৰ আগত কলে যে তোমাৰ ঘৰত পূৰ্ণ পৰমাত্মা থিয় হৈ আছে। মই ইয়াক লৈ যাব নোৱাৰো, ইয়াকে কৈ সিটো গুচি গল। এক মিনিট পিছত তেজ ওলোৱা বন্ধ হৈ গল, জিভা আৰু দাঁত কলা পৰি গৈছিল, একদম পৰিস্কাৰ হৈ গল। মুক্তিদাতা সদগুৰু ৰামপাল গুৰু মহাৰাজৰ কৃপাত তাই পূৰ্ণৰূপে সুস্থ হৈ গল। পৰমাত্মা কবীৰ পৰমেশ্বৰে মোৰ মাক পাচ বছৰ আয়ু বঢ়াই দিলে। ২৪ জুলাই ২০০৫ চনত সত্যভক্তি কৰি সত্যলোক প্ৰস্থান কৰিলে। কওকচোন জয় মুক্তিদাতাৰ জয়, জয় সদগুৰু ৰামপাল মহাৰাজৰ জয়। সত সাহেব।

## “মুত্ৰাশয় ঠিক কৰা আৰু চয়তানক মানুহ বনোৱা”

মই ভক্ত জগদীশ পুত্ৰ শ্ৰী প্ৰভুৰাম, গাওঁ-পাঞ্জাব খোড় দিল্লী-- ৮১। ডি.টি.সি. (দিল্লী ট্ৰান্সপোৰ্ট, কৰ্পোৰেশন)ৰ মেকানিক। মদে মোক ৰাক্ষস প্ৰকৃতিৰ মানুহ বনাইছিল। মদ্যপান কৰা, মুৰ্গি খোৱা, ছিগাৰেটৰ ধুম্ৰপান কৰা হুকা চোহা আদি বদ অভ্যাস আছিল।

মই চাকৰীৰ পৰা ৰাতি ৭ অথবা ৮ বজাত আহিছিলো। কেতিয়াবা মদ্যপান বেচি হলে নিজা ঘৰ পাওঁতে ৰাতি ৯ অথবা ১০ বাজি গৈছিল। মদত পগলা গৈ থৰক-বৰক ভৰিৰে ইফালৰ পৰা সিফাল কৰি ঘৰত সোমাইছিলো। ঘৰ আহি পত্নী আৰু পোৱালীক মাৰ পিট কৰা আৰু প্ৰতিদিন কাজিয়া হাল্লা হৈছিল। যি শিশুক মৰমেৰে বুকুত আকোৱালি লব লাগিছিল সেই নিস্পাপ পোৱালী মোক দেখি বিছনাৰ তলত লুকাইছিল। শিশুই পিতাকৰ বাবে বাট চাই আছিল, দেউতা আহিব, আমাৰ বাবে খোৱা বস্তু আনিব। কিন্তু খোৱা বস্তু অনাৰ বিপৰীতে মদ খাই চকু লাল কৰি সিহঁতক মাৰপিট কৰিছিলো।

আনফালে মোৰ ধৰ্মপত্নী সুচিত্ৰা দেবীও নিজৰ দুঃখী জীৱনৰ লগত ভয়ঙ্কৰ বেমাৰৰ সৈতে যুজি অন্তিম ক্ষন লৈ বাট চাই আছিল। তাইৰ দুয়ো মুত্ৰাশয় বেয়া হৈ গৈছিল। ডাক্তৰে ঔষধ খাই থাকিবলৈ কৈছে। কিন্তু ছয় মাহৰ বেচি নেবাচিব। অল ইণ্ডিয়া

**মেডিকেল আৰু ডাঃ ৰাম মনোহৰ লোহিয়া হস্পিটেল দিল্লীৰ পৰা ৰিৰ্পোট পোৱা হৈছে যে মুত্ৰাশয় বেয়া হৈ গৈছে আৰু ছয় মাহৰ বেচি নাবাচিব আৰু লগতে অন্তিম সময়লৈ ঔষধ খাই থাকিব লাগিব। সেই নিৰ্বোধ শিশুবোৰ কি হ'ব? যাৰ পিতা মদাহী আৰু মাতৃ মৃত্যুশয্যাত। কোনো গধুৰ কাম কৰিব নোৱাৰে। যেতিয়া শিশুবোৰে গম পালে যে সিহঁতৰ মাকে ছয় মাহৰ বেচি নাবাচে তো সিহঁতৰ চকু পানী বন্ধ নহৈছিল। একেতো পিতা মদাহী আনফালে মাকে কঠিন বেমাৰত পীড়িত, আমাৰ কি হ'ব? তিনি লৰা এজনী ছোৱালী নিজৰ মাকৰ ওচৰত গৈ কান্দিবলৈ ধৰিলে তথা কলে হে ভগবান! আমাক সকলোকে মাকৰ লগত নিজৰ ওচৰত মাতি লৈ যাওক। ইয়াত কাৰ ভৰসাত জীয়াই থাকো?**

**পৰমাত্মাই শিশু বিলাকৰ বিনতী শুনিলে আৰু আমাৰ শুভ কৰ্মৰ উদয় হ'ল যে আমাৰ পড়োসী ভক্ত মতি নিহালী দেৱীয়ে নিজ গুৰুদেব সন্ত ৰামপাল মহাৰাজৰ আজ্ঞানুসৰি ৩০-৩১-১ জানুৱাৰী ১৯৯৭ চনত সদগুৰু গৰীবদাস মহাৰাজৰ অমৃত বাণীৰ তিনিদিনৰ অখণ্ড পাঠ নিজৰ ঘৰত কৰোৱালে। যত সন্ত ৰামপালজী মহাৰাজে ৩১ ডিসেম্বৰ ১৯৯৬ চনত ৰাতি ৯ টাৰ পৰা ১১ বজালৈ সৎসঙ্গ কৰিছিল। মোৰ ধৰ্মপত্নী সুচিত্ৰা দেৱীও পড়োসীৰ ঘৰত সৎসঙ্গ শুনিবলৈ গল। অলপ পিছত মই (জগদীশ) ও নিজৰ চাকৰীৰ পৰা ঘৰত আহিলো। ঘৰ আহি সন্তানৰ পৰা জানি পালো যে পড়োসী নিহালী দেবীৰ ঘৰত সৎসঙ্গ শুনিবলৈ গৈছে। ইয়াক শুনি মই বৰ ক্ৰোধিত হৈ গলো আৰু কলো কত ভণ্ডামীৰ ওচৰত গৈছে? মই এতিয়াই কোবাই মাৰি লৈ আহো। ইয়াকে চিন্তা কৰি মই নিহালী দেবীৰ ঘৰ লৈ গলো। মই মদৰ নিচাত আছিলো, যেতিয়া মই নিহালী দেৱীৰ ঘৰ পালো তো সন্ত ৰামপাল জী মহাৰাজ সৎসঙ্গ কৰি আছিল। বহুত সংখ্যাত ভক্তজন সৎসঙ্গ শুনি আছিল। সেই সকলক দেখি মই একো নকলো আৰু চুপচাপ পিচপিনে বহি পৰিলো। মই সৎসঙ্গ শুনিবলৈ ধৰিলো। সৎসঙ্গত মহাৰাজে কলে-**

শৰাব পিৱৈ কড়ৱা পানী, সত্তৰ জনম সৱান কে জানী। গৰীব, সো নাৰী জাৰী কৰৈ, সুৰাপান সে বাৰ। এক চিলুম হুক্কা ভৰৈ, ডুবে কালী ধাৰ।। কবীৰ, মানুষ জন্ম পায় কৰ, নহীঁ ভজৈ হৰি নাম।
জৈসে কুৱা জল বিনা, খদুৱায়া কিস কাম।।

**মহাৰাজে সৎসঙ্গতে কলে যে যি সন্তানক পিতাকে বুকুত আকোৱালি লব লাগে, সেই মদাহি ব্যক্তিক দেখি শিশুই বিছনাৰ তলত লুকায়। মদাহী ব্যক্তি নিজেও দুঃখী, ধন হানি, সমাজত মান-সন্মান নাই তথা পৰিয়াল আৰু প্ৰতিবেশী, আত্মীয় স্বজনকো বিৰক্ত কৰি অভিশাপ প্ৰাপ্ত কৰে। যেনে- মদাহীৰ পত্নী আৰু সন্তান তো তাগুৰৰ শিকাৰ হয়েই। ইয়াৰ উপৰিও পত্নীৰ পিতা-মাতা, ভাই-ভনী আদিও দিন-ৰাতি চিন্তা কৰি থাকে। সকলো পাপৰ ভাৰ সেই নিৰ্বোধ মদাহীৰ মূৰৰ ওপৰত পৰে। মনুষ্য জনম ঈশ্বৰে ভক্তি কৰি আত্ম কল্যান কৰিবলৈ দিছে, ইয়াক মদ্যপান আদিত নষ্ট কৰা অনুচিত। যেনেকুৱা শিশু বিদ্যালয়ত পাঠ গ্ৰহণ নকৰে, এনেয়ে ঘুৰি ফুৰে, তেওঁ শিক্ষাৰ পৰা বঞ্চিত হৈ যায়। পিছত গোটেই জীৱন লেবাৰী কৰি জীৱন নিৰ্বাহ কৰিব লগীয়া হয়। পিচত তাৰ মনত আহে যদি মই ফোৰ টুৱেন্টি নকৰিলোহেতেন তো আজি অন্য সহপাঠিৰ দৰে কিবা এটা হ'বলৈ পালোহেতেন। কিন্তু এতিয়া কি হওঁ, এইটো তো সেই সময় ভাবিব লাগিছিল।**

